# সাহিত্যাচাৰ্য
# যজ্ঞেশ্বৰ শৰ্মা ৰচনাৱলী

সম্পাদক

ডক্টৰ বসন্ত কুমাৰ গোস্বামী



অসম প্ৰকাশন পৰিষদ
গুৱাহাটী - ৭৮১ ০২১

**SAHITYACHARYA JAJNESWAR SARMA RACHANAVALI :** A collection of complete works of Jajneswar Sarma, complied and edited by **Dr. Basanta Kumar Goswami** and published by **Dr. Rafiquz Zaman** IAS, Secretary, Publication Board Assam, Guwahati 781 021, Assam, India
**First edition : December 2008** **Price : Rs. 800.00**



**প্ৰকাশক**

ড° **ৰফিকুজ জামান** আই এ এছ

সচিব

অসম প্ৰকাশন পৰিষদ

গুৱাহাটী ৭৮১০২১

**প্ৰথম সংস্কৰণ :** ডিচেম্বৰ ২০০৮

**মূল্য :** ৮০০ ০০ টকা

**মুদ্ৰক**

**অৰোৰা ফাইন আৰ্টছ্‌**

*উদ্যোগ পাম, বামুনীমৈদাম*

**গুৱাহাটী ৭৮১০২১**

# সচিবৰ একাষাৰ

অসমৰ ভাষা-সাহিত্য-সংস্কৃতিৰ সৰ্বাঙ্গীণ বিকাশ তথা প্ৰচাৰ-প্ৰসাৰৰ লক্ষ্যেৰে ১৯৫৮ চনত অসম চৰকাৰে অসম প্ৰকাশন পৰিষদ প্ৰতিষ্ঠা কৰে। ১৯৫৮ বৰ্ষৰ পৰা ২০০৮ বৰ্ষলৈ অসম প্ৰকাশন পৰিষদৰ গৌৰৱময় ঊৰ্দ্ধমুখী জয়যাত্ৰা অব্যাহত আছে। অতি আনন্দৰ বতৰা যে বৰ্তমান পৰিষদৰ সোণালী জয়ন্তী বৰ্ষ চলি আছে। সোণালী জয়ন্তী বৰ্ষত পৰিষদে এক সংখ্যক নিৰ্বাচিত গ্ৰন্থ প্ৰকাশ কৰিবলৈ লৈছে। ২০০৭ বৰ্ষত বাৰনখন নতুন গ্ৰন্থ প্ৰকাশ কৰাৰ উপৰি পাঁচিছখন গ্ৰন্থৰ পুনঃ মুদ্ৰণ কৰা হৈছিল। ২০০৮ বৰ্ষতো তিনি কুৰিৰো অধিক নতুন গ্ৰন্থৰ লগতে অতি মূল্যবান পঞ্চলিছখনমান গ্ৰন্থ পুনৰ্মুদ্ৰিত কৰা হৈছে।

এইবাৰ চাৰিগৰাকী কৃতবিদ্য সাহিত্যিকৰ ৰচনাৱলী প্ৰকাশ কৰিবলৈ লোৱা হৈছে। অসমীয়া ভাষা-সাহিত্যৰ বিদগ্ধ সাহিত্যিক-সমালোচক ডিম্বেশ্বৰ নেওগ আৰু যজ্ঞেশ্বৰ শৰ্মাৰ ৰচনাৱলী সাম্প্ৰতিক কালত প্ৰায় দুষ্প্ৰাপ্য। অসমৰ নাট্য-জগতলৈ প্ৰবীণ ফুকনৰ অৱদান অতি গুৰুত্বপূৰ্ণ। বৰ্তমানত এইগৰাকী বিশিষ্ট নাট্যকাৰৰো নাটসমূহ পাবলৈ নাইকিয়া। হেমাঙ্গ বিশ্বাস অসম আৰু বঙ্গৰ সমন্বয়ৰ সাঁকো স্বৰূপ। এইগৰাকী ব্যক্তিয়ে অসমৰ ভাষা-সাহিত্য আৰু সংস্কৃতিলৈ অপৰিসীম অৰিহণা আগবঢ়াইছে। হেমাঙ্গ বিশ্বাসৰ অসমীয়া ৰচনা-সম্ভাৰো পৰিষদৰ সোণালী জয়ন্তী বৰ্ষৰ অন্যতম অৱদানৰূপে বিবেচিত হ'ব।

অসমীযা ভাষা-সাহিত্যলৈ অসমৰ প্ৰথমখন মহিলা আলোচনী ঘৰজেউতি আৰু অসম প্ৰদীপিকাৰ ঐতিহাসিক অৱদান সৰ্বজনস্বীকৃত। উক্ত দুযোখন আলোচনীৰ সুকীয়া সুকীযা একত্ৰ সঙ্কলন প্ৰকাশ কৰিবলৈ পাই আমি অতিশয় সন্তোষ পাইছো।

২০০৮ বৰ্ষত প্ৰকাশ কৰিবলৈ লোৱা কেইখনমান উল্লেখযোগ্য নতুন গ্ৰন্থ হ'ল অসমৰ সমাজ-জীৱন আধাৰিত হোমেন বৰগোহাঞিৰ অনবদ্য এটি প্ৰবন্ধ-সঙ্কলন আৰু তেওঁৰেই সম্পাদনাত শ্ৰেষ্ঠ অসমীয়া সমালোচনা সাহিত্য, অসমৰ লোক উৎসৱ আৰু লোক-সংস্কৃতি বিষযক কেইবাখনো গ্ৰন্থ, ড° বীৰেন্দ্ৰনাথ দত্ত, ড° নবেন কলিতা, ড° শিৱনাথ বৰ্মন, ড° নীলিমা শৰ্মা, ধীৰেন ভাগৱতী, কৌশিক দাস, ড° ৰবীন দেব চৌধুৰী, ড° মহেশ্বৰ নেওগ আদি প্ৰথিতযথা লেখকৰ সমাজ-সংস্কৃতি অধ্যয়নমূলক গ্ৰন্থ, গুণাভিৰাম বৰুৱা ৰচিত আৰু ঊনবিংশ শতিকাৰ অসমৰ সমাজ-জীৱনৰ দলিলস্বৰূপ 'আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন-চৰিত্ৰ'ৰ ড° পোনা মহন্ত আৰু ড° আনন্দ বৰমুদৈয়ে ইংৰাজীলৈ কৰা অনুবাদ গ্ৰন্থৰ উপৰি ইংৰাজীত প্ৰকাশ পাবলগীয়া কেইখনমান গ্ৰন্থ হ'ল ড° মহেশ্বৰ নেওগৰ Religion of North-East আৰু Rhythm in the Vaishnava music of Assam, ড° দয়ানন্দ পাঠকৰ Sri Sri Madhabdev, ড° ৰমেশ চন্দ্ৰ কলিতাৰ Assam Association – a study in Regionalism, ড° প্ৰদীপ শৰ্মাৰ Assam and Indo-China আদি। বিজ্ঞান, শিশু-সাহিত্য, জীৱন আৰু কৃতি, ধৰ্ম-দৰ্শন আদি বিষয়ৰ ওপৰতো এইবাৰ বিশেষ জোৰ দিয়া হৈছে।

সাহিত্যাচাৰ্য যজ্ঞেশ্বৰ শৰ্মা অসমীয়া ভাষা-সাহিত্যৰ এগৰাকী পুৰোধা ব্যক্তি। অসমীয়া সাহিত্যৰ বিভিন্ন দিশত তেওঁৰ অৱদান যথেষ্ট কিন্তু তেওঁৰ সৰহসংখ্যক লেখাই বিভিন্ন কাকত-আলোচনীত সিঁচৰতি হৈ থকাত পাঠক সমাজ সিবোৰ অধ্যয়নৰপৰা বঞ্চিত হৈ আছে। শতবৰ্ষপূৰ্তি উপলক্ষ্যত সাহিত্যিকজনাৰ লেখাসমূহ গোটোৱা হয়। বৰ্তমান প্ৰস্তুত গ্ৰন্থ 'সাহিত্যাচাৰ্য যজ্ঞেশ্বৰ শৰ্মা ৰচনাৱলী' অসমৰ ভাষা-সাহিত্যৰ ভঁৰাললৈ এক বিশিষ্ট বৰঙণি ৰূপে স্বীকৃত হ'ব।

ৰচনাৱলী প্ৰকাশ কৰাৰ অনুমতি দিয়া বাবে শৰ্মাদেৱৰ পৰিয়ালবৰ্গক পৰিষদৰ হিয়াভৰা কৃতজ্ঞতা জনাইছোঁ।

ৰচনাৱলীৰ সংগ্ৰহ, সঙ্কলন আৰু সম্পাদনা অতি নিষ্ঠা আৰু আন্তৰিকতাৰে ডক্টৰ বসন্ত কুমাৰ গোস্বামীয়ে সম্পন্ন কৰিছে। সম্পাদকৰ ভূমিকাত যজ্ঞেশ্বৰ শৰ্মা মানুহজন আৰু তেওঁৰ অৱদান সম্পৰ্কে ডক্টৰ গোস্বামীয়ে বিতংভাৱে আলোচনা কৰিছে। ৰচনাৱলীখন প্ৰকাশত নিৰন্তৰ প্ৰচেষ্টা আৰু আশানুৰূপ সহযোগৰ বাবে ডক্টৰ গোস্বামীক কৃতজ্ঞতা জনালোঁ। ৰচনাৱলীৰ প্ৰকাশ-উদ্যোগত সততে আগভাগ লোৱা বাবে শ্ৰীউপেন্দ্ৰ বৰকটকীক ধন্যবাদ জনালো।

ড° ৰফিকুজ জামান, আই এ এছ

সচিব

অসম প্ৰকাশন পৰিষদ

## সূচীপত্র

ইংৰাজী

# ভূমিকা

**'সাহিত্যাচাৰ্য যজ্ঞেশ্বৰ শৰ্মা ৰচনাৱলী'** স্বনামধন্য শিক্ষাবিদ, জ্ঞানপিপাসু, সাহিত্যিকজনাৰ পূৰ্বে প্ৰকাশিত ৰচনাৰ সামগ্ৰিক সংকলন। "একেটি মাথোঁন মাত     একেটি আনন্দ তাত" — বুলি ফু দিয়া বেজবৰুৱাৰ বাঁহীৰ অনুৰণনিৰ মাজেদিয়েই 'গজালি লেখক' হৈ চতুৰ্দিশত তীক্ষ্ণ দৃষ্টিপাতেৰে ওৰেজীৱন সাহিত্য-সংস্কৃতিৰ চৰ্চাত আত্মনিয়োগ কৰি আঁখেফুটীয়া হাঁহিৰে ব্যংগ-বিদ্ৰূপ কৰি, শয্যাগত অথৰ্ব অৱস্থাৰেও জীৱনৰ অনুসন্ধান কৰি, কাপ-কাঠী সামৰা বিৰল আৰু দীঘলীয়া জীৱনৰ অধিকাৰী সাহিত্যাচাৰ্য যজ্ঞেশ্বৰ শৰ্মাৰ পিতৃ-পুৰুষৰ আদি বাসস্থান আছিল যোৰহাটৰ টিলিকিআম অঞ্চলৰ পকামুৰাত। আদিপুৰুষ বাচ্যস গোত্ৰৰ গংগাধৰ শৰ্মা সপত্নীক (মাগনী) বৰ্তমান তিতাবৰৰ বচা চহৰৰ হামদৈ অঞ্চলৰ বগাৰ গাঁৱলৈ উঠি গৈছিল গৌৰীনাথ সিংহৰ দিনত কাকতীৰ বাব লৈ। সেইজন গংগাৰামৰ অধস্তন চতুৰ্থ পুৰুষৰ এজন লক্ষ্মীনাথ শৰ্মা (সৰুবোপা)। আউনীআটি সত্ৰৰ সেৱক লক্ষ্মীনাথে যোৰহাটৰ মেলেঙৰ গাৰ্গ্য গোত্ৰৰ কোযেশ্বৰ শৰ্মা শ্ৰুতিকৰৰ (হাতীগড়ৰ শিৱ দেৱালয়ৰ ঠাকুৰ) তৃতীয়গৰাকী জীয়ৰী কোকিলেশ্বৰী (আন নাম সোমেশ্বৰী)-ক বিয়া কৰাইছিল। লক্ষ্মীনাথ-কোকিলেশ্বৰীৰ প্ৰথমটি পুত্ৰসন্তান এবছৰমান বয়সতে ঢুকাল (ড° যোগেন্দ্ৰনাৰায়ণ ভূঞা সম্পাদিত 'যজ্ঞেশ্বৰ শৰ্মা ঃ জীৱনী আৰু প্ৰতিভা গ্ৰন্থ'-ৰ 'ৰগাৰ গাঁৱৰপৰা নগাঁৱলৈ' পৃঃ ১১)। দ্বিতীয় পুত্ৰ সন্তান অৰ্থাৎ যজ্ঞেশ্বৰ শৰ্মাৰ জন্ম হয় ১৮২৮ শক (১৯০৬ খ্ৰী)-ৰ আঘোণ মাহৰ শুক্লা প্ৰতিপদ তিথি (ডিছেম্বৰ মাহৰ ৭ তাৰিখ)-ত। পিতৃ-মাতৃযে যমৰ চকুত ধূলি দিবলৈ 'কৈৱৰ্ত গাঁৱৰ বগীবুঢ়ীক কড়ি এটাৰ সলনি বেচিছিল।' প্ৰথমা পত্নী বিয়োগৰ পাছত পিতৃ লক্ষ্মীনাথে আউনীআটি সত্ৰৰ তেতিয়াৰ সত্ৰাধিকাৰ বিশিষ্ট পণ্ডিত দত্তদেৱ গোস্বামীৰ সান্নিধ্য লাভ কৰি গ্ৰন্থ অধ্যয়ন আৰু সংৰক্ষণৰ অনুপ্ৰেৰণা লাভ কৰি 'শ্ৰুতিধৰ' উপাধি পাইছিল। লক্ষ্মীনাথৰ পূৰ্বপুৰুষেও অধ্যয়ন-অধ্যাপনা কৰিছিল কাৰণেই পৰিয়ালটি অধ্যাপকৰূপে ৰজনজনা হ'ল। অৱশ্যে লক্ষ্মীনাথে শৰ্মা উপাধিৰ লগতে কাকতী শব্দটো আঁৰি দি কাকতী বাবটো ৰাখিলে। লক্ষ্মীনাথ শৰ্মা কাকতীৰ গোসাঁই ঘৰৰ ওপৰ চাঙত হৰিবিলাস গুপ্ত (আগৰৱালা)-ই প্ৰকাশ কৰা কীৰ্তন আৰু নাম-ঘোষা, আউনীআটী সত্ৰৰপৰা প্ৰকাশিত কাণখোৱা, ভীমচৰিত, গুণমালা, স্মৃতিশাস্ত্ৰ, চাণক্য শ্লোকৰ বঙলা অনুবাদ, কুৰুক্ষেত্ৰ যুদ্ধৰ চমু বৰ্ণনা থকা ভাৰত সাবিত্ৰী, শিৱমহিম্ন স্তোত্ৰ, পাণ্ডৱী গীতা, জ্যোতিষ, ব্যাকৰণ, পূজাবিধি, সাঁচিপতীয়া গীতা পুথি (বৰ্তমান ঘৰত সংৰক্ষিত) আদি অনেক শাস্ত্ৰ আছিল। মাজে মাজে চ'ৰাঘৰত এই পুথিবোৰ পঢ়িছিল আৰু আগ্ৰহী শ্ৰোতাই শুনি আনন্দ পাইছিল। শিশু অৱস্থাত পুত্ৰ যজ্ঞেশ্বৰ শৰ্মাৰ পঢ়া-শুনাৰ গুনাটো আগ হৈ মনত গভীৰ সাঁচ বহিছিল আৰু সেই নিৰুপাধি (informal) শিক্ষা মনৰ কুণ্ঠিত সামৰণ হৈ ৰৈছিল। পিতৃ লক্ষ্মীনাথে গীতা, মধুদানৱ দানৱ স্তোত্ৰ, শংকৰাচাৰ্যৰ ভৱানী অষ্টক, চাণক্য শ্লোক মুখস্থ কৰাইছিল আৰু মাতৃয়ে অসমীয়া গীত-মাত গাই শুনাইছিল। মুখত সোণ-ৰূপৰ চামোচ লৈ ওপজা নাছিল যদিও তেওঁ আনপ্ৰকাৰে ভাগ্যবান আছিল। বিংশ শতিকাৰ ফৈদজালিৰ কালত শিৱসাগৰ জিলাৰ প্ৰতি বৰ্গমাইলত শিক্ষিতৰ হাৰ আছিল ১২০ জন। সেই সময়তেই বগাৰ গাঁৱৰ অধ্যাপকৰ ঘৰৰ যজ্ঞেশ্বৰ শৰ্মাই ঘৰতেই অনানুষ্ঠানিক শিক্ষা লাভ কৰিবলৈ সুবিধা পাইছিল পিতৃ-মাতৃৰ উপৰি গেহাক ম'হৰক্ষা বাসিচাৰ কেৰেণী ডম্বৰুধৰ শৰ্মা আৰু ককায়েক বেণুধৰ শৰ্মা (কোযেশ্বৰ শৰ্মাৰ কন্যা তুলসীৰ পুত্ৰ, চাৰিং গজপুৰীয়াৰ বোকাৰ পদুম নামে খ্যাত)-ৰ পৰা। গেহাক ডম্বৰুধৰ শৰ্মাই প্ৰকাণ্ড গাড়ীত উঠি ধুতুৰা ফুলৰ নিচিনা amplifire লগোৱা গ্ৰামোফোন আৰু হিতবাদী বা বংগবাসী সাপ্তাহিক

কাকত লৈ শনিবাৰে মাজে মাজে আহে। তেৱেঁই Typerwriter-ৰ যোগেদি ইংৰাজী বৰ্ণমালা শৰ্মাক শিকাইছিল। ডম্বৰুধৰ শৰ্মাৰ ইচ্ছা আছিল যজ্ঞেশ্বৰক ডাঙৰ উকীল কৰাৰ। শৰ্মাৰ ভাষাৰেই ধাৰ কৰি ক'ব পাৰি পুথি-পত্ৰ পঢ়ি কথাবোৰ মগজত জমা কৰি থৈছিল। তেওঁ পঢ়া প্ৰথম মুদ্ৰিত পুথি 'চাণক্য শ্লোক' থকা শিশুবোধক বঙলা পুথি। জ্যোতিষ মুক্তাৱলী অধ্যয়ন কৰি জ্যোতিষ শাস্ত্ৰৰো প্ৰাথমিক জ্ঞান লাভ কৰিছিল। লুকাই-চুৰকৈ 'অন্নদা মংগল', 'গীতা', 'কালী কৈৱল্য দায়িনী' আদি গ্ৰন্থও পঢ়িছিল। শৰ্মাৰ ভাষাত "অন্নদা মংগল, কালীকৈৱল্য দায়িনী বোলা দুখন পুথি আমাক পঢ়িবলৈ নিদিছিল আৰু পকেট গীতাখনো চুবলৈ নিদিছিল (যাওঁতে যাওঁতে বাটত)।" পাঁচৰ পৰা দহ বছৰৰ ভিতৰত অৰ্থাৎ প্ৰাথমিক বিদ্যালযত ভৰ্তি হোৱাৰ আগতেই তেওঁ ইংৰাজীও শিকিছিল। ধুলি-মাকতিৰে উমলি ফুৰা আৰু লগতে অনানুষ্ঠানিক শিক্ষা লাভ কৰা দিনবোৰৰ দেওনা পাৰহে বগাৰ গাঁৱৰ নিঃসন্তান হেঙুলীয়ানী বুঢ়ীয়ে দান দিয়া দুকঠা মাটিত ন-কৈ স্থাপন কৰা ৪০-৫০ ফুট দীঘল, ১৫ ফুটমান বহল বাঁহৰ বেৰ দি সজা ১১৫ নং বগাৰ গাঁও প্ৰাথমিক বিদ্যালয়ত একমাত্ৰ ছাত্ৰ যজ্ঞেশ্বৰ শৰ্মাৰ আনুষ্ঠানিক শিক্ষা আৰম্ভ হ'ল। ইযাৰ আগত অৱশ্যে কাৰোবাৰ চ'ৰাঘৰত, কেতিয়াবা নামঘৰত প্ৰাথমিক বিদ্যালয় নামত চলি আছিল এৰা-ধৰাকৈ। শিক্ষক আছিল দয়াৰাম শৰ্মা, সহজানন্দ দত্ত। চাংচোৰা, বজালবাৰী, তিতাবৰ আৰু এলেঙী প্ৰাথমিক বিদ্যালয়ৰ লগতে বগাৰ গাঁৱৰ বিদ্যালযখনো যোগ হ'ল। স্কুলত ভৰ্তি হোৱাৰ প্ৰথম বছৰতে ৰত্নকান্ত শৰ্মা পণ্ডিতে প্ৰাথমিক বৃত্তিৰ কাৰণে তেওঁৰ নাম পঠিযালে। শৰ্মাৰ ভাষাত — "প্ৰাইমেৰী স্কুলৰ এবছৰত ৰত্নকান্ত শৰ্মা পণ্ডিতে মোক প্ৰাইমেৰী বৃত্তিৰ কাৰণে প্ৰস্তুত কৰিলে। অংকৰ বাহিৰে সকলো বিষয়তে মোৰ জ্ঞান একেবাৰে হীন আছিল। অংক তেওঁ যত্ন কৰি শিকালে আৰু তেওঁৰ গুণতেই নিম্নপ্ৰাইমেৰীৰ বৃত্তি লাভ কৰিলোঁ। ৰত্নকান্ত শৰ্মা পণ্ডিত অতি বুধিয়ক আৰু নিঃস্বাৰ্থ শিক্ষক আছিল। তেওঁ কীৰ্তনৰপৰা আমাক শ্ৰুতলিপি দিছিল আৰু মাজে মাজে 'বাঁহী'-ৰ সম্পাদকীয় ৰচনাৰপৰাও দিছিল। তেওঁ 'বাঁহী'-ৰ গ্ৰাহক আছিল। তেওঁ মোক কৈছিল আগলৈ পঢ়া-শুনা কৰিলে তুমিও 'বাঁহী'-ত প্ৰবন্ধ লিখিব পাৰিবা। তেওঁৰ এই কথাষাৰে মোক তেতিযাই উদ্‌গনি দিছিল (যাওঁতে যাওঁতে বাটত)।" ন-কৈ প্ৰতিষ্ঠা হোৱা ১১৫ নং বগাৰ গাঁও প্ৰাথমিক বিদ্যালয়খনক শৰ্মাই লাভ কৰা বৃত্তিয়ে স্থায়ী কৰাৰ লগতে তেওঁৰ জীৱনৰ গতিও সলনি কৰিলে। শৰ্মাৰ ভাষাত "এই বৃত্তি পোৱাত মই মধ্য ইংৰাজী স্কুলত ভৰ্তি হ'লোঁ। নহ'লে মোৰ জীৱনৰ গতি অন্যফালে ঢাল ল'লেলেহেঁতেন (যাওঁতে যাওঁতে বাটত)।" পিতৃ লক্ষ্মীনাথে তেওঁক ইংৰাজী পঢ়োৱাৰ কথা ভবা নাছিল। জ্যোতিষ, সংস্কৃত, স্মৃতি আদি পঢ়ি-শুনি সেই শিক্ষাৰে পুত্ৰ যজ্ঞেশ্বৰ অঞ্চলটোত মূৰ জিলিকা হৈ থকাটোহে বিচাৰিছিল বুলি আত্মজীৱনীত শৰ্মাই উল্লেখ কৰিছে। বগাৰ গাঁৱৰপৰা প্ৰায় পাঁচ মাইল দূৰৰ তিতাবৰ মধ্য ইংৰাজী বিদ্যালযত পিতৃয়ে নাম ভৰ্তি কৰি দিলে। সেই সময়ত বগাৰ গাঁৱৰপৰা তিতাবৰলৈ যোৱা পথ আছিল দুৰ্গম। তেওঁৰ ভাষাত — "বোকা-পানীৰ দিনত জোতা পিন্ধা মানুহে জোতা-মোজা সোলোকাই হাতত ওলোমাই লৈ যাব লাগে। এই কেইমাহত বাইচাইকেলো চলাব নোৱাৰে। কেৱল গৰু গাড়ীতহে যায় (যাওঁতে যাওঁতে বাটত)।" বাট-পথৰ দুৰৱস্থা দেখি তেওঁ হেনো কবিতা এটা লিখিছিল—

ঘৰৰ আগত আলি নাই আছে আলিবাট
বাৰিষা হ'লেই পানীৰ সোঁত বয় তাত। "কবিতাৰ কথাত" —

আৰু "মোৰ শৈশৱ জীৱনৰ প্ৰথম দহ বছৰ (১৯০৬-১৫)" প্ৰবন্ধত ইয়াৰ পাঠ এনেকৈ পোৱা গৈছে —

আগফালে আলি নাই আছে আলিবাট।
বাৰিষা কালি সৰু নৈ পানী থাকে তাত।।
পানী কমিলে বোকা হয় খৰালি হয় বালি।
আমাৰ গাঁৱৰ মাজেদি যোৱা ৰাজ আলি।
স্কুলৰ বাটত শিঙৰি কাঁইট খুপি খুপি যাওঁ।
গছৰ আগত জিলীৰ মাত শুনি ভাল পাওঁ।।

সেই পথেৰে বোকা-পানী খচকি বিদ্যালয়লৈ যোৱা শৰ্মাই তৃতীয় শ্ৰেণীৰপৰা পঞ্চম শ্ৰেণীলৈ ডবল প্ৰমোচন পোৱাত তেওঁৰ উৎসাহ দুগুণে বৃদ্ধি হ'ল। শিৱসাগৰ গভৰ্ণমেণ্ট হাইস্কুলত লক্ষ্মীনাথ বেজবৰুৱাৰ সহপাঠী বদিউজ্জামান আছিল তিতাবৰ মধ্য ইংৰাজী বিদ্যালয়ৰ প্ৰধান শিক্ষক। সহকাৰী শিক্ষক আছিল কন্তি শৰ্মা কটকী। শৰ্মাৰ পঢ়া-শুনাত দুয়োজন শিক্ষকে সযত্নে সহায় কৰিছিল। কন্টি পণ্ডিতে প্ৰতি শনিবাৰে ছাত্ৰ সভা পাতিছিল আৰু প্ৰবন্ধ লিখিবলৈ শিকাইছিল। তেওঁ ইতিমধ্যে প্ৰকাশিত সকলো অসমীয়া কিতাপ সংগ্ৰহ কৰিছিল আৰু ভাল ভাল কিতাপবোৰ প্ৰতি শনিবাৰে পঢ়ি শুনাইছিল। প্ৰধান শিক্ষক বদিউজ্জামানে শেখচাদীৰ গুলিস্তানৰ সাধু কৈছিল আৰু ভাষা-সাহিত্যৰ চৰ্চা কৰিবলৈ উদগনি দিছিল। ডাঙৰ হ'লে গুলিস্তানৰ সাধু অসমীয়াত লিখিবলৈ কৈছিল। পৰৱৰ্তী কালত শৰ্মাই গুলিস্তানৰ সাধু লিখি বদিউজ্জামানৰ নামত উৎসৰ্গা কৰিছিল। মধ্য ইংৰাজী বিদ্যালয়ত পঢ়ি থকা কালতে পাঠ্য পুথিৰ উপৰি এনিবেচান্তে অনুবাদ কৰা 'গীতা', 'ৰবিন্সন ক্ৰুছ', 'গালিভাৰ ট্ৰেভেল', 'টেলছ্ ফ্ৰম ছেক্সপীয়েৰ', মেক্‌মিলান কোম্পানীয়ে প্ৰকাশ কৰা বঙলা উপন্যাসৰ ইংৰাজী অনুবাদ 'স্বৰ্ণলতা' পঢ়াৰ লগতে 'আসাম বিলাসিনী', বঙলা ভাষাৰ 'হিতবাদী' আৰু 'বংগবাদী' কাকত পঢ়িছিল। গাঁৱৰ আৰু সম্বন্ধীয়া লোকে বোকাৰ পদুম অভিধা দিয়া শৰ্মাই ১৯১৮ চনত মধ্য ইংৰাজী বিদ্যালয়ৰ বৃত্তি পৰীক্ষাত শিৱসাগৰ জিলা ছাত্ৰসমূহৰ ভিতৰত প্ৰথম হৈ জিলাখনৰ বাবে থকা নিৰ্দিষ্ট একমাত্ৰ বৃত্তিটো লাভ কৰে। ১৯১৯ চনত তেওঁ যোৰহাট গভৰ্ণমেণ্ট হাইস্কুলৰ সপ্তম শ্ৰেণীত ভৰ্তি হয়। সেই সময়ত যোৰহাট গভৰ্ণমেণ্ট হাইস্কুলৰ প্ৰধান শিক্ষক আছিল মৌলবী তৈয়বুল্লা, ইয়াৰ পিছত প্ৰধান শিক্ষকৰূপে পাইছিল ৰামেশ্বৰ বৰুৱাক আৰু শিক্ষকৰূপে পাইছিল চন্দ্ৰকান্ত বৰপূজাৰী, লক্ষেশ্বৰ শৰ্মা বৰুৱা, মিত্ৰদেৱ মহন্ত, মফিজুৰ ৰহমান আদিক। চন্দ্ৰকান্ত বৰপূজাৰী আছিল বিদ্যাৰত্ন উপাধি পোৱা সংস্কৃতৰ শিক্ষক, মিত্ৰদেৱ মহন্ত অসমীয়াৰ আৰু লক্ষেশ্বৰ শৰ্মা আছিল ইংৰাজীৰ শিক্ষক। লক্ষেশ্বৰ শৰ্মাৰ বিষয়ে শৰ্মাই কৈছে — "এওঁ আমাৰ Lahiri's Select Poems বোলা ইংৰাজী কবিতাৰ কিতাপ পঢ়াইছিল। তেওঁ কবিতাবিলাক দৰদেৰে পঢ়াইছিল আৰু ল'ৰাৰ মনত কবিতাৰ ভাববিলাক সঞ্চাৰিত কৰিব পাৰিছিল। ইংৰাজী কবিতাৰ প্ৰতি মোৰ আগ্ৰহ তেৱেঁই সৃষ্টি কৰিলে বুলি ক'ব পাৰি (যাওঁতে যাওঁতে বাটত)।" জীৱকান্ত শইকীয়াই (ডা° জীৱকান্ত শইকীয়া) উপহাৰ দিয়া শেক্সপীয়েৰ গ্ৰন্থাৱলী আৰু 'গল্ডেন ট্ৰেজাৰিয়ে'-ও ইংৰাজীৰ প্ৰতি আগ্ৰহ বৃদ্ধিত সহায় কৰিছিল। 'বাঁহী'-ত প্ৰকাশিত ৰত্নকান্ত বৰকাকতীৰ প্ৰবন্ধ পঢ়ি ৱাৰ্ডছৱৰ্থৰ লগত প্ৰথম পৰিচয় হয়। সেই সময়ৰ চৰকাৰী উকীল দেৱেশ্বৰ শৰ্মাৰ সহায়ত বিষ্ণুৰাম বৰুৱা হলৰ পুথিভঁৰালৰপৰা ৰবীন্দ্ৰনাথৰ 'গোৰা', প্ৰভাত মুখোপাধ্যায়ৰ গল্প, বুকাৰ বাছিংটনৰ 'আত্মজীৱনী', ভিক্তৰ হ্যুগোৰ 'লা মিজাৰেবল', ৰবীন্দ্ৰনাথৰ 'চোখেৰ বালি', 'গীতাঞ্জলি', 'বিবেকানন্দৰ ৰচনা সংগ্ৰহ', বেজবৰুৱাৰ 'সুৰভি', দণ্ডিনাথ কলিতাৰ 'ৰহঘৰা' অধ্যয়নৰ সুযোগ পাইছিল। ১৯২১ চনত 'প্ৰবাসী' কাকতত ৰবীন্দ্ৰনাথৰ ছন্দ নামৰ প্ৰবন্ধ পঢ়ি ছন্দৰ প্ৰতি আগ্ৰহ বাঢ়িছিল। চন্দ্ৰকান্ত বৰপূজাৰীৰ সহায়ত তেওঁ বসুমতী সাহিত্য মন্দিৰে প্ৰকাশ কৰা বঙলা অনুবাদ থকা কালিদাসৰ গ্ৰন্থাৱলী পঢ়িবলৈ পাই ইংৰাজ কবি কীটছে হোমাৰৰ ইংৰাজী পঢ়ি তৃপ্তি পোৱাৰ দৰে তৃপ্তি পাইছিল। প্ৰধান শিক্ষক ৰামেশ্বৰ বৰুৱাই সপ্তমৰপৰা দশম শ্ৰেণীৰ প্ৰতিটোতে একোটাকৈ কিতাপৰ আলমাৰি থৈছিল। স্কুলীয়া জীৱনতেই সেয়ে হিন্দু দৰ্শনৰ একেশ্বৰবাদ, প্ৰকৃতি, পুৰুষ, ব্ৰহ্ম, তন্মাত্ৰ, অহংকাৰ আদিৰ তত্ত্বৰ লগত পৰিচয় হ'ল। ৰবীন্দ্ৰনাথৰ ক্ষুধিত পাষাণ পঢ়াৰ বহুতে দিনৰ আগতেই Hungry Stone and Other Stories, বংকিমচন্দ্ৰৰ 'দুৰ্গেশ নন্দিনী' পঢ়াৰ আগতেই Scott-ৰ Ivanho — পঢ়িছিল। "ভাষা শিকা আৰু আনন্দ"-ৰ বাবে তেওঁ আলোচনীত (১৯১৯ চনত বন্ধ হয়) প্ৰকাশিত, "ৰজালৈই কাঁহ পাত্ৰ ভগা ভাল চিনি" খ্যাত বলদেৱ মহন্তৰ কবিতা, ৰত্নেশ্বৰ মহন্তৰ 'কবিতাৰ হাৰ', গোহাঞিৰ বৰুৱাৰ নগাৰাজ্যৰ কহিমা বৰ্ণনা, আনন্দৰাম বৰুৱাৰ সমালোচনা, পদ্মধৰ চলিহাৰ 'ফুলনি', গণেশচন্দ্ৰ হাজৰিকাৰ 'তৰ্কবিজ্ঞান' অধ্যয়ন কৰাৰ উপৰি 'নাম-ঘোষা', 'কীৰ্তন' অধ্যয়নৰো সুবিধা পাইছিল। ১৯২৩ চনত চন্দ্ৰধৰ বৰুৱাৰ কনিষ্ঠ পুত্ৰ অৰবিন্দ বৰুৱাই গোৱা এটি বৰগীতেৰে আৰম্ভ হোৱা অসম সাহিত্য সভাৰ মুকলি অধিৱেশনত গুণী-জ্ঞানী ব্যক্তিসকলৰ বক্তৃতা শুনিছিল। বিশেষকৈ

পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে মন্ত্ৰ সাহিত্যৰ বিষয়ে দিয়া বক্তৃতা শুনি কৌতূহল উপজিছিল। এইখন স্কুলতে বৌদ্ধিক আৰু মানসিক দৃঢ় বুনিয়াদ এটি গঢ় দি লৈ দোপতদোপে সফলতাৰ খটখটি বগাই ১৯২৩ চনৰ জুন মাহত কলিকতা বিশ্ববিদ্যালয়ৰপৰা অসমীয়া, সংস্কৃত, অতিৰিক্ত সংস্কৃত আৰু অংক — এই চাৰিটা বিষয়ত লেটাৰ পাই প্ৰথম বিভাগত প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হ'ল। অসমীয়া বিষয়ত সৰ্বোচ্চ নম্বৰ পোৱা বাবে দত্ত দেৱগোস্বামী স্বৰ্ণ পদকো তেওঁ লাভ কৰিলে।

ইংৰাজী আৰু অসমীয়াৰ বাহিৰে সংস্কৃত, গণিত আৰু ৰসায়ন বিদ্যা বিষয়স্বৰূপে লৈ ১৯২৩ চনত কটন কলেজৰ আই এ শ্ৰেণীত ভৰ্তি হয়। তেওঁ ভাবে জ্ঞানৰ ৰাজ্যত বিজ্ঞান আৰু কলা বুলি জাতি ভেদ নাই। আধুনিক মানুহৰ পক্ষে বিজ্ঞানৰ কিছু জনাটো অপৰিহাৰ্য বুলি ভাবিয়েই তেওঁ প্ৰথমে পদাৰ্থ বিজ্ঞানহে বিষয়স্বৰূপে ল'ব খুজিছিল যদিও ব্যৱহাৰিক অসুবিধাত পৰিহে ৰসায়ন বিদ্যা ল'বলগীয়া হ'ল বুলি আত্মজীৱনীত উল্লেখ কৰিছে। আই এ শ্ৰেণীত তেওঁ পদ্মনাথ ভট্টাচাৰ্য বিদ্যা-বিনোদ (প্ৰাচীন কামৰূপৰ বুৰঞ্জী লেখকসকল এওঁৰ ডাঠ বগা কোটটোৰ জেপৰপৰা ওলোৱা বুলি প্ৰবাদ আছিল), শ্ৰীনাথ চক্ৰৱৰ্তী, অধ্যাপক লক্ষ্মীনাৰায়ণ শাস্ত্ৰী (লক্ষ্মীবাবু নামে পৰিচিত ভট্টদেৱৰ সংস্কৃত 'ভক্তি বিৱেক'-ৰ সম্পাদক ১৯১৫), সত্যনাথ বৰা, উমাকান্ত গোস্বামী, বিৰিঞ্চি শৰ্মা বৰুৱা, দিবাকৰ গোস্বামী, উপেনচন্দ্ৰ লেখাৰু, বাণীকান্ত কাকতি, আৰ চি গফিন, আৰ থমাছ, আশুতোষ চট্টোপাধ্যায়, সূৰ্যকুমাৰ ভূঞা, প্ৰফুল্লচন্দ্ৰ ৰায়, ছিদ মাৰ্ছন আদিক শিক্ষকৰূপে পাইছিল। আই এ শ্ৰেণীত পঢ়ি থাকোঁতেই কাৰ্জন হলৰ পুথিভঁৰালী গোপালকৃষ্ণ দেৱ সান্নিধ্যলৈ আহি প্ৰায়বোৰ গ্ৰন্থই অধ্যয়ন কৰিছিল। ১৯২৫ চনত অসমীয়া আৰু সংস্কৃত বিষয়ত লেটাৰ লৈ আই এ পৰীক্ষাত উত্তীৰ্ণ হ'ল আৰু বিশ্ববিদ্যালয়ৰ সাৰদাপ্ৰসাদ প্ৰাইজ আৰু পেশ্বেটি প্ৰাইজ (Pachete Prize) লাভ কৰিছিল। কটন কলেজৰ আই এ শ্ৰেণীত পঢ়ি থাকোঁতে তেওঁৰ কোঠাত তিনিজন আবাসীৰ এজনৰ নাম আছিল সুখেন্দ্ৰমোহন গংগোপাধ্যায়, ৰবীন্দ্ৰভক্ত গংগোপাধ্যায়ৰ বাকচত থকা ৰবীন্দ্ৰনাথৰ সকলো ৰচনা শৰ্মাই অধ্যয়ন কৰাৰ সুবিধা পাইছিল। তিতাবৰৰ মধ্য ইংৰাজী বিদ্যালয়ত পঢ়ি থাকোঁতে 'গীতাঞ্জলি' অধ্যয়ন কৰা শৰ্মাই ৰবীন্দ্ৰ সাহিত্যৰ এতিয়াহে যেন ৰসাস্বাদন কৰিলে।

সেই বছৰতে কটন কলেজত ইংৰাজী অনাৰ্ছ আৰু পাঠ্য বিষয় সংস্কৃত আৰু অৰ্থনীতি লৈ বি এ শ্ৰেণীত নাম ভৰ্তি কৰিলে। ১৯২৭ চনত তেওঁ বি এ পৰীক্ষাত উত্তীৰ্ণ হ'ল যদিও বৃত্তি নোপোৱাত এম এ পঢ়াত ব্যাঘাত জন্মিল। সেয়ে তিতাবৰৰ মধ্য ইংৰাজী বিদ্যালয়ত প্ৰায় ডেৰ মাহমান শিক্ষকতা কৰিব লগা হ'ল। শিক্ষকতা কৰি পোৱা আৰু পিতৃ লক্ষ্মীনাথে যোগাৰ কৰি দিয়া কেইটকামান, আত্মবিশ্বাস আৰু দৃঢ় সংকল্প লৈ ১৯২৭ চনৰ নৱেম্বৰ মাহত প্ৰেচিডেন্সী কলেজত ইংৰাজী বিষয়ৰ এম এ শ্ৰেণীত ভৰ্তি হ'ল। প্ৰেচিডেন্সী কলেজৰ ইংৰাজী অধ্যাপকৰ প্ৰশ্নৰ সন্তোষজনক উত্তৰ শৰ্মাৰ পৰা নোপোৱা হ'লে পলমকৈ যোৱা শৰ্মাৰ কলিকতাত এম এ পঢ়া নহ'লহেঁতেন। আমৰ্হাষ্ট ষ্ট্ৰীটত থকা অসমীয়া ছাত্ৰৰ মেছত থকাৰ ব্যৱস্থা কৰি দিলে বিনন্দচন্দ্ৰ বৰুৱাই (ধ্বনি কবি)। কিছুদিন অসম ভেলীৰ ইন্সপেক্টৰ হৈ থকা চাহাব এজন প্ৰেচিডেন্সী কলেজৰ অধ্যক্ষ আছিল। তেওঁ শৰ্মাৰ লগত কথা-বাৰ্তা হৈ সন্তোষ পাই ক'লে — I must do you a good turn. সেইসময়ত স্নাতকোত্তৰ ছাত্ৰ ইডেন হোষ্টেলত থকাৰ ব্যৱস্থা নথকাতো শৰ্মাক সুকণ্ডা উলিয়াই হোষ্টেলত থকাৰ ব্যৱস্থা কৰি দিলে। তেওঁ কম্বলৰ ওপৰত বিছনা চাদৰ পাৰি শুইছিল। লেপ নাছিল, দ্বিতীয় জাৰত লেপ এখন কৰাই লৈছিল। এযোৰ মাত্ৰ চেণ্ডেল আছিল যদিও ক্লাছলৈ শুদা ভৰিৰেই গৈছিল। হোষ্টেলৰ অধ্যক্ষ আছিল গিৰিজা প্ৰসাদ মজুমদাৰ। কটনৰ সংস্কৃত শিক্ষক লক্ষ্মীনাৰায়ণ শাস্ত্ৰীৰ চিঠিৰপৰা শৰ্মা সংস্কৃতৰ ভাল ছাত্ৰ বুলি জানি তেওঁৰ ঘৰলৈ মাতি মৰম-চেনেহ কৰাৰ উপৰি গ্ৰন্থ সম্পাদনা (বিশেষকৈ 'উপবন বিনোদ' নামৰ সংস্কৃত গ্ৰন্থ)ত সহায় কৰি দিছিল। তেওঁ দুৰ্গাধৰ বৰকটকীক (মুনীন বৰকটকী আৰু সত্যেন বৰকটকীৰ পিতৃ) মহাভাৰতৰ আৰ্হি-কাকত চাই সহায় কৰি দি সামান্য উপাৰ্জন কৰিছিল। স্কটিছ চাৰ্চ কলেজিয়েট স্কুলৰ সেই সময়ৰ প্ৰধান শিক্ষক আৰু ডাঙৰ

হোষ্টেলৰ অধীক্ষক যতীন্দ্রনাথ দুৱৰাই পৰিচয় কৰি দিয়া কেইবাটাও ছপাশালৰ আৰ্হি-কাকত চোৱাৰ উপৰি বেংগল কেমিকেলৰ কেটেলগৰ আৰ্হি-কাকত চোৱাৰ বাবে মাননি পাইছিল। কমলাকান্ত ভট্টাচাৰ্যৰ কিতাপৰ আৰ্হি-কাকত চোৱাৰ উপৰিও টিউশ্বন কৰি সামান্য অৰ্থ উপাৰ্জন কৰিছিল। মাৰ্টিন কোম্পানীত কাম কৰা অম্বিকানাথ বৰাই তেওঁক সহায় কৰিছিল। ইডেন হোষ্টেল লাইব্ৰেৰীৰ কাষতে হোৱাত তেওঁৰ বাবে লাইব্ৰেৰীটো চ'ৰাঘৰৰ নিচিনা হ'ল। লগতে ইম্পেৰিয়েল লাইব্ৰেৰীৰ (বৰ্তমান নেশ্বনেল লাইব্ৰেৰী) পুথিভঁৰালী চিপমান চাহাবৰ লগত বেণুধৰ শৰ্মাই চিনাকি কৰাই দিছিল। তেওঁৰ ভাষাত — "কলিকতাত থাকোঁতে মই সময়ৰ সম্পূৰ্ণ ব্যৱহাৰ কৰিছিলোঁ। গোটেই দিনটো লাইব্ৰেৰী আৰু ক্লাছত গৈছিল (যাওঁতে যাওঁতে বাটত)।" যজ্ঞেশ্বৰ শৰ্মাই কলিকতা বিশ্ববিদ্যালয় আৰু প্ৰেচিডেন্সী কলেজত অধ্যাপকৰূপে পাইছিল — ড° সৰ্বপল্লী ৰাধাকৃষ্ণণ, ড° চি ভি ৰমন, ড° পি চি ৰয়, ড° সুনীতি কুমাৰ চট্টোপাধ্যায়, অধ্যাপক প্ৰফুল্লচন্দ্ৰ ঘোষ, ড° শ্ৰীকুমাৰ বন্দোপাধ্যায় আদিক।

কলিকতাত থকা কালত 'মানময়ী গাৰ্লছ্' নামে এখন কথাছবি (নিৰ্বাক) প্ৰথমে তেওঁ চাইছিল। বিলাতৰপৰা অহা ইংৰাজী কথাছবিৰ উপৰি তেওঁ থিয়েটাৰো চাইছিল। শিশিৰ কুমাৰ ভাদুৰীৰ ৰামৰ অভিনয় চাবলৈ নিছিল মহাদেৱ শৰ্মাই; সত্যেন্দ্ৰ বৰকটকীয়ে বিখ্যাত নৃত্যপটীয়সী আনা পাভলোভাৰ নৃত্য উপভোগ কৰাত সহায় কৰিছিল। মহাকবিৰ ডাণ্টৰ কাব্যৰ চিনেমা চাবলৈ নিছিল Creative teacher নামে খ্যাত অধ্যাপক পঞ্চানন গাংগুলীয়ে। কলিকতাৰ Poetry Society-ৰ তেওঁ ছাত্ৰ সভ্য হৈ (সেই সময়ৰ সভাপতি আছিল ইংৰাজীৰ প্ৰধান অধ্যাপক জয় গোপাল বন্দোপাধ্যায়) জ্ঞান-গভীৰ বক্তৃতা শুনি উপকৃত হৈছিল। ব্ৰাহ্ম সমাজৰ শতবাৰ্ষিকীত (১৯২৮), ৰবীন্দ্ৰনাথৰ 'অয়ি ভুবন মোহিনী' গীতো শুনাৰ সৌভাগ্য হৈছিল তেওঁৰ।

এবছৰ ইডেন হোষ্টেলত থকাৰ পিছত তেওঁ দুৰ্গাধৰ বৰকটকীৰ ভাৰা ঘৰত ছাত্ৰৰ মেছলৈ আহিল। তাতো অৰ্থ উপাৰ্জনৰ বাবে এফালে যুঁজ-বাগৰ আনফালে অধ্যয়ন সমানে চলাইছিল যদিও পৰীক্ষাৰ ফিজ ১২০.০০ টকা কোনোমতে গোট নাখায়। কথাটো দুৰ্গাধৰ বৰকটকীয়ে গম পাই ফিজৰ টকাখিনি তেওঁ শৰ্মাক দিলে। ইয়াৰ বিনিময়ত শৰ্মাই বৰকটকীক গ্ৰন্থ ছপা কাৰ্যত সহায় কৰিছিল। ১৯২৯ চনৰ জানুৱাৰী মাহত দুৰ্গাধৰ বৰকটকী অসমলৈ গুচি অহাত পানীত হাঁহ নচৰা অৱস্থাত পৰা শৰ্মাক পৰেশ বৰুৱা (হাউচ চাৰ্জন) থকা কোঠাতে থাকিবলৈ দিলে। শৰ্মাৰ ভাষাত —

" তেওঁ ঘৰ নিদিয়া হ'লে মই বৰ চিন্তাত পৰিব লাগিলহেঁতেন।"

১৯২৯ চনত প্ৰেচিডেন্সী কলেজৰ ইংৰাজী বিষয়ৰ একমাত্ৰ অসমীয়া ছাত্ৰ যজ্ঞেশ্বৰ শৰ্মা এম এ পৰীক্ষাত উত্তীৰ্ণ হ'ল। এম এ পাছ কৰাৰ পাছতেই কলিকতা বিশ্ববিদ্যালয়ৰ ইংৰাজী বিষয়ৰ প্ৰধান অধ্যাপক জয় গোপাল বন্দোপাধ্যায়ে তেওঁক প্ৰশংসা-পত্ৰ দিয়াৰ উপৰি Political Ideas of Wordsworth and Shelly শীৰ্ষক বিষয়ত গৱেষণা কৰিবৰ বাবে উপযুক্ত বুলি এখন প্ৰমাণ দি গৱেষণা-কাৰ্যত মনোনিৱেশ কৰিবলৈ পৰামৰ্শ দিলে। সেই সময়ত স্নাতকোত্তৰ গৱেষণাৰ বাবে অসম চৰকাৰে দিয়া এটা বৃত্তি আছিল। অৱশ্যে বৃত্তিৰ বাবে বিজ্ঞাপন দিয়া নহৈছিল। শৰ্মাই কানিংহাম চাহাবৰ লগত যোগাযোগ কৰোঁতেহে গম পালে যে সেই বছৰ বৃত্তিটো শ্ৰীহট্টৰ দৰ্শনত এম এ পাছ কৰা এজন ছাত্ৰক ইতিমধ্যে দিয়া হৈছে। একান্ত ইচ্ছা থকা সত্ত্বেও আৰ্থিক অৱস্থাৰ বাবেই শৰ্মা গৱেষণা-কাৰ্যত থমকি ৰ'বলগীয়া হ'ল।

১৯২৯ চনৰ ডিচেম্বৰ মাহৰ ৫ তাৰিখে মাহে ৭৫.০০ টকা বেতনত (স্নাতক শিক্ষকৰ দৰ্মহা আছিল ৭৫.০০ টকা, এম এ পাছ শিক্ষককো স্নাতক বুলি ধৰা হৈছিল) যোৰহাট গভৰ্ণমেণ্ট হাইস্কুলত অস্থায়ীভাবে ইংৰাজী বিষয়ৰ শিক্ষকৰূপে নিযুক্ত হ'ল। তেতিয়া প্ৰধান শিক্ষক আছিল ঘনকান্ত বৰুৱা, সহকাৰী প্ৰধান শিক্ষক আছিল জেহিৰুদ্দিন আহমদ। স্কুলত ইংৰাজীত এম এ পাছ শিক্ষক পাই কোনোবা এজন ছাত্ৰই হেনো ৰবাৰ টেঙাৰ ইংৰাজী কি বুলি তেওঁক প্ৰশ্ন সুধিছিল। তেওঁ যথাযথ উত্তৰ দি সিহঁতক Folk Tales of Assam পঢ়িবলৈ কৈছিল, ল'ৰাহঁতে কোনোমতে সংগ্ৰহ কৰি তেওঁক দেখুৱালে, শৰ্মাই গোটেইখন কিতাপ পঢ়িবলৈ ছাত্ৰসকলক উদগনি দিলে। বিদ্যালয়ত

শিক্ষকতাৰ কালছোৱাত ছাত্ৰৰ লগত একাত্মতা স্থাপনেৰে শিক্ষাদান কৰি তেওঁ তৃপ্তি পাইছিল। প্ৰথম দৰ্মহাৰ পইচাৰে কম দামৰ এটা গৰমকোট কিনি তাৰ জেপতে দৰ্মহাৰ টকা লৈ হেনো ঘৰলৈ গৈছিল। তিনিমাহ শিক্ষকতা কৰাৰ পিছতেই চাকৰিৰ কাৰ্যকাল শেষ হোৱাত আইন পঢ়াৰ মানসেৰে গুৱাহাটীলৈ গৈ দুৰ্গেশ্বৰ শৰ্মাৰ গুৱাহাটীৰ বাসভৱনতে থাকিবলৈ ল'লে। তাত থাকোঁতেই ১৯৩০ চনত যোৰহাটত অসমৰ তৃতীয়খন কলেজ আৰু প্ৰথমখন বেচৰকাৰী কলেজ স্থাপন কৰিবৰ কাৰণে তুলসী নাৰায়ণ শৰ্মাই দুৰ্গেশ্বৰ শৰ্মালৈ তাঁৰ-বাৰ্তা দিলে — Kindly send Jajneswar for new Jorhat College immediately সেই চনৰ আগষ্ট মাহৰ ৩০ তাৰিখে তেওঁ 'আপাৰ আছাম' কলেজত যোগদান কৰিলে। 'আপাৰ আছাম' কলেজত যোগদানৰ লগে লগে শৰ্মাৰ গুপ্ত অভিলাষটিও পূৰ হ'ল। তেওঁৰ ভাষাত "মোৰ জীৱনৰ এটা গুপ্ত অভিলাষ আছিল, মানুহে হাঁহে বুলি কোৱা নাছিলোঁ। সেইটি হৈছে কলেজৰ অধ্যাপক হোৱাৰ। এই কাৰণে মোৰ জীৱনত অৱস্থাৰ লগত কঠোৰ যুঁজ কৰিব লগা হৈছিল। (হামদৈ, স্মৃতি গ্ৰন্থ, বগাৰ গাঁও চৰকাৰী নিম্ন বুনিয়াদী বিদ্যালয়, ১৯৯৮)। নানা প্ৰতিকূল অৱস্থা আৰু 'আপাৰ আছাম' কলেজ প্ৰতিষ্ঠাত চৰকাৰৰ অসহযোগ সত্ত্বেও শৰ্মাই শিক্ষাদানৰ সংকল্পকে ল'লে। 'আপাৰ আছাম' কলেজ 'জগন্নাথ বৰুৱা' কলেজ হ'স। কলেজখনৰ প্ৰতিষ্ঠাৰ অভিজ্ঞতা সম্পৰ্কে শৰ্মাই লিখা প্ৰবন্ধ এটা ৰচনাৱলীত সন্নিবিষ্ট হৈছে। জগন্নাথ বৰুৱা কলেজত সহকৰ্মীৰূপে পালে গুণগোবিন্দ দত্ত, প্ৰফুল্লপ্ৰাণ চাংকাকতী, ফণীধৰ দত্তক। তিনিওজনে বুৰঞ্জী, তৰ্কবিজ্ঞান আৰু গণিত বিষয়ত বিনা বেতনে শিক্ষা দিবলৈ গাত ল'লে। প্ৰফুল্লপ্ৰাণ চাংকাকতী আৰু শৰ্মাদেৱক দেৱেশ্বৰ শৰ্মাই এবছৰৰ কাৰণে বেতন দিবলৈ চন্দ্ৰকান্ত সন্দিকৈ ভৱনত হোৱা সভাতে ঘোষণা কৰিলে। সেই সভাতে কৃষ্ণকান্ত সন্দিকৈক অধ্যক্ষৰ দায়িত্ব দিবলৈ ৰাজহুৱা প্ৰস্তাৱ গৃহীত হ'ল। শৰ্মাৰ আত্মজীৱনী 'যাওঁতে যাওঁতে বাট'-ত ইয়াৰ বিস্তৃত বিৱৰণ আছে। জগন্নাথ বৰুৱা কলেজত তেওঁ ইংৰাজীৰ লগতে অসমীয়াও পঢ়াবলগীয়া হৈছিল।

১৯৩৩ চনত দক্ষিণপাট সত্ৰৰ গোসাঁইৰ মুক্তিয়াৰ সংস্কৃত পণ্ডিত আনন্দৰাম ভট্টাচাৰ্যৰ কন্যা ব্ৰজবালা দেৱীৰ লগত শৰ্মাৰ বিবাহ সম্পন্ন হয় দুৰ্গেশ্বৰ শৰ্মাৰ মধ্যস্থতাত। বিয়াৰ পিছত ব্ৰজবালাই প্ৰবেশিকা পৰীক্ষা দি অসমীয়াত লেটাৰ আৰু অসম উপত্যকাৰ ভিতৰত বুৰঞ্জীত সৰ্বাধিক নম্বৰ পাই জগন্নাথ বৰুৱা কলেজৰ প্ৰথম দলৰ ছাত্ৰীৰ এগৰাকী হৈছিল।

১৯৪০ চনৰ জুলাই মাহত তেওঁ জগন্নাথ বৰুৱা কলেজৰপৰা গৈ শ্ৰীহট্টৰ মুৰাৰি চান্দ কলেজত যোগ দিযে। তাত এবছৰ কাৰ্যকাল সম্পূৰ্ণ নৌ হওঁতেই ড° সূৰ্যকুমাৰ ভূঞাই ছুটী লোৱাত কিছুদিন কটন কলেজত অধ্যাপনা কৰি ১৯৪২ চনত পুনৰ জগন্নাথ বৰুৱা কলেজত ইংৰাজীৰ অধ্যাপকৰূপে যোগ দিয়ে। সেই বছৰতে শৰ্মাৰ পিতৃ-বিয়োগ হয়।

১৯৪৪ চনত নগঞা ৰাইজৰ অনুৰোধত ন-কৈ স্থাপন হোৱা 'নগাঁও কলেজ'ৰ অধ্যক্ষৰ দায়িত্ব গ্ৰহণ কৰে। তেওঁৰ ভাষাত অধ্যাপকালিৰ পৰা তেওঁ অধ্যক্ষ যজ্ঞেশ্বৰ শৰ্মা হ'ল যদিও জ্ঞানস্পৃহা আৰু ৰসস্পৃহাত তেওঁ আজীৱন অধ্যাপক হৈয়ে ৰ'ল। অধ্যক্ষৰ কালছোৱাত শিক্ষাবিদগৰাকীৰ চিন্তা-চেতনাৰ উমান পোৱা যায় ১৯৫১ চনত ডিব্ৰুগড়ত অনুষ্ঠিত অসম কলেজ শিক্ষক সংস্থাৰ সভাপতিৰ অভিভাষণৰ মাজত। জীৱনৰ সুদীৰ্ঘ পৰিক্ৰমাত যজ্ঞেশ্বৰ শৰ্মা আদৰ্শ শিক্ষক হৈয়ে ৰ'ল। ১৯৬৮ চনত প্ৰায় ৩৭ বছৰৰো অধিক কাল শিক্ষাদানৰ লগত সম্পৃক্ত হৈ তেওঁ আনুষ্ঠানিকভাৱে কৰ্মজীৱনৰ ইতি কৰিলে। ১৯৫১ চনত অসম কলেজ শিক্ষক সংস্থাৰ সভাপতিৰ আসন অলংকৃত কৰি তেওঁ কৈছিল — বৃহৎ পকী ঘৰ, ডাঙৰ পুথিভঁৰাল, পৰিচালনা সমিতিৰ ভব্য-গব্য সদস্যই কলেজ ডাঙৰ নকৰে, কৰে শিক্ষকৰ মৰ্যাদা, সততা, সাহস আৰু অধ্যয়নশীলতাইহে। আধৰুৱা নহৈ সম্পূৰ্ণ শিক্ষক হৈ ৰাজনীতিকৰ গাত ভেঁজা নিদি নিজক শক্তিশালীভাৱে প্ৰতিষ্ঠা কৰিবলৈ শিক্ষকসকলক আহ্বান জনাইছিল। কলেজ পৰিচালনা সমিতিবোৰৰ মূৰৰ ওপৰত জাপি দিয়া ৰাজনৈতিক নেতা-পালিনেতাৰ বীৰা খেদাবলৈ কলেজ শিক্ষক সংস্থাক আহ্বান জনাইছিল। ইয়াৰ আগতে ১৯৪৯ চনত নগাঁৱত অনুষ্ঠিত সংস্থাৰ প্ৰতিষ্ঠা সন্মিলনৰ আদৰণী সমিতিৰ সভাপতি আছিল যদিও ভাষণখন সন্নিবিষ্ট কৰিব পৰা নহ'ল। ◆

১৯৭৬ চনত অসম সাহিত্য সভাৰ ত্ৰিচত্বাৰিংশ টিহ অধিৱেশনৰ সভাপতিৰূপে শৰ্মা নিৰ্বাচিত হয়। বিজ্ঞান, দৰ্শন, সাহিত্যৰ তাত্ত্বিক কথা সৰ্বসাধাৰণৰ বোধগম্য হোৱাকৈ এলানি পৰিচয় গ্ৰন্থ মালা প্ৰকাশ, সংহতি-সম্প্ৰীতি দৃঢ় কৰিবৰ কাৰণে জনগোষ্ঠীয় ভাষাৰ বিবিধ গ্ৰন্থ প্ৰকাশ কৰি শৰ্মাই সভাক গতিশীল নেতৃত্ব দিবলৈ সমৰ্থ হয়। ১৯৮৯ চনত অসম সাহিত্য সভাই 'সাহিত্যাচাৰ্য' উপাধি প্ৰদান কৰি সন্মান জনায়। এই বিৰল সন্মান গ্ৰহণ কৰি দিয়া ভাষণটি ৰচনাৱলীত সন্নিৱিষ্ট হৈছে। ১৯৯৬ চনত আনন্দৰাম বৰুৱা ভাষা কলা-সংস্কৃতি সংস্থাই শৰ্মাক 'আনন্দৰাম বৰুৱা বঁটা'-ৰে সন্মানিত কৰে আৰু শৰ্মাৰ প্ৰতি শ্ৰদ্ধা জনাই তেওঁৰ নিৰ্বাচিত প্ৰবন্ধৰ এটি সুন্দৰ সংকলন প্ৰকাশ কৰি জাতীয় দায়িত্ব পালন কৰে।

শ্ৰৱণশক্তি, দৃষ্টিশক্তি হেৰুৱাই শাৰীৰিকভাৱে অক্ষম হৈয়ো সতেজ স্মৃতিশক্তিৰ অধিকাৰী, অন্তিম মুহূৰ্তলৈকে শ্ৰুতলেখকৰ যোগেদি সাহিত্য-চৰ্চা কৰি সাহিত্যাচাৰ্য যজ্ঞেশ্বৰ শৰ্মা অসমীয়া ভাষা-সাহিত্য-সংস্কৃতি-শিক্ষাজগতৰ সুদীৰ্ঘ ইতিহাসত আৰু লগতে জ্ঞানতৃষ্ণা আৰু ৰসতৃষ্ণাৰ সুষম সমন্বয় সাধনত অনুপম ব্যতিক্ৰম হৈ ৰ'ল। এফালে তেওঁ জ্ঞান-পিপাসু আনফালে ৰসপিপাসু, এফালে পাণ্ডিত্যৰ বৈদগ্ধ্য আনফালে নিৰভিমানী, এফালে তেওঁৰ ৰচনাত ভাৱৰ পৰিপূৰ্ণ গভীৰতা, আনফালে ব্যঞ্জনা, এফালে আছে ইংগিতধৰ্মিতা আনফালে আছে বুদ্ধিমত্তা, এফালে চিৎবৃত্তি আনফালে হৃদবৃত্তি, একালে ৰসাস্বাদনৰ আনন্দ, আনফালে ৰসাস্বাদনৰ আনন্দ দান, এফালে ভাৱনাৰ দীপ্তি আনফালে যুক্তিৰ দৃঢ়পিনদ্ধতা, এফালে বক্তব্যৰ সংক্ষিপ্ততা, আনফালে আছে ব্যঞ্জনাৰ ইন্দ্ৰধনুচ্ছতা। তেওঁৰ ভাষাৰেই কওঁ শৰ্মাৰ ভাষাত ব্যৱহৃত শব্দ, বাক্য সৰল আৰু বিধবা। অধ্যয়নবিলাসী শৰ্মাৰ বিচৰণ ক্ষেত্ৰ হ'ল — গীতা উপনিষদৰপৰা কালিদাস-ভৱভূতিলৈকে, চৰ্যাপদৰপৰা কীৰ্তন-ঘোষা, ৰত্নাৱলী, কোৰান, বাইবেললৈকে, শ্বেক্সপীয়েৰৰপৰা জেমছজয়েছলৈকে, বেজবৰুৱাৰপৰা সাম্প্ৰতিক কালৰ লেখকলৈকে, সমাজৰ এটা অৱস্থাৰপৰা আন এটা অৱস্থালৈ, মনৰ এটা স্তৰৰপৰা আন এটা স্তৰলৈ, লোকবিশ্বাসৰপৰা যুক্তিলৈ সততে পৰিভ্ৰমণ কৰি সমন্বিত গুণৰ অধিকাৰী সাহিত্যাচাৰ্য শৰ্মাৰ সাহিত্যিক জীৱন আৰম্ভ হৈছে গজালি লেখকৰূপে 'বাঁহী'-ৰ পাতৰ মাজেদি, ওৰ পৰিছে 'প্ৰান্তিক', 'গৰীয়সী', 'অগ্ৰদূত' আদি কাকত-আলোচনীৰ বুকুত মহীৰূঢ়ৰূপে।

যোৰহাট গভৰ্ণমেণ্ট হাইস্কুলৰ হাতেলিখা আলোচনী 'চুপহি', 'প্ৰতিভা' আৰু 'অংকুৰ'-ৰ তেওঁ কেবাবছৰো সম্পাদক আছিল। এই হাতেলিখা আলোচনীতে তেওঁৰ সাহিত্য-সেৱাৰ সিদ্ধি বস্তু হয়। হাতেলিখা আলোচনীত ওলোৱা উল্লেখযোগ্য প্ৰবন্ধ হ'ল — বুকাৰ ওৱাছিংটনৰ জীৱনী, লোকমান্য বালগংগাধৰ তিলক, মদনমোহন মালব্য, অৰবিন্দ ঘোষ, চিত্তৰঞ্জন দাস, বাহাৰাম মালাধাৰী প্ৰধান। এয়াই শৰ্মাৰ প্ৰথম লেখা, ইয়াৰ ভিতৰত লোকমান্য তিলক প্ৰবন্ধটো ৫ম বছৰ, ২য় সংখ্যা 'মিলন'ত প্ৰকাশ হৈছিল, তিলক নামেৰে, চিত্তৰঞ্জন দাস দেশবন্ধু চিত্তৰঞ্জন দাস নামেৰে ৩য় বছৰ প্ৰথম সংখ্যা 'চেতনা'-ত আৰু সাধক শ্ৰীযুত অৰবিন্দ ঘোষ চেতনা, ৩য় বছৰ, ১ম সংখ্যাত প্ৰকাশ হৈছিল। কেয়োটা প্ৰবন্ধ ৰচনাৱলীত সন্নিৱিষ্ট হৈছে। আনকেইটা প্ৰবন্ধ ঢুকি পোৱা নহ'ল। কিন্তু তেওঁৰ প্ৰথম মুদ্ৰিত ৰচনা হ'ল দশম বছৰ, ১২শ সংখ্যা (১৮৪২ শক) 'বাঁহী'-ত এটা বিদেশী গল্পৰ ছাঁ লৈ লিখা 'দিনৰ সপোন' নামৰ কথাকবিতা এটাহে। কথা কবিতাটোক শৰ্মাই অৱশ্যে প্ৰবন্ধ বুলিহে উল্লেখ কৰিছে সংস্কৃতত প্ৰবন্ধ শব্দই কবিতাকো সামৰা বাবে। কথাকবিতাটো ৰচনাৱলীত অন্তৰ্ভুক্ত হৈছে। 'বাঁহী'ত দিনৰ সপোন প্ৰকাশ হোৱাৰ বাবে বেজবৰুৱাই 'গজালি লেখক' শৰ্মাক 'কদমকলি' এখন উপহাৰ দি যদু কৰিক হৈছিল "এই ল'ৰাটিয়ে ভৱিষ্যতে যত্ন কৰিলে লেখিব পাৰিব (দিখৌ পাৰৰ যদু কবি)।" লগতে কৈছিল, "তোমাৰ নামটো আৰু লেখা দেখি তুমি শকত-আৱত ল'ৰা বুলি ভাবিছিলোঁ। ইমান খীণ বুলি ভবা নাছিলোঁ। অলপ শকত হোৱা আৰু লেখাৰ অভ্যাস নেৰিবা।" সেই সময়তেই তেওঁ মহাত্মা গান্ধীৰ Guide to Health গ্ৰন্থ আৰু বুকাৰ ওৱাছিংটনৰ Up from slavery গ্ৰন্থ অসমীয়ালৈ অনুবাদ কৰি দুয়োখন গ্ৰন্থ চেতনাত প্ৰকাশৰ বাবে পঠিয়াইছিল। ইয়াৰ ভিতৰত Up from slavey গ্ৰন্থৰ অনুদিত দুটা খণ্ড চেতনাত প্ৰকাশ পাইছিল। কিন্তু চেতনা প্ৰেছত জুই লগাত আন আন বস্তুৰ লগতে অনুবাদখিনিও নষ্ট হ'ল। মহাত্মা গান্ধীৰ Guide to Health-ৰ এটা অংশ উদ্ধাৰ

কৰি ৰচনাৱলীত অন্তৰ্ভুক্ত কৰা হৈছে। বহুত চেষ্টা কৰিও সম্পূৰ্ণৰূপত সংগ্ৰহ কৰিব পৰা নহ'ল। বিদ্যালয়ত পঢ়ি থাকোঁতেই (নৱম শ্ৰেণী) এটি ফৰাচী চুটি গল্প 'সেউজীয়া শনি' নাম দি অসমীয়ালৈ অনুবাদ কৰি 'বাঁহী'-ত প্ৰকাশৰ বাবে পঠিয়াইছিল। 'বাঁহী'-ত গল্পটো বিচাৰি পোৱা নগ'ল।

কটন কলেজত পঢ়ি থাকোঁতে এ.এছ.এল ক্লাব (কটন শাখা)ৰ হাতে লিখা আলোচনী 'সেউতী'-ত শৰ্মাই ভালেমান প্ৰবন্ধ লিখিছিল। ১৯২৩ চনত প্ৰথম প্ৰকাশিত নিচেই ক্ষুদ্ৰ আকাৰৰ কটন কলেজ আলোচনীত ছাত্ৰৰ প্ৰবন্ধ বৰকৈ ওলোৱা নাছিল। শৰ্মাই কটন কলেজ আলোচনীত মেটাৰলিংকৰ নাটকৰ বিষয়ে এটা প্ৰবন্ধ লিখিছিল। সেই সময়তেই ফৰাচী আৰু ৰুচ সাহিত্যৰ ভালেখিনি গ্ৰন্থ-অনুবাদ কৰি বিপিনচন্দ্ৰ বৰুৱাক দিছিল। তেওঁৰ ছপাশালৰপৰা ওলোৱা গল্প চিৰিজত সেইবোৰ প্ৰকাশ হৈছিল যদিও সেই সকলোখিনি সম্প্ৰতি দুষ্প্ৰাপ্য। তেওঁৰ মতে সেই সময়ত অনুবাদেই আছিল তেওঁৰ একমাত্ৰ সাহিত্য-কৰ্ম। বিদ্যালয়ৰ ছাত্ৰ অৱস্থাতে সাহিত্যিক জীৱনৰ পাতনি মেলা শৰ্মাই ঈশ্বৰ প্ৰেমত বাউল হোৱা ভকতৰ দৰে জ্ঞানান্বেষণৰ প্ৰতি অত্যধিক শ্ৰদ্ধাশীল হোৱাৰ বাবেই সৰস্বতীৰ বৰ স্বৰূপ বিশাল ভঁৰালটিৰ অধিকাৰী হৈ জগন্নাথ বৰুৱা কলেজত পণ্ডিতপ্ৰবৰ কৃষ্ণকান্ত সন্দিকৈৰ সান্নিধ্য লাভ কৰি সৰস্বতী প্ৰদত্ত ভঁৰালটিক বিশেষ আযতন দিবলৈ সুযোগ পালে। জ্ঞানৰ শলিতা জ্বলাই জগন্নাথ বৰুৱা কলেজক জকমকীয়া কৰাৰ লগতে নিজৰ বৌদ্ধিক জীৱনকো দিছিল বিশেষ মাত্ৰা। এই বিশেষ মাত্ৰা অৰ্থাৎ ড° যোগেন্দ্ৰনাৰায়ণ ভূঞাৰ ভাষা ধাৰ কৰি ক'ব পাৰি সংঘটন-অঘটনে শৰ্মাক বিদ্যায়তনিক জগতত মূৰ জিলিকা কৰিলে। তেওঁ পোনতে (১৯৩২) ৰত্নকান্ত বৰকাকতীৰ 'শেৱালি'-ৰ পৰিক্ৰমা লিখি ইংৰাজী আৰু সংস্কৃত কাব্য সাহিত্যৰ পোহৰত শেৱালি কবিজনাক ৰজনজনা কৰিলে। (ড° বাণীকান্ত কাকতিৰ ভাষাত এটকা-দুৱনা লিখিলে)। 'শেৱালি'-ৰ পৰিক্ৰমাই বৰকাকতিকেই কবিৰূপে অচলা প্ৰতিষ্ঠা দিয়া নাছিল। অধ্যাপক যজ্ঞেশ্বৰ শৰ্মাকো সাহিত্য-সমালোচকৰূপে সুপৰিচিত আৰু সুপ্ৰতিষ্ঠিত কৰিছিল" বুলি ড° যোগেন্দ্ৰনাৰায়ণ ভূঞাই 'যজ্ঞেশ্বৰ শৰ্মা : জীৱনী আৰু প্ৰতিভা' গ্ৰন্থত উল্লেখ কৰিছে। অধ্যয়নৰ ব্যাপ্তিৰ তুলনাত সাহিত্য জগতলৈ বৰঙণি কম বুলি আনে কওক-নকওক শৰ্মাই নিজে এই কথা স্বীকাৰ কৰিছে। তেওঁৰ মতে বিদ্যালয়ত পঢ়ি থকা অৱস্থাত লিখিবলৈ আৰম্ভ কৰিছিল যদিও কলেজত পঢ়া-শুনাত অধিক মনোযোগ দিয়াৰ কাৰণে সাহিত্য-চৰ্চা কমি গ'ল। দ্বিতীয়তে অধ্যাপকৰূপে অধ্যয়ন-অধ্যাপনাত অধিক সময ব্যয কৰিবলগীয়া হোৱাটোও এটা কাৰণ। তেওঁৰ নিজৰ ভাষাত " জগন্নাথ বৰুৱা কলেজত যেতিয়া কাম কৰোঁ তেতিয়াও পঢ়া-শুনাত বেছিকৈ মন দিলোঁ। সেই সময়ত যোৰহাটত আমাৰ অধ্যক্ষ আছিল পণ্ডিতপ্ৰবৰ কৃষ্ণকান্ত সন্দিকৈদেৱ। তেখেতৰপৰা সাহিত্য সম্বন্ধীয় ভালেখিনি কিতাপ-পত্ৰ পাইছিলোঁ আৰু বেলেগ বেলেগ সাহিত্যৰ বিষয়ে অধ্যযন কৰিছিলোঁ। বঙলা, ইংৰাজী আৰু ইউৰোপীয় নানা ভাষাৰ অনুবাদ গ্ৰন্থ, গ্ৰীক সাহিত্যে এইবিলাক অধ্যয়ন কৰোঁতে মোৰ বেছি সময় লৈছিল আৰু অধ্যাপনাত মই সদায় সময় দিছিলোঁ। অধ্যাপনাৰ কাম এৰি মই অন্য কাম কেতিয়াও নকৰিছিলোঁ (এক আপৰুগীয়া সাক্ষাৎকাৰ, গৰীয়সী, চতুৰ্থ বছৰ, দ্বিতীয় সংখ্যা)। সেয়েহে তেওঁ ড° ৰাধাকৃষ্ণণৰ ভাষাৰে প্ৰাণোচ্ছল ৰূপত শিক্ষাদান কৰি (spark giver) সহজ-সৰল জীৱন আৰু উচ্চচিন্তাৰে অনুপ্ৰাণিত অধ্যাপক হ'ব পাৰিছিল। স্থান-কালক অতিক্ৰম কৰি ছাত্ৰক বিষয়ৰ লগত একাত্মতা স্থাপনেৰে প্ৰমাৰ স্পৃহা বৃদ্ধি কৰি জ্ঞানক প্ৰজ্ঞালৈ ৰূপান্তৰ কৰিবলৈ প্ৰেৰণা যোগাইছিল। আনহাতে সেই সময়ত তেওঁ ইংৰাজী 'বি-গ্ৰুপ'-ত আৰু সংস্কৃতত এম.এ পঢ়াৰ প্ৰস্তুতিও সমান্তৰালভাৱে চলাবলগীয়া হোৱাত লেখা তল পৰিল।

জগন্নাথ বৰুৱা কলেজত অধ্যাপনা কৰি থাকোঁতেই আধুনিক অসমীয়া কবিতাৰ সুনিৰ্বাচিত এটা সংকলন উলিয়াবলৈ মনস্থ কৰি অসমৰ বিভিন্ন ঠাইৰ পৰা তিনিশমান কবিতা সংগ্ৰহ কৰিলে। সেই সময়ত আধুনিক অসমীয়া কবিতা সংগ্ৰহৰ বাবে অসম চৰকাৰে তিনিশ টকাৰ এটি পুৰস্কাৰ ঘোষণা কৰিছিল। শৰ্মাই নিৰ্বাচিত কবিতাৰ সংকলনটি পুৰস্কাৰৰ বাবে পঠিয়াইছিল। পুথি বছা সমিতিয়ে আৰু দুটা সংগ্ৰহ পাইছিল : এটা ডিম্বেশ্বৰ নেওগৰ আৰুটো অতুলচন্দ্ৰ

হাজৰিকাৰ। বিচাৰত এটা ভোট বেছি পাই ডিম্বেশ্বৰ নেওগৰ 'কাব্য প্ৰতিভা' পুৰস্কাৰৰ বাবে নিৰ্বাচিত হ'ল।

১৯৩৭ চনত শৰ্মাই তেওঁৰ সংকলনখন 'শতপত্ৰ' নাম দি প্ৰকাশ কৰে ছাত্ৰ-ছাত্ৰীৰ লগতে সাধাৰণ পাঠকৰ আগ্ৰহ আৰু আনন্দ দানৰ বাবে। অসমীয়া ভাষাত উৎকৃষ্ট কবিতা সংকলনৰ অভাৱ অনুভৱ, বেজবৰুৱা, ড° বাণীকান্ত কাকতিৰ উৎসাহ, কটন কলেজ হোষ্টেলৰ একেটা কোঠাৰ আবাসী ৰবীন্দ্ৰভক্ত সুখেন্দ্ৰ মোহন গংগোপাধ্যায়ৰ অনুপ্ৰেৰণাই 'শতপত্ৰ'-ৰ চেৰাশালি। প্ৰথম সংস্কৰণ প্ৰকাশৰ সময়ত তেওঁ নিশ্চয় এশ কবিতাৰ সংকলনৰ কথাই ভাৱিছিল। প্ৰচ্ছদ-পত্ৰত তেওঁ কৈছে — an anthology of one hundred modern Assamese lyrics selected, arranged and annotated by Jajneswar Sarma M A , Professor of English and Assamese, Jorhat College কিন্তু, দ্বিতীয় সংস্কৰণত মাধৱদেৱৰ বৰগীতৰ প্ৰভাত বৰ্ণন প্ৰসংগত বৰ্ণিত "শতপত্ৰ বিকশিত ভ্ৰমৰ উৰয়" গীতৰ বাক্যাংশই 'শতপত্ৰ' নামকৰণৰ গুৰি, এশ কবিতা থকাৰ বাবে নহয় বুলি কৈছে। আৰ্হি পেলগ্ৰেভৰ Golden Treasury, "সোণৰ ভঁৰাল যে সোণৰেই" বুলি উল্লেখ কৰি দ্বিতীয় সংস্কৰণত কৈছে — "আধুনিক অসমীয়া কবিতা পেলগ্ৰেভৰ জোলপৰ পৰা ওলোৱা বুলি এজন বন্ধুৱে কৈছিল তেওঁক প্ৰতিবাদ কৰা টান হ'ল।" কালজয়ী Golden Treasury-ক পৰৱৰ্তী কালৰ বিকল্প সংস্কৰণেও ম্লান কৰিব নোৱৰা, প্ৰাচ্য আৰু পাশ্চাত্য জগতত সুদূৰপ্ৰসাৰী প্ৰভাৱৰ কাৰ্যকুশলী কীৰ্তিত মোহিত হৈ শৰ্মাই — পেলগ্ৰেভৰ আৰ্হিত 'শতপত্ৰ'-ৰ কবিতাসমূহ বিষয় হিছাপে সজাইছে। কবিতাৰ নিৰ্বাচনত পেলগ্ৰেভ তেওঁৰ philosopher friend and guide হৈছে। Golden Treasury-ৰ পাতনিৰ উল্লিখন চাই পেলগ্ৰেভে গ্ৰহণ কৰা কবিতা নিৰ্বাচনৰ নীতি তেওঁ অনুকৰণ কৰিছে। কেৱল বৰ্ণনাত্মক কবিতা পৰাপক্ষত বাদ দিছে নাইবা তেনে অংশ নিলগাই বেলেগ পোছাকেৰে সজাইছে। ছন্দ আৰু তীব্ৰ অনুভূতিৰ লগতে গীতিধৰ্মিতাৰ ফালে দৃষ্টিপাত কৰিহে কবিতা বা কবিতাংশ বুটলি আনিছে। 'শতপত্ৰ'-ৰ দুই-এটা বকলাৰ আৰ্হি-কাকত বেজবৰুৱাই চাইছিল আৰু পাতনি এখনো লেখাৰ কথা আছিল, কিন্তু নজনাজনৰ ইচ্ছাত সেয়া হৈ নুঠিল। প্ৰথম সংস্কৰণত 'শতপত্ৰ'-ক আধুনিক অসমীয়া খণ্ড কবিতাৰ সংগ্ৰহ বুলি ক'লেও দ্বিতীয় সংস্কৰণত আধুনিক অসমীয়া কবিতাৰ সংগ্ৰহ বুলিছে। খণ্ড কবিতা শব্দটো ইংৰাজী Lyric অৰ্থত তেওঁ ব্যৱহাৰ কৰিছে। ৰসবোধত গুৰুত্ব দি দীঘলীয়া কবিতাৰ কোনো অংশ বাদ দিছে (ব্ৰহ্মপুত্ৰ, গড়গাঁও, দহিকতৰা ইত্যাদি) যদিও আনুভূতিক ঐক্য বজাই ৰাখি কবিতাংশ স্বয়ং সম্পূৰ্ণ কবিতাৰ মাজেৰেই ওলাইছে। "সুদক্ষ মালীৰ দৰে নানা ৰং আৰু আকাৰৰ পাহিৰ মাজৰ পৰা নিজৰ মনোমত পাহি কেইটি বুটলি আনি 'শতপত্ৰ'-ৰ এধাৰি মালা গাঁথি উলিয়াইছে (ড° নগেন শইকীয়া, জ্ঞানাশ্ৰয়ী ৰসাশ্ৰয়ী, প্ৰবন্ধ, ড° যোগেন্দ্ৰনাৰায়ণ ভূঞা সম্পাদিত 'যজ্ঞেশ্বৰ শৰ্মা ঃ জীৱন আৰু প্ৰতিভা')।

প্ৰথম সংস্কৰণৰ শেষৰ ফালে দিয়া টোকাত 'শতপত্ৰ'-ত অন্তৰ্ভুক্ত কবিতাৰ চয়নৰ ইংগিত দিছে, যেনে - বাগ্‌দেৱী বন্দনা কবিতাৰ সম্পৰ্কে কৈছে — "লেখকৰ লীলা কাব্যৰ আৰম্ভণ" কিন্তু দ্বিতীয় সংস্কৰণত কবি আৰু কবিতা সম্পৰ্কেহে মন্তব্য দিছে। উদ্ধৃতাংশৰ কথা কোৱা নাই। 'শতপত্ৰ'-ৰ প্ৰথম সংস্কৰণৰ টোকা যথাস্থানত ৰচনাৱলীত ঠাই দিয়া হৈছে। প্ৰথম সংস্কৰণৰ শেষৰ ফালে কবিতাৰ প্ৰথম ফাকি লৈ বৰ্ণানুক্ৰমত কবিতা আৰু কবিৰ এখন সূচী সন্নিবিষ্ট কৰিছে। প্ৰথম সংস্কৰণত প্ৰকাশিত উমেশচন্দ্ৰ চৌধুৰীৰ 'মাতৃভাষা', কমলেশ্বৰ চলিহাৰ 'কবিৰ প্ৰতি ফুল', গোপাল চন্দ্ৰ ভূঞাৰ 'কুলিৰ প্ৰতি', কমলাকান্ত (নন্দ) ভট্টাচাৰ্যৰ 'আন্ধাৰে আহিছে ঢাকি', বলুকান্ত বৰকাকতীৰ 'উন্মনা', সূৰ্যকুমাৰ ভূঞাৰ 'উতলা', বলুকান্ত বৰকাকতীৰ 'দুটি মানুহ', হেমচন্দ্ৰ গোস্বামীৰ 'আনন্দৰাম বৰুৱাৰ স্বৰ্গযাত্ৰা', হিতেশ্বৰ বৰবৰুৱাৰ কবি 'চেক্সপীৰ', পদ্মনাথ গোহাঞি বৰুৱাৰ 'মৰণ ভীতি', যমুনেশ্বৰী খাটনিয়াৰ 'নীৰৱে' দ্বিতীয় সংস্কৰণত বাদ দিয়া হৈছে, কিন্তু তৃতীয় সংস্কৰণত অন্তৰ্ভুক্ত হৈছে। শেষৰ ফালে কবি শৰ্মাৰ কবিতা 'দেৱতাৰ মৰণ' আৰু 'যথাপূৰ্বম্' দ্বিতীয় সংস্কৰণৰ পৰাহে 'শতপত্ৰ'-ত অন্তৰ্ভুক্ত হৈছে, প্ৰথম সংস্কৰণত চয়ন কৰা নাই। বেজবৰুৱাৰ 'বীণবৰাগী' কবিতাটো প্ৰথমে 'বাঁহী'ত প্ৰকাশ হৈছিল 'বৰাগী আৰু বীণ' নামেৰে। 'শতপত্ৰ'-ত 'বাঁহী'-ত প্ৰকাশিত ৰূপতে ৰাখিছে। চন্দ্ৰকুমাৰৰ

'মানৱ বন্দনা'-ত মূলৰ 'অৰ্ঘ্যপাদোদক'-ৰ ঠাইত 'পাদ্যঅৰ্ঘ্য' কৰাৰ কাৰণে শৰ্মাই সমালোচনাৰো সন্মুখীন হৈছিল।

অসমীয়া সাহিত্যত ভালেমান কবিতা-সংগ্ৰহ ওলাইছে যদিও 'শতপত্ৰ' অসমীয়া সাহিত্যত ওখ হৈ আছে। পেলগ্ৰেভৰ Golden Treasury-ৰ সমুখত ইংৰাজী সাহিত্যৰ আন সংগ্ৰহবোৰ যেনেকৈ নিষ্প্ৰভ, 'শতপত্ৰ'-ও অসমীয়া সাহিত্যত অদ্বিতীয়। সোণসেৰীয়া ভাষাৰে লিখা দ্বিতীয় সংস্কৰণৰ পাতনিখনে শৰ্মাৰ পাণ্ডিত্য বাৰিধিলে মনত পেলায়। হোমেন বৰগোহাঞিয়ে কৈছে — " 'শতপত্ৰ'-ৰ আগতে আৰু পাছতো কেবাখনো অসমীয়া কবিতা-সংগ্ৰহ ওলাইছে যদিও যজ্ঞেশ্বৰ শৰ্মাৰ 'শতপত্ৰ' আজিও বহুতো কাৰণত অদ্বিতীয় হৈ আছে। কবিতা-সংগ্ৰহখনৰ এটা প্ৰধান সম্পদ তথা আকৰ্ষণ হ'ল চমু অথচ পাণ্ডিত্যপূৰ্ণ পাতনিখন (জীৱনৰ পৰা আমি কি বিচাৰোঁ, পৃ ১০১-১০২, ২০০১)"। পাতনিখন প্ৰবন্ধাৱলী শিতানত অন্তৰ্ভুক্ত কৰা হৈছে। পাতনিখনত ভুৰুকাত হাতী ভৰাই কৈছে — "গোটেই গন্ধমাদনটো বলে নোৱাৰি। জাৰকালি নিয়ৰ পৰিলে শতপত্ৰও লেৰেলি যায়।" ৰুচি, ভাব, বিষয়, ৰূপ-ৰসৰ পৰিৱৰ্তনে আজি যিটো গ্ৰহণীয় বুলি বিবেচিত পৰৱৰ্তী কালত বৰ্জনীয়ও হ'ব পাৰে বুলিও শৰ্মাই সন্দেহ কৰিছে।

'লেফাফা' (১৯২৭) ৪২ টা কবিতা আৰু ২ টা কথা-কবিতাৰ সংকলন। মনলৈ অহা একোটা অস্থায়ী বা সঞ্চাৰীভাৱ তেওঁলৈ অহা চিঠি-পত্ৰৰ লেফাফাত গোজামাৰি টুকি থোৱাৰপৰা লুৰুকি অনাৰ ফলতেই 'লেফাফা'-ৰ জন্ম। 'লেফাফা'-ৰ বিষয়ে তেওঁ কৈছে — "আমাৰ ঘৰলৈ কেতিয়াবা এজন আলহী আহে। জলকা লাগি থাকে মাজে মাজে। ফটা কাকতৰ পাছিত পেলাই দিয়া লেফাফাবোৰ বুটলি লৈ তেওঁ তাতে আঁকা-বঁকা কৰি থাকে।" ধ্বনিকবি বিনন্দ চন্দ্ৰ বৰুৱা, বকুলবনৰ কবি আনন্দচন্দ্ৰ বৰুৱা, বুৰঞ্জীৰ মঠিয়া বেণুধৰ শৰ্মা, কৃষ্ণকান্ত সন্দিকৈ, ড° যোগীৰাজ বসু,—এই সকলে পঢ়ি ৰং পোৱা বাবেই ছপাশাল গৰকি ওলাই আহিল। কবিতাসমূহৰ মাজেদি কবিয়ে জীৱনক উপলব্ধি কৰি জীৱন আৰু জগত সম্বন্ধে কাব্যৰসেৰে মন্তব্য দিছে দৈনন্দিন ব্যৱহৃত ঘৰুৱা অৰ্থঘন শব্দ-বাক্যৰে। হৰ্ষ-বিষাদ, সুখ-দুখ, জীৱনৰ আশা-আকাংক্ষা, অতীতৰ প্ৰতি শ্ৰদ্ধা, ৰসাস্বাদনৰ উপলব্ধি, সত্যৰ চিৰন্তনতা, ভাৰতীয় দৰ্শনৰ শাশ্বত বাণী, প্ৰতিটো কবিতাত ভাৱৰ দৃঢ়পিনদ্ধতা, শিল্প-কুশলতা, প্ৰচলিত আংগিক অতিক্ৰমণ, সমাজৰ কূট পাশক কৰা বিদ্ৰূপ, 'লেফাফা'-ৰ ঘাই তৰংগ। শেষৰফালে দুৱৰালৈ সন্মান জনাই 'বজলিয়া কোন' আৰু 'পীৰা' শীৰ্ষক দুটি কথা-কবিতা অন্তৰ্ভুক্ত কৰিছে।

'লেফাফা'-ৰ কবিতাসমূহক তেওঁ বহুবালি বুলিছে। বহুবাৰ দৰে কৰা আচৰণেই বহুবালি বা ভেৰাকুটি। প্ৰাচীন অসমত বহুবাই আত্ম-পৰিচয় দি ছন্দবদ্ধ ৰূপত হাস্যৰসৰ যোগান ধৰে। বহুবালি বহু পৰিমাণে অমাৰ্জিত আৰু টুলুঙা। কিন্তু শৰ্মাই বহুবালি বুলি ক'লেও ভাব-ভাষা ৰূপ-ৰসৰ ব্যঞ্জনাৰ সুষম সমাহাৰ কলাত্মক ৰূপত প্ৰকাশ পাইছে। সেই ফালৰপৰা 'লেফাফা'-ৰ কবিতাক ইংগিতধৰ্মী বুলিব পাৰি। শৰ্মাই কোৱা 'ওৰত' ইয়াৰ প্ৰতিধ্বনি আছে। তেওঁ কৈছে — "এতিয়া পাঠকে ইয়াত কিবা গূঢ় অৰ্থ সোমাই আছে বুলি নাভাবিলেই ৰক্ষা।" এই ইংগিতে 'লেফাফা'-ৰ কবিতাক সূক্ষ্মভাৱে বিচাৰ কৰাৰো ইংগিত দিয়ে। দ্বিতীয়তে তেওঁ 'লেফাফা'-ৰ কবিতাসমূহক ব্ৰাত্য বুলিছে। অৰ্থাৎ কবিতাৰ প্ৰচলিত আংগিক বৰ্জিত। সমাজ-ব্যৱস্থাত বৰ্জিত বা ব্যক্তিক্ৰমী আচাৰ-ৰীতি দকৈ শিপোৱাত তেওঁৰ বুকু ডাঠ বুলি নিজেও কৈছে — "আজিকালি সৰহভাগেই আচাৰভ্ৰষ্ট ব্ৰাত্য, সেই কাৰণে বুকু অলপ ডাঠ। কোনেও কাকো সহজে নিন্দা কৰিব নোৱাৰে।" শৰ্মাই ব্যৱহাৰ কৰা উল্লিখিত দুয়োটা শব্দৰ মাজেদি তেওঁৰ বিনয় ভাৱ প্ৰকাশ পাইছে। যিকোনো শিল্পৰ শ্ৰেষ্ঠতা নিৰূপণৰ কষটি শিল হৃদয়ৰ সঁহাৰি। শৰ্মাৰ 'লেফাফা'-ৰ নিৰলংকাৰ, স্থান বিশেষে বক্তব্যধৰ্মী কবিতাসমূহে পাঠকক সেই সঁহাৰি দিব পাৰিছে।

'কণিকা' (১৯৭৭) উপনিষদৰ শ্লোকৰ ভাঙনি। কটন কলেজত লক্ষ্মীনাৰায়ণ শাস্ত্ৰীৰ গীতা আৰু উপনিষদৰ বক্তৃতা শুনি জগন্নাথ বৰুৱা কলেজত অধ্যাপনা কৰা কালত ৰাধাকৃষ্ণণৰ Philosophy of the Upanishad গ্ৰন্থ পঢ়ি আৰু কবি দুৰ্গেশ্বৰ শৰ্মাৰ অনুপ্ৰেৰণাত উপনিষদৰ শ্লোকৰ ভাঙনিত ভাগ লয়। যোৰহাটৰ বাণী সম্মেলনত ইয়াৰ দুই-এটা পাঠ

কৰি তেওঁ শ্ৰোতাৰ আদৰ পাইছিল। শৰ্মাই ইচ্ছাকৃতভাৱে মূল শ্লোকৰ উল্লেখ কৰা নাই। "মূল পঢ়িবলৈ যদি ইয়াৰ পৰা দুই-চাৰিয়ে উৎসাহ পায় তেন্তে আমাৰ শ্ৰম সাৰ্থক হ'ব" বুলি পাতনিত উল্লেখ কৰিছে। গতিকে মূলৰ অনুগামী নহৈ সংক্ষিপ্ত ৰূপত তেওঁ সহজ-সৰল ভাষাত মূলৰ চিন-নিচিন প্ৰতিধ্বনি এটা ৰাখিবলৈহে যত্ন কৰিছে — উদাহৰণ স্বৰূপে শৰ্মাৰ পদানুবাদৰ দুই-এটাৰ মূল উল্লেখ কৰা হ'ল —

(১) নহয় কেৱল বিত্তই মাথোঁ মানুহৰ তৰ্পণ

মূল — ন বিত্তেন তৰ্পণীয়ো মনুষ্যো
লপ্স্যামহে বিত্তমদ্ৰাক্ষ্ম চেত্তা
জীৱিষ্যামো যাৱদীশিষ্যমি ত্বম্
ৱৰস্তু মে ৱৰণীয়ঃ স এৱ। (কঠোপনিষদ)

(২) আত্মাক নেপায বেদ অধ্যয়ন কৰি,
মেধাৰ বলত কিংবা বহু শাস্ত্ৰ পঢ়ি,
আত্মাই যাক আহি নিজে বাছি লয়,
সিয়েই আত্মাৰ ৰূপ বুজি সুখী হয়।

মূল — নায়মাত্মা প্ৰৱচনেন লভ্যো
ন মেধয়া ন বহুনা শ্ৰুতেন।
যমেবৈষ বৃনুতে তেন লভ্যস্তস্যৈষ
আত্মা বিবৃনুতে তনুংস্বাম। (কঠোপনিষৎ)

(৩) মকৰাটিয়ে পেটৰ সূতাৰে জালৰ সৃষ্টি যিদৰে কৰে,
পৃথিবীৰ পৰা উৎপত্তি হোৱা গছ-গছনিয়ে সুশ্ৰী ধৰে।
জীয়া মানুহৰ শৰীৰৰ পৰা ডাড়ি চুলি নোম গজে যিদৰে,
অক্ষৰ ব্ৰহ্ম বস্তুৰ পৰা বিশ্বজগৎ বাঢ়ে সিদৰে

মূল — যথোৰ্ণনাভিঃ সৃজতে গৃহ্নতে চ
যথা পৃথিব্যামোষধয় সম্ভৱতি।
যথা সতঃ পুৰুষাৎ কেশ লোমানি,
তথাক্ষৰাৎ সম্ভৱতীহ বিশ্বম। (মুণ্ডকোপনিষৎ)

শৰ্মাৰ 'কণিকা'-ৰ কাব্য-ৰূপ দৰাচলতে উপনিষদীয় চিন্তাক নিজৰ চিন্তাৰ চাকিৰে চিনাৰ প্ৰয়াসহে বুলি ক'ব পাৰি। কণিকাৰ বাকলি-পৃষ্ঠাত বিশ্বসাহিত্যৰ আভাস, সুবচন, মহৎ লোকৰ পৰিচয়, কবিৰাজ চক্ৰৱৰ্তী, দুষ্মন্ত চৰিত্ৰ, কৃষ্ণ উপাসনা আৰু সাহিত্য, কবিতা কাক নোবোলে, ইংৰাজী সাহিত্যৰ পৰিচয়, ভাৰতীয় সাহিত্যৰ পৰিচয় আদি গ্ৰন্থৰ উল্লেখ কৰিছে যদিও গ্ৰন্থাকাৰত পোৱা নগ'ল।

'সেই বাবুটো ক'ত' (১৯৮০) কবিতা পুথিক শৰ্মাই প্ৰবন্ধ বুলিছে। আত্মজীৱনীত তেওঁ কৈছে — "মোৰ ৰচনাক অৱশ্যে মই কবিতা নুবুলি প্ৰবন্ধ বুলিহে কওঁ। সংস্কৃতত প্ৰবন্ধ শব্দই কবিতাকো সামৰে।" ব্যুৎপত্তিৰ ফালৰপৰা প্ৰকৰ্ষেণ বন্ধ অৰ্থাৎ য'ত উৎকৃষ্টতা আছে আৰু যিটো গ্ৰথন হৈছে সেয়ে প্ৰবন্ধ। সংস্কৃতত অৱশ্যে কাব্য ৰচনা অৰ্থত প্ৰবন্ধ শব্দ ব্যৱহাৰ হোৱাটোৱেই স্বাভাৱিক। দুই-এঠাইত তেওঁ কাব্য শব্দও ব্যৱহাৰ কৰিছে। ১৫ টা কবিতাৰ সংকলনটি "অজ্ঞ আৰু দৰিদ্ৰ জনতাক বিপথগামী কৰা দেশদ্ৰোহী কথা"ৰ কাব্য ৰূপ। তেওঁৰ ভাষাত "অসীম ত্যাগ আৰু কঠোৰ সাধনাৰে সত্যৰ

জয় অৱশ্যম্ভাৱী — এয়ে প্ৰবন্ধখিনিৰ মূল সুৰ (ক'বলগীয়া কথা)।" কবিতাসমূহে পাঠকৰ চকু ৰূঢ় বাস্তৱৰ ফালে টানিলেও চিত্ৰৰ গতিময় ৰূপ চিৎ বৃত্তিৰ ফালেহে ঢাল লয়। ৰূঢ বাস্তৱক গতিৰ ৰসে তল পেলাই কবিতাসমূহক কবি হৃদয়ৰ যেন বোধন শংখলৈ ৰূপান্তৰ কৰিছে। ইয়াৰ বাবে বাছি লৈছে চিকুণ চিনাকি কথিত ভাষাৰ সমল। এয়ে পুথিখনৰ সৌন্দৰ্যৰূপে বিবেচিত হ'বৰ যোগ্য।

'আজি দুপৰীয়া' (১৯৮০) কবিতা পুথিখন ৬০ টা কবিতাৰ সংকলন। তেওঁ কবিতাসমূহক ড° ছেমুৱেল জনছনৰ দৰে মনৰ শিথিল বহিৰ্গমন অৰ্থাৎ loose sally of the mind (an irregular, undigested piece) বুলিছে আৰু লগতে 'আফুৰা প্ৰবন্ধ' বুলিও কৈছে। অৰ্থাৎ আফুৰ ৰাগীত মত্ত হৈ থাকোঁতে লাগবান্ধ নথকা ছন্দ-গুৰি নোহোৱা কথাৰ চুপহি। চুপহিৰ পৰা গন্ধ গন্ধ লগাকৈ, ব্যংগ আৰু বিদ্ৰূপৰ চোক অন্তৰ্ভেদী যোৱাকৈ ভাৱক উপস্থাপন কৰিছে। ইয়াৰ প্ৰেৰণা অলেকজেণ্ডাৰ পোপৰ (১৬৮৮-১৭৪৬) The Rape of the lock, The Dunciad-ৰ দৰে তীক্ষ্ণ, শাণিত, ব্যংগ, বিদ্ৰূপৰ ইংগিতময় বাক্য। আলেকজেণ্ডাৰ পোপৰ ৰচনাৰ প্ৰতি থকা তীব্ৰ আকৰ্ষণ ইয়াৰ ঘাই ধৰণী। পুথিখনৰ অধিকাংশ কবিতাৰ ঘাই সুৰ কাব্য ৰসসিক্ত মন্তব্য। ড° বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ কথাৰে ধাৰ কৰি ক'ব পাৰি এযা যেন নিমাতী সমালোচকৰ কঠনা ফুল। প্ৰকৃতিৰ শ্বাশ্বত নিয়ম মতেই ফুটুকা বা কঠনা ফুলে সৌৰভৰ আকাল হ'লেও। তেওঁৰ ভাৱজগতৰ সৌৰভহীন আলহীজনাক তেওঁ বৰঘৰত বৰপীৰা পৰি নবহুৱাব কিয়? এই দৃঢ় প্ৰত্যয় আৰু লগতে বিনয়াবনত সুৰৰ পোহৰেৰে কল্পনাৰ তুলিৰেখাক উদ্দীপিত কৰিছে কবিতাসমূহৰ মাজেদি। তেওঁ সমাজখনৰ চতুৰ্দিশে দৃষ্টিপাত কৰি অনুভৱ কৰা এয়া 'একাচেকা' জীৱন-দৃষ্টি। ইয়াৰ প্ৰকাশ মাধ্যম শব্দ বা বাক্য গহৰা নহয় ভুৰ্ভুৰীয়া মাটিত গজি লহপহকৈ বাঢি অহা বাবৰিহে। ড° কবীন ফুকনে আধুনিক কবিতাৰ ফংফঙীয়া ৰ'দকাঁচলিৰ পোহৰত কবি যজ্ঞেশ্বৰ শৰ্মাক দাঙি ধৰিছে এনেকৈ —

(১) কবিতাসমূহ কেৱল অগতানুগতিক আৰু আমোদদায়কেই নহয, একাচেকা জীৱন দৃষ্টিৰ সৃষ্টিকাৰী। ইযেই কবিতাবোৰৰ প্ৰধান আকৰ্ষণ আৰু সঞ্জীৱন।

(২) ক'ত কেনেকৈ ব্যঞ্জনা উক্তি হৈছে ধৰা টান।

(৩) কিছুমান কবিতাত আছে গুৰু আৰু লঘু ভাৱৰ সানমিহলি কৰিব পৰা অলপ কৃপাৱৰী চৰিত্ৰৰ কাব্য-প্ৰতিভা।

(৪) তেওঁৰ কবিতা শব্দ-সংগম, তলসুঁতীয়া মনন, শ্লেষপূৰ্ণ বিৰোধাভাস আধুনিক কাব্যিকতাৰেই সাৰথি (অসমীয়া সাহিত্যৰ বুৰঞ্জী, ষষ্ঠখণ্ড, সম্পা হোমেন বৰগোহাঞি, ড° কবীন ফুকনৰ প্ৰবন্ধ, পৃঃ ৩৩৮-৩৯)

কবি সাহিত্যিক সমালোচক ড° কবীন ফুকনে পূৰঠ জ্ঞান আৰু মৌলিক বিচাৰ-বুদ্ধিৰে শৰ্মাৰ কবিতাৰ নিজে জুতি লৈ পাঠকক শৰ্মাৰ কবিতাৰ মণিকূটৰ ভিতৰলৈ সোমোৱাৰ সুযোগ উলিয়াই দি নান্দীৰূপ সুদীৰ্ঘ পাতনিৰে সম্পাদনা কৰা 'সাহিত্যাচাৰ্য যজ্ঞেশ্বৰ শৰ্মাৰ কবিতাৱলী'-ৰ পৰা অসংকলিত কবিতাসমূহ ৰচনাৱলীত অন্তৰ্ভুক্ত কৰা হৈছে। ড° ফুকনে সম্পাদনাত ব্যৱহাৰ কৰা পাদটীকাৰ উল্লিখন ৰচনাৱলীত পৰিহাৰ কৰা হৈছে। মূল পাঠৰ লগত অমিল দুই-এটা কবিতা অৱশ্যে সংকলনৰ পৰা নলৈ প্ৰথম প্ৰকাশত উৎসৰ পৰা লোৱা হৈছে। ড° ফুকনে সম্পাদনা কৰা গ্ৰন্থখনে আমাৰ পৰিশ্ৰম লাঘৱ কৰিলে। নগাঁৱৰ মনোৰঞ্জন বৰুৱাই শৰ্মাৰ ৯৩ তম্ জন্মতিথি উপলক্ষে সম্পাদনা কৰা 'মণিহাৰ' নামৰ কবিতা সংকলনৰ পৰাও কবিতা সংগ্ৰহ কৰি ৰচনাৱলীত অন্তৰ্ভুক্ত কৰা হৈছে। ড° ফুকনৰ সংকলনে সামৰি নোলোৱা কবিতা, কাকত-পত্ৰৰ পৰা লৈ ড° ফুকনৰ অভিধাটি ধাৰ কৰি অসংকলিত কবিতাৰ শিতানত অন্তৰ্ভুক্ত কৰা হৈছে। ড° ফুকনে ঋণৰ দায়েৰে আমাক আৱদ্ধ কৰিলে।

'সাহিত্য-সংস্কৃতিৰ প্ৰবাহ'-ৰ তিনিটা খণ্ড ক্ৰমে ১৯৭৩, ১৯৭৭ আৰু ১৯৮৯ চনত প্ৰকাশিত। প্ৰথম খণ্ডত ২৬ টা, দ্বিতীয় খণ্ডত ১২ টা আৰু তৃতীয় খণ্ডত ৩৬ টা প্ৰবন্ধ সন্নিবিষ্ট হৈছে। প্ৰথম খণ্ডৰ 'সাহিত্য আৰু সংস্কৃতি' প্ৰবন্ধৰ যোগেদি ভাৰতীয় সাহিত্যৰ লোকহিতায় আদৰ্শ সত্ত্বেও অসমৰ প্ৰতি কেন্দ্ৰীয় চৰকাৰৰ অৱহেলা, 'অসমীয়া সাহিত্য

আৰু চন্দ্ৰকুমাৰ আগৰৱালা' প্ৰবন্ধত চন্দ্ৰকুমাৰক ক্লাছিকেল কবিৰ বিভূষা, চন্দ্ৰকুমাৰৰ প্ৰতি শ্ৰদ্ধাঞ্জলিত তেওঁক ভৱিষ্যত মানৱৰ কবি, 'গোহাঞিও বৰুৱাৰ শ্ৰীকৃষ্ণ'-ত শ্ৰীকৃষ্ণক বুৰঞ্জীৰ ভেটিত আসন পাতি প্ৰতিষ্ঠা, 'বেজবৰুৱাৰ গুণদোষ'-ত বেজবৰুৱা যে এটা যুগ, ব্যক্তি নহয় বুলি নিৰ্মোহ আলোচনা, 'বিঢ়াওকণি : বেজবৰুৱাৰ এটি সিংহাৱলোকন'-ত পুৰণি আৰু নতুনৰ সংক্ৰান্তি কালৰ পুৰুষ বেজবৰুৱাই অসমীয়া ভাষা-সাহিত্য-সংস্কৃতি-সমাজ প্ৰতিষ্ঠানৰ কাৰণে কৰা অক্লান্ত ৰণৰ কথা, 'বেজবৰুৱা আৰু আমাৰ সত্ৰসভাসমূহ'-ত সত্ৰসমূহৰ বুনিয়াদ থৰক-বৰক হোৱাত বেজবৰুৱাই কৰা ব্যংগ-বিদ্ৰূপ, 'ৰত্নেশ্বৰ মহন্ত' প্ৰবন্ধত জোনাকী যুগৰ কবিসকলৰ লগত সমানে মহন্তই স্থান পাব লাগে বুলি যুক্তিৰে প্ৰতিষ্ঠা, 'যতীন দুৱৰাৰ কথা-কবিতা আৰু ৰুছিয়া' প্ৰবন্ধত দুৱৰাৰ কথা-কবিতাৰ জনম-জাতিৰ ইংগিত, 'শেৱালি'-ত ৰত্নকান্ত বৰকাকতীক প্ৰাচ্য আৰু পাশ্চাত্য কাব্যৰ পোহৰত বিচাৰ, 'ৰবীন্দ্ৰনাথ আৰু অসমীয়া কাব্য'-ত অসমীয়া কবি-সাহিত্যিকৰ ওপৰত ৰবীন্দ্ৰনাথৰ প্ৰভাৱ, 'একেজন ৰামসৰস্বতী' প্ৰবন্ধত সূতাৰ সাঁকোত থিয় হৈ ৰাম সৰস্বতীক দুজন বুলি কোৱা কথাৰ তীব্ৰ বিৰোধিতা, 'কালিদাস শৈৱ নে বিষ্ণুভক্ত' প্ৰবন্ধত কালিদাসৰ ওপৰত গীতাৰ প্ৰভাৱ, 'ডাকচক্ৰৱৰ্তীৰ ঘৰ' প্ৰবন্ধত যোৰহাটৰ ৰংদৈ অঞ্চলৰ ৰাজসভাৰ পণ্ডিতজনাৰ বিষয়ে, 'ভাৰতৰ প্ৰতিনিধিত্ব কৰিব পৰা ধৰ্মপদ' প্ৰবন্ধত ভাৰতীয় সংস্কৃতিৰ বিশ্বজনীন ৰূপ, 'সাহিত্য সভাৰ কেইগৰাকীমান সভাপতিৰ অভিভাষণ'-ত জ্ঞান আৰু আনন্দৰ বতৰা, 'অকৃতকাৰ্য অকথিত বাণী অগীত গান' - প্ৰবন্ধত ৰবীন্দ্ৰনাথৰ এই উদ্ধৃতিৰে বেণুধৰ শৰ্মাৰ ভাতৃৰ বিয়ালৈ যাব নোৱাৰি ৰত্নকান্ত বৰকাকতীয়ে বেণুধৰ শৰ্মালৈ দিয়া চিঠিৰে জনোৱা শুভেচ্ছাত বৰকাকতীৰ সাহিত্যিক জীৱনৰ আন্ধাৰ দিশটোৰ আভাস, 'পূজা নাটঘৰ আৰু নাট' প্ৰবন্ধত দুৰ্গাপূজাই নাট্যকাৰ অভিনেতা, ৰংগমঞ্চ সৃষ্টিত যোগোৱা অবিহণা, 'ৰাসোৎসৱৰ কথা'-ত ৰাসৰ উৎপত্তি বিবিধ তথ্যৰে উপস্থাপন, 'গৰু বিহু'-ত গোপূজাৰ আদি সম্পৰ্কে ভাগৱতৰ আলমত ব্যাখ্যা কৰি বসন্ত উৎসৱ বিহুৰে নামঘৰ আৰু বিহুতলী দুয়োকে একেকাৰ কৰা কথা, 'এগৰাকী সৰস্বতী দুষ্টা' প্ৰবন্ধত ইংৰাজ কবি মিল্টনে 'পেৰেডাইষ্ট লষ্ট' কাব্যত মিউছক আহ্বান কৰাৰ দৰে মহাশক্তিৰ তিনিৰূপৰ অন্যতম সৰস্বতী বন্দনাৰে কাব্য-সাহিত্য গীত-মাত আৰম্ভ হোৱাৰ কথা কৈ মধ্যযুগৰ লৌকিক সাহিত্যত মুনিৰো মতিভ্ৰম ঘটোৱা সৰস্বতীৰ কথা তথ্য-পাতিৰে উল্লেখ, 'ত্বমেৱ মাতা' - প্ৰবন্ধত পৃথিৱীক মাতৃস্বৰূপা বুলি কৈ সাংখ্যৰ দ্যৌ-পৃথিৱীক প্ৰকৃত পুৰুষ স্বৰূপে কল্পনা, 'সাহিত্য আৰু ভোজনধৰ্ম'-ত কীৰ্তন, দশম আদি শাস্ত্ৰত উল্লেখ কৰা ভোজনানন্দই পাঠকক অতীতৰ ভোজনৰ বিবিধ উপকৰণ আৰু উপলক্ষ্যৰ ৰসাল বৰ্ণনা, 'আই সৰস্বতী'-ত ভাৰতৰ কোনো অঞ্চলতেই সৰস্বতী মন্দিৰ নথকা আৰু সৰস্বতীৰ মূৰ্তিৰ লক্ষণৰ উল্লেখ নথকা, শেষত 'শ্ৰীপঞ্চমী'-ত লক্ষ্মী পঞ্চমীৰ কথা উল্লেখ কৰি লক্ষ্মী, দুৰ্গা, সৰস্বতী একেগৰাকী বুলি যুক্তিৰে দেখুৱাইছে।

'সাহিত্য-সংস্কৃতি প্ৰবাহ'-ৰ দ্বিতীয় খণ্ডৰ 'অসমীয়া মহাভাৰতত মহিষাসুৰ' প্ৰবন্ধত ৰামসৰস্বতী ৰচিত মহাভাৰতৰ বনপৰ্বত অৰ্জুনৰ হাতত‌হে মহিষাসুৰৰ মৃত্যু হোৱাৰ কথা বিভিন্ন শাস্ত্ৰৰ পৰা তথ্যপাতিৰে উপস্থাপন, 'অসমত তুলসীদাস' প্ৰবন্ধত প্ৰাচীন সাহিত্যত তুলসীদাসৰ প্ৰভাৱ, শ্ৰীকান্ত সূৰ্য বিপ্ৰৰ ৰামচৰিত মানসৰ লংকাকাণ্ডৰ পদৰ কথা, 'ভাৰতীয় লোকৰ কবি কালিদাস' প্ৰবন্ধত অসমীয়া সাহিত্যত কালিদাসৰ প্ৰভাৱ ক্ষীণ হোৱাৰ কথা, 'তুলনামূলক সাহিত্য' প্ৰবন্ধৰ মাজেদি অভিধাটো বিশ্বসাহিত্য বুলি কৈ বিশ্বৰ বিবিধ সাহিত্যৰ অন্তৰ্লীন ঐক্য অনুভূতিৰ ওপৰত গুৰুত্ব, 'কবিতাৰ মোখনি' সুদীৰ্ঘ আলোচনাত প্ৰাচ্য আৰু পাশ্চাত্য সাহিত্যৰ কাব্যৰ আৰম্ভণি আৰু মোখনি সম্পৰ্কে বিবিধ তথ্যপাতিৰে কৌতূহলোদ্দীপক আলোচনা, 'সহজীয়া চৰ্যাগীত'-ত হিন্দু আৰু বৌদ্ধ সাধনা, লোকসাহিত্য আৰু লোকধৰ্মৰ মিলন ৰূপ এই সাহিত্য ভাৰতীয় ধৰ্ম আৰু সাহিত্যৰ এটি গুৰুত্বপূৰ্ণ যুগৰ দলিল বুলি তথ্যপাতিৰে প্ৰমাণ, 'আনন্দলহৰী'-ত স্বৰ্গদেউ ৰুদ্ৰসিংহৰ ৰাজসভাৰ কবি অনন্ত আচাৰ্য দ্বিজে শংকৰাচাৰ্যৰ দ্বাৰা ৰচিত বুলি বিশ্বাস কৰা এই গ্ৰন্থখনৰ প্ৰথম অংশৰ পদভাঙনি কৰা অংশৰ বৰ্ণনা, 'দুৱাৰ মেল খালে' প্ৰবন্ধত ইংৰাজী পঠন-পাঠনৰ যোগেদি ভাৰতীয় শিক্ষিত সমাজৰ মানসিক দিগন্ত প্ৰসাৰিত হোৱা, 'ৰবীন্দ্ৰনাথৰ এটা দিশ' প্ৰবন্ধত পাশ্চাত্য শিক্ষা আৰু সাহিত্যৰ স্পৰ্শত

ভাৰতীয় সাহিত্যৰ পুনৰ ধৰ্মমুখী হোৱা, ভাৰতীয় সাহিত্যৰ উপনিষদীয় চিন্তা আৰু পাশ্চাত্য সাহিত্যৰ মানৱিকতাবাদী সুৰৰ উল্লিখনসহ ৰবীন্দ্ৰনাথৰ কাব্যত দুয়োটাৰ সুষম সমন্বয়, 'ভুৰুকাত হাতী ভৰোৱা' প্ৰবন্ধত মহাপুৰুষ শংকৰদেৱৰ গুণমালা ৰচনাৰ যোগেদি মিত্ৰভাবিতা কাব্যৰ আত্মা বুলি কৈ 'কৱিক প্ৰজাপতি বোলাৰ কাৰণ প্ৰদৰ্শন', 'পূৰ্বকবি অপ্ৰমাদী' প্ৰবন্ধত মাধৱ কন্দলীৰ ৰামায়ণৰ কেইবাটাও দিশৰ প্ৰতি পাঠকৰ দৃষ্টি আকৰ্ষণ কৰিছে।

'সাহিত্য-সংস্কৃতি প্ৰবাহ'ৰ তৃতীয় খণ্ডত 'সংস্কৃত আৰু ভাৰতৰ নৱজাগৃতি' প্ৰবন্ধত ভাৰতীয় দৰ্শন আৰু সংস্কৃতৰ সহায়ত ভাৰতীয় জীৱনত নতুন পোহৰ পেলোৱা ভাৰত মনীষা কেইগৰাকীৰ জীৱনত গীতা, উপনিষদ, বেদান্তৰ প্ৰভাৱৰ বিষয়ে, 'গীতা'-ত জীৱনৰ বিবিধ সমস্যাৰ বৌদ্ধিক সমাধানৰ বিষয়ে, 'ভাগৱতত নাৰী চৰিত্ৰ'-ত দ্ৰৌপদীৰ চৰিত্ৰৰ উজ্জ্বল দিশ, 'আষাঢস্য প্ৰথম দিৱসে'-ত আধুনিক ভাৰতত ৰবীন্দ্ৰনাথেই কালিদাসৰ আত্মাৰ কাষ চপা, 'চণ্ডীশতকঃ স্তোত্ৰ আৰু মন্ত্ৰ' সাতশ শ্লোকৰ সমষ্টি 'মাৰ্কণ্ডেয় চণ্ডী'-ৰ পৰিচয় আৰু লগতে দেৱতাৰ কাপুৰুষালিক মহিষাসুৰৰ নিন্দাৰ কথা, 'অসমীয়া সাহিত্যৰ প্ৰথম কবি'-ত সহজীয়া সম্প্ৰদায়ৰ প্ৰথম কবি লুইপাদ আৰু অসমত চৰ্যাপদৰ প্ৰভাৱৰ বিষয়ে, 'অংকীয়া নাট আৰু উপাসনা'-ত ভাওনা উপাসনাৰ এটা ৰূপ বুলি 'অংক' শব্দৰ ৰণচালি (mock fight)-ৰ লগত সম্বন্ধ প্ৰদৰ্শন, 'বেজবৰুৱা আৰু সাহিত্যৰ সম্পৰ্কে' প্ৰবন্ধত মনোৰঞ্জনেই সাহিত্যক কালজয়ী কৰিব নোৱাৰে বুলিলেও বেজবৰুৱাক অসমীয়া সাহিত্যৰ ৰজা আৰু তেওঁৰ স্মৃতি অমিয়া জোকাৰৰূপে স্থায়িত্ব লাভ কৰিব বুলি দৃঢ়তাৰে উত্থাপন, 'অসমীয়া সাহিত্যত শংকৰাচাৰ্যৰ চিন ছাপ'-ত অসমীয়া সাহিত্যত শংকৰাচাৰ্যৰ ভাষ্যৰ প্ৰভাৱ সম্পৰ্কে বহল আলোচনা কৰিবলৈ যোগ্য লোকক আহ্বান, 'ৰবীন্দ্ৰনাথ আৰু অসমীয়া সাহিত্য'-ত (ৰবীন্দ্ৰনাথৰ প্ৰভাৱ সম্পৰ্কে দ্বিতীয় প্ৰবন্ধ) অসমীয়া কবি-সাহিত্যিকৰ ওপৰত ৰবীন্দ্ৰ প্ৰভাৱৰ আলোচনা, 'বিহু আৰু ছেক্সপীয়েৰ ঃ বছৰে বছৰে বাটি যা'-ত শৰ্মাৰ তীক্ষ্ণ অন্তৰ্দৃষ্টিভংগীৰে শেক্সপীয়েৰৰ নাটকৰ সংলাপ উদ্ধৃতিৰে অসমীয়াৰ বিহুত উচ্ছৃংখলতাৰ মলি নথকাৰ কথা, 'কামৰূপী কামাখ্যা মাও'-ত প্ৰাচীন কবিৰ ৰচনাত আৰু তন্ত্ৰ-মন্ত্ৰৰ পুথিত ব্যৱহৃত দুৰ্গা বা ভৱানী, কালী বা কামাখ্যা গোসাঁনী শব্দৰ ব্যৱহাৰ সম্পৰ্কে, 'জনগীত আৰু বনগীতৰ আঁতিগুৰি সম্পৰ্কে' প্ৰবন্ধত সংস্কৃত ভাষালৈ গণসাহিত্যৰ অৱদান, 'লুইতৰে বালি বগী ধকেধকী'-ত প্ৰবাদ, পটন্তৰত অসমৰ ঠাইৰ নাম, নদী, পৰ্বত আদিৰ নামৰ উল্লেখ, 'হেমকোষৰ হেমচন্দ্ৰ বৰুৱা' প্ৰবন্ধত হেমচন্দ্ৰক ওখ আসন দি অসমীয়া সাহিত্যত হেমচন্দ্ৰ বৰুৱা যুগৰ নামকৰণ, 'কৰ্মী পুৰুষ ৰবীন্দ্ৰনাথ' - প্ৰবন্ধত ৰবীন্দ্ৰনাথৰ কৰ্মব্যস্ত জীৱনৰ কথা, 'অম্বিকাগিৰী'-ত তেওঁৰ কাব্যৰ বিচিত্ৰতা আৰু স্নিগ্ধতাৰ কথা, 'আচাৰ্য ৰায়ৰ কাষত কেইঘণ্টামান' প্ৰবন্ধত আচাৰ্য প্ৰফুল্ল চন্দ্ৰ ৰায়ৰ লগত সান্নিধ্যৰ অভিজ্ঞতা, 'গান্ধীজী ঃ সাংবাদিক আৰু সাহিত্যিক' প্ৰবন্ধ সংবাদধৰ্মী আৰু সাময়িক হ'লেও গান্ধীজীৰ ৰচনাৰ স্থায়িত্ব সম্পৰ্কে, 'যতীন্দ্ৰনাথ দুৱৰা'-ত দুৱৰাৰ কবিতা আৰু তেওঁৰ কবিতাত প্ৰভাৱ সম্পৰ্কে, 'সন্দিকৈ সোঁৱৰণ'ত প্ৰবন্ধত জগন্নাথ বৰুৱা কলেজত পোন্ধৰ বছৰ কাল সন্দিকৈ ডাঙৰীয়াৰ সান্নিধ্য লাভৰ কথা, 'মানৱিকবাদী পীতাম্বৰ দেৱগোস্বামীৰ সোঁৱৰণত' প্ৰবন্ধত গড়মূৰ সত্ৰৰ সত্ৰাধিকাৰগৰাকী সত্ৰ এৰি স্বাধীনতা আন্দোলনত যোগ দিয়াৰ কথা, 'তিতাবৰীয়া ঢুলীয়া বিভু পণ্ডিত' প্ৰবন্ধত মঘাই ওজাতকৈ পণ্ডিতৰ চোক বেচি বুলি, 'সাহিত্য আৰু ৰাজনীতি'-ত ৰাজনৈতিক চিন্তাক গান্ধীজী, এডমাণ্ডবাক, শেক্সপীয়েৰৰ দৰে সাহিত্যৰ অংগ কৰি ল'ব পাৰিলে শিল্পৰ শাৰীলৈ উঠিব বুলি, 'মানুহ শ্ৰীকৃষ্ণ'-ত ভাগৱতৰ দশম স্কন্ধৰ নাৰদৰ কৃষ্ণ দৰ্শনৰ আধাৰত শ্ৰীকৃষ্ণৰ মনুষ্য কৰ্মই জনসাধাৰণক অধিক আপোন কৰি লোৱা, 'ধৰ্ম আৰু গণতন্ত্ৰ'-ত পাৰস্পৰিক প্ৰীতি আৰু সহযোগিতাত গণতন্ত্ৰৰ যেনেকৈ ভেটি তেনেকৈ প্ৰকৃত ধৰ্ম পালনৰ যোগেদিহে যে এই গুণ লাভ কৰিব পাৰি তাৰ উল্লেখ, 'ভাষাৰ কথা'-ত "জাতীয় চৰিত্ৰ জাতীয় ভাষা-সাহিত্যৰ যোগনীয়া উঁহ" বুলি প্ৰতিপন্ন, 'বুদ্ধিজীৱী'-ত গীতাৰ পোহৰত বুদ্ধিজীৱীৰ সংজ্ঞা নিৰূপণৰ চেষ্টা, 'কবিতাৰ অধ্যাপনা'-ত সহৃদয় হ'বলৈ একনিষ্ঠ সাধনাৰ কথা, 'দুৱণিৰ ছঁচনি'-ত অসমৰ ছঁচনিৰ দৰে বিশ্বৰ আন ঠাইত তেনে গীত-পদৰ উঁহ বিচাৰি চোৱা, 'মহাৰাণী আৰু মাটিকাঁদুৰী'- প্ৰবন্ধত প্ৰজাপতি (Hymeneal) কবিতাৰ সন্ধেদ, 'প্লেটোৰ গণৰাজ্য'-ত প্লেটোৰ মূল গ্ৰন্থ

City state অথবা সংবিধান Constitution নহৈ কেনেকৈ republic হ'ল তাৰ ব্যাখ্যা উত্থাপন কৰি তেওঁ আদৰ্শ ৰাষ্ট্ৰত কবিসকলৰ কিয় স্থান নাই, তেওঁৰ দৰ্শন কিয় তন্নতন্নকৈ পঢ়িব লাগে তাৰ কাৰণ প্ৰদৰ্শন; 'হাতীৰ কথা'-ত কথা, যোজনা, বিবিধ শাস্ত্ৰত হাতীৰ উল্লিখনসহ আলোচনা, 'ধৰ্মৰ ব্যাধি'-ত ধৰ্ম সম্পৰ্কে শৰ্মাৰ উদাৰ দৃষ্টি প্ৰকাশৰ লগতে আচাৰসৰ্বস্ব ধৰ্ম দুৰ্বল হ'বলৈ বাধ্য বুলি প্ৰতিষ্ঠা, 'এ ঠাকুৰাণী আই তোমালৈ যমে ডৰায়' প্ৰবন্ধত ৰামায়ণ, মহাভাৰত, শেক্সপীয়েৰৰ নাটকৰ তথ্যৰ আধাৰত মানুহে বিবেকক বলি দিয়াৰ কথা, 'তেঁতেলী আৰু ঔ'- প্ৰবন্ধত জাতীয় জীৱনৰ অবনতি উৎস বিচাৰ কৰি তৃতীয় খণ্ডটো সামৰিছে।

তিনিটা খণ্ডৰ অধিকাংশ বাটলুগুটীয়া (নিজে সৰুফুটীয়া, কঁঠালগুটীয়া, বাটলুগুটীয়া বুলি কৈছিল) প্ৰবন্ধই বিবিধ কাকত-আলোচনীত ইতিমধ্যে প্ৰকাশিত। জ্ঞান-স্পৃহা আৰু ৰস-স্পৃহা নিবৃত্তিৰ উমেদাৰী কালছোঁৱাত গভীৰ জ্ঞান, কৃচ্ছ্ৰ সাধনা আৰু ভাষাৰ জ্ঞানলব্ধ গুণৰ অধিকাৰী হৈছে বিষধৰ সাপতকৈও ভয়ংকৰ কাপ তেওঁ হাতত লৈছিল। শব্দ বা বাক্যৰ লোক ব্যৱহাৰৰ ৰূপটোত আৰু লগতে সংস্কৃত ভাষা-সাহিত্যৰ গাত আঁউৰ্জি চিন্তন আৰু মননৰ যেনেকৈ মৌলিকত্ব প্ৰদৰ্শন কৰিছে তেনেকৈ তাৰ মাজেদি স্বাতন্ত্ৰ্যচিহ্নিত প্ৰকাশ-ভংগীৰো গৰাকী হৈছে। ব্যক্তিত্বৰ নিজস্বতা (idiosyncracy) হ'ল ইয়াৰ প্ৰেৰণা। একান্ত নিজস্ব অথচ পুৰঠ দৃষ্টিভংগী, মৌলিক বিচাৰেই হ'ল শৰ্মাৰ গদ্যৰ ব্যতিক্ৰমধৰ্মী ৰূপ। এইটোৰেই শৰ্মাৰ গদ্যৰ ৰূপকল্প বুলিব পাৰি। এই ৰূপকল্পত স্থিতিস্থাপক গুণেৰে গুণান্বিত 'আমাৰ সংস্কৃতিৰ এটা দিশ', 'অসমীয়া সাহিত্য আৰু চন্দ্ৰকুমাৰ আগৰৱালা', 'এ ঠাকুৰণী আই তোমালৈ যমে ডৰায়', আদি প্ৰবন্ধত গদ্যৰ প্ৰকৰ্ষেণ বন্ধন বেলেগ বেলেগ। সংশ্লিষ্ট পৰিবেশত ভাব প্ৰকাশৰ উপযোগীকৈ মোচৰা একোটা দি ভাষাৰ বান্ধোনটো সলাই পেলাইছে। চন্দ্ৰকুমাৰৰ কবিতাৰ বৈশিষ্ট্য দেখুৱাই তেওঁ কৈছে — "মানুহ নিজেই আণোৰণীয়ান, মহতো মহীয়ান, নিজেই গৱেষণা আৰু গৱেষক, কৰ্ম আৰু কৰ্তা নামৰূপৰ অতীত নিৰঞ্জন।" এই গদ্যৰ ভাষা ফৰিংফুটা ৰাতিৰ পোহৰেৰে তিৰবিৰাই থকা। আকৌ 'আমাৰ সংস্কৃতিৰ এটা দিশ' প্ৰবন্ধত প্ৰাচীন অসমত শাস্ত্ৰজ্ঞানৰ বহুল প্ৰচাৰ আৰু লগতে চহকী সাংস্কৃতিক জীৱনক কীৰ্তন, দশম, ঘোষা, ৰত্নাৱলীৰ পোহৰত দাঙি ধৰিছে। "আন্ধাৰতো খুজি পাত্ত লুকান নযায়" বুলি 'শিশুলীলা'ৰ পৰা লুকুকি অনা বাক্যটিয়ে মাঘমহীয়া মেঘ-কুঁৱলীয়া ৰাতিৰ আকাশৰ যেন এয়া ভাষাৰ বিজুলীৰ চমক। শৰ্মাই তেওঁৰ গদ্য ৰচনা সম্পৰ্কে নিজে এনেকৈ মন্তব্য কৰিছে — "মোৰ এই গদ্য ৰচনাখিনিক আধুনিক গদ্য ৰচনা বুলি ক'ব পাৰি। কিয়নো এই জাতীয় ৰচনা ইংৰাজী, ফৰাচী ভাষাৰ যোগেদি আমাৰ দেশলৈ আহিছে। এই গদ্য ৰচনাই শিক্ষক বা উপদেষ্টা হ'ব নোখোজে। অতি নম্ৰভাৱে আৰু আত্মীয় বন্ধুৰ লগত কথা পতাৰ নিচিনাকৈ কোনো এটা বিষয়ত নিজকে আবদ্ধ নাৰাখি অলপ কথাত হ'লেও বিবিধ বিষয়ৰ ইংগিত দি যায়। বিখ্যাত সাহিত্যিক আৰু কবিসকলৰ পৰা উদ্ধৃতি দিয়া ইয়াৰ এটা বিশেষ কাম। সেইবাবে পাঠকসকলকো বিবিধ বিষয়ত অনুৰাগী হ'ব বুলি আশা কৰিলোঁ। ৰজাৰ পৰা খৰিভাৰীলৈকে, মাটি কাঁদুৰিৰ পৰা কাৰেঙৰ ৰাজকুঁৱৰীলৈকে, ৰাজসভাৰ পৰা কলখোকা বাদুলীয়ে খোৱালৈকে, এনে গদ্য ৰচনাত এনেবিলাক কথাই আশ্ৰয় পায়। লিখকৰ স্বাধীনতা ইয়াৰ বিশেষ চৰিত্ৰ, ই স্ব-ভাৱ প্ৰধান। (যজ্ঞেশ্বৰ শৰ্মাৰ প্ৰবন্ধ চয়ন, নিজৰ কথা পৃঃ ০ ১১)" - শৰ্মাৰ গদ্যৰ মূল সুৰ এয়ে। তিনিওটা খণ্ড ৰচনাৱলীত ক্ৰম অনুসৰি অন্তৰ্ভুক্ত কৰা হৈছে—সময় অনুসৰি নহয়।

'গুলেন্ডাৰ সাধু' (১৯৭৫) বাস্তৱ জীৱনৰ লগত সম্বন্ধ থকা, জীৱজন্তুৰ কথন-মথনৰ আঁৰত লিখা এই সাধুবোৰ সংস্কৃত হিতোপদেশৰ নিচিনা। শৰ্মাই শেখছাদীৰ সাধুবোৰক ঘৰুৱা সাজ-পাৰ পিন্ধাই "ধৰ্মৰ নামত কপটতা, সাধু ফকিৰৰ ভণ্ডামি, ৰজাৰ লগত ৰাইজৰ, আৰু মানুহৰ লগত মানুহৰ সম্বন্ধ" আদি বিবিধ দিশ সামৰি সাধুবোৰ লিখি উলিয়াইছে। ৰঙাৰ গাঁৱৰ পৰা ভিতাৰৰ মধ্য ইংৰাজী বিদ্যালয়ৰ প্ৰধান শিক্ষকৰ প্ৰেৰণাতেই যে সাধুবোৰ লিখিছে সেই কথা আগতে উল্লেখ কৰি অহা হৈছে। প্ৰতিটো সাধুৰ শেষত থকা নীতি বাক্যবোৰত অসমীয়া ঢৰীয়া মণি এডাল পিন্ধাই শিশুবোৰক কৃতকৃতীয়া কৰিছিল। কেইটামান উদাহৰণ (১) বাঁহৰ ছটাই চাবি যোৱা মানুহে লিংখাপৰ কনকনা কাপোৰ ম'ৰ

পাৰে জানো? (২) মূৰ্খৰ উপদেশ, সাপৰ্ক গাখীৰ, (৩) প্ৰজাই ভাল পালে ৰজাৰ কাললৈ ভয় নাই, (৪) চাকিৰ আধাৰ গছাটো সোণৰে হওক বা কাঠৰে হওক পোহৰটোহে আচল কথা, (৫) মেকুৰীৰ পাখি থকা হ'লে চৰাই-চিৰিকতিৰ সঁচ থাকিলহেঁতেন বাৰু (৬) ভোকৰ ভাত মুঠি পিয়াহৰ পানী টুপি ইত্যাদি।

'লক্ষ্মীনাথ বেজবৰুৱা আৰু গাঁৱলীয়া জীৱন' (১৯৭৯) প্ৰভৃত হাকিম, মহৰী, উকীল, কেৰেণী আদিক ব্যংগৰ আধাৰ স্বৰূপে লৈ লেখা বিবিধ লেখাত গাঁৱৰ প্ৰতি থকা বেজবৰুৱাৰ উচ্চ ধাৰণা, বগাৰগাঁৱৰ ঐতিহ্যই সততে ক্ৰিয়া কৰা শৰ্মাই বেজবৰুৱাৰ ভদৰী, বাপিৰাম আদি অসমৰ গাঁৱলীয়া সংস্কৃতিৰ উত্তম ফল বুলিছে। সুৰভি, ভূধৰ, পাতমুগী, তিলকা, ভাদৈ আদিৰ মাজেদি গাঁৱলীয়া জীৱনৰ অনাবিষ্কৃত জনপদ আৱিষ্কাৰ কৰাই গ্ৰন্থখনৰ উদ্দেশ্য বুলি ভাবিব পাৰি।

ভাৰতীয় আৰু অসমীয়া প্ৰাচীন সাহিত্যৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰাৰ ঘাই উদ্দেশ্য লৈ ৰচিত ২১টা প্ৰবন্ধৰ সংকলন 'ফুল আৰু জুই'। ইয়াৰে ফুল আৰু জুই, পংকজমালিনে, শতদল, পুষ্প বৰ্গ - এই চাৰিটা প্ৰবন্ধ সুমনস অৰ্থাৎ ফুল বিষয়ক, জ্ঞানাগ্নি, ফাল্গুনীৰ ক্ৰোধাগ্নি, কালিদাস আৰু অগ্নি, আগ্নেয়গিৰি, অগ্নিবৰ্ণ, জুইৰে ধেমালি, অগ্নিগড, কৃষ্ণায়ন নাট, দহিবে পাতক চয়, চিন্তানলৰ কবি - এই কেইটা জুই বিষয়ক। বাকী প্ৰাৰ্থনা আৰু তৰোৱাল, জাতক, পুষ্পদন্তৰ শিৱস্তুতি, মিলাৰেপা, দামোদৰ বিপ্ৰ, কৃষ্ণায়ন, শকুন্তলা উপাখ্যানৰ গতিগোত্ৰ - এই কেয়োটা প্ৰবন্ধৰ ফুল বা জুইৰ লগত সম্পৰ্ক নাই। ওপৰে ওপৰে চালে গ্ৰন্থখন ভূত চতুৰ্দশীত জুতি লগাই খোৱা এশ এবিধ শাকৰ বাৰেমিহলি আঞ্জাখন যেন লাগিলেও দৰাচলতে বাৰেমিহলি উপকৰণৰ বিশাল ভঁৰালটো উদি কৰি অনুসন্ধিৎসা বঢোৱা হে শৰ্মাৰ উদ্দেশ্য। সেয়ে তেওঁ পাতনিত কৈছে "তত্ত্ব আৰু তথ্যৰ যোগান ধৰাতকৈ পাঠকৰ মনত জিজ্ঞাসা বঢাবলৈ উদ্‌গনি দিয়াহে মোৰ পেটৰ কথা।" 'ফুল আৰু জুই'ৰ প্ৰবন্ধসমূহত ব্যৱহাৰ কৰা গদ্য ঘাইকৈ বঞ্জনাময় বা স্থান বিশেষে ইংগিতময়। পাঠকে সহৃদয় হৈ সাধনাৰেহে অৰ্থৰ কাষ চাপিব পাৰে। তদুপৰি ইংৰাজী অসমীয়া সংস্কৃতৰ অধিগত জ্ঞানৰ সঁফুৰা উদ্ধৃতিবিলাকত পাদটীকাৰ খকৰামুকুটি নাই, কাৰবাৰ প্ৰয়োজন হ'লে লুৰুকি লুৰুকি চাওক এয়াই তেওঁৰ ইচ্ছা। ড° মুকুন্দ মাধৱ শৰ্মাৰ পৰা ধাৰ কৰি ক'ব পাৰি এয়া দূষণ নহয় ভূষণহে। প্ৰবন্ধসমূহৰ ৰচনা-ৰীতি 'সাহিত্য সংস্কৃতিৰ প্ৰবাহ'-ৰ সমগোত্ৰীয় নহয়, কবিতা কবিতাৰ ভাৱ ইয়াৰ ঘাই ধৰণী। সেইটোৰেই বিশেষ ৰূপকল্প হৈ ধৰা দিছে গ্ৰন্থখনত। ৰূপকল্পটো বেজবৰুৱা আৰু বেণুধৰ শৰ্মাৰ অনুশীলনে অনুসৰণৰ পদূলি গচকি অহা যেনো লাগে দেখোন।

'ফুল আৰু জুই'-ৰ শেষৰফালে থকা গোটাদিয়েক ভুলৰ শুধৰণি তালিকা অনুযায়ী মূল পাঠত শুধৰণি দিয়া হৈছে।

'আৰিষ্টটলৰ কাব্য জিজ্ঞাসা' (১৯৭৯) poetice-ৰ অনুবাদ। S H Butcher, Ingram By water, Margoliouth (দুয়োটা সংস্কৰণত Margolinth হৈ আছে) Else-ৰ ইংৰাজী অনুবাদ ইয়াৰ আধাৰ। মূল গ্ৰন্থৰ ২৬ টা অধ্যায়ৰ পৰা ২১ আৰু ২২ সংখ্যক দুটা অধ্যায় 'অনাৱশ্যক আৰু দুৰ্বোধ্য' বুলি বাদ দিছে। সেই দুটা অধ্যায়ত ক্ৰমে Some Linguistic definition And analysis of parts of speech and other gramatical details আৰু poetic diction, words and modes of speech available in poetry including metaphor in particular বুলি মূলত আছে। শৰ্মাই অনুবাদত মূলৰ অধ্যায় বিভাজনত হাত ফুৰাই ৩২ টা অধ্যায়ত গ্ৰন্থখন সম্পূৰ্ণ কৰিছে। উদাহৰণ স্বৰূপে মূলৰ চতুৰ্থ অধ্যায়ক শৰ্মাই দুটা অধ্যায়, ৬ষ্ঠ অধ্যায়টো দুটা অধ্যায়, ৯ম অধ্যায়কো দুটা অধ্যায়লৈ নিছে। পাতনিত শৰ্মাই উল্লেখ কৰাৰ দৰে অনুবাদ সহজ-সৰল আৰু বোধগম্য কৰিবলৈ যত্ন কৰাৰ বাবে অসমীয়া ভাষাৰ চিকুণ ৰূপটো অনূদিত কৰ্মৰ মাজেদি প্ৰতিফলিত হৈছে।

বুকাৰ ৱাছিংটনৰ 'Up from slavery' গ্ৰন্থ 'নিগ্ৰ' জাতিৰ উদ্ধাৰকৰ্ত্তা' নামেৰে তেওঁ অনুবাদ কৰি চেতনালৈ পঠিয়াইছিল হাইস্কুলত পঢ়ি থাকোঁতেই। চেতনাত দুটা সংখ্যাত ধাৰাবাহিকভাৱে প্ৰকাশ হোৱাৰ পাছতেই ছপাশালত জুই লগাত গ্ৰন্থখনো নষ্ট হ'ল। 'চেতনা'-ৰ পৰা সংগৃহীত অংশটি ৰচনাৱলীত অন্তৰ্ভুক্ত কৰা হৈছে।

মহাত্মা গান্ধীৰ Guide to Health-গ্ৰন্থক শৰ্মাই 'স্বাস্থ্যনীতি' নাম দি অনুবাদ কৰিছিল। এটিমাত্ৰ অংশহে উদ্ধাৰ

কৰা হ'ল। সেই অংশেও অসম্পূৰ্ণ ৰূপতে ৰচনাৱলী ঠাই দিয়া হৈছে।

আনন্দৰাম বৰুৱা ভাষা কলা সংস্কৃতি সংস্থাই আনন্দৰাম বৰুৱা বঁটা প্ৰদান অনুষ্ঠানৰ লগত সংগতি ৰাখি শৰ্মাৰ নিৰ্বাচিত প্ৰবন্ধৰ সংকলন এটি উলিয়াইছিল। ড° প্ৰফুল্ল মহন্তই পৰিপাটিকৈ সুদীৰ্ঘ পাতনিৰে সম্পাদনা কৰা গ্ৰন্থখনৰ প্ৰবন্ধসমূহ ৰচনাৱলীত অন্তৰ্ভুক্ত কৰা হৈছে।

অৱশ্যে অসম সাহিত্য সভাৰ কামপুৰ অধিৱেশনৰ কবি-সন্মিলনৰ উদ্বোধনী ভাষণটি আৰু কীৰ্তন-ঘোষা আৰু নাম-ঘোষাৰ পাতনি (ক্ৰমে কবিতাৰ কথা, আৰু ভাৰতৰ ধৰ্ম গুৰুসকলৰ আঞ্চলিক ভাষালৈ অৱদান) ক্ৰমে ভাষণ আৰু পাতনি শিতানত অন্তৰ্ভুক্ত কৰা হৈছে। ড° মহন্তই সম্পাদনা কৰা গ্ৰন্থখনিৰ ঋণ এই ছেগতে স্বীকাৰ কৰিলোঁ। ইয়াৰ লগতে বিবিধ কাকত-আলোচনীত সিঁচৰতি হৈ থকা প্ৰবন্ধসমূহ 'প্ৰবন্ধাৱলী' শিতানত অন্তৰ্ভুক্ত কৰা হৈছে। স্বদেশলৈ ধাউতিসনা চেনেহ, মানবীয় আৰু গণতান্ত্ৰিক মূল্যবোধত গভীৰ আস্থা থকা শৰ্মাই অসমৰ জাতীয় আন্দোলনৰ কালছোৱাত বিবিধ কাকত-পত্ৰত ঘাইকৈ 'অগ্ৰদূত'ৰ পাতত 'চতুৰ্দিশত দৃষ্টিপাত' শিতানেৰে জীৱনৰ শেষ বাগিণীৰ মৰ্মবস্তু স্বৰূপে কণিকা কবিতা বা বেগেতীয়া লেখা কিছুমান প্ৰকাশ হৈছিল। এই কণিকা লেখাসমূহক বিবিধ শিতান নকৰি শৰ্মাৰ ভাষাৰেই 'চতুৰ্দিশত দৃষ্টিপাত' শিতানত অন্তৰ্ভুক্ত কৰা হ'ল। গোখোজত নভোমণ্ডল দেখাৰ দৰে এইখিনি শৰ্মাৰ ওৰে জীৱনৰ উপলব্ধিৰ দলিল। লেখাৰ শিতানবোৰ ইংগিতময়, নিৰ্বিচাৰে গ্ৰহণীয় প্ৰামাণিক তথ্য বা আপ্তবাক্যৰ শাৰীলৈ উঠাৰ যোগ্য যেনে, এন্ধাৰ পোহৰ, সত্যমেৱ জয়তে, দা-তৰোৱাল, তিয়ঁহ হোৱা হ'লে, দফা-চফা, ভাতখায় ঘৰৰ বনকৰে লোকৰ, ছাগে খায় চতুৰংগ, বিনা পইচাই টকী চালো, মৰিল নে নৌ। 'তোৰ মুখৰ মোৰ মুখৰ মাত' বুটলি লেখাত থাপি সহৃদয়ৰ লগত আত্মিক সম্পৰ্ক স্থাপন কৰিছে। শৰ্মাৰ পুৰঠ চিন্তাৰ এনে লেখাৰ সকলোখিনি সংগ্ৰহ কৰিব পৰা নহ'ল। এইখিনি সংগ্ৰহৰ সমুদায় কৃতিত্ব ড° যোগেন্দ্ৰনাৰায়ণ ভূঞাৰ নহ'লে এইখিনি সংগ্ৰহ সম্ভৱ নহ'লহেঁতেন।

'জ্ঞানাশ্ৰয়ী', 'ৰসাশ্ৰয়ী' আৰু লগতে ঐতিহ্যাশ্ৰয়ী সাহিত্যাচাৰ্য শৰ্মাই তেওঁৰ ঘটনাবহুল কৰ্মময় জীৱন সম্পৰ্কে ১৮৯০ চনৰ ডিচেম্বৰ মাহৰ পৰা 'প্ৰকাশ' আলোচনীত ধাৰাবাহিকভাৱে 'যাওঁতে যাওঁতে বাটত' শিৰোনামত আত্মজীৱনী এখন লিখিছিল। পূৰ্ণাংগ নহ'লেও তেওঁৰ চেনেহৰ বগাৰগাঁও, স্কুলীয়া জীৱনৰ থলী তিতাবৰ, যোৰহাট, কলেজীয়া শিক্ষাৰ কেন্দ্ৰ গুৱাহাটী, বিশ্ববিদ্যালয়ৰ শিক্ষা কেন্দ্ৰ কলিকতা সেইবোৰ ঠাইত হোৱা বিবিধ তথ্য, কাহিনী, বিৱৰণৰ উপৰিও পুথিভঁৰালৰ লগত সম্পৰ্ক, পঢ়াৰ খৰচৰ বাবদ আৰ্হি-কাকত চোৱা, বৰেণ্য পণ্ডিতৰ সান্নিধ্য লাভ কৰাৰ চমকপ্ৰদ বৰ্ণনা, শিশু অৱস্থাৰপৰা মানসিকভাৱে সমৃদ্ধ হোৱা, শিশু অৱস্থাৰ গাঁৱলীয়া পৰিৱেশৰ প্ৰভাৱ তেওঁৰ মণিকোঠাত খামি বান্ধি থকাৰ ইংগিত, সেইদিনত ঘৰতে ইংৰাজীৰ পাঠ লোৱা, 'বাঁহী', 'উষা', 'চেতনা'ৰ বায়ুমণ্ডলত উশাহ-নিশাহ লৈ ভৱিষ্যতৰ বাবে নিজক গঢ় দিয়া, কটন কলেজৰ পৰা কলিকতাত বৌদ্ধিক পৰিৱেশত নিমজ্জিত হৈ লাভ কৰা সৰ্বভাৰতীয় দৃষ্টিভংগী, বৌদ্ধিক অনুসন্ধিৎসাৰ বাবেই যোৰহাট, গুৱাহাটী, কলিকতাত পুথিভঁৰালৰ লগত আত্মিক সম্পৰ্কৰ ৰসাল বৰ্ণনাৰ আত্মজীৱনীখন আজিৰ ভাৱীকালৰ সাধকসকলৰ বাবে অনুপ্ৰেৰণাৰ উৎস হৈ ৰ'ব। আত্মজীৱনীৰ যোগেদি শৰ্মাৰ অন্তৰ্জীৱন, অন্তৰ্দৃষ্টি, আশা-আকাংক্ষাৰ স্পষ্ট ছবি এখনৰ আভাসো আমি পাওঁ। ১৯৭৩ চনৰ নৱেম্বৰ মাহলৈকে প্ৰকাশিত 'যাওঁতে যাওঁতে বাটত' ৰচনাৱলীত অসম্পূৰ্ণ ৰূপতে অন্তৰ্ভুক্ত কৰা হ'ল।

শৰ্মা 'গ্ৰন্থৰ পৰিচয়' পাঠকৰ কাৰণে সহজ-সৰল ৰূপত নৈৰ্ব্যক্তিক আলোচনাৰে সমৃদ্ধ। চুকি পোৱাতে থকা ৰত্নেশ্বৰ মহন্ত ৰচনাৱলী, দুৰ্গেশ্বৰ শৰ্মা ৰচনাৱলী, বসন্তকান্ত বৰকাকতীৰ সাহিত্য সম্ভাৰ, সাহিত্য সমীক্ষা অন্তৰ্ভুক্ত কৰা হৈছে। তেনেকৈ শৰ্মাই চতুৰ্দিশত দৃষ্টিপাত কৰি বিবিধ বিষয়ে বাতৰি কাকতত ইংৰাজী আৰু অসমীয়াত নানা চিঠি-পত্ৰ লিখিছিল, তেনে সংগ্ৰহো এই শিতানতে অন্তৰ্ভুক্ত কৰা হ'ল।

পৰিশিষ্টত শৰ্মাৰ জীৱনপঞ্জী আৰু লগতে ১৯৯৬ চনৰ চতুৰ্থ বছৰ দ্বিতীয় সংখ্যা গৰীয়সীত ড° সূৰ্য দাসে গ্ৰহণ কৰা সাহিত্যাচাৰ্য শৰ্মাৰ আপুকণীয়া সাক্ষাৎকাৰটো সন্নিবিষ্ট কৰা হৈছে। ড° যোগেন্দ্ৰনাৰায়ণ ভূঞাই 'আজিৰ বাতৰি'

(২৫ নৱেম্বৰ, ১৯৯২)-ত লোৱা সাক্ষাৎকাৰটি উপেন্দ্ৰ বৰকটকী সম্পাদিত 'সাহিত্যাচাৰ্য যজ্ঞেশ্বৰ শৰ্মা' গ্ৰন্থৰ পৰা অন্তৰ্ভুক্ত কৰা হৈছে। লগতে শিৱপ্ৰসাদ বৰুৱাই গ্ৰহণ কৰা সাক্ষাৎকাৰটিও অন্তৰ্ভুক্ত কৰা হৈছে। শৰ্মাৰ কৰ্মময় জীৱনৰ ছবি সংৰক্ষণৰ অভাৱত একান্ত ইচ্ছা থকা সত্বেও সন্নিৱিষ্ট কৰিব পৰা নহ'ল। অনেক অনুসন্ধান কৰি কেইখনমান সন্নিৱিষ্ট কৰা হৈছে।

বিদ্যাবুদ্ধিত নিঃকিন হৈযো এনে এটি মহতোমহীয়ান কামৰ লগত সংযুক্ত হৈ গংগাজলেৰে গংগা পূজা কৰিবলৈ পৰিকল্পনা কৰিলোঁ। গ্ৰন্থ সম্পাদনাৰ বিজ্ঞানসম্মত পদ্ধতি প্ৰয়োগ কৰা হোৱা নাই তেনেকৈ সম্পাদনা কৰা যোগ্যতা নথকা হেতু। উৎসৰ সন্ধান পায়ো বহুত প্ৰবন্ধ ঢুকি পোৱাত নথকাত ৰচনাৱলীত অন্তৰ্ভুক্ত কৰিব পৰা নহ'ল। পৰৱৰ্তী সংস্কৰণত সেইখিনি সংৰক্ষণ হ'ব বুলি আশা কৰিলোঁ।

ব্যৱহাৰিক দিশৰ ওপৰত গুৰুত্ব দি মূল পাঠৰ আখৰ জোঁটনিৰ দ্বিত্ব বৰ্জন কৰা হৈছে। ইয়াৰ বাহিৰে ৰচনাৱলীৰ পাঠৰ কোনো অংশতে হাত ফুৰোৱা নাই। কিন্তু মূল পাঠৰ ছপাশালৰ বীৰা খেদাবলৈ পাৰ্যমানে চেষ্টা কৰা হৈছে।

অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি ড° নগেন শইকীয়াই বিবিধ দিহা-পৰামৰ্শৰে সহায় কৰাৰ লগতে সম্পাদনাত সম্মুখীন হোৱা বিবিধ সমস্যাও সমাধান কৰি দিছে, বিশিষ্ট পণ্ডিত, গৱেষক ড° যোগেন্দ্ৰনাৰাযণ ভূঞাই অসুস্থ দেহাৰেও অক্লান্ত পৰিশ্ৰম কৰি ইতিমধ্যে দুষ্প্ৰাপ্য হৈ পৰা অনেক তথ্য, টোকা আদি দি সহায় কৰিছে, বন্ধুবৰ সুসাহিত্যিক উপেন্দ্ৰ বৰকটকীয়ে নিজৰ সাঁচতীয়া চুমহিৰ পৰা শৰ্মা ডাঙৰীয়াৰ ভালেখিনি আপুৰুগীয়া সম্পদ দি ৰচনাৱলীৰ সম্পাদনাৰ অংশীদাৰ হোৱাৰ উপৰি প্ৰকাশন পৰিষদৰ সচিব ডাঙৰীয়াৰ লগত যোগাযোগ কৰি দিছে। ড° ৰাজেন শইকীয়াই বিবিধ প্ৰকাৰে সহায়-সহযোগ আগবঢ়োৱাৰ লগতে সম্পাদনাৰ অগ্ৰগতিৰ খা-খবৰ লৈছে, সাহিত্যাচাৰ্য শৰ্মাৰ মনৰ চকচকীয়া কুণ্ঠিত সামৰণ হৈ থকা বিদ্যাবিভৱক চাক্ষুষ ৰূপ দিযা নবীন অধিবক্তা মুকুলপ্ৰসাদ বৰঠাকুৰে ভালেখিনি দুষ্প্ৰাপ্য পুথি, ছবি, প্ৰবন্ধ আদিৰ ততাতৈয়াকৈ যোগান ধৰি সম্পাদিত গ্ৰন্থৰ উপকৰণৰ ঘাটিৰ পৰা আমাক ৰক্ষা কৰিলে, ড° সূৰ্য দাসে শৰ্মা ডাঙৰীয়াৰ লগত আপুৰুগীয়া সাক্ষাৎকাৰটি গৰীয়সীৰপৰা বুটলি ল'বলৈ আৰু আন খা-খবৰ দি সহায় কৰিছে, বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ বিবিধ পুথিভঁৰালৰ পৰা তথ্য সংগ্ৰহ কৰি দি ৰচনাৱলী সম্পাদনাত আন্তৰিকতাৰে সহযোগ কৰিছে, অসম সাহিত্য সভাৰ শৰৎ চন্দ্ৰ গোস্বামী, পুথিভঁৰালৰ পুথিভঁৰালী বীৰেন গোস্বামীয়ে, জগন্নাথ বৰুৱা মহাবিদ্যালয়ৰ পুথিভঁৰালী হৰেশ দত্তই বিনাদ্বিধাই তথ্য-পাতি দি আমাক সহায় কৰিছে, অসম সাহিত্য সভাৰ গুৱাহাটী কাৰ্যালয়ৰ কৰ্মচাৰী কনক ডেকাই আমাৰ প্ৰয়োজনীয় তথ্য-পাতি সংগ্ৰহ কৰি দিছে, সুসমালোচক, অনুসন্ধিৎসু জগন্নাথ বৰুৱা মহাবিদ্যালযৰ অৱসৰপ্ৰাপ্ত অধ্যাপক অখিল হাজৰিকাই তথ্য-পাতিৰ আউল ভাঙি দিছে। সমালোচক ড° আনন্দ বৰমুদৈ আৰু সাহিত্যাচাৰ্য শৰ্মা ডাঙৰীয়াৰ পৰিয়ালবৰ্গই সহায়-সহযোগ আগবঢাইছে। ড° কবীন ফুকনৰ সম্পাদিত 'সাহিত্যাচাৰ্য যজ্ঞেশ্বৰ শৰ্মাৰ কবিতাৱলী'-ৰ কবিতাসমূহে আমাৰ শ্ৰম লাঘৱ কৰিলে। মনোৰঞ্জন বৰুৱাৰ 'মণিহাৰ'-ৰ পৰাও আমি উপকৃত হৈছোঁ। ততাতৈয়াকৈ অক্ষৰ-বিন্যাস কৰি দিছে অনিল ৰাজখোৱা আৰু ঋতুপৰ্ণা গোস্বামীয়ে, আৰ্হি-কাকত চোৱাৰ বলে লোৱৰা শিলটো দাঙি ধৰিলে স্বদেশ আৰু স্বজাতিলৈ ধাউতিসনা চেনেহ থকা উদ্যোগী সাহিত্যকৰ্মী পৱন বুঢ়াগোহাঞি আৰু তেওঁৰ কন্যা ইন্দ্ৰানী বুঢ়াগোহাঞি আৰু উদ্যোগী যুৱক ৰমেন শইকীয়াই। সাহিত্যাচাৰ্য যতীন্দ্ৰনাথ গোস্বামীৰ বৰপুত্ৰ ৰবীন গোস্বামীয়ে কিতাপ-পত্ৰ দি সহযোগ কৰিছে, আনন্দৰাম বৰুৱা ভাষা-কলা-সংস্কৃতি সংস্থাই প্ৰকাশ কৰা যজ্ঞেশ্বৰ শৰ্মা প্ৰবন্ধ চয়নৰ নিৰ্বাচিত প্ৰবন্ধাৱলী আমাৰ সম্পাদনাৰ সহায়ক হৈছে, ড° মুকুল হাজৰিকাই তেওঁ পুথিভঁৰালৰ পৰা যেতিয়াই প্ৰয়োজন হৈছে সানন্দে তথ্য-পাতি দি সহায়-সহাযোগ আগবঢাইছে। তিতাবৰৰ সাংবাদিক ৰাজেন শৰ্মা তামুলীয়ে তথ্য-পাতি দি সহায় কৰিছে। অসমৰ মুখ্যমন্ত্ৰীৰ জনসংযোগ বিভাগৰ উপদেষ্টা দেৱকুমাৰ বৰাই আন্তৰিকতাৰে দিহা-পৰামৰ্শ দিছে। এই সকলোটিয়ে আমাক ঋণী কৰিলে।

সাহিত্যাচাৰ্য যজ্ঞেশ্বৰ শৰ্মা ৰচনাৱলীৰ ঘাই উদ্যোক্তা তিতাবৰত গঠিত সাহিত্যাচাৰ্য যজ্ঞেশ্বৰ শৰ্মা জন্ম-শতবাৰ্ষিকী উদ্‌যাপন সমিতি। অসম সাহিত্য সভাই শৰ্মা ডাঙৰীয়াৰ ৰচনাৱলী প্ৰকাশৰ বাবে জনোৱা আহ্বানৰ প্ৰতি সঁহাৰি জনাই গ্ৰন্থখনিৰ প্ৰকাশৰ আঁচনি কৰি সম্পাদনাৰ আনুষ্ঠানিক দায়িত্ব আমাৰ ওপৰত উৎসৱ উদ্‌যাপন সমিতিয়ে অৰ্পণ কৰে। তিতাবৰবাসীৰ আন্তৰিক চেষ্টাত যথাসময়ত গ্ৰন্থখনি সম্পাদিত হ'ল যদিও বিভিন্ন কাৰণত শতবৰ্ষৰ সন্ধিলগ্নত গ্ৰন্থখন প্ৰকাশ নহ'ল। সম্প্ৰতি অসম প্ৰকাশন পৰিষদৰ মাননীয় সচিব ডাঙৰীয়াই গ্ৰন্থখন প্ৰকাশৰ প্ৰতি আগ্ৰহ প্ৰকাশ কৰাত আমি অতিশয় উৎসাহিত হৈছো। ৰচনাৱলীখনৰ প্ৰকাশ উদ্যোগ তথা যোগাযোগৰ ক্ষেত্ৰত আগভাগ লোৱা বাবে উপেন্দ্ৰ বৰকটকীৰ প্ৰতি আমি কৃতজ্ঞ। উদ্‌যাপন সমিতিয়ে সানন্দে সম্মতি প্ৰদান কৰি গ্ৰন্থখনৰ প্ৰকাশত আগভাগ ল'লে। এই ছেগতে অসম সাহিত্য সভা আৰু উদ্‌যাপন সমিতিক ধন্যবাদ জ্ঞাপন কৰিলোঁ। সাহিত্যাচাৰ্য যজ্ঞেশ্বৰ শৰ্মা জন্মশতবাৰ্ষিকীৰ উদ্‌যাপন সমিতিৰ মাননীয় সভাপতি সোণাধৰ ৰাজখোৱা, কাৰ্যকৰী সভাপতি ভোলা শৰ্মা, ৰত্নেশ্বৰ বৰা, সম্পাদক পৰেশ বৰুৱা, অৰুণ বৰুৱা এই সকলে আন্তৰিকতাৰে সহায়-সহযোগ আগবঢ়াই আমাক অনুগৃহীত কৰিলে, নগাঁৱৰ ৰঞ্জন বেজবৰুৱাই নথি-পত্ৰ দি সহায় কৰিছে, সদৌটিলৈকে হিয়াভৰা শলাগ জ্ঞাপন কৰিলোঁ। তৎসত্ত্বেও 'সাহিত্যাচাৰ্য যজ্ঞেশ্বৰ শৰ্মা ৰচনাৱলী' প্ৰকাশ কৰি গংগা জলেৰে গংগা পূজা কৰাৰ সুযোগৰ পৰা উদ্‌যাপন সমিতি বঞ্চিত হ'লহেঁতেন যদিহে অসম প্ৰকাশন পৰিষদৰ মাননীয় সচিব ড° ৰফিকুজ জামান, আই এ এছ ডাঙৰীয়াই ৰচনাৱলীৰ সমুখৰ গধুৰ আঁৰ-কাপোৰখন দাঙি নিদিলেহেঁতেন। এই ছেগতে সচিব ডাঙৰীয়াক আন্তৰিক কৃতজ্ঞতা নিবেদিলোঁ। অসম প্ৰকাশন পৰিষদৰ জ্যেষ্ঠ প্ৰযোজনা বিষয়া ভুৱনচন্দ্ৰ কলিতাই ৰচনাৱলী প্ৰকাশৰ আনুষ্ঠানিক যোগাযোগ কৰাৰ উপৰি ছপাশালৰ আউল ভাঙি দিছে, এই ছেগতে কলিতাক ধন্যবাদ জনালোঁ।

ৰচনাৱলীত সাহিত্যাচাৰ্যগৰাকীৰ সকলো ৰচনা অন্তৰ্ভুক্ত কৰিবলৈ যত্নৰ ত্ৰুটি কৰা নাই। আকাশবাণীৰ যোগেদি প্ৰচাৰিত কথিকাসমূহ আৰু সপ্তম দশকত সাহিত্য অকাডেমিৰ মুখপত্ৰত হিতেশ ডেকাৰ উপন্যাসৰ বিষয়ে প্ৰকাশিত লেখা অশেষ যত্ন কৰিও সংগ্ৰহ কৰিব নোৱাৰিলোঁ। সম্পাদনাত আমাৰ পদে পদে অক্ষমতা প্ৰকাশ পাইছে বুলি জানো। সকলো ত্ৰুটি-বিচ্যুতিৰ বাবে পাঠকমণ্ডলীৰ ওচৰত ক্ষমা ভিক্ষা কৰিছোঁ। শেষত শৰ্মাৰ ভাষাৰেই সামৰিলোঁ—

মোৰ মানত তুমি হোৱা
অচিন বস্তু ঢাকি থোৱা হিৰন্ময় পাত্ৰ।

জয়তু সাহিত্যাচাৰ্য যজ্ঞেশ্বৰ শৰ্মা।

সুৱাগপুৰ
চোলধৰা, যোৰহাট

# গীত

## বাগ্‌দেৱী বন্দনা

আই মাতৃ সৰস্বতী
        কিহেৰে পুজিমে হে।
নেজানো মিনতি স্তুতি
        কিহেৰে তুষিমে হে।।
লুইতে পেলালে বালি
        তোমাৰ আগমনে হে।
পর্বততে নার্জি ফুলৰ
        মালা সিকাৰণে হে।।
তোমাৰ চৰণ পৰশ লাগি
        খৰি মেলে পাতে হে।
দুবৰিৰে আসন কোনে
        পাতে বাটে ঘাটে হে।।
একোকে নেজানো মাতৃ
        কি মালা গাঁঠিমে হে।
আঠে পৰে গীতে পদে
        তোমাকে মাতিমে হে।।

# শতপত্ৰ

## আধুনিক অসমীয়া খণ্ড কবিতাৰ সংগ্ৰহ

*(An Anthology of one hundred modern Assamese lyrics selected, arranged and annotated by Jajneswar Sarma, M A Professor of English & Assamese, Jorhat College )*



শ্ৰীযজ্ঞেশ্বৰ শৰ্মা

# শতপত্ৰৰ আদিকথা

## প্ৰথম সংস্কৰণৰ পাতনি

এই সৰু সংগ্ৰহত আধুনিক অসমীয়া কবিতাৰ গোটেই গন্ধমাদন অনাটো সম্ভৱ নহয়। সকলোৰে পৰিচিত লিখকসকলৰ বছা বছা এশ খণ্ড কবিতা ইয়াত সজোৱা হৈছে। খণ্ড কবিতা বোলোতে ইয়াত ইংৰাজীত যাক 'লীৰিক' বোলে তাকে বুজোৱা হৈছে। যিবিলাক কবিতা নাটক বা দীঘলীয়া কবিতাৰপৰা উদ্ধৃত কৰা হৈছে, তাতো যাতে এটি মাথোঁ ভাৱ বা বৰ্ণনা থাকে তালৈ চকু দিয়া হৈছে। কবিতাবিলাক নিৰ্বাচন কৰোঁতে আৱেগ আৰু ছন্দ এই দুটা কথালৈ বিশেষকৈ লক্ষ্য ৰখা হৈছে, আৰু বৰ্ণনাত্মক কবিতা প্ৰায়েই বাদ পৰিছে। ভাষাৰ প্ৰাচুৰ্য নোহোৱাকৈ তীব্ৰ অনুভূতি প্ৰকাশ কৰিব পৰা কবিতা আমাৰ ভাষাত এতিয়াও বিৰল বুলিয়েই ক'ব পাৰি। তথাপি সেই আদৰ্শ ৰাখি ৰচিত কবিতা যিমান পৰা যায় ইয়াত সুমোৱা হৈছে। অৱশ্যে গোটেই কবিতাবিলাকেই যে এই জোখত উঠিছে, সেইটো কোৱা কঠিন।

ইতিমধ্যে আধুনিক অসমীয়া কবিতাৰ সংগ্ৰহ (Anthology) দুই-তিনিখন প্ৰকাশ হৈ গৈছে। সেই সংগ্ৰাহকসকলৰ উদ্দেশ্য আৰু বিন্যাসৰ প্ৰণালী বিভিন্ন। বৰ্তমান সংগ্ৰহত কবিতাবিলাক বিষয় অনুসৰি সজোৱা হৈছে, আৰু সকলো জনাজাত লিখকৰে শ্ৰেষ্ঠ কবিতা যাতে থাকে তাৰ কাৰণে যত্ন লোৱা হৈছে। ঠাইৰ অভাৱতো কোনো সুন্দৰ কবিতা ইয়াত দিব পৰা নাই। সমসাময়িক আৰু আধুনিক কবিতাৰপৰা নিৰ্বাচন কৰাটোও এটা টান কাম। অনেক ভাল বস্তুতো চকু নপৰিব পাৰে, আৰু বিচাৰ কৰোঁতেও ভ্ৰম অনিবাৰ্য। কিন্তু এনে কামলৈ যেতিয়া আগবঢ়া হ'লেই, ইয়াৰ দায়-দোষ বোৰো মূৰপাতি ল'ব লাগিব। সি যি নহওক, ইয়াত আধুনিক যুগৰ অসমীয়া ভাল কবিতা কিছুমান আগবঢ়াবলৈ চেষ্টা কৰা হৈছে। তদুপৰি আধুনিক অসমীয়া কাব্যত যিবিলাক নতুন প্ৰভাৱ আহি পৰিছে তাৰো যথেষ্ট সম্বাদ ইয়াত পাব।

প্ৰাচীন অসমীয়া সাহিত্য প্ৰথমতঃ প্ৰচাৰ সাহিত্য। ভাগৱতী ধৰ্ম লোক-সমাজত প্ৰচাৰ কৰাই এই সাহিত্যৰ ঘাই উদ্দেশ্য আছিল। অৱশ্যে ধৰ্মৰ লগত সংস্ৰৱ নথকা (secular) কাব্যৰ ক্ষীণ ধাৰা এটি যে নাই এনেও নহয়। তথাপি, মুঠৰ ওপৰত সেই সাহিত্যত সৰ্বসাধাৰণৰ দৈনন্দিন জীৱনৰ অনুভূতিৰ ঠাই নাই, আৰু থাকিলেও পোনপটীয়াভাৱে নহয়। যি জীৱনৰপৰা সেই সাহিত্যৰ উদ্ভৱ হৈছিল, সেই জীৱন আমাৰ বৰ্তমান জীৱনৰপৰা পৃথক, গতিকে আধুনিক আদৰ্শেৰে সেই সাহিত্য জুখিবলৈ যোৱাও ঠিক নহয়।

যোৱা শতাব্দীত ব্ৰিটিছ অধিকাৰৰ লগে লগে দেশলৈ যি নতুন ৰাজনৈতিক আৰু সামাজিক পৰিৱৰ্তন লাহে লাহে আহিবলৈ ধৰিলে, আৰু তাৰ ফলস্বৰূপে মানুহৰ দৃষ্টিত (outlook) যি পৰিৱৰ্তন ঘটিছে, তাৰ প্ৰতিবিম্ব সাহিত্যত পৰাটো অৱশ্যম্ভাৱী। পশ্চিমীয়া আৰু পশ্চিমীয়া মানেই ইংৰাজী সাহিত্যৰ প্ৰভাৱতে বৰ্তমান ভাৰতৰ প্ৰাদেশিক সাহিত্যই গঢ় লৈছে। আমাৰ সাহিত্যৰ ওপৰত পাশ্চাত্য প্ৰভাৱৰ পৰিমাণ আৰু ফলাফল বিচাৰৰ ঠাই এই পাতনি নহয়। এইটো ঠিক যে সাধু কথাৰ ফুল কোঁৱৰৰ দৰে পাশ্চাত্য প্ৰভাৱৰ স্পৰ্শয়ো শুকান খৰিত পাত মেলাব পাৰিছে। সকলো জাতিৰে সংস্কৃতিৰ বুৰঞ্জীত এনে দৃষ্টান্ত আছে।

বিবিধ প্ৰভাৱৰ স্পৰ্শতো যেন অসমীয়া কবিৰ 'বীণত আপোন সুৰ বাজি উঠা নাই'। বংগদেশৰ ৰবীন্দ্ৰনাথৰ কাব্যত 'সকল কালের সকল কবির গীতি' তেওঁৰ নিজা সুৰত যি দৰে বাজি উঠিছে, অসমীয়া কোনো কবিৰ কাব্যতে তেনে সম্পূৰ্ণভাৱে শুনা নাই। অসমীয়া ভাষাত কাব্যৰ স্বাধীন প্ৰবাহৰ কাৰণে অসমীয়া জাতিয়ে অপেক্ষা কৰি আছে।

যিসকল কবিৰ কবিতাৰে এই সংগ্ৰহ ৰচনা কৰা হৈছে, তেখেতসকলে অনুগ্ৰহ কৰি কবিতাবিলাক ইয়াত সন্নিবিষ্ট কৰিবলৈ অনুমতি দিয়া বাবে আমি কৃতজ্ঞতা প্ৰকাশ কৰিছোঁ। যি দুই-এজনৰ অনুমতি লাভ কৰা পলম হৈছে, কিম্বা যদি কোনোজন দূৰ দেশত প্ৰবাসী হৈ আছে, তেখেতসকলৰ অনুমতিৰপৰা বঞ্চিত নহ'ম বুলিয়েই আশা কৰিছোঁ। কোনো কবিতাৰ আমি কিছু অংশ বাদ দিছোঁ, কিন্তু সেই বুলি কবিতাৰ সম্পূৰ্ণতা নষ্ট কৰিবলৈ দিয়া নাই।

এই পুথি প্ৰকাশ সম্পৰ্কে ডাক্তৰ শ্ৰীযুত জীৱকান্ত শইকীয়া এম,বি, আৰু শ্ৰীমান শৈলেন্দ্ৰ নাথ বৰবৰা বি,এ,ৰ পৰা যথেষ্ট সহায় পোৱা হৈছে। যদিও তেখেতসকলে নামৰ উল্লেখ পৰ্যন্ত ভাল নাপায়, তথাপি এইখিনিতে কৃতজ্ঞতা প্ৰকাশ নকৰি নোৱাৰিলোঁ। কেইবাগৰাকীও প্ৰবীণ সাহিত্যিক আৰু অনেক বন্ধু-বান্ধৱে আমাক এই কাৰ্যত উৎসাহ দি আছে; তেখেতসকললৈকো কৃতজ্ঞতা জনাই শতপত্ৰ ৰাইজলৈ আগবঢ়োৱা হ'ল।

যোৰহাট কলেজ শ্ৰীযজ্ঞেশ্বৰ শৰ্মা
২০ ভাদ, ১৮৫৯

প্ৰথম সংস্কৰণৰপৰা অন্তৰ্ভুক্ত

# প্ৰথম সংস্কৰণৰ সূচী

| | | | |
|---|---|---|---|
| প্ৰিয় বিহংগিনী | ৰধুনাথ চৌধুৰী | লুকাই লুকাই | ৰত্নকান্ত বৰকাকতী |
| চৰাই হালধীয়া | কমলানন্দ ভট্টাচাৰ্য | আনন্দৰাম বৰুৱাৰ স্বৰ্গ যাত্ৰা | হেমচন্দ্ৰ গোস্বামী |
| কুলিৰ প্ৰতি | গোপাল চন্দ্ৰ ভূঞা | মহাত্মা | ৰত্নকান্ত বৰকাকতী |
| ৰূপহী | দুৰ্গেশ্বৰ শৰ্মা | প্ৰতিভা | দুৰ্গেশ্বৰ শৰ্মা |
| গধূলি | লক্ষ্মীনাথ বেজবৰুৱা | কবি চেক্সপীৰ | হিতেশ্বৰ বৰবৰুৱা |
| আন্ধাৰে আহিছে ঢাকি | কমলানন্দ ভট্টাচাৰ্য | শ্মশান | ৰত্নেশ্বৰ মহন্ত |
| জোনাক | পাৰ্বতি প্ৰসাদ বৰুৱা | চকুলো | হিতেশ্বৰ বৰবৰুৱা |
| পূৰ্ণিমা | নলিনী বালা দেৱী | মৰণ-ভাতি | পদ্মনাথ গোহাঞি বৰুৱা |
| পুৱতি তৰা | ৰঘুনাথ চৌধাৰী | আই | লক্ষেশ্বৰ শৰ্মা বৰুৱা |
| পুৱা | হেমচন্দ্ৰ গোস্বামী | শেষ অৰ্ঘ্য | নলিনীবালা দেৱী |
| সোণৰ হৰিণা | পাৰ্বতি প্ৰসাদ বৰুৱা | বিদায় পৰত | শৈলধৰ ৰাজখোৱা |
| উন্মনা | ৰত্নকান্ত বৰকাকতী | মৰণ দেৱতা | লক্ষ্মীধৰ শৰ্মা |
| সাগৰ সংগীত | ধৰ্মেশ্বৰী দেৱী বৰুৱানী | ফুলশয্যা | ৰঘুনাথ চৌধাৰী |
| উতলা | সূৰ্য কুমাৰ ভূঞা | অনিত্য | হিতেশ্বৰ বৰবৰুৱা |
| তেজীমলা | চন্দ্ৰকুমাৰ আগৰৱালা | জীৱন সংগীত | আনন্দ চন্দ্ৰ আগৰৱালা |
| দেৱদাসী | অতুল চন্দ্ৰ হাজৰিকা | দিনকণা | মৌলৱী মফিজুদ্দিন আহমদ |
| মানৱ বন্দনা | চন্দ্ৰকুমাৰ আগৰৱালা | সাৰথি | নলিনীবালা দেৱী |
| প্ৰকৃতি | চন্দ্ৰকুমাৰ আগৰৱালা | অতীতক নাযাবা পাহৰি | যতীন্দ্ৰ নাথ দুৱৰা |
| অৱশেষ | লক্ষ্মীনাথ বেজবৰুৱা | নীৰৱে | যমুনেশ্বৰী খাটনিয়াৰ |
| প্ৰকাশ বাধা | ৰত্নকান্ত বৰকাকতী | পৃথিৱী | দেৱকান্ত বৰুৱা |
| দুটি মানুহ | ৰত্নকান্ত বৰকাকতী | বিদায় | দুৰ্গেশ্বৰ শৰ্মা |
| বিশ্ব ভাৱনা | দুৰ্গেশ্বৰ শৰ্মা | ওমৰৰ আক্ষেপ | যতীন্দ্ৰ নাথ দুৱৰা |
| সাক্ষী | লক্ষ্মীনাথ ফুকন | ওমৰৰ বাঞ্ছা | যতীন্দ্ৰ নাথ দুৱৰা |
| আবদ্ধ | ডিম্বেশ্বৰ নেওগ | এপিয়লা | ৰত্নকান্ত বৰকাকতী |
| | | সৃষ্টি পাতনি | সূৰ্যকুমাৰ ভূঞা |

# 'শতপত্ৰ'-ত সংকলিত দুটি কবিতা

## দেৱতাৰ মৰণ

অমৃতৰ ভাণ্ড খাই দেৱতা মৰিল,
লাঞ্ছিত হৈ অসুৰ-দানৱ-দৈত্য হ'ল অমৰণ,
দিন দুপৰতে কেনে দুৰ্ঘোৰ ৰজনী।
অবাধে পিশাচ-দল কৰে বিচৰণ।

## যথাপূৰ্বম্

বসুন্ধৰা পাগৰ বাহিৰ,
বিশ্বব্যাপী ষাঁঠ্ লাগে, আমতিৰ দিন।
আহিব লাগিছে সৌ গৰ্ভাধান-ক্ষণ :
পুংসৱন মহাযজ্ঞ পাতিবনো কোনে?
কোন গৰ্গ ঋষি আহি জাতকৰ্ম কৰাব হ্ৰিষে?

---

প্ৰথম সংস্কৰণত অন্তৰ্ভুক্ত হোৱা নাই — সম্পাদক য শ ৰচনাৱলী।

## 'লেফাফা'-ৰ ওৰটো

(এই বহুবালিবোৰ কবিতাৰ বজাৰত ব্ৰাত্য)

আমাৰ ঘৰলৈ কেতিয়াবা এজন আলহী আহে। জলকা লাগি থাকে মাজে মাজে। ফটা কাকতৰ পাচিত পেলাই দিয়া লেফাফাবোৰ বুটলি লৈ তেওঁ তাতে আঁক-বাক্ কৰি থাকে। সেইবোৰ তুলীৰ তলত, কিতাপৰ মাজত গুজি থয়। কাপোৰ-কানি ৰ'দাওতে, ঘৰ সাৰোঁতে সেই লেফাফাবোৰৰ ভালেখিনি হেৰাল। তাৰে কিছুমান গৃহিনীয়ে পাই সামৰি-সুতৰি থ'লে। পদ্মশ্ৰী আনন্দ আৰু ধ্বনি কবি বিনন্দ বৰুৱাই লেফাফা কেইটামান চাই বং পালে। আমাৰ ইঞ্জিনীয়াৰ ল'ৰা শ্ৰীমান অৰুণে কেইটামান পঢ়ি ৰগৰ পাই কাকতলৈ তুলিলে। ডক্টৰ সৰ্বেশ্বৰ ৰাজগুৰুৱে পঢ়ি ধাতু অনুসৰি সজালে। আত্মীয় অধ্যাপক অজিতে কেইটামান লৈ গ'ল ছপাখানাত দিওঁ বুলি। বুৰঞ্জীৰ মঠিয়া শ্ৰীবেণুধৰ শৰ্মদেৱেও শুনি শলাগিলে।

সাতে-সোতৰই ধাৰণা হ'ল কোনোবাই এই বহুবালিবোৰ পঢ়িও বং পাব পাৰে। লোণ-তেলৰ খৰচ ওলাব বুলি আশা কৰা নাই, ছপাৰ খৰচটো যে ওলাব সিওঁ দুৰাশা। তথাপি বাণী প্ৰকাশৰ শ্ৰীঅম্বিকাপদ চৌধুৰীয়ে ধাৰ নোহোৱা খুৰ দেখিও গাল তিয়াইছে। তেখেতৰ সাহসৰ শলাগ লোৱা হৈছে।

এতিয়া পাঠকে ইয়াত কিবা গূঢ় অৰ্থ সোমাই আছে বুলি নাভাবিলেই ৰক্ষা।

আজিকালি সৰহভাগেই আচাৰ-ভ্ৰষ্ট ব্ৰাত্য, সেই কাৰণে বুকু অলপ ডাঠ। কোনেও কাকো সহজে নিন্দা কৰিব নোৱাৰে।

জন্মাষ্টমী, ১৮৯৪ শক, নগাঁও

শ্ৰীযজ্ঞেশ্বৰ শৰ্মা

# লেফাফা

ফটা লেফাফা,
নোহোৱা তুমি
ফটা কাকতৰ পাচিত থকা
পেলনি যোৱা
কাগজ টুকুৰা মাত্ৰ,
মোৰ মানত তুমি হোৱা
অচিন বস্তু ঢাকি থোৱা হিৰণ্ময়[১] পাত্ৰ।

সোমাই আছে
তোমৰ মাজত
গ্ৰীক ট্ৰেজেদিৰ কাহিনী,
তুমিয়েই বহন কৰা
কুৰুক্ষেত্ৰৰ বাহিনী।

তুমিয়েই লগাই দিয়া
ৰাম-ৰাৱণৰ যুদ্ধ,
(আকৌ) দেশে-বিদেশে সিঁচি দিয়া
অমিতাভ বুদ্ধ।
তোমাৰ মাজত প্ৰলয় বোমা
কোটি সূৰ্য জিনি,
(আকৌ) মাজে মাজে মহামংগল
শুনি ৰিণি ৰিণি।

আজি যদিও তুমি নোহোৱা
দেখাত আগৰ তুল্য,
চুফি-মুনি-মিষ্টিকে বুজে তোমাৰ মূল্য।
নিয়ৰটোপাত সোমাই থকা সাগৰ,
তোমাৰ গুণ কৈ লাগিব ভাগৰ।

১। হিৰণ্ময়েন পাত্ৰেণ সত্যস্যাপিহিতং মুখম্।
- তৎ ত্বং পূষন্নপাবৃণু সত্যধৰ্মায় দৃষ্টয়ে ।। (১৫ ঈশোপনিষদ।।)
(হিৰণ্ময় পাত্ৰৰদ্বাৰা সত্যৰ মুখ ঢাক খাই আছে, হে পূষণ (সূৰ্য) সেই ঢাকনি তুমি গুচাই দিয়া।) সম্পা, ৰ শ ৰচনাৱলী।

## দুখন তপোবন

দুখন তপোবন,
তাৰে এখন মাটিত লাগি থকা,
তাত
ৰূপৰ চমক লাগি কণা হয় চকু —
ওচৰক দূৰ কৰে,
দূৰক ওচৰ,
তাত
দেহাটোকে দেখে মনোহৰ।

বতাহত পাৰলিৰ গোন্ধ আহে,
টোপনিয়ে হেঁচা মাৰি ধৰে,
আনখন স্বৰ্গৰ সীমাত।
তাত
চকুলোৰে গা ধুই
ভোগে আঁঠু লয়,
স্বৰ্গ আৰু পৃথিৱীৰ সীমা,
— নাই তাত দেহৰ গৰিমা।
ভোগৰ বুৰঞ্জী হয় শেষ,
ৰূপৰাণী সন্ন্যাসিনী-বেশ।

## অজ্ঞানতা মহিমানম্

শুনিয়োক সৰ্বজন কৃষ্ণৰ চৰিত্ৰ।
উপজিয়ে কোন হ'ল যমুনাৰ পাৰ?
কেনেকৈ মেল খালে কংস - কাৰাগাৰ?
পিয়াহত বিহদিয়া শিশু - ধাইতীয়ে
এহোপাতে মুক্তি পালে।

'কৰাপটেড' কালিয়ক মৰ্দন কৰিলে;
হোলোকা-হোলোকে বতিয়ালে তেজ;
শেহত জানিবা তেওঁ তিৰোতাৰ কিনিত প্ৰাণে নামাবিলে,
ট্ৰেনকুলাৰ্ কৰি থ'লে গোলাবিলটে।
যমুনাৰ ধুঁৱলিত ধূৱা কেন্টিভেল পাতি
নতুন নাচৰ ঠাচ থৈ গ'ল চিৰকাললৈ।
লাচিতৰ বহু আগতেই
'মোমাই নহয় বৰ মথুৰাতকৈ'
— থাপি গ'ল এই মহাবাণী।
খৰি লুৰি, গৰু ৰাখি, গুৰু সেৱা কৰি
শিকিলে চৌষষ্ঠি কলা বত্ৰিশ দিনত।
বহুদিন নিৰুদ্দেশ গুৰুৰ সন্তান
আনি দিলে দক্ষিণা স্বৰূপে।

শুনিয়োক সৰ্বজন-কৃষ্ণৰ চৰিত্ৰ।
ভাৰ্যা-পুত্ৰ, নাতি-পুতি, বংশ-পৰিয়াল
সকলো সামৰি লৈ
পাতিলে সংসাৰ, সোণৰ মন্দিৰ সাজি
সাগৰ মাজত।
ৰুক্মিণীয়ে পৰিচৰ্যা কৰে;
সত্ৰাজিত-জীয়ৰীয়ে পাৰিজাত লৈ
ফুলনি সজায়।

জপ কৰে, হোম কৰে, পূজা কৰে, ল'ৰা ওমলায়,
লেদেনা ওকটে;
ল'ৰা-ছোৱালীৰ লগুপদিয়নি আৰু বিয়া-বাৰু পাতে।
মতা-তিৰোতাই লগভাত পিকনিক্ খায়।
দৰিদ্ৰ সতীৰ্থ আহে,
ভৰিকো ধুৱায়,
গুৰঁলে পাৰি দিয়ে সোণৰ পালেং।

শুনিয়োক সৰ্বজন কৃষ্ণৰ চৰিত্ৰ।
কৌৰৱৰ কাৰেং নেওচি
বিদুৰৰ ভগা চাং নিজে বাছি ল'লে,
তৃপ্তি পালে আমলখি-খুদখিনি খাই।

এহাতেৰে যৌৱাৰ লেকাম্ টানি
মুখে মুখে ফাল্গুনীক গীতাপাঠ ক'লে,
সঞ্জয়ে ৰেকৰ্ড কৰি থ'লে।
প্ৰকাশক নোৱালত থাকি গ'ল চিৰকাল
মানুহৰ মুখত বাণখি;
আজি মাথোঁ মুতকৰ শৰাৰত ধাপুৰেৰে পঢ়ে,

পশ্চিমত আলডুছ ভাগতীয়ে টীকা ব্যাখ্যা কৰে।
গীতাৰ পয়াৰ লেখি অসমীয়া বৰা-বৰুৱাই
তাৰে ব্যৱসায় কৰে।

শুনিয়োক সৰ্বজন কৃষ্ণৰ চৰিত্ৰ।
কিন্তু, এটা কাম তেওঁ নকৰিলে,
জীৱন বীমাৰ নামে ফুটাকড়ি নাই।
ৰজাৰ আয়ম ধৰি খাব নোৱাৰিব,
—এই ভাবি যদুবংশ কৰি গ'ল নাশ।
ৰুক্মিণীৰ মন্দিৰৰ কলচীত বাজে,
দ্বাৰকাও তেনেই বুৰিল।

## হাত বাউল

সৌ
পাহাৰৰ তলুৱাৰ চুবুৰীতে থাকে
আমাৰ লগুৱা,
ল'ৰা-বুঢ়া সকলোৱে মাতে তাক, মঘুৱা মঘুৱা।
ভাগত তাৰ
এচাইীমান মাটি
— ঘৰৰ ভেটি কোনোমতে বহে,
টকৌ পাতৰ চালৰ তলত থাকে জাৰে-জহে।

উলুংপুলুং কৰি ফুৰে,
কাম বুলি বন্ধা একো নাই,
তথাপিতো ককাদেউতাই
সাতপুৰুষীয়া বুলি পুহি আছিল তাক,
ঘৰখনো পাতি দিলে —
পেন্ পেন্ কৰে
ল'ৰা-লুৰি মঘুৱাই তুলিছে এজাক।
সম্পত্তিৰ ভিতৰত,
ককাদেউতাই তাক
মৰমত দিয়া
ছাগলী এজনী।
মঘুৱাই সাজি দিছে টঙিঘৰ এটা।
কেইটা বাহ পোৱালিও দিছে।

আচৰিত কথা এটা —
পোৱালিবোৰৰ
এটাৰো ৰাহি নাহে
ওচৰৰ ঘাঁহৰ লগত।
পোনেই ঢাপলি মেলে বেবাই বেবাই
পাহাৰৰ হাবিখনলৈ
পাহাৰ চলাথ কৰি
মঘুৱাই সিহঁতক আৰু বিচাৰি নাপায়।
ছাগলীৰ সম্পৰ্কত
মঘুৱাৰ নছিৰ খাৰাপ।
সিহঁতে,
এৰাল দিলেও
ঘাঁহ-পাত একোকে নাখায়।
কঁঠাল-মধুৰী আম-ডিমৰুৰ পাত
আগতেই পৰি থাকে
শুঙিও নাচায়,
পাহাৰৰ ফালে মাথোঁ ৰ'লাগি চাই থাকে বৈ।

## ক'ত সেই স্যমন্তমণি?

সেই স্যমন্তমণি ক'ত?
ক'ত সেই স্যমন্তমণি?
ভাৰে ভাৰে স্বৰ্ণবৃষ্টি কৰে,
আধি-ব্যাধি-ভয় নাশ কৰে,
সহস্ৰ সূৰ্যৰ জ্যোতি ধৰে
সেই স্যমন্তমণি ক'ত?
ভুজংগ-পিহিত দ্বাৰ,
পাতালৰ ডাৰ্কটাৱাৰ
আৰু পুৰ্গাটৰিঅ' পাৰ হৈ —
সেই অজন-জনপদ পাবা গৈ,
ল'ৰাই ওমলে তাক লৈ।
— সূৰ্যকোটি প্ৰতীকাশ সেই স্যমন্তমণি
আজ্ঞাৰৰ চক্ৰৱৰ্তী কুব্লাই খাঁক
জিনিব পাৰিলে
সত্যভামাই বৰমাল্য দিব,
তেওঁ সত্যভামা পণ,

আৰু লগত পাবা স্যমন্তমণি যৌতুকত।
সত্যভামাৰ তৰল প্ৰভা
মিচিকি হাঁহিত
মণিৰ পোহৰ লীন হ'ব।
আৰু কোনো দিন হা স্যমন্ত হা স্যমন্ত
কৰি থকাৰ কাৰণ নহ'ব।

## খেৰসূতী বুঢ়ী আই

শ্ৰীমন্তৰ পিতামহী খেৰসূতী আই,
তোমাৰ নামত যাচোঁ এখনি শৰাই।
আকাশক বাদ দিলে থাকে ক'ত ৰবি?
চিত্ৰপট-বিনা জানো হ'ব পাৰে ছবি?

প্ৰণামো তোমাক দেৱী ভাগৱতী আই,
শংকৰক উলিয়ালা সজাই-পৰাই,
পুত্ৰ দেখি লোকে যায় মাতৃক পাহৰি,
তোমাক ভবাৰ নাই অলপো আহৰি।

অসম জননী তুমি খেৰসূতী আই,
তোমাৰ নামত যাচোঁ এখনি শৰাই,
মৰষিবা শত দোষ, নধৰিবা দাই।

## ৰিফিউজী

সদায় পুৱাতে দেখোঁ
পদুলি আগেদি যায়।
বঙলা দেশৰ এটি ভগনীয়া বুঢ়ী,
ঘুগুলা কাপোৰ পিন্ধা,
বয়সত নাই বুলি হ'ব চাৰিকুৰি।

ল'ৰা-নাতি বোৱাৰীৰ
উৱাদিহ নাই;
সিহঁতে

আপোন মানুহ যত
কাটি-মাৰি শেষ কৰি দিলে;
অসমত থকা এক দুখীয়া দোকানী,
তাতে আহি আছে খোহামাৰি,
আশ্ৰয় সম্বল নাই,
কেউফালে অন্ধকাৰ,
কেউফালে অথাই সাগৰ।

হাতত লাখুটি লৈ
কুঁজা-কুঁজকৈ
কোনোমতে ফোপাই-জোপাই
বুঢ়ীটিয়ে
বাত্তিপুৱা ঘৰে ঘৰে বিচাৰেহি ফুল।
ইষ্টদেৱতাক দিবলৈ
শূন্য প্ৰাৰ্থনাৰে।

## পদুম-ফুল সংবাদ

ফুলেচৰ কুৰ্মি
কামজাৰীৰ মহৰীয়ে ফুল বুলি মাতে —
তাৰ বিয়া-ছাদি হৈ গ'ল, মদ-ভাত খাই,
বৰুৱাছালি বাগিচাৰ ফুলেচৰ কুৰ্মি
তাৰ ন ছোৱালী চুৰ্মি।
বোৱাৰীয়ে শাহুৰ গৰকাত অলপো নাপায় শান্তি,
আৰু কিবা কাৰণত তাই থাকিবলৈ নহ'ল মান্তি।
এদিন সঁচাকৈ পদুমৰ লগত পলাই কেনিবা গ'ল।
ফুলেচৰে লাওপানী খালে,
ঝুমুৰ গালে,
মাক জব হ'ল।
ইয়াৰ পিছত ভালেমান দিন গ'ল।

তিনি নম্বৰৰ মাজত এদিন
পদুম-ফুলেচৰ দুয়োটাই
চুৰ্মিক মাজত বহুৱাই আছে চুখা খাই —

হাঁহি-খিকিন্দালিৰ অন্ত নাই,
— যেন মাধ-সুভ-বলাই।

## ১৯৪৩

আজাৰ নিজাৰ পৰি আকৌ ফুলিছে।
এফালে এঘট দৈ, এথুকি তামোল,
আনফালে দেৰগয়া গুড়ৰ টেকেলি,
এখন বুজন ভাৰ।
বিহুৰ মাননি লৈ পাছে পাছে জোঁৱাই ল'ৰাটি,
— শাহু আছে পতানজৰাত।

আগে আগে নকৈ মাক হোৱা
ঘৰশুৱা যায়,
মূৰত ফুলাম জাপি, বুকুত কেঁচুৱা।
উদং কালত বাটে পোৱালি মেলিছে।

খৰালিৰ কাকডোঙা হাড়লি তেনেই,
পাৰ হয় মেখেলা উজাই,
কলাফুল পানীয়ে সাবটে।
গৰু চালে কেউফালে বেবাব লাগিছে।
ডিবুৰু জিলাত বোলে জাপানীয়ে বোমা বৰষিছে।
মূৰৰ ওপৰে উৰে কাণফলা আকাশী মটৰ।
মুগ্ধ জনপদ-বধু —
এবাৰ ল'ৰাৰ মুখ, এবাৰ আকাশ।
অৰুন্দই পঢ়াবোৰে
কণাকণি কৰে —
কেউফালে দুনিয়াত ধেৰাই লাগিছে;
বুঢ়া-ডেকা, ল'ৰা-লুৰি মাৰিছে দেধাৰ,
চকুৰ পচাৰে প্ৰতি।

কোৱাচোন ল'ৰাৰ বাপেক
*এই হতশ্ৰী হোৱাখনে কিয় বাৰু মাৰে*
আৰু মৰে এইদৰে?
কথাবোৰ শুনি হ'লে বুকুখন কিবা কিবি কৰে।
দেখাত মাধৈ, তোৰ বুকুখন ডাঠ;
তই কিন্তু, অলপ ধতুৰা।

ৰবৈয়া বাগিচাত মিলিটেৰী ঠিকা কাম,
— দিয়ে দিনে ডেডকুৰিকৈ।
বিহু খাই যাবই লাগিব,
ধুনীয়া ধুনীয়া ছোলা কেঁচুৱাক দিবি,
জিলমিলি সূতা কিনি ৰিহা বৈ ল'বি।
তয়ো বগী,
বগীতামে ঢাকি থোৱা ঘৰত থাকিবি।

ভকতৰ ভৰিৰ ধূলাৰে
পোনাকণ জীয়াই থাকক।
তেজৰ চিকটি লগা ধন মোৰ নহ'লেও হ'ব।

দেহা থাকিলেই বেহা, ফটাকানি এডোখৰ হ'ব
যেনে তেনে,
বাৰীৰ টকৌ পাত আছে কিহলৈ?
তুমি গ'লে মই বাৰু পোনাকণক লৈ
কোৱাচোন অকলে থাকোঁ কেনেকই?
সৌৱা আমাৰ ঘৰ, চতিয়না গছ,
কাৰোবাৰ চোতালত হুঁচৰি গোবিন্দাই ৰাম।
মূৰৰ ওপৰে উড়ে মূৰখোৱা উড়ণ জাহাজ।
আজাৰ নিজাৰ পৰি আকৌ ফুলিছে।
আকৌ নাদুকী হ'ব কাকডোঙা নৈ।

## নতুন দিল্লী

চেৰাফৰ হাঁহি আৰু হে ৰাম্ — ৰাম্,
তাক কোনে হত্যা কৰে? উদ্ধত যুবকে?
তুমি, মই, তেওঁ আৰু গোটেই দুনিয়া —
খুনী মাম্‌লাৰ হ'ল সকলো আছামী।
নথি-পত্ৰ লুকুৱাই
নিজে হ'ব খোজা
নিষ্কলংক কলাধাৰ তুমি?

দৃষ্টিমন্ত কালে আছে চাই একেথিৰে।
এখন ব্ৰহ্মাণ্ড এৰি আন এখনলৈ

ভাবিছা নে ৰক্ষা পাবা? চক্ৰই খেদিছে
পাছে পাছে — নেৰিছে তোমাক, মোক
আৰু সকলোকে — সাৰি যাবা ক'ত?
সেই চেৰাফৰ হাঁহি, সেই ৰাম্ — ৰাম্
বজ্ৰসাৰ অস্ত্ৰ হৈ বিচাৰি ফুৰিছে।

## সংহতি

মাৰকেই বা নামাৰকেই পোন্ধ,
আমাৰ সকলোৰে নামবোৰত আছে ধৰ্মৰ গোন্ধ।
ৰহমান, ৰামেশ্বৰ, ৰাণী, লক্ষ্মী, ফাতেমা, মহেন্দ্ৰ, শিব,
জেবুন্নিচা, গোবিন্দ, উষা, পদ্মা, ৰহিম, ইন্দ্ৰ, দেব।

এই জেঙাটো ভাঙিবলৈ
এটা কমিছন বহি
দহমান — দহদিন টি-এ খাই
ৰেপটত কৰিলে চহী।
আগৰ নামবোৰ একেবাৰে খাৰিজ কৰি
নতুন নাম পিন্ধাব লাগিব সকলোকে ধৰি ধৰি।
পাখৰী, শেগুনকা, গেন্ধেলা, মেমেৰী, পেনেৰা, টেটৈৰা
খৰেখোৰা, মখনা, চেৰেলী, গঁড়, ভালুক, কম্পোষ্ট,
— এনে নামবোৰ ৰাখিলে হ'ব
সকলো সকলোৰে দোষ্ট।

## ছপেনহাৱাৰৰ কুকুৰ

যি নাযায়, নুফুৰে, নাচায়,
তেওঁ কাকো নিচিনে
— নিজকো।
তেওঁ
শিপাবোৰে ধৰি থকা গছৰ দৰে,
মাত্ৰ —
এটা বটানিকেল স্পেচিমেন্,
আমাৰ কীৰ্তন পুথিয়েও আনকি তাকেই কয়।

কঁহৱাৰ বগুলাত
দেখা পাবা
হ্ৰস্ব স্কাৰ্ট,

ট্ৰাউজাৰ, হাৱাইন্, ছাৰ্ট,
ধুতী, কোট, পাঞ্জাবী চাদৰ,
কন্ধা-বছা মেখেলা পাটৰ,
তামবৰণীয়া চুলি
আৰু
ভোমোৰাকলীয়া;
শুদা কপাল,
সেন্দুৰৰ ফোঁট।

সৌজন ডেকা অধ্যাপক,
অলপ আঁতৰতে নব-পৰিণীতা।
থিয়ৈছিৰ চিন্তা-ভৰা পণ্ডিতৰ মুৰ,
জলকা লাগিছে।
ন-ছোৱালীৰ দৃষ্টি পকাচুলি হিম অচলত
কেতিয়াবা ওচৰৰ সেউজীয়া টিলা,
সমশীৰ্ষ চাহনি বাগিচা,
মাজে মাজে বিৰক্তিৰ চাবনি।
কেছিয়াছ-দৃষ্টি লৈ সৌজন সাংবাদিক হ'ব,
মাতৃভূমি কাকতৰ সহ-সম্পাদক?
দেশ-বিদেশৰ টুৰিষ্টৰ লগত তেওঁৰ কথা।
কাজিৰঙা চাবা?
ম'হ, পহু, মেঠোন, গঁড়,
হাতীৰ গচকত ইকৰাৰ মৰ্মৰ;
ধুনীয়া ধনেশ, সৰচতী বগ।
তোমাৰ থৰাকুছৰ মাজত গোটেইবোৰেই সোমাই আছে।

তোমাৰ মনৰ পখা
সিইত গুলাই গৈ
কাজিৰঙা ৰিজাৰ্ভ সোমাল
সিইতক গুলীয়াই মাৰে, সাধ্য কাৰ?
নামঘৰ - কাজিৰঙা মৰে,
মোক ভালপাওঁ কাৰণে কাজিৰঙা চাবলৈ আহোঁ।

বনভোজ হৈ গ'ল,
বেলিয়ে লহিয়াইছে।
কঁহৰাৰ দাঁতিত কেমেৰাৰ সমুখত থিয় দিয়া।
ড্ৰাইভাৰে হৰ্ণ দিছে।
শিউপূজন, ৰামখেলাৱন আৰু প্ৰেমেছৰ গায়নে
কেৰাহী-বাল্টি ধুই সামৰিছে।
ড্ৰাইভাৰৰ হৰ্ণ।
বেছিকৰ পণ্ডিতে স্কুলত তলা মাৰিছে,
তেওঁৰ টিকনিৰ জবাফুল লেৰেলিল,
কণকণ ল'ৰা-ছোৱালীহঁতৰ গালে অলপ জীৱ আহিছে,
সিহঁতে বনাই ফুৰিছে।

ক'লা, তন্বী, বনুৱা ছোৱালীহঁতে
লাইনলৈ উলটিছে।
সিহঁতৰ গালত ৰ'দৰ শ্ম', মুখত গানৰ টুকুৰা,
মূৰত টুকুৰী,
মাৰ যাব খোজা বেলিৰ পোহৰ চাহনিৰ
সেউজীয়াত বাগৰিছে,
ড্ৰাইভাৰে হৰ্ণ দিছে আকৌ।

## গান্ধাৰী

গান্ধাৰী,
তোমাৰ অন্ধকাৰ দূৰ কৰাঁ,
পতিব্ৰতাৰ বন্ধন মুকলি কৰাঁ,
চকু মেলি এবাৰ চৌদিশে চাই লোৱাঁ।
শুনিছা তুমি গগনভেদী আৰ্তনাদ,
আকাশলংঘী চিতাধূম এবাৰ চাই লোৱাঁ,
গান্ধাৰী, তোমাৰ বন্ধন মুকলি কৰি
চতুৰ্দিশে এবাৰ চাই লোৱাঁ।
দৃষ্টিৰ আবৰণ আঁতৰাই দিয়াঁ।

## তেজীমলা

মোৰ ভোটটো মোৰ মাহী আইকহে দিম,
আনক দিব নোৱাৰোঁ,
ই ধ্ৰুপ কথা।
তেওঁ মোৰ কাৰণে কি কৰা নাই?
মূৰটো মোৰ খুবলিত খুন্দিলে,
পিৰালিৰ কাষত পুতিলে,
পিছত নি পোতা বিলত পেলাই দিলে,
তাতে এতিয়া পদুম ফুল হৈ ফুলি আছোঁ,
— মাহী আইৰ যহতে।

## নতুন ৰামায়ণ

সহস্ৰমূৰীয়া দশানন,
আকৌ নতুন ৰামায়ণ।
সাগৰত সেতু হ'ল,
লংকা আহি জিনিলে জগত।

বাট-পথ সোণেৰে বন্ধোৱা,
পুথি-পাঁজি সোণেৰে মেৰোৱা,
কপালৰ দু আঙুল
সোণে ঢাকি থোৱা,

সোণৰ ছাবিৰে মেলে সোণৰ দুৱাৰ,
সোণৰ হাবিয়ে ঢাকে কোঁহ মেলা অশোকৰ পুলি।

তুমি জানো সম্ভৱামি বিশ্বাস কৰিবা?
ঘৰে ঘৰে ৰাৱণৰ বিজয় বাহিনী,
সোণে-কিনা মানুহৰ নতুন কাহিনী।
সহস্ৰমূৰীয়া দশানন,
কোনে ৰচে নব ৰামায়ণ?

## ফ্রা লিপ্প’

ইম্‌তাহান্ ফেলকৰাবোৰে
(আমাৰ দেশৰ পিণ্ডাধিকাৰী)
লেট্রিনৰ বেৰত লেখি
মাষ্টৰৰ মুণ্ডপাত কৰে —
এণ্ডাৰেৰে সংক্ৰান্তি পুৰুষ আঁকি
(ইহঁত আমাৰ ফ্রা লিপ্প’)
*দিযে তাতে বিকৃত নাসিকা-কৰ্ণ-দন্ত।*

মৰগীয়া বানচৰ আন্দোলন কৰা
চৰগৰ কাকতীয়াহঁতে
কণ্ঠে দিয়া কেহা পানী খাই
আলোচনা কৰে
— কোন দেৱতাৰ স’তে
কোন ৰম্ভা ঘৃতাচীৰে আছে হাট-বাট।
তাৰ প্ৰতিলিপি থাকে
গোছলখানাৰ ওৱালত।

বুঢা মহীৰাম ঠিকাদাৰে
এনুবেল ৰিপেয়াৰ কৰি,
চূণ-পানী সানি
গদ্য-ছন্দ-ৰূপৰেখা মোহাৰি পেলায়।

## মানিমুনি? আকৌ মানিমুনি?

আমৰ পঁজাৰ সমুখত
জিনিয়া,
ডালিয়া,
ৰড’ড্রেনড্রন্, হলিহক্,
হয় যদিও হওক।
কিন্তু
মালীৰ কোৰৰ চাবৰ কেজুৱেলিটি হৈ
আকৌ বিজাবেক্‌ছন পোৱা
আৰু
পেমধৰি অহা

মানিমুনি
জানি শুনি
মাৰি নেপেলাবি,
মৰিলে তইঁতে মজা পাবি।

*মাঘৰ শেষত বৰিষে দেও*
*মৰি যোৱা মানিমুনিয়ে ধৰিছে ঠেও।*
আকৌ মেলিছে চকু,
জিকমিকাই শুৱাই আছে চোতালৰ বুকু,
ইহুদি তেল মুৰত ঘঁহা মালিনী পাৰৰ বটুবোৰৰ দৰে,
(অসমীয়া কবিহঁতে যেন এই উপমাত জগৰ নধৰে।)
কুঁৱৰী-নাচনীহঁত
আঁতৰে আঁতৰে গুচি যাবি,
তইঁতৰ ভৰ লাগি মানিমুনি মষিমূৰ হ’ব,
পুলি-পোখা একোৰে নৰ’ব।

শ্ৰীনিবাৰণ কবিৰাজে
(কেতিয়াও কথা নকয় বাজে)
পাইছিল ভাবপ্ৰকাশত
আয়ুৰ্বেদ শাস্ত্ৰৰ পাতত
— মানিমুনি ব্ৰাহ্মী নামে খ্যাত।

পঞ্চায়ত মেম্বৰৰ নহ’লেও মত
ব্ৰহ্ম সত্য তিনিও কালত।
জনগণে নল’লেও মানি,
ওহি পৰমতত্ত্ব বাণী।

সেয়েহে, মানিমুনি মনীষীৰ পূজ্য
গ্ৰহণী চপাই লোৱা নৰিয়াৰ চিৰকাল
ভোজ্য।
এই বহুৱালিখন কবিতাৰ বজাৰত ব্ৰাত্য;
অৱাহৰ প্ৰফেছৰে কোনো কালে ছাত্ৰৰ নকৰিব পাঠ্য।

## কেপ্-কাণখোৱা

কেপ্ আহে — মনে মনে থাকা
কান্দিব নাপায়
সকলোৰে ঘৰে ঘৰে কাণ খাই খাই
কাণখোৱা পালেহি পদূলি,
শুই থাকা আমনি নকৰি।

মোৰ এই আদবয়সতো বুঢী আইতাই
দঢ়াই দঢ়াই কয় —
মনে মনে থাক,
কাণ খাই সকলো শিশুৰ
তোৰ আহি চাপিছে ওচৰ।

কেপ্ আৰু কাণখোৱা,
কাণখোৱা-কেপ্ —
যেনিয়েই যোৱা তুমি তেনিয়ে শুনিবা।
কাণখোৱা-কেপ্‌বোৰে
ল'ৰা, বুঢ়া কয় কাক
একোকে নুবুজে।

## বাইদেউ

ইস্কুলৰ বাইদেউ
বিভা হাজৰিকা,
বয়সত একুৰি পোন্ধৰ।
গা-মুখ ভাগি গ'ল, হড়গা ওলাল।
সৰুতেই বাপেক মৰিল।
বেংকত থৈ গ'ল ধাৰ।

জীয়ৰীয়ে কাম কৰি
তেল-নিমখৰ
যোগালে খৰচ;
ককায়েক সৰুসুৱা কাৰবাৰ কৰি
লাহে লাহে
কোনোমতে ধাৰ-ধুৰ মাৰি
হ'ল চাফা,
বিয়া পাতি ছোৱালী আনিলে
বেতনীৰ বৰমহৰীৰ।
ভনটিৰ কোনে লয় বুজ?
আজিকালি
ক্লাছত
অকাৰণে বাইদেৱে
গালি পাৰি আছে।
পঢ়া-শুনা পাৰিলেও কৰি আছে খং।
কেতিয়াবা গোট পিৰিয়ড্
মনে মনে বহি থাকে,
ঘপকৰে উঠি গুচি যায়।
মাত-বোল নাই।

সোধ নাই, পোছ নাই
অকস্মাতে হাঁহি দিয়ে ঢেকঢেকাকৈ
ভয়ে ভয়ে ছোৱালীয়ে
ইজনীয়ে চাই থাকে সিজনীৰ মুখ।

## গণিছাৰ

বিলাতৰ বিলৰ পাৰৰ
ভকতীয়া কবিয়ে লিখিলে
'কুলি' নামে বিখ্যাত কবিতা।

কুলিৰ মাতত
কবিয়ে নোৱাৰে ক'ব
— ধৰাখন স্বপ্ন্নে দিঠক।

ইংৰাজীৰ অধ্যাপক গণিছাৰে হ'লে
আপদীয়া কুলিটোক
কৰিলে হালাল্।

## অ' কবি টৌৰটোৰাব কিয়?

কবি, তই টৌৰটোৰাব
কিয়?
হেৰ' টৌৰটোৰাব কিয়?
কথাৰ জাল গুথি তই
মানুহৰ লবি জীৱ।
হেৰ' টৌৰটোৰাব কিয়?
নতুন বস্তু তোৰ জানো
আছে আৰু কিবা?
সিয়াঁৰিছ তই মাথোঁ আন মানুহৰ জিভা।
হেৰ' টৌৰটোৰাব কিয়?
দুৱাৰমুখৰ তামোলজোপা থিয়,
তাকে ক'বলৈ আকৌ এটা নতুন কৰি
লাগিছে বাৰু কিয়?
হেৰ' কবি, তোক লাগিছে কিয়?
দিনে-ৰাতিযে তইনো বাৰু টৌৰটোৰাব কিয়?
এইদৰে টৌৰটোৰাব কিয়?

## ককাৰ কবিতা

ককা অ',
অ' ককা,
তোৰ কবিতাত
আছে মাথোঁ কুলি আৰু
কেতেকীৰহে মাত।

দুখীয়াৰ বিননিৰ অকণো নুশুনি।
শুদা গাৰে অনাহাৰে থকা
শৰীৰত আছে মাথোঁ জকা,
— সিহঁতৰ নাই মাটি-বাৰী,
এনেকুৱা হেজাৰ হেজাৰ নৰ-নাৰী
বৈ আছে সৌৱা শাৰী শাৰী।

সিহঁতৰ দুখবোৰ ক'ব পৰা নাই কোনো কবি;
দুখৰ লেখনী লৈ কোনে আঁকে সিহঁতৰ ছবি?
দুপৰীয়া শুদা ভাত-মুঠি যাৰ নাই
এনে মনিচৰ ফালে কোনে ঘূৰি চায়?
সমাজৰ লাইখুঁটা বৰমূৰীয়াই
বৰ বৰ কথা কৈ আহি গুচি যায়।
তেওঁলোকে দিয়া উপদেশ।
কিমান শুনিবা? নাই শেষ।

নিচলাৰ দুখৰ ভাগ লোৱা
কেতিয়াও এজনো নোপোৱা,
সিহঁতৰ মাজত সোমাই
সিহঁতক কোনে আজি নিয়ে আগুৱাই?

সিহঁতৰ অন্তৰত কোনে গঢ়ে আশা?
সিহঁতৰ কলিজাৰ কোনে ৰচে ভাষা?

## সংস্কৃতৰ অধ্যাপক

সংস্কৃতৰ অধ্যাপক,
দেখিলেই খং উঠে, পাণিনিৰ সূত্ৰ যেন লাগে,
শুকান ডাবৰি।
শকুন্তলা নাটকৰ তৃতীয় অংকত,
নায়ক-নায়িকা কোনো নাটকৰ পাতত নাথাকে,
গুচি যায় কেণ্টিনত চাহ খাবলৈ।

## কত কি!

ভোট সংগ্ৰহ কৰিব পাৰিলে,
বাহী চোতাল গচকি,
অধ্যক্ষ যে হ'বই পাৰিবা,
আৰু পাৰিবা কত কি।

## হাকিমায় নমঃ

বলি দিব পৰা এটা বুজন কোমোৰা
চালত ছিঙোতে

চুৰনিত বাগৰি পৰিল।
— আঁতৰাই থৈ দিয়া,
ন চাউলৰ স'তে হাকিমত লগাব
লাগিব।

## কাছাৰীৰ কাকতী
### (ট্ৰেজেডি)

কাছাৰীৰ টোকোনা কাকতী,
পায় মাহে আঠকুৰিমান,
বৃহৎ সংসাৰ, পৰিয়াল।
তিৰোতাগৰাকী
হাত ধৰা বুলি
তেওঁৰ যহতে
কোনোমতে ৰৈ আছে ঘৰ।
পোকেধৰা মচুৰৰ দালি,
গেলা আলুগুটি,
— ইমানেই মেনু।
মাছ-জিজ্জি কাক বোলে
ল'ৰা-ছোৱালীয়ে চিনিকে নাপায়।
দাজুৰে যোগান ধৰা
আধেৰ গাখীৰ
তাত বাৰ অনা পানী।
গৃহিণীৰ পৰামৰ্শ মতে
ভৱিষ্য নিধিৰ পৰা
ধাৰে বান্ধে আনি
কিনিলে এজনী গাই
হাৰিয়ানা সঁচ বুলি শুনি।
গাইৰ কি নাম থ'ব,
সুৰভী নে কামধেনু?
— তাকে লৈ দুৰ্বাদল এখন কাজিয়া।
ঘাঁহ দিব, পানী দিব,
কুটা কুটা খেৰ;
ভাতৰ মাৰৰ লেশ পেলনি নাযায়।
মাক আৰু ল'ৰালুৰি
সকলোৰে গৰুতে জীৱটো।
গৰু-বিহুৰ দিনা
তেলেৰে হালধি ঘঁহি
নতুন পঘাৰে
বিধিমতে পূজা ভাগ দিয়ে,
ঘৈণীজনাই ভাবে —
ল'ৰা-ছোৱালীয়েও তেওঁ
খাটি গাখীৰৰ
মুখ দেখা পাব।

আলহী-দুলহি হ'লে আৰু
গৃহস্থৰ নাক নাকাটিব,
অকণিজনীয়ে
সামাজিক দেখি আছে
ফেঁহু খাই থকা।
বুঢ়ী বাই আহি
শনিবাৰে শনিবাৰে মুখ ভাঙি যায়।
কেৰেণীয়ে পুৱা শুই উঠি
এদিন দেখিলে
গায়ে পোৱালি এটা বিনচ কৰিছে।

## বৰম'হৰীৰ মনল'গ

ইমান দিনে টিঘিলঘিলাই বৰম'হৰীৰ চকীত বহি পালোঁ।
এক্‌ডজন এনড্ৰু মেকল বগাচাহাবৰ গতি-গোত্ৰ চালোঁ।
এতিয়া আহিল ভৈৰঁ' প্ৰসাদ জোতদাৰ,
চাহপাতত থৈলাওনিৰ যোগদাৰ।

এদিন বৰম'হৰীৰ দুৱাৰমুখত ম'হৰ গাড়ী দুখন উপস্থিত,
লামলাকটু ভৰাই লৈ গাঁৱৰ ঘৰত আহি দিলোঁ থিত।
গাঁৱত সোমালোঁ ইয়াতো ঠাই নাই,
মণিকূটৰ গোসাঁই কাপোৰ এন্দুৰে কুটিলে পাই।

গাঁৱলীয়া পঞ্চায়তে পাই
নিন্দাবাদ-পৈশুন্য হিংসা
ঘৰে-বাহিৰে পেলালে মিহলাই ।
মহাপুৰুষে কৈ যোৱা কথা,

তাত কিবা হ'ব পাৰেনে লেঠা?
সন্ধ্যাৰ পিছৰ শাকমঠীয়া টেচনৰ দৰে —
নিমাওমাও, এন্ধাৰ-মুধাৰ (বৰম'হৰীয়ে) জীৱন
কেনেকৈ ধৰে?
ভোটত হৰা আইন সভাৰ হ'ব খোজা মেম্বৰৰ দৰে—
স্কুল-কমিটিৰ সভ্য হ'লে সন্মানটো কোনোমতে
তৰে।

নাই হালোৱা, নাই ৰোৱনী, নাই দাউনী বাই —
মহাত্মাৰ বুনিয়াদীয়ে নিলে উটুৱাই।
কলতলে-বাঁহতলে বি-এ কলেজ পাত —
কোনে বায় হাল-গৰু, কোনে ৰান্ধে ভাত?
পেঞ্চন নোহোৱা বৰমহৰীৰ শ্রুতি-বুদ্ধি নাই —
জীয়াই থকা দিনকেইটা কেনেকৈ বাৰু যায়?

## অজলা ভকত

বৰ কলিতাৰ ল'ৰা
অজলা ভকত,
গোবিন্দৰ দাস,
নাম- কথা লোৱা, ধুতি নীতি ক'তো নাই খুঁত।
খেলৰ দেউৰী বিলনীয়া,
বঢা-টুটা কদাপি নহয়।
মুখত গামোচা বান্ধি
মাহ-কল-কুঁহিয়াৰ ধোৱে,
আঁঠুকাটি শৰাই সজায়,
জালিকটা কলপাত দিয়ে ওপৰত।
নিশা থাকোঁতেই উঠি
পুৰা-গীত গায়,
পথাৰত হাল বাই,
আহে দুপৰীয়া,
বাহী গাৱে পানী-দুনী এটোপা নাখায়।
যেতিয়া প্রসংগত হয়,
বহে গৈ ৰাইজৰ সবাৰো পাছত,
ভাগৰৰ টোপনিয়ে ভকতক হেঁচামাৰি ধৰে,
তথাপিও প্রসংগৰ ছেৱে ছেৱে
চাপৰি বজায় —
তাল হ'লে অলপো নাকাটে;
যেতিয়া সামৰে নাম
নাম লগোৱাই,
ভকতক কোনে ক'ব শুই থকা বুলি?

## জ্যোতিধৰ

টিঙিৰি সত্ৰৰ
ডেকাজনা
— নাম জ্যোতিধৰ,
চেহেৰা-পাতিয়ে, বচনে-গমনে
দূৰতে জিলিকি থাকে, চালে চকু ৰয়,
সাইলাখ ছবিৰ গোসাঁই
— বয়সত মুঠেই চৌবিছ।

যেতিয়া,
অগ্নিগড় আঁতৰাই দিয়ে,
বায়নৰ খোলৰ লগত
ডেকাজনে
গোসাঁই নাচিব,
পৰি পৰি সেৱা কৰে লোকে —
— গোপীনাথ গোসাঁই আহিছে।
যেতিয়া বাটেদি যায়,
জীয়ৰী-বোৱাৰী-বুঢ়ী সকলোৱে
ঘূৰি ঘূৰি চায়,
— জুই হে একুৰা যেন যায়।
চহৰ ফুৰোঁতে
নামঘৰে নামঘৰে
বাহৰ কৰোঁতে
হাঁহি সনা আশীৰ্বাদ পাবৰ মনেৰে
শিচ-সেৱকীয়ে
দিনৌ আঁচল পাতে আঁঠু লৈ লৈ।

## টকালি পাৰিব কোনে?

পাঁচ পুৰা বলী মাটি, ধান হয় ভাল,
সুন্দৰ ঘুমটি ৰাতি, নাই ৰাগ-জাল।
চৰুৰ তলত জুই নুগুচে সদায়,
নগৰীয়া পোছাকৰ আৱশ্যক নাই।

মকৰ্দমা কদাচিতো নাই কাছাৰীত,
উইলৰ দত্ত ধন নহয় আৰ্জিত।
শৰীৰত শান্ত শক্তি, আনন্দ মনত,
সাংসাৰিক বুদ্ধি, কিন্তু সাধুতা লগত।

আঠোপৰ উতলিছে চাহৰ টেকেলি,
দুজন অতিথি থাকে গধূলি আবেলি।
সমানে সমানে মিত্ৰ, সৰল জীৱন,
গধূলি সংযতভাৱে আনন্দ পিয়ন।

হাত ধৰা ঘৈণীজনী, বৰ ৰাংঢালী।
এইবোৰ যেয়ে পায়, পাৰিব টকালি।
(ইটালী)

## প্ৰজপতয়ে সৃষ্টিকৃতে

'বোৱতী' মাহৰ একুৰি পাঁচ দিনৰ দিনা দেওবাৰে
আই—এ ফেল কৰি ডিগ্ৰী পঢ়া আমাৰ জীয়ৰী
কল্যাণীয়া শ্ৰীমতী লিলিমাইৰ
কোৰোকাতলী নিবাসী পূজাৰীৰ ঘৰৰ
কল্যাণীয় শ্ৰীমান হিৰণ্যগৰ্ভৰ (শ্ৰীমান এক্‌জিকিউটিভ্
ইঞ্জিনীয়াৰ হওঁ হওঁ) শুভপৰিণয়ৰ দিন স্থিৰ হৈছে।
সেইদিনা সনাতন পঁচা-পোকেধৰা আটা
আৰু বৰ্ণনাতীত ডাল্ডাৰে ভজা লুচিসহ
গুণাতীত তেলত বহোৱা
ৰঙালাও-আলুৰ ভাজি খাই চিৰন্তন গ্ৰহণী চপাই ল'বলৈ
সপৰিবাৰে আপোনাৰ উপস্থিতি কিমান সমীচীন আপুনি
নিজেই জ্ঞানীলোক, নিজেই চিন্তা কৰিব।
*এই উপলক্ষে ছোৱালীটিক আশীৰ্বাদ স্বৰূপে*
কিবা এটা নিশ্চয় কাৰোবাৰ হাতত পঠিয়াই দিব।
আমাৰ মানুহেও খবৰ দিলে সংগ্ৰহ কৰি আনিব পাৰে
নিবেদনমেতৎ
চিঠিৰে কৰা নিমন্ত্ৰণৰ অপৰাধ ক্ষন্তব্য।

## আত্মাৰাম

মানুহৰ সংগ পৰিহাৰ কৰি
জন্তুৰ সমাজত মই থাকিব পাৰিম বুলি ভাবোঁ,
কাৰণ সিহঁত ইমান শান্ত, সমাহিত আৰু আত্মাৰাম।
সিহঁতৰ ফালে মই বৈ বৈ চাই থাকোঁ,
আকৌ চাওঁ, বাৰে বাৰে চাওঁ।
সিহঁতৰ কোনোটোৱেই 'মোৰ এইছ্ৰ হ'ল', 'তেইছ্ৰ হ'ল' বুলি
বিলাপৰ বিননি গাই নাথাকে,
সিহঁতে সংযমীৰ দৰে ৰাত্ৰি জাগৰণ কৰি
নিজকে অপৰাধী, দুৰাচাৰ, পাপী বুলি
কাকুতিৰ ঘোষা টনাও নুশুনো।
ঈশ্বৰৰ প্ৰতি কৰ্তব্যৰ বিষয়ে দীঘলীয়া ভাষণ দি
সিহঁতে মোৰ কাণ ঘোলা নকৰে।
সিহঁতৰ কাৰো অকণো অসন্তোষ নাই,
সিহঁতে ইটো লাগে সিটো লাগে বুলি
মালিকানাৰ ব্যাধিৰে মগজুৰ বিকাৰো নঘটায়।
কোনেও কাৰো গুৰিত আঁঠু নলয় —
আনকি হেজাৰ হেজাৰ বছৰ অতীতৰ ককাইঁতৰ ওচৰতো।
সিহঁতৰ কোনেও সন্মান নিবিচাৰে, দুখীয়াও কোনো নাই।
(হুইট্‌মেন)

## জোনবাই

লগায় শতুৰুহঁতে
— জোনবাইজনী বোলে
শিল আৰু বালি।
সেইহে আজিও
চিৰকাল খুজি থাকোঁতেও
নিদিলে মিঠে এটা।

নুশুনো, নালাগে মোক
সিহঁতৰ আঁহফলা কথা।
সৰ্বদাই জোনবাই মোৰ বাইদেউ।

## জাতকৰ্ম

ল'ৰা জন্ম হ'লে
আনন্দ উৎসৱ হয়,
— জাতকৰ্ম কৰে।
দেৱতাক বৰ খোজে,
নতুন জাতক যেন
বুদ্ধিমন্ত, প্ৰজ্ঞাৱন্ত হয়।

মই হ'লে স্তুতি কৰোঁ
— হে গদাধৰ,
মোৰ তনয়ৰ
বুদ্ধি-বৃত্তি ভাঁতৰাই দিয়া
তোমাৰ গদাৰে গদিয়াই?
তেহে যদি
জীৱনৰ দিনবোৰ সুখত নিয়াই
প্ৰধানমন্ত্ৰীৰ বাব ল'বগৈ পাৰে।
(চীন দেশৰ)

## অৱসৰপ্ৰাপ্ত

ঘুগুলা ছাতিটি,
ফটা বনিয়ন,
কোনোমতে আঁঠুঢকা
তাৱৰ চুৰিয়া।
বৰ বোৱাৰীয়ে দিয়া সেৰসেৰীয়া চাহটোপা খাই,
মাজু জীয়ৰীৰ পৰা খুজি পোষ্টকাৰ্ডখন লৈ
লীক কৰা নিজৰি কাপেৰে
কালৈ লিখোঁ কিনো কথা?

## মুক্তিমংগল

প্ৰজাৰ হিতৰ কৰ্ম কৰিব ৰজাই;
জ্ঞানীৰ বচনে যেন সমাদৰ পায়;
মায়াৰ মালিক সদাশিৱ সনাতন।
জনম-মৰণ-ক্লেশ কৰা নিবাৰণ। (কালিদাস)

## গণতন্ত্ৰ

তুমি মই একোটা কুলৰে,
মোক যদি ভোটখিনি নিদিয়া তোমাৰ,
জাতিদ্ৰোহ নহ'বনে বাৰু?

## মহাবিদ্যালয়

মহা কিংবা বিদ্যালয় এটাও নহয় —
জ্ঞানী লোকে মহাবিদ্যালয় বুলি কয়।

## ভাগতীবাপু

ভাগতী বাপুৱে আহি
চৌধাৰীৰ গোসাঁইঘৰত
মাজে মাজে ভাগৱত কয়।
— সিকি এটা, চাউল এপোহা।
কেতিয়াবা গজেন্দ্ৰ মোচন,
একোদিনা কালীয় মদন,
কোনোবাৰ যদুকুলনাশৰ কাহিনী।
এদিন ভাগৱতীদেৱে
দামোদৰ ব্ৰাহ্মণৰ আখ্যান পঢ়িছে।
ল'ৰা-তিৰোতাই বহি নিজমে শুনিছে।
বাহিৰত
প্ৰাইভেট টিউটৰ
বৈ আছে ডেড়পৰ,
ছমাহৰ দৰমহা আছে পাবলৈ।

## লেবাৰ

মৰকীয়া মোলোকা
দেখাওহে থোলোকা,
তাৰ নাঙল-যুঁৱলি দিনৌ সোলোকা
কামত
মাৰে মুৰ পোলোকা।
দেউ-এ
দিয়ে আশীৰ্বাদৰ জোলোকা।

## বৰুৱা ছাৰ

বৰুৱা ছাৰৰ অসমীয়া সাহিত্যৰ ক্লাছ —
মৃতকৰ মুক্তিৰ প্ৰাৰ্থনা সহ
শোকৰ প্ৰস্তাৱ গ্ৰহণ কৰি
সোনকালে শেষ কৰা
শোকসভাখন যেন লাগে।

## ভাৱনা

শৰতৰ পূৰ্ণিমাৰ
চকা যেন জোন,
ৰাসৰ ভাৱনা,
গোপিনীয়ে কৃষ্ণক বিচাৰে,
কৃষ্ণই গোপীক।
উদাসীন পিলিঙা কিশোৰ,
চাৰিহাটী পাৰ হৈ
মনে তাৰ কৰিছে বিহাৰ
ওচৰৰ কুমাৰ গাঁৱত,
চেনেহীৰ ৰিহাৰ তলত,
পূৰ্ণিমাৰ মনৰ মাজত।

হাত, মুখ, চকু, ভৰি,
কঁকাল, তপিনা, কৰঙন
কুমাৰে পিটিকি গঢ়া —
চাকে ছুই যোৱা।

গায়নৰ গীত-মাত
গোপিনীৰ বিলাপ-বিননি
পৰি থাকে ভাৱনা ঘৰত।
মন তাৰ কুমাৰ গাঁৱত।

# কথা কবিতা

(দুবৰালৈ সম্মান জনাই)

## (১)
## বলিয়া কোন?

বহুযুগৰ আগত কোনো এখন গড়গাঁৱত এজন প্ৰতাপী আৰু জ্ঞানী ৰজা আছিল। তেওঁ প্ৰজাৰ ভয় আৰু ভক্তি দুয়োটাৰে অধিকাৰী হৈছিল।

ৰাজধানীৰ মাজ বুকতে এটা বৰপুখুৰী আছিল। ফটিকৰ জোল হেন ফট্‌ফটীয়া শীতল পানীৰে পুখুৰীটো চপ্‌চপীয়া হৈ থাকে। ৰজা-মন্ত্ৰীৰ পৰা আৰম্ভ কৰি নিঃকিন নাগৰিকলৈকে সকলোৱে সেই পুখুৰীৰ পানী খায়। চহৰত পানী যোগানৰ সেয়ে একমাত্ৰ উপায়।

মাজনিশা সকলো মানুহ শুই নিঃপালি দিলে। ক'ৰবাৰপৰা ডাইনী তিনিজনী আহি কেনেবাকৈ নগৰত সোমাল। ডাইনীয়ে ছটোপাল কি সাত টোপাল কিবা এটা জুলীয়া দ্ৰব্য ৰাইজে পানীখোৱা বৰপুখুৰীটোত পেলাই থৈ গ'ল। আৰু ক'লে এতিয়াৰ পৰা এই পুখুৰীটোৰ পানী খোৱা মানুহ মাত্ৰই বলিয়া হ'ব।

পিছদিনা পুৱা সকলো নাগৰিকেই তাৰ পানী খালে আৰু ডাইনীয়ে কোৱামতে সকলোৰেই মস্তিষ্কৰ বিকাৰ ঘটিল। কেৱল ৰজা আৰু প্ৰধান অমাত্যগৰাকীয়ে মাথোন তেতিয়ালৈকে তাৰ পানী খোৱা নাছিল।

আৰু সেইদিনা নগৰত বাটে-ঘাটে ঘৰে-বাহিৰে এটা কথা মাত্ৰ মানুহে কণাকণি কৰি আছিল — স্বৰ্গদেউ বলিয়া হ'ল, প্ৰধান অমাত্যৰো মগজুৰ বিকাৰ ঘটিল। এনে ৰজাক জানো ৰাজ্য শাসন কৰিবলৈ দিব পাৰি? এওঁক ৰজা ভাঙিব লগা হ'ল।

সাজ লাগিছে, ডবাত কোব মাৰিছে। ৰজাই সোণৰ টেকেলিত এটেকেলি সেই বৰপুখুৰীৰ পানী অনালে। তেৰোঁ এপেটকৈ খালে, তেওঁৰ প্ৰধন অমাত্যজনকো খুৱালে।

পিছদিনা পুৱা গড়গাঁৱত কেউফালে আনন্দ-উৎসৱ/স্বৰ্গদেউ আৰু প্ৰধান অমাত্যৰ মস্তিষ্কৰ বিকাৰ গুচিল, তেওঁলোক নিৰাময় আৰু প্ৰকৃতিস্থ হ'ল।

## (২)
## পীৰা

বনগাঁৱৰ ৰাইজে তিনি-পুৰা মাটি জোৰা ৰভা দি সভা পাতিলে। কল-তলে, বাঁহতলে য'তে ত'তে, কলেজ হ'ল, আমাৰ গাঁৱতো এখন লাগে। নহ'লে গাঁৱৰ নাক-কাণ নাথাকে।

এড্‌-হক্‌ কমিটি পতা হ'ল। চুটি-চাপৰকৈ কছ এটা বাটেদি গোঁ-গোঁকৈ গৈ আছিল, তাকে ধৰি আনি সভাপতি পাতিলে। এটা বগা গাহৰি চিৰিয়াখানাৰ পৰা (zoo) কেনেবাকৈ ওলাই আহিছিল, তাকো মেম্বৰ কৰি ল'লে। মহিষাসুৰৰ

বংশধৰ, মুখখন মানুহৰ দৰে, মুৰত বগা শিং — তাকে সম্পাদক পাতিলে। বিধৱা বামুণীৰ ঘৰত অত্যাচাৰ কৰা মাখন শইকীয়া নামৰ চিকৰা এটা, তাকো সভ্য পাতিলে। খেৰ মহাজন বোলা মিত্ৰদ্ৰোহী ফেঁচা এটা, সিও কমিটিত সোমাল। কুকুৰ-মেকুৰী, শগুণ-কাউৰী, ম'হ-মেথোন বহুত গোট খালে।

কমিটিৰ মেলত সিদ্ধান্ত হ'ল, এই প্ৰস্তাৱিত কলেজৰ অধ্যক্ষ পদত কোনো উচ্চ শ্ৰেণীৰ প্ৰাণীক লোৱা নহ'ব। যাক দিয়া হ'ব তেওঁ সভাপতি, সম্পাদক আৰু সভ্যসকলক আৱশ্যক মতে নিৰ্বাচনৰ সময়ত ভোট সংগ্ৰহ কৰি দিব লাগিব। তেওঁ পাৰিলে দিনৌ পুৱা-গধূলি একোবাৰ কাৰ্যকৰী সভাৰ সদস্য প্ৰাণীসকলৰ ঘৰত অন্ততঃ দেখা একোটা দি আহিব লাগিব।

অধ্যক্ষ পদৰ জাননী দিয়া হ'ল, কিন্তু দুবছৰেও তাৰ কাৰণে প্ৰাৰ্থী নোলাল। অধ্যক্ষ বিচাৰি গোটেই জম্বুদ্বীপ চলাথ কৰিলে, চাউল-পিঠাগুড়িৰ টোপোলা লগত লৈ। দেশ ফুৰোঁতে ফুৰোঁতে শেষত এঠেঙীয়াৰ দেশ পাৰ হৈ এক মুলুক পালেগৈ। তাতে পথাৰৰ দলনিৰ মাজত ল'ৰা এটাই ম'হৰ পিঠিত উঠি ম'হ চৰাই আছে। ওচৰতে জাকৈয়ে ছোৱালী কিছুমানে জকাই বাই আছে, ম'হগুৱাল ল'ৰাটোৰ সৈতে মাজে মাজে চুপতি-পেংলাই কৰিও আছে।

ম'হগুৱালে নাহোঁ-নাযাওঁ কৰাতো জোৰ-জবৰদস্তিকৈ তাক ধৰি আনি অধ্যক্ষৰ পীৰাত বহুৱাই দিয়া হ'ল।

ওচৰ চুবুৰীয়া গাঁৱৰ ল'ৰাই বনগাঁৱৰ ছাত্ৰ দেখিলেই জোকাবলৈ আৰম্ভ কৰে —

বনগাঁও কলেজ
হেড ন' নলেজ,
বয়জ আৰু দংকীজ
মাষ্টাৰ্ছ আৰ মংকীজ্। (উৰ্দুৰ পৰা)

# প্ৰট'প্লাজ্‌মৰ কথা

A little nonsense, now and then
Is relished by the wisest man
— ব্যাস মুনিয়েও মাজে-সময়ে আফুৰা গল্প শুনি আমোদ পায়।

এই সৰু সৰু প্ৰবন্ধকেইটাৰ সৰহভাগ (essay, loose sally of the mind) চকুৰ অসুখৰ সময়ত মনলৈ অহা লাগ-বান্ধ নথকা ছন্-গুৰি নোহোৱা কথা। বেজ-জ্ঞানীয়ে এমাহমানলৈ লিখা-পঢ়া বন্ধ কৰি দিলে। কথাবোৰ মনত গঢ ল'লেই আমাৰ জীয়ৰীক কওঁ, তেওঁ লিখি থয়। তাৰে কেইটামান আৰু আগে-পাছে অ'ত-ত'ত লিখি থোৱা দুটামান গোটাই ইয়াত তৰঙাইছোঁ। জীয়ৰী শ্ৰীমতী আৰাধনাই তুলাপাতত টুকি নোযোৱা হ'লে সৰহখিনি হেৰাই গ'লহেঁতেন।

দুই-এক জ্ঞানীলোকে পটি ভাল পাইছে। ছপাই উলিয়াবলৈ পৰামৰ্শ দিলে। ইয়াৰ আগতে আমাৰ 'লেফাফা' নামে কৰ্ম বা দুষ্কৰ্ম প্ৰকাশ পাইছিল, ৰাইজে বেয়া পোৱা নাই। পণ্ডিত শ্ৰীকৃষ্ণকান্ত সন্দিকৈদেৱেও তাত কিবা এটা গুণ দেখা পাইছিল, ড° যোগীৰাজ বসুৰ দৰে বিদ্বান ৰসগ্ৰাহী লোকেও শলাগিলে। সেই সাহতে এইবাৰো ৰূপ ৰস গন্ধহীন কঠনা ৰাইজলৈ আগবঢ়ালোঁ। পদুমফুল ফুলে, শেৱালিও ফুলিব পাৰে, কঠনা কিয় নুফুলিব। ফুটুকা কিয় নুফুলিব?

প্ৰথম প্ৰবন্ধ আকাশবাণীৰ গুৱাহাটী কেন্দ্ৰই প্ৰচাৰ কৰে। দুটানে তিনিটা প্ৰবন্ধ যোৰহাটত পতা অসম সাহিত্য সভাৰ হীৰক জয়ন্তী উপলক্ষে আয়োজন কৰা কবি সন্মিলনত পাঠ কৰা হৈছিল। 'সংজ্ঞা' বোলা আলোচনীত আৰু 'দৈনিক অসম' আৰু নগাঁও জিলা সাহিত্য পৰিষদ পত্ৰিকাত দুই-এটা ওলাই গৈছে। অধ্যাপক যোগেন ভূঞাই আৰ্হি কাকত চাই দিছে। বাকলিৰ ছবিটো স্নেহাস্পদ ডেকা শিল্পী শ্ৰীমান প্ৰণৱ বৰুৱাই আঁকি দিছে। সিবিলাকলৈ শুভ ইচ্ছা। পুথিঘৰ ছপাশালৰ কৰ্মীসকলৰ সহৃদয় ব্যৱহাৰ আনন্দৰে সুঁৱৰিছে।

শ্ৰীপঞ্চমী, নগাঁও, ১৯০১ শক

শ্ৰীযজ্ঞেশ্বৰ শৰ্মা

# আজি দুপৰীয়া

আজি দুপৰীয়া কপিলী পাৰত
অসমী আইক সাক্ষাৎ দেখিলোঁ।
পদুলি-মূৰৰ নঙলাত ধৰি দূৰলৈ চাই আছে
দিন-কাল বেয়া।
ল'ৰাহঁত এতিয়াও উভতি অহা নাই।
গাত ডেৰ বেগেতীয়া ৰিহা,
আঁঠুৰ তলতে পৰা দগধা মেখেলা,
কাপোৰত ভুঁই-ৰোৱা ৰং।
চকু দুটি টলটলীয়া,
পোহৰৰ শেল দিয়া এচপৰা মেঘ।
ল'ৰাহঁত ইমান পৰলৈকে অহা নাই।
হৈছে বা কি?
চৰুত কেইটামান কৰ্‌কৰা ভাত,
কাহুদি খাৰলি অকণ অকণ,
কলপাতৰ টোপোলাত এমুঠি শুকান খৰিচা।
তাকে ল'ৰাহঁতলৈ থৈ দিছে,
সিহঁত আহিবৰ পৰ হৈ গ'ল।
ক'ত বা কি যুঁজ-বাগৰ লাগিছে!
আজি দুপৰীয়া কপিলী-পাৰত অসমী আইক
নিজ মূৰ্তিত দেখিলোঁ।

১৯৭৮ ডিচেম্বৰ
সাগৰঘাট, আঁহতগুৰি
বেজবৰুৱাৰ জন্মস্থান

## পাৰ্থিৱং ৰজস্ ঃ বাটৰ ধূলি

পাৰ্থিৱং ৰজস্
অনবৰত গাড়ীয়ে উৰাই যোৱা ধূলি।
ৰাজ বাটৰ পেটতে লাগি থকা মোৰ অনুষ্টুপীয়া নিৰ্জু পঁজাটি।
জবাফুলৰ বেৰাৰ কুদ্ৰাক্ষৰ জলাইদি সোমাই
পীৰা-খোৰা, কাপোৰ-কানি, পুথি-পাঁজি
ধূলিয়ে পুতি পেলাইছে।
সমাজৰ সেৱক হ'ব খোজা ৰাইজৰ পদধূলি নহয়।
কন্দলীৰ পদৰ ধূলিনে?
ঢেকিয়াল ফুকনৰ চিতাৰ ভস্ম আছে তাত?
খেৰসূতী বুঢ়ী আয়ে খুন্দা পিঠাগুড়িৰ কণা দুটামান লাগি আছে?
মামৰে মামৰ কৰা মূলা গাভৰুৰ হেংদাং?
নহয়, সেয়া অনবৰত গাড়ীৰ চকাই উৰাই যোৱা বাটৰ ধূলিহে।
যাত্ৰী গৰ্ভ বাছবোৰ উজনি-ভাঁটী কৰি আছে,
এক লহমা বিৰাম নাই।
দিনে-ৰাতিয়ে ক'ৰ মানুহ? যায় ক'লৈ? কিয় যায়?
মোৰ নিঃকিন পঁজাটোত ধূলি সানিবলৈকে নে কি?
অথবা, মধুমৎ পাৰ্থিৱং ৰজস্?

## ইভিল

বিষ্ণুৰ কাণৰ পৰা সৰি পৰা কণামাকৰিৰ দুটা কণা —
সিহঁতে ফেপেৰি পাতি যুঁজ কৰি কৰি
নিজেই মৰিব।
তোমাৰ চিন্তাৰ কাৰণ নাই।

## হাতী ধৰিবলৈ যায়

কবিয়ে নেওচা-কেওচা দি কবিতা-চবিতা লেখিবলৈ এৰি দিলে,
কলী আফ্ৰিকাৰ গহন বনত হাতী ধৰিবলৈ গুচি গ'ল।

## অঘাসুৰ

অজগৰে গিলিলে,
মৃতকৰ মাতৰ দৰে
ক্ষীণ শব্দ এটা বাকী আছেগৈ।
সিওঁ যায় যায়।
উদৰ বিদাৰণ কৰি ওলাব পাৰিলে
অঘাসুৰ বধ হ'ব,
তুমিও জনম পাবা
নহ'লে মৰিলা।

## মুনি আৰু ৰজা

তিনিবছৰীয়া নাতিনী থাম্পি।
থাম্পি জাপানী শব্দ, অৰ্থ ধুনীয়া ফুল।
হুকুমৰ সময় অসময় নাই, তামিল কৰিবই লাগিব।
ছবি আঁকি দিব লাগে,
কিতাপৰ ছবিৰ কথাও বুজাই দিব লাগে।
এটা ছবি দেখুৱাওঁতে এদিন ভুলতে ৰজাক মুনি বুলি ক'লোঁ,
তৎক্ষণাৎ শুধৰালোঁ।
তাকে লৈ মাজে মাজে তাইৰ মধুৰ পৰিহাস।
— অ' ককাই ৰজাকে মুনি বুলি কৈছিল।
হাঁহিসনা এই 'ইম্মাকুলেট' সমালোচনা শুনিবলৈকে
মোৰ ভুলৰ কথাটো উজাৰি দিওঁ মাজে মাজে।
সঁচাকৈয়ে মই ৰজাকে মুনি বুলি ভুল কৰি আহিছোঁ,
বাৰে বাৰে।

## কুশৰ শান্তি

টং-টং-টং-টং
মই ফায়াৰ ব্ৰিগেড, মোৰ শত্ৰু জুই, শত্ৰু জুই, জুই মোৰ শত্ৰু,
টং-টং-টং-টং
বাট এৰি দিয়া, আঁতৰি যোৱা, জুই, জুই, জুই —
ফায়াৰ ব্ৰিগেড মই, টং টং টং টং টং
ঘৰ পোৰা জুইত কুশৰ শান্তিয়ে কৰিব কি?
বাট এৰি দিয়া, যাওঁ, যাওঁ, যাওঁ
টং - টং - টং - টং।

## মেনকাৰ জীয়ৰী

তোমালোকে ভালেই কৰিছা, অনুসূয়া প্ৰিয়ংবদা,
তোমালোকে একো বেয়া কৰা নাই।
তোমালোকৰ শকুন্তলাই সেমেকা ৰিহাৰে পুহমহীয়া ৰাতি কটাইছে।
শাহুৰ চৰিয়া, শহুৰৰ গল খেকাৰৰ পিকদানি,
ননদৰ ওফোন্দ, ভতিজাৰ ভুকু, বুঢ়ী আইৰ ভাগ্য।
দুবছৰে- ডেৰবছৰে কেইদিনমান মাত্ৰ মেটাৰনিটিত,
ছুটী সিমানেই।
আলহী দেখাৰ — দেশকৰ্মী, সমাজকৰ্মী, ভলণ্টিয়াৰ,
আলেকৰ পালেক।
কেতিয়াবা দ্ৰৌপদীৰ কণাও নপৰে ভাগত।
চাহ, ভাত — ভাত, চাহ।
কাঁহী-বাটী ঘহোঁতে মেনকাৰ জীয়ৰীৰ আঙুলি উখহে।
তোৰোঁ তিনিবাৰ হাৰিছে।
অনসূয়া প্ৰিয়ংবদা, তোমালোকে ভালেই কৰিছা,
য'তে আছা, তাতে থাকা।

## ক'বই নোৱাৰে

কংসৰ গায়নে গাই-বাই আছিল ৰজাৰ গুণ-গান,
যেই দুটি ভাই ৰাজসভাৰ দুৱাৰডলি পালেগৈ,
গায়নে গাবলৈ ধৰিলে গোবিন্দৰ গুণ-গান, নিজেই ক'ব নোৱাৰে।
বায়নেও বজালে।
সভাসদসকলৰ কোনেও কথাটোলৈ মন কৰা নাছিল,
দুই-এজনৰ বাহিৰে।

## উল

ৰঙা উলিসূতাৰ ৰবাবটেঙা আৰু শলা দুডাল
হাতত লৈ
ৰঘু চৌধাৰীৰ ঘৰৰ আগেদি
অনন্তকাল অহা-যোৱা কৰে এগৰাকী মহিলা
যুৱতী আৰু গৃহিনীৰ মিক্‌ছাৰ।
বাৰাণ্ডাত বহি পেঞ্চন নোহোৱা পেঞ্চনাৰে
লক্ষ্য কৰি আছোঁ।
কঁলপাত আধলিটোমান সেন্দূৰৰ ফোঁট, মুখত তামোলৰ ৰং
ৰঙা ফুল দিয়া ৰিহা-মেখেলা, ৰঙা হাইহীল।
কেৰেণী নে মাষ্টৰণী?
আজিকালি সকলোৱে সকলো কামৰ লায়ক হৈছে।
অথবা বুৰঞ্জীত ট্ৰেজেডি গুঁঠি থকা বিধাত্ৰী?
কোনোবা দেশৰ পুৰাণৰ পৰা সৰি পৰা এখিলা পাত?

## বন্যা

ঘৃতাচী - উৰ্বশী-মেনকা-ৰম্ভাৰ নৃত্য
বাৰ্ষিক মহোৎসৱ।
নন্দন যেতিয়া ৰসৰ উচ্চ শিখৰত, হঠাৎ আহিল বন্যা,
সায়ুধ, সবাহন-সপত্নীক দেৱতা গ'ল উটি।
গ'ল যে গ'লেই,
ঘূৰি নাহিব।

## তন্মাত্ৰৰ মূল্য

চফল ডেকাই
ৰাষ্ট্ৰীয় বাছৰ দুৰ্ঘটনাৰ ফলত
মুখগুলৰ কোনো কোনো স্নায়ুৰ শক্তি সম্পূৰ্ণ হেৰুৱালে।
এতিয়া তেওঁ চেনেহী চুমাৰ জুতি নাপায় আৰু।
ক্ষতিপূৰণ স্বৰূপে তেওঁৰ দুকুৰি হাজাৰ ডলাৰ দিছে।
তেওঁ বোলে ল'ব খোজা নাই।
(মাৰ্কিন মুলুকৰ খবৰ)

## ডাক ছন্দ

বিশ্বনাথৰ গোসাঁই লৰক-ফৰক্
এদিন পানীত, এদিন তৰত।
লুইতৰ খহনীযাত বুৰিল সত্ৰ,
মূৰ্তি-ভাগতৰ যত্ৰতত্ৰ।
ভালে নাপায় ভাল ঠাই,
খুলশালি ল'ৰা ৰথে চৰি যায়।
গোলাই ছোৰে পাহভাত খায়,
নাম লগোৱা আঁতে শুদা পেটে যায়।
ডকাইতে খায় পোলাও ৰুটী
মৌলানা চাহাবৰ শিশুগুটি।
ফপৰীযাই খানা খাট,
শালগ্ৰামে পানী নাপায়।
কাঁচে পায় মাণিকৰ মূল্য,
ৰত্নাৱলী খেৰৰ তুল্য।
চতুষ্পাঠীত চাৰি সিকি ফাঁকি,
কীৰ্তন মেলিলে নুমায় চাকি।
Judas এ ফুলৰ মালা পায়,
সৰল সেৱকে গুলী খায়।
চিত্তৰকৈ ডাঙৰ বিত্ত,
কবি গুণী ৰূপৰ ভৃত্য।
সিংহসানত বহিল গাধা,
আমি খাওঁ চুণ-চাধা।
ডাকৰ বচন বেদৰ বাণী,
ৰাইজৰ চকুতো পৰে ছানি।

## জনক তনয়া

কাব্যই আহ্লাদ দিয়ে সভাৰ মাজত,
কাব্যৰ জননী কান্দে নাগ পাতালত।

## তামোলৰ পিক্

ছহিদৰ তেজেৰে অৰ্জা স্বাধীনতাৰ যুগত
ৰাইজৰ তেজেৰে সজা তিনিমহলীয়া কাছাৰী ঘৰ।
মণিৰাম দেবান পথ,
মোৰ দুৱাৰমুখৰ পৰা দলি এটাৰ বাট।
কোনো দিনেই যাবলীগায় হোৱা নাই — এদিন যাবলগীয়া হ'ল।
এবেগেতমান কাম বাকী থাকিল, এবস্তা চিমেণ্ট লাগেই।
ল'ৰা-সুৰিও তেতিয়া ঘৰত নাই,
বুঢ়াৰ গা নলৰিলে নহয়।
ওপৰলৈ উঠি যাওঁতে দেখিলোঁ বেৰত পিক্, খুটাত পিক্, চিৰিত পিক্।
মোৰ এজন পুৰণি ছাত্ৰ পালোঁ, ততালিকে কাম হ'ল।
ওলাই আহোঁতে কিন্তু পিকৰ পেইণ্টিং মোৰ চকুৰেদি ভিতৰ সোমাল।
বাটত স্কুল, কলেজ, অফিচ, দোকান-পোহাৰ
সকলোতে দেখোঁ পিক্ পিক্ পিক্।
ব্যাধি? কংসৰ দৰে?
খুদ বৰুৱাৰ কবিতাত লাবানত পিক্ দেখিছিলোঁ,
দেখিছিলোঁ কলিকতীয়া বিষ্টুৰামৰ ঠুংৰীত বৰবাজাৰত পিক্।
মই এতিয়া দেখোঁ সকলোতে -
জল স্থল অন্তৰীক্ষ।
গা ধুলোঁ, লগুণ সলালোঁ, এশ আঠবাৰ জপ কৰিলোঁ,
কিন্তু ক'তা পিকৰ ৰং নগ'ল।
তীৰ্থৰাজ প্ৰভাসত যাবনে? নে প্ৰলয় পয়োধিৰ জলত?

## হিউমাৰ

চাৰিবছৰীয়া অৰুণমানি ছোৱালী
খুড়ীয়েকৰ ৰিহা-মেখেলা কোঁচাই পিন্ধি
শ্ৰীপঞ্চমীৰ পুৱা শ্বেতপুষ্পৰ অঞ্জলি
সৰস্বতী গোসাঁনীক দিবলৈ নিছিল।
কাপোৰত জোঁট লাগি আদবাটতে পৰি
নাক-মুখ ভাগি ৰঙা জবা।

## ঈশা

দুনিয়াত মাথোন খ্ৰীষ্টীয়ান এজন,
তেওঁকো ভকতীয়া সমাজে সাষ্টাংগে গজাল মাৰিলে।
ৰ'মৰ বিধান আৰু পাইলেটৰ নিৰ্মম পেংলাই।
'সত্যপথে যাবা শিশু সত্য কথা ক'বা'—
পাঠ্যপুথিয়ে কয়।
'এই বাটে নাহিবা দুনাই' — তাকো কয়।
সঁচা-মিছাৰ মৈত্ৰী,
মিতিৰৰ ভাও বুজিব নোৱাৰি।
সত্যমেৱ হন্যতে।

## মকৰা

দ্ৰৌপদীৰ বস্ত্ৰৰ দৰে অন্তহীন
কিমান সহস্ৰ লেছা অপেস্বৰী সূতা
তোমাৰ পেটত আছে বাৰু?
দলি মাৰিলে পানীত গঢ় লোৱা চক্ৰৰ দৰে
কিমান চক্ৰ তুমি বয়ন কৰিবা?
ই তোমাৰ লীলা নে প্ৰয়োজন?
পোক-পৰুৱা ধৰি খাবা?
বন্দী কৰিবা দ্বাৰকাৰ কৃষ্ণাইক?
তুমি কবি উৰ্ণনাভ নে কি
উপনিষদৰ ঋষিয়ে কোৱা?
সেই কথাকে সিদিনা বেংকৰ কেৰাণীয়েও ক'লে।

## প্ৰশম দিৱসে

কবি কালিদাস শেষত বেশ্যাৰ ঘৰত মৰিল গৈ
— এইটো কিংবদন্তি নহয়,
খোজ-কাটল, বসন-ভূষণ, লাহ-বিলাহ, ভ্ৰূ-সংকেত, ব্যঞ্জনা
এইবোৰ আঢ্যৱন্ত বিলাসীৰ ভোগ্য।
সতীৰ গতি নাই,
বাৰাংগনাযো দেৱতাৰ বৰ পায়, আনকো দিয়ায়।
বেশ্যাৰ দুৱাৰডলিৰ মাটি দেৱীৰ মহাস্নানত
লাগে বোলে।

## মহাদ্ৰুম

ধৰ্মময় মহাদ্ৰুম তুমি যুধিষ্ঠিৰ,
সামান্য ভগ্নাংশৰ সম্ভোগতেই তুমি তৃপ্ত,
জাতত ক্ষত্ৰিয়, কিন্তু হাতত ধনু-কাঁড় তুমি লোৱা নাই।
পামৰ অনুচৰ, তাকো এৰি স্বৰ্গৰ কৰাপাটৰ সিপাৰ নোহোৱা,
তুমি শাশ্বত ভাৰত, তুমি মহাভাৰত,
গীতাৰ মানুষী তনু।
দাশৰথী ৰাম কেৱল শস্ত্ৰভৃৎ।

## বেজবৰুৱা তোমাৰ

বেজবৰুৱা, তোমাৰ ভদৰী
আস্পাতাললৈ যোৱা নাই
বৰজনা মন্ত্ৰীৰ বিমানৰ বিজুতি,
দুৰ্ঘটনা হৈ খণ্ডীয়াৰ ধাননি পথাৰত পৰিছে।
গাঁৱৰ মানুহ ঢাপলি মেলিছে, ভদৰীও।
পৈয়েকে পেটৰ ভোকত পথাৰৰ পৰা আহি
চালত খুচি থোৱা চাবিপাট লৈ
দুৱাৰ মেলিলে।
বেৰত আঁৰি থোৱা আঠীয়া কল এটা খাই
চাহপানীৰ টেকেলি বহাইছে।

## কাউৰী

একালৰ কোবিদাৰ —
পদুলিমুখত তিনিপুৰুষীয়া কাঞ্চনজোপা
এতিয়া বুঢ়া হৈ মৰিল, থিয় দি আছে,
ৰাতি হ'লে দ'তৰ জঁকা হেন দেখি।
তাতে পৰি এজনী অমংগলীয়া কাউৰীয়ে ৰমলিয়াই আছে,
গাটো কেনেবা লাগি যায়।
মাউৰী ভতিজা ছোৱালীজনীৰ দৰা এটাৰ কথাৰে
দুপৰীয়া এফালে ওলাইছিলোঁ,
আকৌ ভিতৰ সোমাই আহি তামোল এখন খালোঁ।
তাহানি হল্‌ৰইড চাহাবৰ দিনৰ মাৰ্কিনী কাউৰীজনীযেই
আহিল নে কি?
দিন দুপৰতে?

## কোনটো

ঈশ্বৰ নে ইভলিউছন
কোনটো লাগে?
তোমাৰ গা ঢলং-পলং,
কেনেবাকৈ পৰি যাবা —
এটাত থাপ্ মাৰি ধৰি লোৱাঁ।

## বাপে-পোৱে

চালত লগা কোমোৰা, গঁৰালৰ হাঁহ —
বাপে-পোৱে দুয়ো মিলি চাউলকঠা খাঃ।

## টুপীধৰ

আজি বিজয়াৰ দিন,
গোসাঁনী উটুৱা চাবলৈ অহা মানুহ;
বাছখন খুন্দি খুন্দি মুখত খোৱা ধঁপাতৰ চুঙা,
চকা লগা পুৰ্গাটিৰিও।
জাঁজীৰ পৰা অহা বাছখন কাচগঁৰাল পদুমনিৰ ওচৰত ৰৈছে।
কোনোমতে পাছলৈ মুখখন ঘুৰালোঁ, দেখিলোঁ,
সাইলাখ টুপীধৰ তাহানিৰ।
স্কুলৰ লগৰীয়া টুপীধৰ —
গণকে গণি-পটি চাই দিয়া নাম,
গান্ধী-টুপী পিন্ধি লোৱা নাম নহয়।
মাষ্টৰৰ গালি খোৱা, বছৰে বছৰে ফেল কৰি থকা টুপীধৰ,
ফুটবল ফিল্ডত কালান্তক, স্কুলৰ বেক,
সভাই-সমিতিয়ে, পূজাই-সবাহে মৰাই-জীয়াই
সকলোতে পোৱা টুপীধৰ।
আঁঠুভগা, ভাতেমৰা, ডাঁহীখোৰ কোনোবা গাঁৱত তাৰ ঘৰ।
সৰিয়হৰ ডুলি যেন অন্তৰখন।
অসহযোগ আন্দোলনত যোগ দি ফাটেক খালে।
তাৰ পাছত নাই নাই টুপীধৰৰ কোনো পাত্তা নাই।
আঢৈ কুৰি বছৰৰ মূৰত টুপীধৰক আজি অকস্মাতে দেখি
পুৰণি এলবাম মেল খালে।
নগৰৰ ন-আলিৰ মূৰত যেতিয়া বাছ ৰ'লহি,
লৰালৰিকৈ নামি কেউফালে চালোঁ —
টুপীধৰ কেনি গ'ল? হৰমোহন দিলে।
সক ল'ৰাৰ দৰে টুপীধৰ টুপীধৰকৈ চিঞৰিলোঁ;
বিজয়াৰ মানুহৰ ভিৰত কোনে শুনে?
মনটো বেয়া লাগি গ'ল। পোনে পোনে ঘৰলৈ গুচি আহিলোঁ।
ঘৰত কোনো নাই, ভোগদৈৰ পাৰত।
ভিতৰত আন্ধাৰ হৈ আহিছে। লেমটোকে জ্বলাও বুলি দেখোঁ
কেৰাচিন তেল এটোপাও নাই।
ফিতা শুকাই আছে।
পোহৰো বিসৰ্জন দিব লগা হ'ল।

সিদিনা জগন্নাথ বৰুৱা কলেজৰ আগেদি আহোঁতে আকৌ কথাটো মনত পৰিছে।

## মাধৱ কন্দলীৰ পৰা

নোৱনী হালধি লাগি থকা কাপোৰ সলোৱাঁ,
মানুহে হাঁহিব।
গোটেই অযোধ্যা ভাগি গৈছে ভৰতৰ লগত,
ৰাঘৱ ৰঘুপতিক ঘূৰাই আনিবলৈ।
তুমি পুলুকা মাৰিব নালাগে, খৰ-ধৰ কৰাঁ,
নহ'লে ৰাইজৰ লগ ধৰিবগৈ নোৱাৰিবা।
এই তামোলখনকে খোৱা, মোৰ মুখলৈ চাব নালাগে।
শাহু আয়ে কয়, ন-ছোৱালী হেনো প্ৰথম এমাহ ঘৰ এৰি
থাকিব নাপায়,
খৰ-ধৰ কৰাঁ, ৰাইজৰ লগ নাপাবাগৈ নহ'লে।

## মহাদেউ, উঠা

**(লোকগীতৰ আধাৰত)**

শেতেলিৰ পৰা উঠা, ধূৰ্জটি মহাদেউ
বেলি উঠি বেলগছৰ আগ পালেহি।
টেকেলি কাতি, গম পোৱা নাই?
ল'ৰাহালে শেহনিশাৰ পৰাই পেটৰ ভোকত কান্দিব লাগিছে।
ভাং কুটা পীৰা আৰু ভাঙৰ চিলিম আঁতৰাই থোৱা।
পাৰ্বতীয়ে খেতিত লাগিবলৈ কৈ আছে, তুমি কাণ নকৰা।
ৰজাৰ মাটি লোৱা, কুবেৰৰ পৰা কঠীয়া ধান এটোম লৈ আহা।
হলিৰামৰ নাঙল, যমৰজাৰ মফছল দুদিন বন্ধ কৰক,
তেওঁৰ ম'হটোক আনা ধাৰলৈ।
ৰণুৱাৰ ত্ৰিশূল-তৰোৱাল কমাৰে পিটি নাঙলৰ ফাল গঢ়িব।
গাত পানী গামোচা এডোখৰ নাই,
ইফালে জগতক বৰ দিবলৈ আহিছা?
পাৰ্বতীক তেঁতেলীৰ তলতে তাঁত সূতা ববলৈ
দিহা কৰি দিয়া,
দন-কাজিয়া কৰি নাথাকিবা।
বোলো মহাদেউ ভঙুৱা, উঠা, বেলি আহি
বেলগছৰ আগ পালে।
শক্ৰাৎ যাচয় মেদিনীম্।

## আমি সকলোৱেই বুঢ়ী বাই

পুৱা ফুৰি আহি দেখোঁ
চোতালৰ আগত বুঢ়ীবায়ে
চালনী এখন লৈ শেৱালি বোটলে।
বুঢ়ীয়ে মোক কয় —
বোপাই, পুৱা শেৱালি বঢ়িয়া গোন্ধায়।
কফলৈ ভাল, ইয়াৰ খাৰ।
তুমিও খাবাচোন।

## শিয়দ'ল

ৰজাই সজোৱা শিয়দ'ল
ওপৰত জিলিকি থাকে সোণৰ কলছী,
বহুত দূৰৈৰ পৰা দেখি।
দ'লৰ ভেটিৰ গাতে লাগি আছে এজুপি নিমাখিত
দোৰোণ, দুটি বিধৱা ফুল,
দ'লৰ পূজাৰীয়ে ছিঙি নিব বুলি আশা কৰি বাট চাই আছে।

## পৰ্ণনৰ

কেতিয়বা আত্মীয়-কুটুম্বই মৰাশটো
নাপায় —
উদাহৰণ স্বৰূপে, পুলিচৰ গুলীত মৰা মানুহৰ।
মনক সান্ত্বনা দিবলৈ
পৰ্ণনৰ দাহ কৰে।
তুমি-আমি সকলোৱেই জুমুখি
খেৰৰ, পলাশ পাতৰ।
তেজ নাই, মঙহ নাই, স্নায়ু নাই —
কিহে জানো লৈ ফুৰায়?

## পাটকী বৰি

শ্ৰীমন্ত শংকৰ হেনো সিদিনা
বিমানেৰে আহি

নামিছিল পাটকী বৰিত।
কোনেও নাপালে চিনি,
সোধ-পোচ একো নকৰিলে,
লাহেকি তাৰ পৰা উৰি গুচি গ'ল।

## সতীৰ্থ

বুঢ়া বামুণৰ ফটুৱাই ফটা ভৰি দুটা
পিটিকিছে ৰুক্মিণী ৰমণীয়ে,
যশোৱাসুতে ম'ৰা পাখি বিচনীৰে বিছি দিছে।
চুলিয়ে জঁট বান্ধিছে, গাত ফটাকানি,
পানী গামোচাৰ আগত বান্ধি অনা চিৰামুঠি
বুঢাদেৱে লাজত লুকাইছে,
যাদৱেন্দ্ৰই টনা-আঁজোৰা কৰিছে।
সতীৰ্থৰ অৰিহণা।

## মোৰ গাঁৱৰ ঘৰলৈ

এযুগৰ মূৰত ঘৰলৈ আহিলোঁ,
গাঁৱৰ পুৰণি ঘৰলৈ।
গাঁও সোমায়েই দেখিলোঁ
এবিঘা মাটি ঢাকি ধৰা, ৰজাদিনীয়া বিয়াগোম বৰগছজোপা
ধুমুহাত উঘালি পৰিছে।
ধুনাৰ গছজোপাও কাটিছে।
কাকডোঙা নৈ তেনেই তৰাং —
ভৰি নিতিতাকৈ পাৰ হ'ব পাৰি।
সাঁকোডালৰ সৰহখিনি খৰি খালে,
হেতা-মাৰিও নাই।
ৰাজহুৱা নামঘৰ জাক-যুৰা গৰুৰ আশ্ৰয়,
ৰাতি হ'লে মণিকূটে পোহৰ নেদেখে,
কেৱল দুখন মুখ লৈ প্ৰজাপতি বাহিৰত পৰি আছে
থাপনাত নাই ভাগৱত -
ওচৰত তিনিহাত ওখ বল্মীক,
তাত বা কি আছে?
ক'ৰবাৰ বান্দৰৰ জাকে লফাতলি উদং কৰিলে?
ঘৰৰ পেটৰ খৰুৱা বেঙেনা আৰু গধূলি গোপাল
গৰু-ছাগলীয়ে মৰিমূৰ কৰিছে।
ভঁড়ালত ধান নাই, ধানখেৰহে আছে।
দোৰ্পতি-গৰকাৰ মাত নুশুনি
আলহী আদৰে ভগা ঢোলে।

## বামানয়

আমি অমৃতৰ নাতি-পুতি —
অমিতাৰ খাৰ খাওঁ
কুটুম্বক ৰান্ধি।
দিনৌ একোটা আধা পঢ়োঁ
লেভায়াথানৰ।

## কেঁকোৰা

পোৱালিমখাই খুলি খুলি খালে,
খোলাটো খালৰ দাঁতিত পৰি আছে
মাতৃত্বৰ জয়দ'ল।

## মেড'না

শনিবাৰ মাজনিশা,
চাহ-বাগিচাৰ জীয়া বনুৱাৰ বেষ্ঁচ লাইনত
মতা-মাইকীৰ
হৈ-হাল্লা, ঢোল-ঝুমুৰ, গালি, লাওপানী।
বুঢ়া চকীদাৰে ৰাউণ্ড দি আহিছে;
টৰ্চ মাৰি দেখে,
এজনী মাইকীয়ে তাৰ মাজতে পিয়াহ দিছে কেঁচুৱাক,
মেড'নাৰ মুখখন সাইলাখ।

## কি হৈছে?

খখবীয়া চ'তৰ পিঠিত দুটোপা

আগতীয়া বৰষুণ।
পলাশনিৰ কাষৰ আহুতলিত
সেউজীয়া শিঙে ঠুঁটিয়াইছে,
তুমি গৰকি নাযাবা।
গুৰৰ থালীৰ উৰি অহা গোন্ধে তোমাক টানিছে।
ঢোলৰ মাৰি ক'ত পেলালা?

## টেঁটু

বহুত ঋষিযে ৰচিলে বিবিধ ছন্দ।
পুত্ৰ আৰু অৱতাৰে টেঁটু ফালিলে।
তথাপি, ভাযে ভায়ে তেজ খোৱা-খুই,
তেজৰ জ্বলায় বস্তি।
কবি, তুমি কিন্তু চিএৰিবলৈ নেৰিবা।
জীৱটো থাকে মানে।
—মৰ কামোৰ নেৰে কিয়?
ইহঁতে?

## গুপী দেউ

মহাযুদ্ধৰ আগে আগে আমি উজানবজাৰৰ নৈৰ পাৰতে
ভাড়া ঘৰত আছিলোঁ,
হেম গোসাঁইৰ ঘৰৰ ওচৰতে।
আমাৰ বাৰীতে কেইবাটাও ছাত্ৰৰ বহা, অভিভাৱক গুপী দেউ,
মুখ তেজে ফুটি যাওঁ ফুটি যাওঁ, কপালত ৰঙা চন্দনৰ ফোট,
মুখত স্বচ্ছ হাঁহি।
উজনী জাহাজ আহি উকি মৰাৰ আগতেই
ধলপুৱাতে উঠি
দেউ কৰণি ভৰাই কঠনা ফুল লৈ ওলায়।
কেইঘৰমানত গোসাঁই ধুৱায়,
ক'ৰবাত শান্তি স্বস্ত্যয়ন কৰে,
দুপৰীয়া প্ৰসাদৰ জোলোঙা লৈ ওলটে।
সকলোকে ভগাই দিয়ে।
গুপী দেউ জীৱন্ত আশীৰ্বাদ —
সকলো সুখে-সন্তোষে থাওক, সবাৰে মংগল হওক,
জগতৰ দৃষ্টি ভদ্ৰ হওক।
ৰঙিয়াৰ ফালৰ সেই দেউজনৰ এতিয়া পো-নাতি কোনোবা আছেনে?
জগতৰ এই শীতল সন্নিপাতৰ বতৰত তেওঁৰ কঠনা ফুল এটা লগা হৈছিল।

## পৰম লাভ

তোমাৰ লগত কিয যুঁজ কৰিম?
তথাপি কৰিছোঁ, সদায়েই কৰিম।
হাৰিম বুলি জানিও।
তোমাৰ অমৃত হাত মোৰ মূৰত বুলাই দিবা,
তাকো জানো।
সেয়ে পৰম লাভ।

## কীৰ্তিচন্দ্ৰ বৰবৰুৱা

বুৰঞ্জীপোৰা বৰবৰুৱা বুলি তোমাক যিমানেই
ৰাইজে নিন্দা কৰোক,
তোমাৰ গুণগোৱা মানুহ অন্ততঃ এটা আছে।
অগ্নিদগ্ধাৰ পাছত যিখিনি বৈ গ'ল,
সেইখিনিৰো এতিয়া শৰাধ কৰাঁ।
মাঘবিহুটো আহিছে,
মেজি পুৰাবও লাগে।
অতীতক কালিকালগা পুথি বুলি
আজি বহুকাল থাপনাত থৈ পূজিছে
এতিয়া ভসম্ কৰিবৰ কাল উকলিহে গৈছে।
বৰবৰুৱা তোমাৰ নামটোতকৈও তুমি ডাঙৰ।

## কংসবধ

গাঁৱৰ এমূৰে পঁজাটোত থাকে
তিনিমূৰীয়া বুঢ়ী।
চেঙেলীযাহঁতে আইতা বুলি মাতে,
পেংলাই কৰে —
আইতা, আপুনি কোৱা কংসবধ সেয়া নামঘৰৰ
ভাৱনাহে —
কংস জানো মৰিছে?
বুঢ়ী উঠে খঙতে জ্বলি —
তহঁতে কি কৈছ? কংসক মৰা মই নিজ চকুৰে
দেখিছোঁ আক'।
কুঁজীৰ কুঁজো হ'ল পোন
তাই মোৰ সম্বন্ধত হয় জেঠাই।
ককাৰহঁত তেতিয়া গৰখীয়া ল'ৰা-মই গাত
গামোচা লৈছোঁ।
মিছা হ'ব কেনেকৈ?
তহঁত ল'ৰাবোৰ কিবা যাদৱা হ'লি,
বোপাইহঁত।
— মুখেৰে কিবা বিৰ্‌বিৰাই
বুঢ়ীয়ে আকৌ কটংকটংকৈ তামোল খুন্দে।

## কাঞ্চা

হাতত তামৰ ঘট লৈ উমানন্দৰ বুঢ়া দেউ
লুইতত নমাৰ আগতেই
দেওল'ৰা কাঞ্চাই সত্যবৰালেনৰ মেছত দিনৌ চাহৰ গাখীৰ দি যায়।
তাৰ চেহেৰাটো কোনো দিনেই নেদেখিলোঁ।
চিকুণ টোপনিত চকু মুদ গৈ থাকে, কাণ দুখন সাৰে থাকে,
সদায় শুনোঁ —
কাঞ্চা পোৱালিৰ — গা-ই-খী-ঈ-ৰ।
কেইমাহমানৰ পাছত তাৰ মাত নুশুনা হ'লোঁ।
সি দেশলৈ গ'ল। আৰু নাহিল।
মোৰ এতিয়া তিনিকুৰি আঠ।
গধুৰ বিষণ্ণ অৱসৰ শিৰত লৈ বহি আছোঁ।
কেতিয়াবা অকস্মাৎ মনত পৰে তাহানিৰ গাখীৰ দি যোৱা কাঞ্চাটোলৈ,
তাৰো এতিয়া আঢে কুৰিমান হ'ব পায়।
হিমালয় নামনিৰ কোনোবা গাঁৱৰ মাজত,
তথাগতে জন্ম লোৱা হাবিৰ কাষত
সি খেতি-বাতি কৰিছে, গৰু-ম'হ পুহিছে,
দন-কাজিয়া কৰিছে,
ল'ৰা-ছোৱালীৰ বাপেকী হৈছে।
মাজে মাজে আহি গোৰখপুৰত ঘিঁউ বেচিছে।
পশুপতিনাথৰ কৃপাত সংসাৰ চলি আছে।
তাৰ তাহানিৰ শুভ্ৰ গা-ই-খী-ঈ-ৰ তৰ্পণ এচলু
পৰাদি পৰে।

## কি

কালৰ ওভতনী বতাহে উৰাই অনা
Hieroglyph-অৰ এটা পাত,
তাকে দুনিয়াই পঢ়িব পৰা নাই,
পঢ়িও বুজিব পৰা নাই,
বুজিও তাক পালিব পৰা নাই
পালিব নোৱৰা ৰুদ্ৰাক্ষৰ মালা
অদীক্ষিতৰ ধাৰণ নিষেধ।
সেই পাতখিলাকে লৈ আমি ধেমালি কৰিছোঁ।
সৰু ল'ৰাই বাৰিষা তাৰে নাও সাজিব।
অথবা গৃহিণীয়ে মাহৰ কুৰি তাৰিখে
এটকা কেজিৰ পেলনীয়া কাকতৰ লগত বেপাৰীক দিব।
ইমানেই।
আশ্চৰ্যবৎ পশ্যতি।

## লেঙেৰা দোকানী

লেঙেৰা মানুহটো,

মুখৰ ফালে চালে একো খুঁত নাই।
বাটৰ কাষত
তামোল বিড়িৰ দোকান এখন দিম বুলি
টকা দুটা নিয়ে, ধাৰলৈ।
বহুতৰ ওচৰলৈকে যায়।
এমাহমানৰ মূৰত আকৌ আহে, একেই কথা।
কেইবাবাৰো আহিল।
তেওঁৰ গৃহস্থী কেনে চলিছে? পাণ-তামোলৰ দোকান একা?

## পাৰযোৰ

ঘৰৰ মূধত ওলমি থকা বাকচটোত
পাৰযোৰ খুঁটিযাখুঁটি কৰি আছিল,
মাইকীজনী উৰি গুচি গ'ল।
মতাটো কেইদিমান অকলে অকলে ওলায়-সোমায়।
সিদিনা দেখিলোঁ ক'ৰবাৰ মাইকী পাৰ এজনী
আহি যোৰ পাতিছে।
সিহঁত মাজে মাজে বকম্ বকম্ কৰি ঘূৰি ফুৰে।
আজি দেখিছো, সিহঁতে কুটা কঢ়িযাইছে।

## কলিকতীয়া ৰাজবাটত ৰাজনীতি

নিৰ্বাচনী সভাত বক্তৃতা দি
মাননীয় মন্ত্ৰী ৰাজপথে চলি যান্ত।
অৰি দলৰ দুটামান ডেকাই আগচি
মন্ত্ৰীৰ মটৰ ৰখাই
মাৰিলে কাণতলীয়া চৰ, কি হ'ল তৎ ধৰিব
কোনেও নোৱাৰিলে। নাকেদি ৰক্তজবা।
চীনা ডেন্টিষ্টৰ কাম ওলাল।

## মেকুৰীজনী

কাৰোবৰ ঘৰত মাৰ খাই আহি
বুঢ়ী মেমৰ দৰে বাৰাণ্ডাৰ ৰ'দত
মেকুৰীজনী আৰামত দীঘল দি পৰি আছিল।
যেই দুপৰীয়া মজিয়াত পীৰা পৰা গম পালে,
তাই লাহে লাহে গা-মূৰি দি উঠি আহি
দুৱাৰডলিৰ পৰা চাইছে।

## ঘৰত জুই লগা বেয়া নহয়

চ'তমহীয়া খৰাং বতৰ,
গাঁৱৰ মানুহ এঘৰত জুই লাগিল।
মতা-তিৰোতা, ডেকা-গাভৰু-ল'ৰা-লুৰি
উবুৰি খাই পৰিছে।
ওচৰৰ পুখুৰীৰ পৰা হাতে হাতে কলহ-বাল্টিত
পানী কঢ়িয়াই
ডেকা ল'ৰাহঁতৰ হাতত দিছে।
মোৰ পানীকলহ সি লওঁতে
তাৰ হাতত মোৰ হাতখন লাগি গ'ল, পাই।
ঘৰত জুই লগা কী বেযা? (প্ৰাকৃতৰ পৰা)

## শুভ বিবাহ

ঘৰলৈ অহা দাৰুনী ছোৱালীজনী ডেকা ল'ৰা এটাই
আধা চোঁচোৰাই, আধা দাং-কোলা কৰি
মুনিচুনি বেলিকা লৈ গ'ল আমাৰ চকুৰ আগেদি।
তাই চিঞৰিছে, কেইটামান ল'ৰাই খেদিও আহিছে।
আমি সৰু ল'ৰা তেতিয়া।
এতিয়া শালিকীবুঢ়ীৰ ঘৰে-দুৱাৰে ল'ৰাই-ছোৱালীয়ে ভৰপূৰ গৃহস্থী,
দুটা মেট্‌মৰা ভঁড়াল;
গিৰিহঁত পঞ্চায়তৰ মেম্বৰ।

## ঈশাবাস্য

ভট্টই কয়, দত্ত তোমাৰ কবিতা অতি নতুন;
দত্তই কয়, ফুকন তোমাৰ কবিতা অতি চিকুণ।

ফুকনে কয়, বৰা তোমাৰ কবিতা পঠনৰ যোগ্য,
বৰাই কয়, বৰুৱা তোমাৰ ভাৰতী উপভোগ্য।
বৰুৱাই কয়, গোহাঁই তোমাৰ বাণী বৰ ৰূপহ,
গোহাঁয়ে বোলে, ডেকা তোমৰ পদ্য ঢাৰি-পাটীৰ উৰহ।
ডেকাই কয়, মহন্ত তোমাৰ কবিতা বিতোপন,
মহন্তই কয়, হাজৰিকা তোমাৰ ৰচনা সুশোভন।
হাজৰিকাই বোলে, শইকীয়া
তোমাৰ কবিতাৰ উপমা নাইকিয়া।
শইকীয়াই বোলে, ৰহমান তোমাৰ লেখাই 'দিল' চোৰে,
ৰহমানে বোলে, শৰ্মা আপোনাৰ কবিতা পঢ়ি
পাঠক হামিয়াই শোৰে।
শৰ্মাই বোলে, তালুকদাৰ তোমাৰ কবিতা বৰ মিঠা,
ঈশাবাস্য হুঁচৰি-বিহুনাচ-লাওপানী-মাছ-মঙহ-দৈ-চিৰা-পিঠা
(আটায়ে ক'ৰাছ) বয়ং তু কবয়ঃ সৰ্বে ফাল্গুনে বলাকা ইব।

## আধা পগলা

আধা-পগলা গ্ৰেজুৱেট।
জাঁজীৰ আলি-কেঁকুৰিত আজি তাক লগ পালোঁ।
আলি কাষৰ দোকানত থিয় হৈ
ওলমি জ্বলি থকা পঘাডালত আধাখোৱা বিড়িটো

Banquo- পুতেক বোলে ৰাজপাটত উঠিছে।
এওঁ ৰংপুৰত ন-ৰজাক সাক্ষাৎ কৰিবলৈ
খোজ লৈছে।

## কেন্দুকে চাপৰি বায়

এবাৰ মুৰ ছিগিছিল নহয়, লাজ নাই?
অকুলীন-অশান্তক
আকৌ বিশ্বৰ যোনি
বুজাবলৈ আহিছ?
খবৰদাৰ। দুৱাৰ মেলি নিদিবি।

## জধামূৰ্খ

শিয়ালৰ শিং গজাও কেতিয়াবা দেখিব পাৰা।
বৰ থেকেৰাৰ ফুলো কোনোবা এবাতি ফুলা সম্ভৱ
হ'ব পাৰে
লেঙেৰায়ো কেতিযাবা গৌৰীশংকৰ লংঘন কৰিব পাৰে।
মৰীচিকাই কোনো সময়ত এবাটি পানী খুৱাব —
এনে কথাও সম্ভৱ হ'ব পাৰে।
সকলো অসম্ভৱ সম্ভৱ হ'লেও
জাতমূৰ্খই মূৰ্খালি নেৰে কিন্তু।
ভৰ্তৃহৰিয়ে ভণে।

## স্কুটাৰ

মই কিন্তু কৈ দিছোঁ —
বিয়াৰ পিছত তোমাৰ গাঁৱৰ ঘৰলৈ, গেলাপাথৰীলৈ
যাব লাগিব, তাতে থাকিব লাগিব।
অফিচলৈ আহোঁতে স্কুটাৰত মোকো লৈ আহিবা।
মোক নমাই থৈ যাবা। মোৰ অফিচত।
আবেলি বজাৰ-সমাৰ কৰি দৰকাৰী বস্তুটো লৈ
আকৌ স্কুটাৰতে উভতিম।
গাঁৱৰ লগতেহে মোৰ বিয়া।

## অন্বয়ম্

আদিতে আঁকিছে বশিষ্ঠৰ তপোবন,
শেষত ৰচিলে বিলাসৰ উপবন।

## মেজি

মেজিৰ জ্বলা জুই
ভগা কুলাৰে ঢাকি থ'ব পাৰিবনে?
কোনে নুমাব?
সাত জিভা লকলকৈ নাচিব লাগিছে।
বুঢ়া-মেঠা, খোৰা-কোঙা

জেঠাই-আমৈ, ভাদৈ-ৰহদৈ
কোন ক'ত আছা চাপি আহাঁ,
মৰণে দেৰদেৰীয়া কৰা হাত দুখন
মেজিৰ জুইত সেকি লোৱাঁ।

## বাৰপূজীয়া

বাৰ দেৱতাক পূজা কৰোঁ,
মোক বাৰপূজীয়া বুলি মাতে লোকে।
বাৰ মাহত বাৰ ৰূপ
কিন্তু
সেই বাৰটা স্বৰূপতে এটাহে।
নাচি-বাগি ওলায়-সোমায, আহে-যায়—
ৰ'দ-বৰষুণ, গছ-ফুল-পাত, জোন-বেলি-তৰা,
ভোগালী, ৰঙালী, কঙালী —
হাতীমূৰা, বসুন্দৰী, কলং, কপিলী।
সেই একেটাই বাৰটাৰ মুখা পিন্ধি
ঘূৰি ঘূৰি, নাচি নাচি
ভাও দি আছে বাৰেওটি কাল।
উলা-মূলা মানুহে ধৰিব নোৱাৰে
এই বৰ ধেমালিখন।

## লেডী কম্প'জিটৰ

বিয়াৰ নিমন্ত্ৰণী চিঠিৰ আখৰ কম্পজ' কৰিছোঁ।
মই ছপাশালৰ এজনী কম্প'জিটৰ, খাগৰিজান প্ৰেছত।
মানুহৰ সংসাৰখন সীহৰ আখৰত ধৰি থ'বলৈ
মোৰ চকু দুটা উচৰ্গি দিছোঁ।
একালত চকুত লগা আছিলোঁ। এতিয়া শুকাই গ'লোঁ।
টোকোনা দেউতাই বাপূজীৰ বাটেদি গৈ গৈ
শেহত অকালত চকু মুদিলে। টোকোনা।
মাইনৰ পঢা ছোৱালী, ঘৰ ধৰি খাব পৰা, দহে শুৱনী বোলে,
কিন্তু কলেজ গৰকা নাই।
ভাল ভদ্ৰ মানুহৰ শিক্ষিত ল'ৰা আকৌ
বাহিৰৰ বাকলিখনতহে চকু।
জিলাৰ নেতা এজনে নিশ্চয় অভিভাৱক হিতাকাংক্ষী হিচাপে
চহকী ডেকাৰ লগতে বিয়াখন পাতি দিছিল,
এমাহতে সেই জীৱন নেওচা-কেওচা দি এৰি আহিলোঁ।
আইৰ লগলৈ, ইয়াৰ পৰাই বুজিব।
বহুত কাঠফুলাই যুঁজাৰু বুলি পেলছুন পালে,
সকলোৰে থান-থিত লাগিল,
আইৰ ভাগত নপৰিল একো,
পো নাই মেলত। ফুকন বৰদলৈও নাই।
ভাইটোও কিবা বনৰীয়া হ'ল।
এই লেৰেলীয়ে আজি ডেৰকুৰি বছৰ ছপাশালত চকুদুটা উচৰ্গি দিছোঁ।
এয়া শুভ-বিবাহৰ নিমন্ত্ৰণী পত্ৰ আখৰ গোটাইছোঁ।
নিজৰ ওনা ডেলে বাৰু ডেই যাওক,
দেহ-মন নিকা সকলোৰে জীৱনবোৰ সুখী হওক।
পৃথিৱীখন সীহৰ টাইপ'ৰ দৰে ক'লা আৰু শীতল।

## আইনেআছ্

ট্ৰয় মহানগৰী অগ্নিয়ে ভস্ম কৰিলে,
কান্ধত তুলি তিনিমূৰীয়া পিতৃক লৈ
নতুন সৃষ্টিৰ বিধাতাৰূপে
পুৱতি নিশা
আইনেআছ্ আগবাঢ়ি আহিল।
সমুখত এক অজ্ঞাত, অনিশ্চিত, ভয়াবহ, ৰোমাণ্টিক ভৱিষ্যৎ।

## ক'বলগীয়া কথা

এই পুস্তিকাৰ প্ৰথমটো প্ৰবন্ধ ঢেকীয়াল ফুকন কলেজৰ প্ৰাচীৰ পত্ৰিকাত প্ৰকাশ পায়। প্ৰকাশ, শৰাইঘাট, সপ্তসুৰ, অগ্ৰগামী এই পত্ৰিকাকেইখনিত দুই-এটা ওলাইছে। প্ৰবন্ধখিনি যোৱা কেইমাহমানৰ ভিতৰতে লিখা। অজ্ঞ আৰু দৰিদ্ৰ জনতাক বিপথগামী কৰা দেশদ্ৰোহীৰ কথা 'সেই বাবুটো ক'ত' নামৰ প্ৰথম প্ৰবন্ধত কোৱা হৈছে। অসীম ত্যাগ আৰু কষ্টৰ মাজেদি সত্যৰ জয় অৱশ্যম্ভাৱী - এয়ে প্ৰবন্ধখিনিৰ মূল সুৰ।

কেইবাগৰাকী বন্ধুৱে ছপাবলৈ পৰামৰ্শ দিলে। অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সদস্য, জনগণ প্ৰেছৰ স্বত্বাধিকাৰী শ্ৰীবুদ্ধীন্দ্ৰ কুমাৰ বৰুৱা উৎসাহেৰে আগবাঢ়ি আহিল। শলাগ বৰুৱাৰহে প্ৰাপ্য ঘাইকৈ। অধ্যাপক যোগেন ভূঞা আৰ্হিকাকত চাই আশীৰ্বাদৰ ভাগী।

সংগ্ৰামী ৰাইজলৈ এই ক্ষুদ্ৰ পুস্তিকা সন্মানেৰে আগবঢ়ালোঁ।

ব'হাগ বিহু
১৯০৩ শক

শ্ৰীযজ্ঞেশ্বৰ শৰ্মা

## সেই বাবুটো ক'ত?

পনৰু-পোৱা এফুটা, দুটা পকা জলকীয়া, এগৰাহ পঁইতা
পেটত পেলাই ফজিৰে কামলৈ ওলালোঁ,
হাতত দা-খন।
আহি আছোঁ। বাটতে বাবু এটাই হাতত ধৰি টানি নিলে,
সৌ মিছিললৈ আহ,
মানুহমূৰি দহ টকা।
তাৰ পিছত কি হ'ল ক'ব নোৱাৰি।
দা-যাঠি-জুই।
পাছ দিনা দুপৰীয়া হুঁচ পাই দেখিলোঁ,
চৰকাৰী হাস্পাতালত পৰি আছোঁ।
ঠেং এটা গ'ল, দহ টকা গ'লেই,
লুঙী আৰু দা-খনো গ'ল।
সেই বাবুটো ক'ত?

## ঘড়ীটো

কঁকালৰ কৰধনিৰ পৰা ওলমি আছে,
এটা ঘড়ী।
সৃষ্টি-প্ৰলয, যুদ্ধ-সন্ধি, চুম্বন-চুৰিকাঘাত,
চক্ৰ ঘূৰে ক্ষণে ক্ষণে।
অনাদ্যনন্তম।
মাজে মাজে মাৰিছে এটি মিচিকিয়া হাঁহি।
মানুহে নুবুজে,
ছুইজাৰলেণ্ডৰ তৈয়াৰী
ঘড়ী বুলি ভাবে।

## কলৰ বাকলি

কলৰ বাকলিত লাগি থকা
অকণমানকে চেলেকিছোঁ,
ভিতৰৰ কলটো কেৱে খাই পোৱা নাই। কেতিয়াও।
বাকলিটো লৈয়ে খৰিয়াল যত।
অৱশ্যে বাকলি পুৰি কলাখাৰ কৰে, সঁচা।

মৰিহে জীয়ে
নমৰিলে জীয়াই থাকিব নোৱাৰি,
তুমিও মৰিবলৈ শিকা,
তেহে জীয়াই থাকিবলৈ আশা কৰিব পাৰিবা।
শংকৰ-মাধৱ-ভট্টদেৱ-লক্ষ্মীনাথৰ ভাষা
তিনি প্ৰসংগত তাকেই তুমি ক'ব লাগিছা।
তোমাৰ বৰঘৰত অস্ত্ৰ আছে -
অসীম ধৈৰ্য, সাহস, প্ৰেম।
সামৰোঁতে সামৰোঁতে মামৰে ধৰিছে।
সেইবোৰ উলিয়াই ঘঁহি-পিহি লোৱা।
তুমি গৰ্ব আৰু সন্মানেৰে জীয়াই থাকিব লাগিব,
তোমাক মাৰে কোনে?
কাৰ এনে শক্তি আছে?

## মাছ

লেতেৰী বিলত মাছ মাৰিছে
ওলাই গ'লোঁ, মাছ-পুঠি এটা পাওঁ বুলি।
মাছমৰীয়াই সুধিলে দেউতা, পানীত মাছবোৰ কেনেকৈ থাকেনো?
মই ক'লোঁ, আমি মানুহবোৰ তৰত যেনেকৈ থাকোঁ-
বৰে সৰুক খাই,
টেঙৰে অজলাক ঠগি,
বৰমেধিয়ে ৰাইজৰ মূৰত ভৰি দি
চিৰকাল।

## ঢেকিয়াল ফুকন কলেজ

তিনিকুৰি দহ বছৰতো মন যায়, সঁচাকৈয়ে কওঁ,
ল'ৰাহঁতৰ লগত বেঞ্চিত বহি আকৌ যেন
কলেজৰ ক্লাছ কৰোঁ।
পঢ়িলে কোনটো কলেজত?
ঢেকিয়াল ফুকন কলেজতেই নিশ্চয়।
কলগুৰ পাৰৰ ফুকনৰ মৰিশালিৰ এণ্ডাৰ
এটুকুৰাও নাই এতিয়া।

নগৰৰ সাত-ধোঁকোটত শুকদেউ গোসাঁয়ে এই কলেজখন
পাতিলে।
আধুনিক অসমৰ জাতীয় আদৰ্শৰ বাণী উচ্চাৰণ কৰোঁতা
আনন্দৰামৰ শুভ্ৰ সৌৰৰণি এই কলেজখনতহে
অকণমান ৰৈ আছে।
ইয়াত দুৰ্নীতি আৰু দেশদ্ৰোহিতাৰ ঠাই নাই। হ'ব
নোৱাৰে।
ইয়াৰ বেৰে-চালে, বাহিৰে-ভিতৰে, গছে-জেওৰাই
এটা নৈতিক সপোন বিয়পি যুৰিছে।
ইয়াৰ বায়ু এফেৰা পূৰক-কুম্ভকেৰে ভিতৰলৈ সুমাই নিয়া।
তোমালোকৰ বুকুত এই সপোন সোমাবলৈ দিয়া,
তোমালোকৰ লগতে মোকো ঠাই দিয়া,
মযো উশাহ লওঁ।

## শগুণৰ দাবী

ফেঁচাৰ বাহটো শগুণে ভাঙিলে,
এয়া মোৰ গছ, ইয়াত মোৰ বাহ।
ৰামচন্দ্ৰৰ সভাত গোচৰ হ'ল।
মোৰ গছত মোৰ বাহ, ফেঁচাৰ এক্তিয়াৰ নাই,
সি এটা ক্ষুদ্ৰ চৰাই, দিন-কণা,
মই দূৰ অতীতৰ পৰাই আছোঁ।
ফেঁচাই ক'লে, সৃষ্টিৰ আদিৰ পৰাই মই।
প্ৰথমে আন্ধাৰ, অনন্ত সমুদ্ৰ,
পাছত পোহৰ, পৃথিবী, গছ-লতা।
গছৰ সৃষ্টিৰ লগে লগেই মোৰ বাহ সাজিলোঁ।
লক্ষ্মীৰ বাহনো হ'লোঁ।
কুৰুক্ষেত্ৰ যুদ্ধৰ মৰা শ খাবলৈ শগুণৰ সৃষ্টি।
সৌ সিদিনা।
মনত পৰে।

ৰজাই ৰায় দিলে,
গছ ফেঁচাৰ, বাহ ফেঁচাৰ, শগুণৰ গৃধ্ৰকূট।
(ৰামায়ণ কথা)

## মাৰ্জাৰন্যায়

পোৱালি জগিলেই মাইকী মেকুৰীয়ে নিৰাপদ ঠাইলৈ
মুখেৰে কামুৰি পোৱালিবাহ নিয়ে।
শৰণাৰ্থী ভকতকো ভগৱন্তই এনে মাৰ্জাৰন্যায় অনুগ্ৰহ কৰে
ফলত,
মোৰ পঢা মেজৰ তল, শোৱনীঘৰ, বহাঘৰ, বাৰাণ্ডা,
বৰঘৰ, আখল
করুণাকান্ত ভগৱন্তৰ অনুগ্ৰহত এই পোৱালিবোৰৰ
উপদ্ৰৱত
এৰিব লগা হ'ল। নান্য পন্থা।

## গোমোঠা গাঁৱৰ কেম্পত

লগত দুজন দূৰণিবটীয়া সাংবাদিক।
স্কুলঘৰৰ কেউফালে ঘূৰি-পকি চাই-চিতি শেষত
এমূৰত এটা কোঠালি,
দুৱাৰমুখত চিৰিশলি, বগৰী জেং।
আলহীক কথাটো বুজাই দিব লগা হ'ল।
সেইদিনা জেঠৰ পূৰ্ণিমা, আউনীআটী নামঘৰৰ পৰা
গায়ন-বায়নৰ মৃদু ধ্বনি;
চলা জনা অধিকাৰৰ তিথি।
জুই, যাঠি, দা, দা, যাঠি, জুই।
কোঠালিৰ মজিয়াত নীৰৱ, তলমুৰা জীয়ৰী,
বোৱাৰী, আইতা।
কাতিৰ শেষৰ পদুমণি।
নৱজাতকৰ গন্ধ।
মাজতে এগৰাকীৰ কোলাত
এটি কলি সদ্যোজাত।
জুই, যাঠি, দা; দা, যাঠি, জুই।
ভেণ্ডেলৰ হাতত গৃহস্থ ভাবিৰাম বড়ো নিৰুদ্দেশ।
নাই-কটা সদ্যোজাত স্থানান্তৰী,
আজু জনমি সুত গয়ো পৰদেশ।
অগ্নিদাহৰ মাজৰ সদ্যোজাত।
তোমাৰ নামাক্তৰ পিণাকধাৰী,

তুমি ৰুদ্ৰ, ইহাগচ্ছ।
ধনুৰ টংকাৰ শুনাবা কেতিয়া?
ৰ লাগি থকা সাংবাদিকে ক'লে —
কাইলৈ ৰূপহী, জুৰীয়া, ধিং, বৰদোৱা।

## মহ

জাঁজীৰ খনামুখত মহৰ বৰ উৎপাত,
গধূলি হ'লেই মহে গায়ন গায়।
এড়ী কাপোৰৰ আঁঠুৱা তৰিব লাগে, তেহে শুব পাৰিবা।
তোমাৰ গাৰ অকণমান আঁঠুৱাত লাগি থাকিলেও
মহে শিঙা দি তেজ খাব।
মহে তিনি ক্ৰোশৰ পৰা তেজৰ গোন্ধ পায,
সাৱধানে শুবা।

## প্ৰণাম

মোৰ দুৱাৰমুখৰ সৌ ঠেলাগাড়ীৱালা,
সি দিনটো গাড়ী ঠেলি পেটৰ ভাতমুঠি পায়,
লবো কলিতাই পাণ-তামোল আঠীয়াকল দুটা বেচি,
পৰিয়ালক পোহ-পাল দিয়ে।
বুধন দেছুৱালীয়ে বিড়ি-চুৰট-জিয়াচলি বেচি সংসাৰ চলায়।
সপ্তাহ দিন 'বন্ধ' হৰতাল হ'লেও সিহঁতে অলপো
বেজাৰ নকৰে।
দেশখন থাকিলে আমিও এমুঠি পাম। সিহঁতৰ ভাব।
ড্ৰইংৰুমৰ কোমল কুছনত বহি প্ৰবন্ধ লিখোঁ, সভাত বক্তৃতা দিওঁ।
সিহঁতৰ দৰে মোৰ দিল নাই, ভাবিবও নোৱাৰোঁ।
বৰ মানুহে বৰ কথা কোৱাটোৱেই নিময়।

## সত্যাগ্ৰহী

কোনোবা এটা বিভাগত থাকি অলপ ৰস-পম হ'ল।
চিন্তাহৰণ বৰুৱা আমাৰ চুবুৰীৰ লেখৰ মানুহ,
তেওঁৰ বুধি-পৰামৰ্শ সকলোৱেই বিচাৰোঁ।
এতিয়া অৱসৰ লৈ হমিঅ'পেথিৰ বাকচ আৰু প্ৰাগজ্যোতিষ পঞ্জিকা
হাতত লৈছে।
চুবুৰীয়াৰ ল'ৰা-ছোৱালীৰ অসুখ হ'লে
দৰবো দিয়ে, পঞ্জিকাও চায়।
গ্ৰহ-গতি কেনে।
সত্যনাৰায়ণ পূজা আৰু নামঘৰৰ ৰাজহুৱা নামত
বৰুৱা নহ'লে নাম লগোৱা মানুহ কোনো নাই।
সত্যাগ্ৰহ আৰু ইন্দিৰা কংগ্ৰেছ দুয়োটাতেই আছে।
কম মানুহ বুলি ভাবিছা?

## আদ্যশ্ৰাদ্ধ

পিতাই পুত্ৰৰ, পত্নীয়ে পতিৰ, ভ্ৰাতাই ভ্ৰাতৃৰ
আদ্যশ্ৰাদ্ধ কৰি আছে, বছৰে বছৰে।
কলিজাৰ ঘাঁ কেতিয়া জামৰিব?
হুমুনিয়াহ আৰু চকুলো?
মৃত্যুৱে জীৱন ৰক্ষা কৰিব, ইমানেই সান্ত্বনা।

## পৃথিৱীৰ মাকজনী

ডাক্তৰজনৰ বংশ বৃদ্ধি হওক।
মোৰ ঘৰৰ মুখে মুখে আলিটোৰ সিপাৰে
ডাক্তৰ থাকে, ল'ৰা-ছোৱালীৰ চিকিৎসাত নাম আছে।
তেওঁ ইয়াৰ পৰা গ'লে মই দুখীয়া হ'ম আগতকৈ।
পুৱা-গধূলি মাকহঁতে
মৰম আৰু কাপোৰেৰে মেৰাই কুৰীয়া ল'ৰা-ছোৱালী
লৈ আহে, আলফুলকৈ।
ভয়, আশা, উদ্বেগ।
বহি বহি চাই থাকোঁ।
চুৱা সংসাৰখনৰ মাজতো মোৰ মনটো অলপ ধুতি হয়।
আশা কৰোঁ মাকবোৰ জীয়াই আছে। সদায় থাকিব।
আমাৰ এই পঁয়ালগা পৃথিৱীৰ মাক এজনী নাইনে বাৰু?

# কণিকা

(উপনিষদৰ শ্লোককেইটিমানৰ অসমীয়া পদ্য ভাঙনি)



**নহয় কেৱল বিত্তই মাথোন মানুহৰ তৰ্পণ**

সৃষ্টি-স্থিতি-প্ৰলযৰ পতি, এক আৰু বৰ্ণহীন তেওঁ,
নিজকেই শক্তিৰূপে কৰিছে প্ৰকাশ,
লীলাময সেইজনে নানাৰূপে নিজকে বিলায়,
সিজনেই মানুহৰ শুভবুদ্ধি কৰিব বিকাশ।

নগাঁও
১৯০৩ শক

# বাটচ'ৰা

শ্ৰদ্ধেয় অধ্যাপক ঁলক্ষ্মীনাৰায়ণ বেদশাস্ত্ৰীয়ে কটন কলেজৰ মৰেল এণ্ড ৰিলিজিয়াছ ছ'চাইটিত দিয়া গীতা আৰু উপনিষদৰ বক্তৃতাই মোৰ এই চেষ্টাৰ মূল। তেখেতক পৰম শ্ৰদ্ধাৰে সুঁৱৰিছোঁ।

কাব্য ভাষান্তৰ কৰাটো বিড়ম্বনা, শাস্ত্ৰ-কাব্যৰ ভাষান্তৰ কাৰ্য অপৰাধ। আগৰ দিনত ৰামায়ণ, পুৰাণ আদি দেশীয় ভাষাত শুনাটো পাপ বুলি ধৰিছিল। ভাষায়াং শ্ৰৱণং কৃত্বা ৰৌৰৱং নৰকং ব্ৰজেৎ। আমাৰ দেশৰ ঈশ্বৰৰ প্ৰাৰ্থনাও দেৱভাষাত কৰাটো নিয়ম, কেৱল ভাগৱতে দেশীয় ভাষাত প্ৰাৰ্থনাৰ অনুমতি দিছিল। ইছলাম জগততো কোৰাণ আৰবী ভাষাতহে প্ৰাৰ্থনাৰ সময়ত পঢ়ে। উপনিষদক অসমীয়া পদ্যলৈ ৰূপান্তৰ কৰাত মোৰ গাত দায়-দোষ লাগিলেও ইয়াৰ এক কণিকা নিজ ভাষাত পদ কৰি ৰাইজৰ আগত দিলোঁ।

জগন্নাথ বৰুৱা কলেজৰ প্ৰথম অৱস্থাত (১৯৩১-১৯৩৬) কেইবছৰমান আমি তিনিজন — ঁপ্ৰফুল্লপ্ৰাণ চাংকাকতী, শ্ৰীবিভূতি গুপ্ত (বৰ্তমান চিলঙত) আৰু মই কলেজৰ তিনিমূৰে থকা তিনিটা সৰু বাকচত (Cubicle) থাকোঁ। কোঠালিত কোনোমতে তক্তাপোছ এখন আৰু সৰু টেবুল এখন সোমায়। আমাৰ সেই আৰ্থিক আৰু শাৰীৰিক কষ্টৰ দিনকেইটা মোৰ মনত মোৰ জীৱনৰ শ্ৰেষ্ঠ দিন। আনন্দেৰে এই অৱস্থা গ্ৰহণ কৰিবলৈ উপনিষদেও বহুত প্ৰেৰণা দিছিল। অধ্যাপক চাংকাকতীৰ হাতত ৰাধাকৃষ্ণণৰ Philosophy of the Upanishads কিতাপখন আছিল। আমি তিনিও আন আন আলোচনাৰ মাজত কেতিয়াবা এই কিতাপখন পঢ়িছিলোঁ। তাত ৰবীন্দ্ৰনাথৰ সৰু পাতনি এটিও আছিল, সেই পাতনিও আলোচনাৰ বিষয় হৈছিল। এইখন কিতাপ আজিকালি বেলেগে পোৱা নাযায়। এই কিতাপ পঢ়ি আৰু ঁদুৰ্গেশ্বৰ শৰ্মাৰ পৰামৰ্শ অনুসৰি উপনিষদৰ ভালেখিনি অসমীয়ালৈ তৰ্জমা কৰোঁ। তাৰে কিছুমান শ্লোক পদ্যত কৰিছিলোঁ। তাৰে কেইটামান পদ এতিয়া কণিকা নাম দি ৰাইজৰ আগত দিলোঁ, দায়-দোষ যি ধৰে ধৰিব। ইচ্ছা কৰিয়েই মূলৰ শ্লোকবিলাকৰ উল্লেখো কৰা নাই। মূল পঢ়িবলৈ যদি ইয়াৰ পৰা দুই-চাৰিয়ে উৎসাহ পায়, তেন্তে আমাৰ শ্ৰম সাৰ্থক হ'ব।

জগন্নাথ বৰুৱা কলেজত তেৰ-চৈধ্য বছৰ কৰ্মজীৱনৰ প্ৰথমছোৱা কটোৱা বাবে এই কলেজলৈ মই বিশেষ একো সন্মান দেখুৱাব পৰা নাই। গতিকে এতিয়া এই দ্ৰোণফুল-কেইটিৰে এই কলেজৰ ন-পুৰণি অধ্যাপক-ছাত্ৰলৈ মান আগবঢ়ালোঁ।

কবি ঁদুৰ্গেশ্বৰ শৰ্মা, অধ্যক্ষ ঁতুলসী নাৰায়ণ শৰ্মা, অধ্যাপক ঁপ্ৰফুল্লপ্ৰাণ চাংকাকতীৰ স্মৃতি ইয়াৰ লগত জড়িত। তেওঁলোকে পদানুবাদখিনি শুনি ভাল পাইছিল। তেওঁলোককো শ্ৰদ্ধাৰে সুঁৱৰিছোঁ। যোৰহাট বাণী সম্মিলনত কেইটামান পদ পাঠ কৰা হৈছিল।

বেলেগ বেলেগ উপনিষদৰ ভালেখিনি শ্লোকৰ মূল আৰু অসমীয়া গদ্য অনুবাদ প্ৰস্তুত কৰি থৈ দিছোঁ, প্ৰকাশক নাই। উপন্যাস আৰু পাঠ্যপুথিৰ বাহিৰে আন কিতাপ প্ৰকাশ কৰিবলৈ এড়ায়। সুবিধা আৰু উৎসাহ পালে এইখিনিও উলিয়াবৰ মন আছে। সম্প্ৰতি এই অকণমানি 'কণিকা' শ্ৰদ্ধাৰে ৰাইজক অৰ্পণ কৰিলোঁ।

শ্ৰীযজ্ঞেশ্বৰ শৰ্মা

# কণিকা

একে বিৰিখতে দুই সুপৰ্ণ নোবোবা-ধুউৰা সখি, (ক)
এটিয়ে খায় পকা পকা গুটি, চাই থাকে ইটি পখী।

অগ্নিয়ে যিদৰে বেলেগ কামত ভিন ভিন ৰূপ ধৰে,
একে ব্ৰহ্মাই ভিন ৰূপ ধৰি নিজকে প্ৰকাশ কৰে।

ভাৰ্যাক তুমি নোপোৱা ভাল, নিজকেহে ভাল পোৱা,
ভাৰ্যাৰ মাজত নিজকে দেখি তাতেই ভোল যোৱা।
নোপোৱা তুমি পুত্ৰকো ভাল, নিজকেহে ভাল পোৱা,
পুত্ৰৰ মাজত আত্মাক দেখি পুত্ৰক ভাল পোৱা।

আত্মাক নাপায় বেদ অধ্যয়ন কৰি,
মেধাৰ বলত কিংবা বহু শাস্ত্ৰ পঢ়ি,
আত্মাই যাক আহি নিজে বাছি লয়,
সিয়েই আত্মাৰ ৰূপ বুজি সুখী হয়। (খ)

শ্ৰেয়- প্ৰেয় দুয়োটাকে বাটত লগ পায়,
দুৰ্বুদ্ধি শ্ৰেযক এৰি প্ৰেয়ৰ লগত যায়,
ধীৰবুদ্ধিয়ে শ্ৰেয়ক ধৰি অনন্ত সুখ পায়।

বিশ্বকৰ্মা মহাত্মাদেৱ সবাৰ হিয়াত স্থিত,
মনীষীজনে হৃদয-মনেৰে হয় পৰিচিত।

শতেক বছৰ খাম-জীম বুলি নিতৌ কৰিবা কৰ্ম,
আন গতি নাই, বন্ধহীন কৰ্ম তোমাৰ ধৰ্ম।

দেহৰূপ ৰথখন, আত্মা উঠি যায়,
মন জৰী ধৰি লৈ বুদ্ধিয়ে ডকায়।

জগৎখনকে আছে সেইজনে আধে-উধে ঢাকি,
আনক বঞ্চি ভোগ কৰি তুমি কাকনো দিয়া ফাঁকি?

অশৰীৰ হৈয়ো শৰীৰত থাকে, অনিত্যত থাকে নিত্য,
সৰ্বব্যাপী ব্ৰহ্মাক চিনিলে শোক-দুখ হয় ভৃত্য।

জুই-জল-বায়ু সকলোতে আছে অনুপ্ৰবিষ্ট হৈ,
গছ-গছনিতো আছে সেই দেৱ, যাওঁ নমোনমো কৈ।
মনেও নাপায় ঢুকি, সেইজন বাক্যৰ অতীত,
আনন্দ ব্ৰহ্মাক চিনি পালে, কদাপি নহয় কোনো ভীত।

নাই জুই, চন্দ্ৰ, সূৰ্য, তৰা, নাই তাত বিজুলীৰ ৰেখা,
তাৰেই দীপ্তিত দীপ্ত হৈ এই সকলোৰে দিয়ে দেখা।

বেলেগ ফুলৰ ৰস একে কৰি মাখিয়ে মৌ ৰচনা কৰে,
মানুহৰ দৰেই মৌৱে নাজানে ব্ৰহ্মাই কিদৰে সৃষ্টি কৰে।

ব্ৰহ্মাত যি সকলোকে দেখে, সকলোতে দেখে ব্ৰহ্মক যি,
ব্ৰহ্ম-জগৎ একে জ্ঞান হ'লে শোক-মোহে তাক কৰিব কি?

মকৰাটিয়ে পেটৰ সূতাৰে জালৰ সৃষ্টি যিদৰে কৰে,
পৃথিবীৰ পৰা উৎপত্তি হোৱা গছ-গছনিয়ে সুশ্ৰী ধৰে।
জীয়া মানুহৰ শৰীৰৰ পৰা দাঢ়ি, চুলি, নোম গজে যিদৰে,
অক্ষৰ ব্ৰহ্ম বস্তুৰ পৰা বিশ্বজগৎ বাঢে সিদৰে।

অণুতকৈও ক্ষুদ্ৰ যিটো বিৰাটতকৈও বৰ,
আত্মাক জানে বিধি-প্ৰসাদত কামনাবিহীন অশোক নৰ।

আমি পূজোঁ যাক নহয় ব্ৰহ্ম; ব্ৰহ্ম বুলি জানিবা তাক —
ব্যকা যিজনে সৃষ্টি কৰিছে, বাক্যই প্ৰকাশ নকৰে যাক।
চিন্তাক যি নিদিয়ে ধৰা, চিন্তাক যি কৰিছে সৃষ্টি,
জানিবা সেয়েই ব্ৰহ্মবস্তু, আমাৰ দেৱতা ভ্ৰান্ত দৃষ্টি।

নিজ নাম-ৰূপ এৰি সাগৰত পৰে গৈ নদ-নদী,
নিৰঞ্জন পদ লভিব পাৰিব বিদ্বান হয় যদি। (গ)

মেলি দিয়া সোণৰ সঁফুৰা, সত্য তাত আছে ঢাকি থোৱা,
সত্যধৰ্ম আছা যেনি য'ত, নিজৰ চকুৰে চাই লোৱা। (ঘ)

ক ধুনীয়া পাখি থকা চৰাই।
খ যমেৰ এব বৃনুতে তেন লভ্য।

# সংকলিত কবিতা



---

ড° কবীন ফুকনে সম্পাদনা কৰা "সাহিত্যাচাৰ্য যজ্ঞেশ্বৰ শৰ্মা কবিতাবলী" গ্ৰন্থৰপৰা সন্নিবিষ্ট কৰা হৈছে। পাঠান্তৰ ঘটা অৱস্থাত উৎসৰ সন্ধান দিয়া হৈছে। — সম্পা সা য শ ৰ

## নহয়নে?

হাকিম জোঁবাই নিজৰ ঘৰলৈ আহি দুই-তিনি দিন আছে।
শহুৰেক শৰ্মাবৰুৱা লগ পাবলৈ বহিছেহি।
ডিব্ৰুগড়ৰ পৰা জীয়েকৰ খবৰ ল'বলৈ অহা ভট্টাচাৰ্যদেৱো তাতে ওলালহি।
দুয়োগৰাকী বুঢ়া পণ্ডিতে বানবাটিত চাহ খাই খাই বাৰমিহলি কথা পাতিছে।
এজনে কৈছে, আমাৰ দেশত পণ্ডিত এতিয়া একেবাৰে নোহোৱা হ'ল।
আছে মাত্ৰ আপুনি যোৰহাটত, মই ডিব্ৰুগড়ত।
ইগৰাকীয়ে উত্তৰ দিছে, আপুনি ঠিক কথা কৈছে,
আপুনি ডিব্ৰুগড়ত, মই যোৰহাটত।
নহয়নে বাৰু হাঁহি উঠা?

হাকিমৰ ওচৰত ময়ো বহি বাহিৰৰ বাৰাণ্ডাৰ পৰা শুনি আছোঁ।
তেওঁ মোৰ ফালে চাই মিচিকিয়াই হাঁহিছে।

কবি পোৱাৰাম আৰু কবি মণিৰাম কেনেবাকৈ লগালগি হ'ল।
আমাৰ দেশত এতিয়া আৰু কবি বুলিবলৈ বিচাৰি নোপোৱা।
মাত্ৰ আপুনি গুৱাহাটীত, ইয়াত কেৱল মই মণিৰাম।

What fools these mortals be? এই কথাষাৰ কোনে কৈছিল?

## আৱৰ্তন

দেৱদেৱীয়া চেঁচা হাত এখন যেন গাত লাগিল।
চ'ৰাঘৰত দপদপীয়া জুই। বাঁহৰ মুঢ়া, কাঠ খৰি, চলি খৰি, জেং খৰি।
*পুহাই কাই, তুমি সোমাই আহাঁ।*
তোমাৰ হাত-ভৰি ঠেৰেঙা লাগিছে;
গাৰ কাপোৰ নিচেই পাতল,
তোমাৰ পানী লাগিছে কফ হৈছে। জুহালৰ গুৰিত পীৰাডোখৰত বহি তুমি
হাত-ভৰি সেকি লোৱা।
তপত চাহ পানী এবাটি দিব, খাই লোৱা। লগতে দুচকলমান চুঙা পিঠাও।
আৰু দুদিন থাকি মেজিৰ জুইৰ তাপ লৈ যোৱা, দুই-চাৰিটা পিঠা-পনাও খাই যাবা।
পুহে পুহে বছৰ হ'লৈগে আকৌ আহিবা।
তোমাৰ আৱৰ্তন কেতিয়া আৰম্ভ হ'ল তুমিয়েই নাজানা।
তুমি লগ পোৱা আমাৰ আজোককাইঁতৰ সোঁৱৰণিটোহে আছেগৈ।
এদিন আমাকো লগ নাপাবা, আমাৰ নাতি-পুতিহঁতে তোমাক অনাদৰ নকৰে,
মোৰ একান্ত বিশ্বাস।
দুবছৰৰ পিছত কাঠ খৰিৰ জুই পোৱা নে নোপোৱা সন্দেহ।
আহিবা, পুহে পুহে বছৰ হ'লৈগে আকৌ আহিবা।

## মানুহে পাহৰে

সন্ধ্যা দবাত কোব পৰিবৰ হৈছে।
বাহিৰত অকণমান পোহৰ আছে, ভিতৰ আন্ধাৰ।
এশ বছৰৰ কাষ চপা আলৰ বুঢ়ী এগৰাকীয়ে আজি ডেৰ কুৰি বছৰ
ঘৰ পাহৰা তীৰ্থযাত্ৰী নাতিৰ কথাকে দিনে-ৰাতিয়ে ভাবি আছে।
ভাবি ভাবি দৃষ্টিশক্তি প্ৰায় নাইকিয়া হৈছে, সহায় নহ'লে শেতেলিৰ পৰা উঠিব নোৱাৰে।

এনেতে কোনোবা এটাই কৈ গ'লহি লগৰীয়াসকলৰ সৈতে
*ডেকাগিৰি আহি নঙলামুখ পাইছেহি।*

কথাযাৰ শুনি কাৰো সহায় ল'বলৈ বাট নাচাই বুঢ়ী
থৰক-বৰক্‌কৈ আগফাললৈ ওলাই আহিল।
ৰাটত খুন্দা খাই মূৰত আৰু পিঠিত বৰকৈ দুখ পাইছিল।
তাৰে কাণ কৰা নাই।

দুৱাৰমুখ পাওঁতেই নাতিয়ে ভৰি চুই সেৱা কৰিছে,
খেৰসূতী বুঢ়ী আইয়ে
প্ৰত্যাগতক বুকুত সাবটি লৈছে।
বহুত পৰলৈকে কাৰো একো মাত-বোল নাই।

বুঢ়ীৰ চকুৰ পৰা ভাগমহীয়া বানপানীৰ দৰে চকুলো ওলাবলৈ
ধৰিলে, মাতো এষাৰ ওলাল।

তোমাৰ মহাপুৰুষ শংকৰদেউ খেৰসূতী বুঢ়ী আইৰ সৃষ্টি।
তুমি পাহৰিছা।

বুঢ়ী আইলৈ এখনি সম্মানৰ শৰাই।

## নাম থাকিবলৈ ঠাইয়েই নাই

গামোচাৰ আগত মাহ-প্ৰসাদৰ টোপোলা বান্ধি
তোমালোক ঘৰাঘৰি যোৱাগৈ।
ঘৰত সকলোৱে নামৰ মাহ-প্ৰসাদ খাবলৈ বাট চাই আছে।

মই নাম। মোক মণিকূটৰ আন্ধাৰ চুকতে এৰি থৈ যোৱা।
ইয়াত মই নিৰ্বিঘ্নে মনে মনে শান্তিৰে সোমাই থাকিম।
তোমালোকে মোক পোহৰলৈ নিবলৈ টনা-টনি নকৰিবা।
ইয়াতে অকলে সুখে-শান্তিৰে সোমাই আছোঁ।

মণিকূটৰ দুৱাৰ মাৰি তোমালোক সকলো ঘৰলৈ যোৱাগৈ।
নামৰ মাহ-প্ৰসাদ খাবলৈ সকলোৱে বাট চাই আছে।
বহিৰ্জগতত কলুষৰ সেনাই তম্বু তৰিছে।
বিষৰ বতাহ কেউফালে ছটিয়াই দিছে।

সজাহ নহ'লে জীৱনৰ সংশয়।
মই নাম। মোক মণিকূটৰ আন্ধাৰ চুকত এৰি থৈ যোৱা।

## আমাৰ কাপুৰুষালি

বাৰেও মাহ ধেমাজিত জিলাৰ মুখখন
কোনেও বোলে দেখিবলৈ নাপায়।

দুজন বন্ধুৱে লগ লাগি কোৱা-কুই কৰিছে।
এজনে বোলে, আজিকালি বোৱাৰীয়ে খোপাৰ ওপৰতে ওৰণি
অকণমান থয়।

মুকলি মনেৰে পৃথিৱীক দেখিবলৈ পায়, পৃথিৱীয়েও বোৱাৰীক
দেখিবলৈ পায়। ভালেই হৈছে।

আনজনে কৈছে, আজিকালি আমি গোটেইবোৰেই আগৰ দিনৰ
বোৱাৰী হৈ আছোঁ।

## দিন-কণা

ৰোষ পতা তিৰোতাৰ দৰে মাজে মাজে কেতিয়াবা আঠ-দহ ঘণ্টামান মাত-বোল নাই, স্বস্তি।
ৰেডিঅ' পোৱালিটো যেন ঠেকেচা মাৰি ভাঙি পেলাম।

দিনে-ৰাতিয়ে অনবৰত আততায়ীৰ অমানুষিক হত্যা,
লুণ্ঠন, যুদ্ধ, হিংসা, দ্বেষ, ভণ্ডামি, প্ৰবঞ্চনা।
মোৰ বন্ধুৱে ক'লে, তুমি অবাবত ৰেডিঅ'টোৰ ওপৰত
খং কৰিছা, সি কেৱল সত্যহে চিঞৰিছে।

সত্যৰো গোটেইখিনি ক'বলৈ নাপায়।

আমাৰ কবি, দাৰ্শনিক, চিন্তাশীল আৰু ভাবুক —

সকলোবোৰেই দিন-কণা, আওকণীয়া, দিনৰ পোহৰতো কিছুমান বস্তু চকুত নপৰে।

প্ৰকৃতিৰ কঁৰালবেদনা ৰক্তদন্তিকা ৰূপটো বহুতৰে চকুত নপৰে যেন লাগে।

কিন্তু আজিকালি লাহে লাহে কেঁচাইখাতীৰ গতি-গোত্ৰ টেঙৰ মানুহে ধৰিব পাৰিছে।

অকণ পচলাৰ খাৰ।

খোলে প্ৰতি জালুকীয়া বৰালি মাজৰ জোল, সৰু মাছৰো জোল।

লাই, পালেং, বাবৰি, খুতৰা, দোৰোণ, মেথেধু, বৰমিৰলি ভজা।

ইয়াতকৈ আৰু কি লাগিছে।

খোৱাতকৈও মানুহৰ মনবোৰ - ৰজাদিনীয়া ৰহঢলা পুখুৰীৰ দৰে ..

এই ছবিখন কেমেৰাই আজিপৰ্যন্ত ৰাখি থৈছে।

## আঘোণৰ মহোৎসৱ

দুপৰ বেলিকা গেলাবিলৰ পৰা মানুহটোৰ সমান বা মানুহতকৈ ওখ ৰাঘ বৰালি ঘৰৰ আগেদি লৈ গৈছে।

গধুলিকৈ খেলৰ ৰাইজৰ ন-খোৱাৰ ভোজ।

নামঘৰৰ কাষত ওখ ঠাইডোখৰত ৰন্ধা-বঢা কৰিবলৈ চালি দিছে আৰু মানুহ বহিবলৈ পাতলকৈ ৰভা এখনো দিছে।

কেউফালে দপ্‌দপীয়া জুই। নামঘৰত দেউতাই নাম গাই অঁতাই গধূলি মাহ-প্ৰসাদ বিলাইছে।

জুইৰ কাষত বহি বহি মানুহে খাইছে। ধলিয়ালৰ ডেকা গোসাঁইৰ হাতে সকলোৱে খায়।

আগতে মাজু বৰদেউতাই ৰান্ধে, এতিয়া কঁকালৰ বিষ।

খাওঁতে বহিবলৈ খেৰ পাৰি লৈছে।

ডিঙিত গামোচা আৰু হাতত লোটা লৈ মানুহ ওলাইছেহি। ৰাতি এপৰমান হ'ল।

সমাজৰ নিয়ম মতে মানুহ ঠাইয়ে ঠাইয়ে বহিল।

আগে আগে পাত পাৰি গ'ল, দাঁতিত একোটাকৈ কলপটুৱাৰ খোল।

নতুন মিহি উখুৱা চাউলৰ ভপত ভাতৰ ধোঁৱা।

ভাতৰ দাঁতিত ওটেঙা দিয়া মাটি মাহৰ আঞ্জা, এমুৰে

## ভৱিষ্যৎ

আঘোণ মাহটো শ্ৰেষ্ঠ মাহ বুলি কয়।

মোৰ আঘোণ মাহত জন্ম গুণে কেতিয়াবা মনলৈ অহংকাৰ আহে।

কোনোবা এযুগত বোলে আঘোণ মাহৰ পৰা বছৰ আৰম্ভ হৈছিল।

কাতি মাহে যিটো আশা কৰে আঘোণে সেই আশা পূৰণ কৰে।

Season of mist and fruitfulness

কুঁৱলী আৰু ফলেৰে চহকী মাহ।

ৰবাব টেঙা খাবৰ হয়, সুমথিৰাও পকে।

মোৰ জন্ম তিথিৰ দিনা পথাৰৰ মাজেদি পোনাই আহিছোঁ, শুকান পথাৰ।

দেখিলো, গাঁৱৰে যুৱক দম্পতী। গৃহিণীয়ে দাইছে, গৃহস্থই ডাঙৰি কঢ়িয়াইছে।

ওচৰতে পথাৰত সৰু ঢাৰিৰ ওপৰত কেঁচুৱা শুৱাই থৈছে; মূৰত ৰ'দ নপৰিবলৈ খুঁটি মাৰি কাপোৰ তৰিছে।

টনটনীয়া চকু, হাঁহি মুখ, ধুনীয়া কেঁচুৱা, কপালত ৰঙা চন্দনৰ ফোঁট।

ডেকাই ক'লে, বাপু ইয়াৰ আজি এবছৰ। তুমি বিদ্বান

মই ক'লোঁ, হিয়া উদঙাই আশীৰ্বাদ দিছোঁ।
আহোঁতে বাটে বাটে ভাবিছোঁ, কিমান বিদ্বান মইহে জানো।
ভৱিষ্যতে এই কেঁচুৱা হালোৱা-চহা, ৰণুৱা-বনুৱা, মণ্ডল-হাকিম, মেম্বৰ-মন্ত্ৰী।
কি বা হয়গৈ? ভৱিষ্যতে ইয়াক ক'ত কি পাতিব পাৰে, ক'ব নোৱাৰি।
কিন্তু মোৰ দৰে আগলি ধন দিব নোৱাৰি পোৱা চাকৰিও যেন নেহেৰুৱায়।
আৰু যেন ৰণথলিত অস্ত্ৰ-শস্ত্ৰৰ খাদ্য হ'ব নোৱাৰে।

## শুদা পিয়লা

শোৱাপাটীৰ কাষতে থকা মেজৰ ওপৰত শুদা পিয়লা এটা,
আৰু ওচৰতে সৰু থাল এখনত এটুকুৰা ভঙা বিস্কুট।
মানুহ অহা গম পাই কোনোবাই লৰালৰিকৈ থাল-পিয়লা আঁতৰাই নিলে।
চাৰিটি ডেকা ল'ৰা সোমাই আহিল।
ককা, আমি স্কুলৰ শিক্ষক। যোৰহাট জিলাৰ আপুনি ওপজা গাঁৱৰ পৰা
আপোনাক দেখা কৰিবলৈ আহিছোঁ।
কুৰি শতিকাৰ প্ৰথম দশকত জন্ম লৈ নিজ বলেৰে আন্ধাৰ হাবিতলীয়া
বগাৰ গাঁওখন মানুহৰ আগত আপুনি চিনাকি কৰি দিছে।
আপোনাৰ পৰা দুৱাষাৰ কথা শুনিম বুলি আহিছিলোঁ।

মই ক'লোঁ, আজিকালি যদিও আমাৰ দেশলৈ শিক্ষা বোলা বস্তু এটা আহিছে,
তাৰ লগত কিছুমান দুষিত পদাৰ্থও লাগি নহাকৈ থকা নাই।
বৰ্তমান কালত গাঁৱলীয়া সমাজতো আগৰ সৰলতা, উদাৰতা,
মিলাপ্ৰীতি আৰু সহযোগিতাৰ ভাব প্ৰায় নোহোৱা হৈছে।
পৰিহলে দেৱালী। তোমালোক শিক্ষকে নতুনকৈ চাকি জ্বলাবলৈ চেষ্টা কৰা।
সোণ-ৰূপৰ বা মাটিৰ বা ঔটেঙাৰ চাকি, যিয়েই হওক, জাত-পাত কোনো কথা নাই।
আন্ধাৰত পোহৰ বিলোৱাহে আচল কথা।

এনেতে ডেকাকিজনক ভিতৰলৈ মাতি নিলে।
যাবৰ সময়ত তেওঁলোকে ক'লে
ককা, আকৌ কাইলৈ আহিম।

## ফিনিক্স

শোৱাপাটীখন চোঁচৰাই চোতাল ঢাকি থকা ৰ'দলৈ অনালো।
পুহ মহীয়া দুপৰীয়া ভাতমুঠি পেটত পেলাই সেই বিছনাতে দীঘল দি
গাত দুটোপাল ৰ'দ সুমুৱাই লৈছোঁ।
আমাৰ চুবুৰীয়া ডেকা কবিজন ৰচনা কৰা শেহতীয়া কবিতাটো
শুনাবলৈ সৰু মুঢ়াটোতে বহি আছে।
এনেতে কেইটিমান চেমনীয়া ল'ৰা মোৰ কাষতে থিয় হ'লহি।
ককা পৰিহলে পুৱা মেজি পুৰিবলৈ কাঠখৰিৰ নামত চলি এড়ালো নাই।
এইবাৰ বিহুটো মেজি নুপুওৱাকৈ যাব যেন দেখিছোঁ।
মই ক'লোঁ, ল'ৰাহঁত খৰিৰ কাৰণে ইমান চিন্তা কিয় কৰিছা?
দোকানবোৰত যিমানবোৰ কবিতা কিতাপ আছে সেইবোৰ গোটালে
কেইবাটাও মেজিৰ খৰি হ'ব।
গ্ৰন্থকাৰ নিজে আৰু প্ৰুফ ৰীডাৰৰ বাহিৰে কবিতাৰ কিতাপ কোনেনো পঢ়ে?

মোৰ কথাটো বুজিব নোৱাৰি ল'ৰাহঁত গৃহিণীক লগ পাবলৈ
ভিতৰফাললৈ সোমাই গ'ল।
ইতিমধ্যে কবিৰ কাৰণে চাহ-পানীৰ বাটি আহি পালেহি
চকু মুদি একে ঢোকে চাহটোপা গিলি ডেকা কবি
মাত নলগোৱাকৈয়ে ঘৰমুৱা হ'ল।
পেটে পেটে ভাবিলে বুঢাৰ নিশ্চয় পৰকিতি লৰিছে।

## অৰ্ধ নাৰীশ্বৰ
## (Silence of eternity)

মহাকাল আৰু মহাকালী দুয়ো অদৃশ্য, অব্যক্ত; কিন্তু দুয়ো একেটাই, দুটা নহয়।
বাক্য আৰু বসৰ দৰেই সম্পৃক্ত।
বিশ্বৰ বুৰঞ্জীত থকা কিলাকিলি, কটা-মৰা, প্ৰেম-প্ৰীতি, বিহু-সংক্ৰান্তি, উন্নতি-অৱনতি,
এই গোটেইবোৰ মহাকালৰ তুলনাত
অতি সামান্য, অতি নগণ্য।
সেই মহাকালৰ তুলনাত এটা নিমেষো নহয়।
আমাৰ বুৰঞ্জীৰ আগতো অপাৰ অন্ধকাৰ, পিছতো নিৰবধি নীৰৱতা।

## অগ্নিক সেৱা আৰু অগ্নিৰ সেৱা

অগ্নিক সেৱা তুমি নকৰিলেও নকৰিব পাৰা,
কিন্তু অগ্নিয়ে মানৱ সমাজক অবিৰাম সেৱা দি আহিছে।
সেইয়ে নোহোৱা হ'লে,
আমি গোটেইবোৰেই বিকল আৰু নিৰ্জীৱ হ'লোহেঁতেন।
সভ্যতা বোলা, সংস্কৃতি বোলা, উন্নতি বোলা, সকলোবোৰেই
অগ্নিৰ উদাৰ সেৱাৰ পৰম পৰিণতি।
অগ্নিৰ কোনো কোনো কাণ্ড দেখি মোৰ কেতিয়াবা খঙো উঠে;
কিন্তু অলপমান বৈ ভাবি চালেই সেই খং চেঁচা পৰে।
বৈশ্বানৰে মোৰ দেহত আশ্ৰয় নোলোৱা হ'লে
অন্যাই মোক জীয়াই ৰাখিব নোৱাৰিলেহেঁতেন।
কোনজন দেৱতাই অগ্নিক নমাই আনিলে?

## নতুন বেমাৰ

অসুখৰ পৰা অলপমান বাক পাই আজি ৰে'ল ষ্টেচনৰ ফালে ওলাই আহিছোঁ।
মণ্ডলী অফিচৰ দুৱাৰমুখত ডাঙৰ বগৰীজোপাৰ, খটাসুৰ ল'ৰাহঁতৰ উৎপাতত,
মাঘ সোমাওঁতেই কেৱল জঁকাটোহে আছেগৈ।

আঁঠুমূৰীয়া চুৰিয়া আৰু এৰীয়াৰ খৰা চোলা পিন্ধা ডেৰকুৰিমান গাঁৱলীয়া মানুহ
হাতত নলীয়া কটাৰি আৰু লাখুটি একোডাল লৈ
মণ্ডলী অফিচত মাটি বিচাৰি আহিছে —
ভূমিহীনক বোলে আমাৰ চৰকাৰে ভূমি বিতৰণ কৰিব।
ষ্টেচন মাষ্টাৰৰ চোতালৰ ৰ'দত
কেইবাটাও শকত শকত বৈয়াম থিয় হৈ ৰ'দ লৈ আছে —
আমলখি, জলফাই, নেমু, নগাটেঙা আদিৰ লোভ লগা আচাৰ।

ৰে'লৰ পৰা হাতত বেগ লৈ অচিনাকি মানুহ দুটা নামি আহিল।
আলিবাটেৰে নগৈ সিহঁতে পথাৰেদি গাঁৱৰ ফালে পোনালে।
অচিনাকি মানুহ বুলিলেই আজিকালি ভয় লাগে।
মানুহৰ মানুহলৈ ভয় পৃথিৱীৰ নতুন বেমাৰ।

এতিয়া আবেলি চাবি বজাত বিষ্ণু ৰাভাৰ সোঁৱৰণী সভা আছে নহয়?

# অসুৰৰ স্থিতি

মহিষাসুৰৰ মৰ্দনৰ পিছত ভক্তি আৰু কৃতজ্ঞতাৰ চিন স্বৰূপে
বিশ্বব্যাপী আনন্দ-উৎসৱ পালন কৰে।
আমি কিন্তু সদায় অসুৰৰ নিধনৰ আগেয়েই দুৰ্গোৎসৱ পালন কৰিছোঁ,
অসুৰে এতিয়াও নিৰ্ভয়ে নিচিন্তমনে যথা ইচ্ছা গোটেইখনতে বিচৰণ কৰিছে।
অসুৰে মানুহৰ ধাতু ধৰিব পাৰিছে।

# আঘোণৰ চকোৱা

পাঁচ দিনৰ মূৰত কালি গধূলি বেলিকাহে সান্ধ্য আইন তুলি লৈছে।
আঘোণ মাহটোৰ আৰু মুঠেই তিনিদিনমানহে বাকী আছে
আলিৰ দাঁতিৰ পথাৰডৰাত বাইজনীৰ লগতে তৰুলতায়ো
চকোৱা ধান দাই আছে।
প্ৰবেশিকা পাছ কৰা তৰুজনীয়ে মাক-বাপেক জীয়াই থকা হ'লে
আজি নিশ্চয় কলেজত পঢ়িলেহেঁতেন।
এনেতে হঠাৎ স্কুটাৰৰ পৰা নামি ডেকা এজনে মাত লগালে —
তৰু শুনা, আমাৰ বিয়াখন আজিয়েই গধূলি লগ্নত
যেনেতেনে হ'ব লাগিব।

নহ'লে আৰু দুবছৰলৈ বোলে শুভদিন পোৱা নাযাব।
তুমি যেনে আছা তেনেই মোৰ লগত স্কুটাৰত উঠা,
বাইজনীয়ে ককাইদেউহঁতক ক'বগৈ তৰুণ মাষ্টৰৰ লগত হ'ব খোজা
বিয়া আজি গধূলিয়েই হ'ল।
আজি বৰ লৰালৰি হ'ল, আমি আঠমঙলা খাবলৈহে আহিম।
আজিৰ কাম বাইদেউহঁতৰ ঘৰতেই হ'ব লাগিব, ওচৰৰ মতা-তিৰোতা
মানুহ গোট খাব।
স্কুলৰ এজন সহকৰ্মীয়ে ঋগবেদৰ চাৰিটা সুক্ত পাঠ কৰি শুনাব।
পৰহিলৈ আমাৰ নিজা পঁজাটিতে খোবা-খুবনি খেদাই আমাৰ
গৃহস্থালি আৰম্ভ কৰিম।
তৰুণ তৰু স্কুটাৰত উঠি চকুৰ পচাৰতে কোনোবাখিনি পালেগৈ।
বাইজনী ভালেখিনি পঁৰ কাঠৰ খুঁটাটোৰ দৰে থিয় হৈ আছিল।
কাঁচি দুখন হাতত লৈ বায়ে ঘৰৰ ফালে খোজ ল'লে,
গছৰ আগত ৰান্ধনি ৰ'দ।

# নাঙলধোৱা পিঠা

ভাদ যায়, আহিন সোমায়।
খেতিয়ক ৰাইজ বোকাৰ পৰা শুকানলৈ উঠে।
নাঙলটো ধুই-পখালি তিনিদিনলৈ জিৰণি দিয়ে,
নিজেও লয়, গৰুৱেও পায়।
এই জিৰণি মোখনি নহয়, নতুন শ্ৰমৰ উদ্যোগ পৰ্বহে।
জিৰণিৰ মাজতে গৃহিণীগৰাকীয়ে নাঙলধোৱা পিঠা ৰান্ধি গৃহস্থক খুৱায়।
বহুতে ইয়াক ভাত পিঠাও বোলে।
নাঙলৰ ফালে আহিন সোমালে মাটি চহায়। মাহ-সৰিয়হ সাৱধানে সিঁচে।
ই কেৱল বিলাসিতা নহয়, মানৱ ধৰ্মৰ স্মাৰক মাত্ৰ।
শতপথৰ প্ৰাচীন বাণী পিঠাৰ স্বাদে বহন কৰে।
স্থিতি মৰণ গতিয়েই জীৱন, ইয়াক পাহৰিলে অধৰ্মী হয়।
যমদূত আহি অজামিলক ধৰাৰ দৰে অধৰ্মীক ধৰে;
বিষ্ণুদূতেও ৰাখিব নোৱাৰে।
উপনিষদৰ উপদেশ পাহৰি মানুহে কিয়নো ললাট ভুঞ্জে।

# ঘিলা পিঠা

চোবালে কুম বিযোৱা শিল যেন টান ঘিলা পিঠাৰ এচকলো
ইন্দ্ৰিয়হঁতক কেতিয়াও নিদিবা।

শিৱ-পাৰ্বতী দুয়ো এদিন বিষ্ণুৰ ঘৰলৈ ফুৰিবলৈ গৈছিল।
কথা প্ৰসংগত শিৱই বিষ্ণুক ক'লে —
অসুৰবিলাকক মুগ্ধ কৰিবলৈ তুমি যে এদিন মোহিনী ৰূপ ধৰিছিলা,
সেই ৰূপটো চাবলৈ মোৰ মন লক্‌লকাই আছে।
সেই মোহিনী ৰূপটো আকৌ এবাৰ দেখুৱাব নোৱাৰানে?
বিষ্ণুৱে হাঁহি মাৰি ক'লে — বুঢ়াকালৰ দুবাৰডলিত ভৰি দিয়া
উঠন ভকত এজনৰ এনেবোৰ অভিলাষ হ'ব লাগেনে বাৰু।
শিৱই পেৰি থকাত বিষ্ণু হঠাৎ সেইখিনিতে অন্তৰ্ধান হ'ল।
বিষ্ণুৱে সৃষ্টি কৰিলে তাতে এখন উপবন —
অপূৰ্ব সুন্দৰী ৰমণীয় গাভৰু লয়লাসে ফুৰি আছে তাত।

জটীয়া মহাদেৱে কি বিহুখন দেখুৱালে কীৰ্তনৰ পাঠকক ক'ব নালাগে।

তীব্ৰ তপস্যাত লীন হৈ থাকিলেও ইন্দ্ৰিয়হঁতক বিশ্বাস নকৰিবা।
বিশ্বামিত্ৰৰ দৰে মহাঋষিয়েও মেনকাক দেখা পাই নকৰিলে কি!

# কোটোহাগুৰিলৈ

ল'ৰাৰ পৰা বুঢ়ালৈকে প্ৰায় পোন্ধৰ যোলজন মুনিহ-তিৰোতা
লগ লাগি গৈ আছে।
সন্মুখত এটা পঠা ছাগলী।
ল'ৰা এটাই ডিঙিত পঘা লগাই গৈছে, কিন্তু ছাগলীয়ে আমনি কৰা নাই।
সি মানুহতকৈও বেছি আনন্দেৰেহে আগবাঢ়ি গৈছে।
সি গম পোৱা নাই — আজি মহা নৱমীৰ দিনা
কোটোহাগুৰিৰ দেৱালয়ত
দেৱী পূজাত তাক বলি দিব।
পৰিয়ালৰ মাজু ল'ৰাটোৰ নৰিয়াত আগ কৰিছিল
গোসাঁনীলৈ বুলি আগ কৰা বস্তু, সোনকালে দিব লাগে।

হেৰা মোৰ জ্ঞানী বন্ধু,
এই মানুহবোৰক তুমি অজ্ঞানী বুলি ইতিকিং নকৰিবা,
তুমি তোমাৰ জ্ঞানেৰে জ্ঞানী, এই শিক্ষা নোপোৱা গাঁৱলীয়াবিলাকো
নিজৰ জ্ঞানেৰে জ্ঞানী।
তোমাৰ মোৰ একোতেই দৃঢ় বিশ্বাস নাই,
সিহঁতৰ কিন্তু অচল-অটল বিশ্বাস আছে।
তোমাৰ মোৰ চোলাৰ জেপতহে বিশ্বাস।

অবিজ্ঞাতং বীজানতাম্ উপনিষদৰ বাক্যটোলৈ হঠাৎ মনত পৰিল।

দেশপ্ৰেমৰ নামত, শান্তি প্ৰতিষ্ঠাৰ নামত, পৃথিৱীৰ যুদ্ধ-বিগ্ৰহবোৰত,
কিমান উঠি অহা ডেকা ল'ৰা বলি হৈছে,
এই ট্ৰেজিক দিশটোৰ প্ৰতি আমাৰ কিমান জনা-বুজা লোকে চকু দিছে?
সপ্তাহত দুই-তিনিদিন হ'লেও বজাৰত কছাইয়ে বেচা
মাংসৰ জোল অকণ পেটলৈ গ'লেহে খোৱা যেন নালাগেনে?
আমাৰ আত্মসন্মানবোৰ
কত সহস্ৰবাৰ বলি দি আছোঁ —
তাৰ হিচাপ আছেনে?

## দেৱী টেৰেছা জগন্মাতা

বুঢ়ীগৰাকীয়ে চোতালত মূৰৰ তুলসীৰ গুৰিত সন্ধ্যা পৰত
বন্তি এগচি দিনৌ জ্বলায়।
দীপৰ শিখা দুপৰ নিশালৈকে ট টকৈ জ্বলি থাকে।
দুৰ্ঘোৰ ৰজনী অন্ধকাৰৰ মাজতো পোহৰৰ বিন্দুটি দূৰৰ
পৰাও দেখা পায়।
ভোগ-লুণ্ঠন হিংসা দ্বেষে বলিয়া কৰা পৃথিবীৰ মূৰত
এছাটি মাত্ৰ মন্দাকিনীৰ শান্তি জল।
প্ৰাণহীন দেৱ-দেহ ভাৰত ভূমিৰ বুকুত সোমাই কৃতকৃত্য।
কলিকতা মহানগৰী বিশ্ববাসী পুণ্যকামীৰ তীৰ্থপাঠ্য।

## কাৰ্বিৰ বুকু

কাৰ্বিৰ বুকু তোমাৰ নাকে শুঙিবলৈ পাইছেনে?

ভাটীৰ নাৱৰীয়া যমুনাইদি উজাই আহিল।
বকলীয়াঘাটত নাও বান্ধিলেহি।
নৈ পাৰতে ধোঁৱা উৰাই ভাত ৰান্ধি খাই
চক্ৰ-হাৰী তাতেই থৈ গ'ল।

অতি সাৱধানে আতোলতোলকৈ, কাৰ্বিৰ বুকু পেৰাত ভৰাই,
যমুনাইদি নাৱৰীয়া ভটিয়াই গ'ল।

তোমাৰ নাকে কেতিয়াবা কাৰ্বিৰ বুকু শুঙিবলৈ পাইছেনে?

## পঁজাডুখৰিহে আচল

ধুমুহা বৰষুণে যদি পঁজাকেইটিকে ভাঙি থৈ যায়,
তেন্তে ক'ৰ বিহু, ক'ৰ উৎসৱ?

নাহৰপাতে ৰক্ষা কৰিলেহে জেতুকাপাত।
বিহুৰ আনন্দ-উৎসৱৰ মাজতে
নাহৰৰ ঠাল একোটি লৈ গাঁৱৰ মানুহ আহে।
কেইটামান নাহৰপাতৰ পিঠিত মহাদেৱক প্ৰাৰ্থনা কৰা
শ্লোকটি
লিখি দিব লাগে।
শ্লোক লেখা নাহৰপাত গৃহস্থৰ পঁজাৰ চালত গুজি থোৱাৰ
নিয়ম।
নাহৰপাতৰ প্ৰাৰ্থনাৰ লগতে জেতুকায়ো যোগ দিয়ে।

ধুমুহা বৰষুণে যদি পঁজাকেইটিকে ভাঙি থৈ যায়,
তেন্তে ক'ৰ বিহু, ক'ৰ উৎসৱ?

## পোষ্টৰ আগন্ত

*ঠেলা-ঠেলি নাই, টিকট নাই, কণ্ডাক্টৰ নাই।*
তাহানি কলেজত পঢ়া কালৰ দৰেই তিনি-চাৰিজন বন্ধু
মাজে-সময়ে অবাধে হাঁহি-মাতি কথা কৈ খোজ কাঢ়ি
বশিষ্ঠলৈ যাওঁ। কালিও গৈছিলোঁ।
বাটৰ কেইমিটাৰমান আঁতৰতে নতুনকৈ সজা দীঘলীয়া
ঘৰ —
বাটৰ পৰাই দেখিলোঁ ঘৰটোৰ ভিতৰত মানুহৰ ভিৰ,
আহিছে, গৈছে।
ইয়াতনো কি হৈছে বুলি বাটৰ পৰা নামি কোনোমতে
ভিতৰত সোমালোঁ।
কেইখনমান মেজ, কেউকাষে মানুহ, বহিছে, থিয় হৈছে।
বেচা-কিনা চলিছে— মূৰৰ, মনৰ, মতামতৰ, চিঠি-পত্ৰৰ।
ঘূৰি-পকি চাই কোনোমতে ওলাই আহি বাটত উঠিলোহি।
বহুত পৰলৈ আমাৰ মাতবোল নাই।

গণেশগুৰিৰ ওচৰৰ চিনাকি দোকানত এপিয়লা এপিয়লা
চাহ খাই
গন্তব্যস্থানলৈ আগবাঢ়িলোঁ —
ৰঘুবংশৰ বশিষ্ঠাশ্ৰমলৈ, চৌধুৰী ককাৰ বশিষ্ঠাশ্ৰমলৈ।

## পোন্ধৰ আগষ্ট, তুমি আহিলা

পোন্ধৰ আগষ্ট, তুমি অহা আজি ভালেমান দিনেই হ'ল।
কিন্তু আজিলৈকে তোমাৰ লগত চিনাকি নহ'ল।
তোমাৰ গতি-গোত্ৰ এতিয়াও ভালকৈ ধৰিব পৰা নাই।
আশা কৰোঁ, সোনকালেই তোমাৰ স'তে মুকলি মনেৰেই চিনাকি হ'ব।
তুমি আমালৈ কি আনিলা, তাকো বুজিব পৰা নাই,
আৰু তোমাক যে আমি প্ৰীতি দিব পাৰিছোঁ, তাকো মই বুজিব পৰা নাই।
মাজ নিশাৰ অতিথি, তোমাক সাদৰেৰে অভ্যৰ্থনা জনাইছোঁ।
প্ৰকৃতি পুঞ্জৰ হিতৰ কাৰণে চকু দিবলৈ নাপাহৰিবা।

## গিৰিধাৰী

ভক্তই ভজনত গোৱা গিৰিধাৰী যদি
মই হ'ব পাৰিলোঁহেঁতেন।
শাৰী পাতি আহি থকা অসংখ্য দুৰ্যোগৰ
প্ৰচণ্ড ভৰবোৰ —
মোৰ মূৰটোৰ পক্ষে দুৰ্বহ হৈ পৰিছে।
সাহিত্যৰ বাতবৃষ্টি, কবিতাৰ শিলাবৃষ্টি, আকাশবাণীৰ ৰণ, মৰণ, নৰহত্যা,
শাসকৰ ভণ্ডামি, প্ৰবঞ্চনা, মূঢ় প্ৰজাৰ লাঞ্ছনা,
ৰাষ্ট্ৰৰ প্ৰগতি, প্ৰজাৰ দুৰ্গতি, অসত্যৰ ওপৰত প্ৰতিষ্ঠা হোৱা সত্যৰ মন্দিৰ,
সাহিত্যিকৰ ধনলিপ্সা, মন্দ কবিৰ ইচ্ছা, এনে হাজাৰ-বিজাৰ দুৰ্যোগ
মোৰ মূৰত বৰষিব লাগিছে।
শুদাপেটীয়াকে, আধাপেটীয়াকে আজ্ঞাৰ দেশত শিক্ষাদান কৰি
বাইজৰ পৰা পোৱা অৱজ্ঞা শিক্ষা।
ভিতৰৰ পৰা মাত এবাৰ আহিল, আজি সঁচাকৈয়ে
টেকেলি কাতি।
বজাৰ সোমাই মৰিচা দুডালৰ
ওচৰত থিয় হ'লে মূৰ ঘূৰায়।
মাহটোৰ শেষ হ'ল, ল'ৰাহঁতৰ পৰাও দেখোন কোনো সঁহাৰি নাই।
সিহঁতৰেই বা কি অৱস্থা।
ভক্তই ভজনত গোৱা গিৰিধাৰী যদি
মই হ'ব পাৰিলোঁহেঁতেন।

## বিশেষ সুবিধা

তুমি যদি সুখেৰে ভাত মুঠি খাব খোজা, তেনে তিৰোতা মানুহৰ দায় নধৰিবা।
তেওঁবিলাকৰ দোষ দেখিলে চকু মুদিবা, অথবা প্ৰশংসা কৰিবা,
নাইবা একো নামাতিবাই।
তেওঁবিলাকে দোষ দেখুৱাই দিলে অকণমানো সহ্য কৰিব নোৱাৰে।
প্ৰকৃততে তিৰোতা জাতিয়ে অনবৰত সেৱা আৰু ত্যাগকে কৰি থাকে।
পুৰুষে শ্ৰম কৰি ধন ঘটিলেও,
তেওঁলোকেহে সংসাৰখন পুৱাৰ পৰা গধূলিলৈকে চলাই থাকে।
পুৰুষেও সেই কথা বুজিবলৈ চেষ্টা কৰিব লাগে।
তেওঁলোকৰ কামত দুই-এটা ভুল দেখিলেও
সেইবোৰ গণনাৰ ভিতৰলৈ আনিব নালাগে।
ত্যাগৰ দ্বাৰা তেওঁবিলাক বিশেষ সুবিধাৰ গৰাকী হয়।

## নিৰ্বাচন ১৯৫২

চক্ৰনেমিৰ দৰেই মানুহৰ ভাগ্যবো তল-ওপৰ হয়।
মহিৰাম মেধি আগৰ বিজয়ৰ অভিজ্ঞতাৰ পৰা
কুটা মৰাত পাৰ্গত আছিল।
তেওঁক আশাওধীয়াভাৱে সহায় কৰা মানুহো আছিল বহুত।

তথাপিও যে পাঁচ-ছয়হাজাৰ ভোটত পৰাস্ত হ'ব—
সপোনতো কোনেও ভবা নাছিল।
তেওঁৰ বাৰীৰ পিছফালে এৰাল দি থোৱা চাৰিটা ছাগলীৰে এটা
সেই দুৰ্ভগীয়া সন্ধিয়াৰ উদুলি-মুদুলিত কোনোবা দুষ্টই মেলি দিলে।
তাৰ ডিঙিত মাটিৰ পৰা বুটলি অনা ইন্দ্ৰমালতীৰ
মালা এধাৰ পিন্ধাই দিলে।
এই মুক্ত জীৱৰ বাহিৰে বাকী তিনিটা বিষাদ ভোজনৰ উপাদান হ'ল।
মালাধাৰী মুক্ত জীৱটিক কিছুমান দিনলৈ সেই অঞ্চলত —
চৰি ফুৰা দেখা গৈছিল।
আজিকালি
ভোটাৰ নাগৰিকৰ মনবোৰ
বুজাও টান হৈ আহিছে।

## পথ-ৰাষ্ট্ৰ

ৰাজনীতিৰ পাঠ্যপুথিত থকা নগৰ-ৰাষ্ট্ৰ, City-State এয়া নহয়,
কপিলীয়ে ঠেলি আনি ৰাজবাটত থৈ গ'লহি।
বুঢ়া-বুঢ়ী, ডেকা-গাভৰু, ল'ৰা-ছোৱালী, কুলা-চালনী, পাচি-খৰাহি,
গৰু-ছাগলী, কুকুৰ-মেকুৰী-পথ-ৰাষ্ট্ৰ!

দুৰ্যোগে আহি মাজে মাজে সমাজখনক একে ঠাইতে বহুৱাই সমান কৰি থৈ যায়।
বেলি ভালেখিনি হ'ল। ল'ৰা-ছোৱালীয়ে খাওঁ খাওঁ লগাইছে। স্বাভাৱিক কথা।
গাভৰুহঁতে বৰকেৰাহীত চাউল-দাইল বহাব লাগিছে।
নিমখহে অলপ কম হ'ব হ'বলা।

মাকহঁতে ল'ৰা-ছোৱালীক ভাত দিবলৈ পাত-পটুৱা গোটাই আছে।
পানীৰ পৰা সাপ এডাল ওপৰলৈ উঠিব খোজোতেই ল'ৰা-ছোৱালীবোৰে
দলিয়াই দলিয়াই আঁতৰালে।
সাপ খেদোৱাৰ উত্তেজনাই সিহঁতৰ ভোক অলপ সময়লৈ পাহৰাই থৈছে।

ডেকা ল'ৰা কেইটামান নাও লৈ এৰি অহা ঘৰ-দুৱাৰ চাবলৈ গৈছে,
পাৰক দিবলৈ চাউল নিছে।
পাৰ চৰাইহঁতে বা আমাৰ বিলাই-বিপত্তিৰ কথা অনুভৱ কৰিব পাৰিছেনে?
থাপনাৰ গোসাঁইবিলাক চাগে অকলে অকলে পৰি আছে।
মানুহৰ কথা ভাবেনে?

মেধি বুঢ়াৰ কফৰ জাউৰিত ৰাতি কাৰো টোপনি নাহিল,
দৰব খাই বাৰু পাইছে।
ডিঙিত গামোচা মেৰাই আদহীয়া কেইজনমান নামত বহিছে, কোনোবা আতৈৰ
তিথি পৰিছে আজি।
'পাৰ কৰা ৰঘুনাথ সংসাৰ সাগৰে' —
ঘুনুচা পেহীৰ বোৱাৰীয়েকৰ গা ভাল হ'বৰ সময়,
সিবেলাকৈ গাড়ী লৈ ডাক্তৰ আহিব।
প্ৰলয়ৰ মাজত কোন মহাপুৰুষে বা জন্ম লয়!

বতৰ মুকলি। পানী অলপ নামিছে
এসপ্তাহমানৰ মূৰত বোধহয় পথ-ৰাষ্ট্ৰ আঁতৰিব পাৰিব।

## অণু-পৰমাণু

পৰমাণুৰো পৰমাণু এই মানুহ বোলা ক্ষুদ্ৰ জীৱটিৰ ক্ষুদ্ৰত্ব
ইমানেই অসীম যে বুজিব নোৱাৰি, বুজাবও নোৱাৰি।
এই নগণ্য জীৱটিৰ অভিলাষ কিন্তু বিৰাটতকৈও বিৰাট।
জীৱটিয়ে অনন্ত কোটি ব্ৰহ্মাণ্ডত বিচৰণ কৰিবলৈ আগবাঢ়ি গৈ আছে—

প্ৰকৃতিৰ দুৰ্ভেদ্য গুপ্ত ৰহস্যৰ ৰহস্য গোটোৱাত,
ভেদ কৰাত, হৈ আছে সৰ্বদা সজাগ।
বিৰাট পুৰুষজনাইও দেখাত নগণ্য এই মানুহটিক ভিতৰি সম্মান কৰে —
লগৰীয়াৰে লগ লাগি ভিন্ন এক সৃষ্টিৰ অখণ্ড প্ৰয়াসৰ হেতু।
সঁচা, সৰহভাগ মানুহৰ সহযোগিতা ইকাৰ্যত এতিয়ালৈ পোৱা নাই।
চিনাকি পৃথিৱীখনেইচোন আমাৰ আচল স্বৰ্গ!

# পানী হিলৈ

ক্ষত্ৰিয় জননীৰ পুত্ৰ জন্মিলে জাতকে ধৰ্মযুদ্ধত প্ৰাণ এৰিব পাৰে বুলি
আশা কৰি আনন্দ পায়
'মৰদ মৰে ৰণত' —
যুদ্ধত প্ৰাণ এৰা কথাটো অসমীয়াইয়ো সহজে গ্ৰহণ কৰিছিল।
আজিকালিহে হিলৈদাৰীৰ হিলৈ হাততে হেৰাল।
সোঁৱৰণিৰ ৰূপতহে ডেকা ল'ৰাই পানীহিলৈ ফুটাই আনন্দ পায়।
অৱশ্যে অসংখ্য নাগৰিকৰ দেহান্তৰ ঘটে ভোট-সংগ্ৰহৰ কেন্দ্ৰত।
সম্প্ৰতি, মাঘ বিহুৰ তিলৰ লাৰু, জোনবিৰি পিঠা খাই লোৱা।
পাছত যি হয় হৈ থাওক।
কাৰ কেতিয়া কি হয় — গঙ্কিয়াৰ দেউৰে আন্দাজহে কৰে।

# বিপৰীত

দুডাল জৰী মেৰাই এডাল ৰছী!
এডাল শান্ত, এডাল ৰুদ্ৰ।
দুখন নৈ লগালগিকৈ বৈ আছে;
এখনত খোৱা-কামোৰা, খোঁচা-বিন্ধা, লাঞ্ছনা-প্ৰবঞ্চনা, মৰা-কটা,
আনখনত বিয়া-বিহু, ভাওনা-সবাহ, খেল-ধেমালি, প্ৰেম-প্ৰীতি।

এখনে আনখনক ঢাকিবলৈ যত্ন কৰে।
সংসাৰৰ ৰচনা কেনে বিপৰীত!

# মহাত্মা

অতি সৰল, সাধু, উদাৰ হ'বলৈ যোৱাটো এটা অপৰাধ বুলি গণ্য।
এনে লোক দুই-চাৰিজনে আততায়ীৰ হাতত ছহিদ উপাধি পায়।

সাধাৰণ নাগৰিকে এনে উপাধিলৈ লোভ নকৰে,
সমাজে কিন্তু বাহিৰত দেখুৱাই হ'লেও ছহিদক আজিও পূজা কৰে।

# ধৰ্মমত

তেওঁলোকৰ দেৱ-দেৱীক মই শ্ৰদ্ধাৰে প্ৰণাম কৰোঁ,
কাৰণ তেওঁলোকৰ অনুষ্ঠানে মানুহক মানুহ যেন দেখে।
মন্দিৰ, মছজিদ, গিৰ্জা, ছিনাগ'গ সকলোতে প্ৰৱেশ কৰি,
উপাসকৰ লগত বহি আনন্দেৰে উপাসনা কৰোঁ।
স্বাস্থ্যৰ, ৰুচিৰ অনুকূল হ'লে লগতে বহি
আহাৰ কৰিবলৈ মোৰ আপত্তি নাই।
পৃথিৱীৰ বিদ্যাৰ ছাত্ৰৰ দৰে তন্ন তন্নকৈ
সুকুমাৰ আটাইৰে দেৱ-দেৱীৰ প্ৰতিমা
নিৰীক্ষণ কৰি মোৰ অন্তৰে ভাল পায়।
প্ৰশাসন একেটাই!
দেশে দেশে, কালে কালে,
মানুহে ভিন্ন ভিন্ন নাম দি লয়।

## আত্মবিচাৰ

গৰু বিহুৰ দিনা গৰুলৈ বটা তৰা পঘাৰ কোমল সুগন্ধ
নাকত আজিও লাগি আছে।
গাঁৱৰ ঘৰত চাৰি ককাই-ভাই লগ লাগিছোঁ।
তিনিজন বাহিৰে বাহিৰে থাকে। মই ওচৰৰ নগৰত
অধ্যাপক।
গৰু বিহুৰ দিনা আমি চাৰিও কথা পাতি বহি আছোঁ।
সৰু সৰু ভতিজাইঁতে
গধূলি গৰুলৈ বুলি থোৱা তৰা পঘা লৈ ধেমালি কৰিছে।
দেউতাকহঁতক পঘা একোডাল দিছে।
এটা ভতিজাই মোৰ হাততো এডাল আনি দিলেহি।
হোঁ, তয়ো এই গজ ল।
মোৰ বুকু কঁপি উঠিল — মই এই পঘা ধাৰণৰ যোগ্য
হ'ব পাৰিছোঁ জানো?

## পণ্ডিতানাম্ অসাহিত্যম্
### (বুদ্ধ, ধৰ্ম আৰু সংঘ)

সৰুতে পিতাদেউৰ মুখত শুনা শ্লোক এটাৰ দুটা মাথোন
শব্দ মনত আছে —
'পণ্ডিতানাম্ অসাহিত্যম্'।
অৰ্থ এই যে পৃথিৱীৰ জ্ঞানীলোকসকল
সাহসেৰে লগ লাগিব নোৱৰাৰ ফলত,
সংখ্যাত তাকৰীয়া দুৰ্নিৰ্বাৰ দুৰ্বৃত্তবোৰে
নিৰ্ভয়ে ৰাজত্ব কৰিব লাগিছে।
মহাপুৰুষসকলৰ আদৰ্শ আৰু শিক্ষালৈ
কোনেও অকণো কাণ নকৰে।
এতিয়া জ্ঞানীসকলৰ দীৰ্ঘ মনোভাব নহ'লে
পাপৰ ৰাজ্য বাঢ়ি যাব;
বুদ্ধ আৰু ধৰ্মই সাধিব নোৱৰা কাম —
এতিয়া সংঘই কেৱল
সাধিব পাৰিব।

## পুণ্যোগন্ধ পৃথিৱীৰ
### (গীতা, ৭-৯)

শাওণৰ পিঠিখনে দবা পিটা বৰষুণ আৰু পুখুৰী উতলোৱা
ৰ'দ-দুয়োটাকে
ধৈৰ্য ধৰি সহি থাকিব লাগে।
ভূগোলৰ পাঠ্যপুথিৰ নিৰ্দেশ প্ৰকৃতিয়ে মানি নলয়।
পুথিৰ মতে ব'হাগ-জেঠ গ্ৰীষ্ম, আহাৰ-শাওণা বৰ্ষা,
জেঠ, আহাৰ, শাওণ আৰু কিছু পৰিমাণে ভাদও কিন্তু
বৰ্ষা-গ্ৰীষ্মৰ মিহলি।
সংসাৰখনৰ চৰিত্ৰৰ দৰেই মাহ-ঋতু বিপৰীতৰ সনা-পিঠা,
Blake ৰ কথাৰে ক'বলৈ গ'লে - Made up of contradiction
গ্ৰীষ্ম-বৰ্ষা লগ নালাগিলে পৃথিৱীৰ উৎপাদিকা শক্তি হ্ৰাস
হৈ যায়।
মাহ-ঋতুৱে মৰম নকৰিলে মানুহৰ বৃদ্ধি আৰু যতন সফল
হ'ব নোৱাৰে।
শাওণৰ দুপৰীয়া হাল বাই আহি খেতিয়কে পঁইতাভাত
খৰিচা টেঙা পালে,
একো নালাগে।
লগতে পুঠি মাছ পোৰা, পনৰু পোৰা, কঁঠাল গুটি পালে
অমৃত পোৱাদি পায়।
তুমি-আমি ভদ্ৰলোকে সেই অভিজ্ঞতা লাভ কৰা নাই।
গৃহস্থই কান্ধত কোৰ লৈ আবেলি পথাৰলৈ যোৱাৰ
আগতে —
দুফুটা পকা কঁঠাল, এচকল মাটি কঁঠাল আশা কৰিব
পাৰে।
আঁঠুলৈকে বোকা মাটিত সোমাই ৰোৱণীহঁতে পুণ্যোগন্ধ
পৃথিৱীৰ
একাংশ গালে সুমাই লয়;
আইসকল পৃথিৱীৰে এটা অংশ।
মাটি বোকা দিবৰ দিনা, ভুঁই ৰুই থকা সময়ত,
তুমিও এবাৰ পথাৰলৈ নামি যাবাচোন।
কথাৰে বুজাব নোৱৰা কিবা এটা তুমিও হেৰুৱাব নালাগে।

গীতাৰ কবিজনে এনে অভিজ্ঞতা নিশ্চয় লাভ কৰিব পাৰিছিল।
শাওণৰ গাতো এফেৰি কোমল কালিকা সোমাই আছে।

## আম টেঙা

জেঠ মাহৰ শেহৰ ফালে বাৰ-খৰ, ৰ'দত বাটলৈ ওলাব নোৱাৰি।
আমাৰ সপ্তৰথী সভ্যসকলে পুৱা বেলাতে শকত শকত টেঙা আম
আবেলিৰ কাৰণে গোটাই আনিলে।
পৰিষ্কাৰ তামোলৰ ঢকুৰাত পিহনাৰ দাঁতেৰে আমকেইটা পিহি পেলোৱা হ'ল।
মাংস আৰু জোলেৰে ঢকুৰা ভৰি পৰিল।
জোখমতে লোণ, খোৱা তেল, আৰু পকা পকা জলকীয়া মিহলাই অপূৰ্ব এটা সংগ্ৰহ।
সংগ্ৰহ বুলিলেই অৰ্জুনক কোৱা লোক-সংগ্ৰহ শব্দ দুটালৈ মনত পৰে।
মুখেৰে সেহাইছোঁ, চকুলো বৈ আছে, অথচ হেঁপাহ কমা নাই।
সংসাৰী মানুহৰ সংসাৰ তৃষ্ণাৰ নিচিনাই এই কথাটো।
সিদিনা সেই অধিৱেশনত সন্মানিত অতিথি আছিল বেণু শৰ্মা,
ভৱিষ্যতৰ বিখ্যাত সাহিত্যিক।
কলিকতাৰ কলেজ খুলিব, মাহীটিৰ লগত দুদিন আছেহি।
তেওঁ ল'ৰাৰ লগত ল'ৰা, টেঙা আম খাই তেওঁৰো আমাৰ অৱস্থা।
তেওঁ ক'লে বোলে এয়াই কেঁচাইখাতী দেশৰ উপযুক্ত জলপান।
মই কাইলৈকো আছোঁ - চাৰি দিনমানৰ মূৰতহে কলিকতালৈ যামগৈ;
এক মুহূৰ্তৰ কাৰণে সকলোটি নিৰ্বাক, নিস্পন্দ,
অব্যক্তৰ লগতহে যেন কৰমৰ্দন।

## শৰণৰ সোঁৱৰণি

ওচৰচুবুৰীয়া কেইবাজনো ডেকা ল'ৰা বিয়াৰ আগে আগে শৰণীয়া হ'বলৈ গ'লো।
শৰণ লোৱাৰ পাছত সকলোটিকে মুকলি একোখনি টংলতীৰ মালা, এখনকৈ গামোচা।
আমি প্ৰত্যেকেই সুন্দৰ দৈ গাখীৰেৰে চিৰা জলপান খাবলৈ পালো।
কেইদিনমানৰ মূৰত হৰিভকতহঁতক সুধিলো, শৰণৰ কি কথা মনত থাকিল?
কেইবাজনেও ক'লে, সেইদিনাৰ দৈ জলপানটো মুখত লাগি আছে।
আন এজনে ক'লে, টংলতীৰ মালাডালৰ গোন্ধটো কিন্তু বৰ ধুনীয়া!
মই সাঁচি থৈছোঁ, মাজে মাজে শুঙি চাওঁ।

## ক্ষুদ্ৰ নহয়

We are greater than we know - কৈছিল Wordsworth এ।
যোৱা বছৰ ফাগুন মহীয়াই অকণমান মোৱা আলুৰ টেপু এটা
জাবৰৰ তলত গাঁত খান্দি পুতি থৈছিলোঁ।
আজি খান্দি চালোঁ, দুপাচিমান ওলাল।
অন্ধকাৰ তপস্যাৰ অজস্ৰ পুৰস্কাৰ;
ক্ষুদ্ৰ মোৱা আলু এটাৰ গাত ইমান শক্তি থাকিব পাৰে!
সি কিন্তু নিজে একো গম পোৱা নাছিল।

## পোহৰৰ বিলনীয়া

We are greater than we know.
ডেকা গৃহস্থই বাৰীৰ পাছফালৰ হাবিৰ পৰা
এপাচি ঔটেঙা আনি চোতালত থ'লেহি।

গৃহিণীয়ে টেঙা বখলিয়াই কাটি কাটি চাকিৰ গঢ় দিলে।
কেইটামান মাটিৰ চাকিও উলিয়াই আনিলে। প্ৰায় এশমান চাকি -
ধুই-পখালি ৰ'দ দি থ'লে।
আবেলি চাকিটোৱে প্ৰতি একোডালকৈ শলিতা দিলে।
আবেলি যাওঁ যাওঁ হওঁতেই একে বেগাতে হঠাৎ মহালয়াৰ সন্ধ্যা ওলালহি।
পৃথিৱীক যেন ক'লা কম্বল এখনে ঢাকি পেলালে।
গৃহস্থ-গৃহিণী দুয়ো লগ লাগি চাকিবোৰত তেল ঢালি লগাই লগাই ঠায়ে ঠায়ে দি যাবলৈ ধৰিলে, ঘৰৰ বাহিৰে ভিতৰে।
পোহৰে আন্ধাৰ ঠেলি পঠালে।
ঔটেঙাৰ চাকি এতিয়া ঔটেঙাৰ চাকি নহয়, পোহৰৰ বিলনীয়া।
আমাৰ ভিতৰৰ বহুতো ঔটেঙাৰ চাকিৰ দৰেই বিলনীয়া হৈ উঠিব পাৰে।
নিজকে যিমান ডাঙৰ বুলি ভাৱে তাতকৈ মানুহ ডাঙৰ।

## পচতীয়াৰ পাঁচোটা পাত

মাধৱী মাধৱহঁতৰ পৰিয়াল দুটাৰ মাজত
সম্বন্ধ বুলি নাথাকিলেও ভালেমান দিনৰ পৰা ঘনিষ্ঠতাই উভয়কে ওচৰ চপাইছিল।
পঢ়া-শুনাত মাধৱী চোকাই আছিল, মাধৱে মাজে মাজে সহায় কৰি উৎসাহ দিয়েহি।
মাধৱীয়ে এইবাৰ বি এ দিব, মাধৱে অলপতে স্নাতকোত্তৰ উপাধি ল'লে।
ভাগ্য ভাল, মাধৱ বেংকৰ চাকৰি পাই মংগলদৈলৈ গ'ল, তাতে তেওঁৰ বিয়া ঠিক হ'ল।
আজি শুকুৰবাৰ, অহা শুকুৰবাৰ গৈ পিছ শুকুৰবাৰে মংগলদৈতে বিয়াখন পাতিছে।
মাহীদেউ যাবই লাগিব, কলেজ বন্ধ যেতিয়া মাধৱীয়েও বিয়াত সহায় কৰিবগৈ লাগিব।
চাহ খাই, মাত লগাই, মাধৱ যাবলৈ বুলি ওলাই আহিল।
লগে লগে মাধৱীও মনে মনে জপনাৰ মুখ পালেগৈ।
মাধৱক দেখাৰ পৰাই মাধৱী নীৰৱ, বিদায়ৰ সময়তো মুখৰ মাত নোলাল।
মাধৱীয়ে অজ্ঞাতসাৰে পচতীয়া জোপাৰ পাত এটা ছিঙিলে আৰু ভিতৰলৈ উভতিল।
পচতীয়াৰ পাঁচোটা পাত - তাকে তাই গণি আছিল।
নিজৰ চৌপাশে তাৰ বাহিৰে কিবা আছে বুলি তাই ক'ব নোৱাৰে।
তাই যেন এটা খোজ কাটি অহা বৃহৎ পুতলা।
পচতীয়াৰ পাঁচোটা পাত - তাকে লেখি লেখি তাই শোৱাপাটীত পৰিল;
পৰা মাত্ৰেই দুৰ্ঘোৰ টোপনিয়ে তাইক হেঁচা মাৰি ধৰিলে।
মাকে ক'লে, বেডমিণ্টন খেলি খেলি ভাগৰ লাগিছে, টোপনি আহিছে তাইৰ -শোৱক!

## কাঞ্চন কমালে

তোমাৰ দৰে কোঢামুঠিয়াৰ কাঞ্চন আঙুলিৰ মাজৰ ফাঁকেদি কিমান সৰকি গ'ল,
তুমি নিজেই গম নাপালা। এই কৰ্ম কোনে কৰালে —
কোনোবা শাৰদীয় দেৱতা নে আহিন-কাতিৰ অচিন কালিকাই?
বিস্তৃত দি গ'লেও আকৌ ল'ৰা-ছোৱালীৰ চোলা-কাপোৰ, জোতা-মোজা,
কোনোজনক মাননি, কাৰোবাক পুৰস্কাৰ নিদিলেও তোমাৰ সম্মান নৰয়।
এঠাইত নহয়, কেইবা ঠাইতো বৰঙণি, নিজৰ গাঁৱৰ পূজাততো তুমি সাৰিব পৰা নাইয়েই!
থিয়েটাৰ-চিনেমা, মাছ-মাংস, মিঠাই দৈ, আলহী-অতিথি, এইবোৰে কিমান টানিলে তুমি হিচাপেই লোৱা নাই।
কোন নেদেখাজনা আহি এনেকৈ জোকাৰ দিয়ে কোনেও গমেই নাপায়।
আজিকালি কোনো দেৱতা হাতী-ঘোঁৰা, দোলা-নৌকাত নাহে, আহে ওপৰেদি।
এই নেদেখা শক্তিটো কেতিয়া আহিল, কেতিয়া গ'ল, কোনেও নেদেখিলে.. ।

# মুখ বান্ধি চকু মেলা

মুখ বান্ধি, চকু মেলি, এই সংসাৰত আমি সকলোৱেই মৰণা মাৰি ফুৰিব লাগিছোঁ।
ধান খেতি কৰা মানুহৰ ঘৰত বহল চোতালত মৰণা পেলায়।
মুঠিবিলাক বহলকৈ, ঘূৰণীয়াকৈ সজাই দিয়ে।
গৰুহালৰ মুখত মোখোৰা পিন্ধাই ধান খাব নোৱাৰাকৈ ঘূৰণীয়া মেজিৰ ওপৰত
সিহঁতক তুলি দিয়ে।
হাতত এছাৰি লৈ কোনোবা এটিয়ে মৰণাৰ ওপৰেদি গৰুহাল ঘূৰাই ফুৰায়।
কিছু পৰৰ মূৰে মূৰে গুছি ধানবোৰ তল-ওপৰ কৰি দিয়া হয়,
যাতে গৰুৰ গচক পাই ধান খেৰৰ পৰা আঁতৰি যায়।
এই ধান ফুৰোঁৱা কাম সৰহভাগ বয়সীয়া ল'ৰাৰে ভাগত পৰে।
স্কুলীয়া কালত মযো ভালেমান দিন মৰণা ফুৰাব লগীয়া হৈছিল।
গৰু খুচিয়াব-মৰিয়াবৰ আৱশ্যক নপৰে।
যন্ত্ৰৰ দৰ নিজে নিজে মৰণাৰ ওপৰেদি গৰুহাল ঘূৰি ফুৰে।
কেতিয়াবা মই নেওঁতা মুখস্থ কৰোঁ, কেতিয়াবা পদ্য আবৃত্তি কৰোঁ,
যাতে একেবাহে ঘূৰি ফুৰাৰ কাৰণে আমনি নালাগে।
মুখ বান্ধি, চকু মেলি, এই সংসাৰত আমি সকলোৱেই মৰণা মাৰি ফুৰিব লাগিছোঁ।

# মঘাই

কুঁৱলীৰ মাজে মাজে আহি আছে
সেইটো মঘাই, চিনি পোৱা নাইনে?
তাৰ চোলাৰ পিঠি ফটা,
কোনোবাই দিছিল।
মেজিৰ কাষলৈ তাকো মাতা,
হাত সেকি লওক।
পিঠা-পনা কি আছে দিয়া,
আছে যদি কাঠআলু এচকল।
অহা বছৰলৈ সি আকৌ ওলাবহি
তাৰ পিঠিটো যেন উদং হৈ নাহে।

# ৰ'দকণ

আগেয়ে ৰ'দকণকে নিকিনাকৈ
পাইছিলোঁ।
এতিয়া তাকো কিনিব লগা হ'ল।
মোৰ দাঁতিৰ ধনী বেপাৰীয়ে
তিনিমহলীয়া বান্ধিলে।
মই দক্ষিণ চেঁচুকত পৰিলোঁ।
পাছবেলা এচেৰেঙা ৰ'দ পৰে।
ৰাতিপুৱা বাটত থিয় হৈ ৰ'দ ল'ব লাগে।
প্ৰকৃতিয়ে দিয়া দান
মানুহে কাটি লয়।

# দুখন চোতাল

মোৰ চোতাল দুখন।
আগচোতালেদি হঁচৰি বিহু আহে —
বাতৰি কাকত, চিঠি-পত্ৰ, কিতাপ পাৰ্চেল,
মিতিৰ-কুটুম আপোন মানুহ আহে।

পাছ চোতালেদি আহে দুখ-বেজাৰ, নিৰাশা-পৰাভৱ।
হা-হুমুনিয়াহ লগত লৈ।
আৰু আহে বানপানী, আকাল, মৰা-কটা, খোৰা-কামোৰা।
পাছ দুৱাৰেদিয়েই হালখন লৈ পথাৰলৈ যাওঁ —

মুকলি আকাশ, গছ-বননি, পৰ্বত
চৰাই-চিৰিকতি দেখা পাওঁ।
আগফালে ৰাজবাটেদি ৰজাৰ ৰথ যায়,
ধূলি উৰাই ...।

## হাইজ্যা লগা নাই ক'ত?

জল, স্থল, অন্তৰীক্ষ
হাইজা লগা নাই ক'ত?
আমি এণ্টিবায়টিকৰ দলত নাম লেখাইছোঁ।

ঢুলীয়াৰ হাতৰ ঢোলৰ মাৰি সৰি পৰিছে,
ঢুলীয়া ককাই ৰ লাগি আছে।

জল, স্থল, অন্তৰীক্ষ —
হাইজা লগা নাই ক'ত?

## বন্ধ

ডাকৰ চলাচল চৌৰাঙ্গী,
বাট-পথ তলে-ওপৰে বন্ধ।
আকাশীযান শেনে-শগুণে পাখিৰে কোঁচায়।
মৃত সৈনিকৰ পাহাৰে স্থলপথ বন্ধ কৰিছে।
বেদনিধি বগুৰা বাটতে ৰ'ল,
শিশুপালৰ কপাল।
উৰ্বশীৰ লিপি চিলনীয়ে থপিয়ালে।
শিচ-ভকতলৈ পাঁচনিয়ে দিয়া পত্ৰ
ক'ৰবাত মোনাৰ মাজত পচি আছে।
দিনৰ নাওঁঠা চিঠি,
ৰাতিৰ ফুটুকীয়া খামৰ চিঠি,
পঢ়িবলৈকো মানুহ নাই।

## নেহেৰু বালি

ইতৰ জন্তু আৰু মানুহৰ পাৰ্থক্য কমি আহিছে।
মানুহ আৰু জন্তু উভয়েই অভিনয় কৰে।
জাৰকালি আহিলেই নেহেৰু বালিত
দহ-বাৰদিন চাৰ্কাছ পাৰ্টিয়ে খেলা দেখুৱায়।
অসংখ্য প্ৰজা। মৰাপাটৰ দাম বাঢ়িলে দৰ্শকো বাঢ়ে।
সেই বালিতেই যাত্ৰাভিনয়ৰ দলে
জাৰকালি গধূলি মানুহক আনন্দ দিয়ে।
জীৱ-জন্তুৰ খেলা আৰু মানুহৰ অভিনয়
কলং পাৰত সমানে চলি থাকে।
মানুহৰ আনন্দ কিহত নাই।
ইতিমধ্যে ইতৰ জন্তু আৰু মানুহৰ পাৰ্থক্যও কমি আহিছে।

## চয়তানৰ মন্বন্তৰ

বৰ্তমান চয়তানৰ মন্বন্তৰ চলিছে।
ধন্বন্তৰি, তোমাৰ নিজৰেই অথন্তৰ,
কাক চিকিৎসা কৰিবা?
চৈধ্যভুবন ভংগুৰ, বিকলাংগ,
তুমি মই সকলোৱেই বিকলাংগ শিশু।
হৃদা, মনীষা, মনসা,
তুমি নিজেই চৌৰাংগী,
কাক দাণ্ডি ল'বা?
বৰ্তমান চয়তানৰ মন্বন্তৰ।
ইয়াৰ পাছত ?.... ...
(দৈনিক অসম, ১৫ আগষ্ট, ১৯৮৩)

## খাণ্ডৱ পাণ্ডৱ

বাঘ-পহু, চৰাই-চিৰিকতি, সাপ-নেউল —
খাণ্ডৱৰ প্ৰচণ্ড বহ্নিয়ে আটাইকে

ওচৰ চপাই আনিলে।

বিপদে সৰু-বৰ সকলোকে একে ঠাইলৈ নমাই আনেই।

খাণ্ডৱে চিৰকাল এই কামকে কৰি আহিছে।

আগলৈকো কৰিব।

পাণ্ডৱ আৰু খাণ্ডৱৰ পৰা সাৰিবৰ উপায় নাই।

খাণ্ডৱ দাহ নকৰিলে

পাণ্ডৱৰ ৰাজ্য

বাঢ়িব কেনেকৈ?

## পৃথিৱীৰ অতি প্ৰাচীন কবিতা ঃ নীল নদীৰ বন্দনা

(কবিৰ টোকা ঃ ইজিপ্ট, এছিৰীয়া, বেবিলন আদি কেইখনমান দেশৰ সভ্যতা অতি প্ৰাচীন। সেইবিলাক দেশৰ ভাষা বৈদিক সাহিত্যতকৈও আগৰ। পুৰাতত্ত্ববিদসকলে জীৰ্ণপাত্ৰত লিখা কিছুমান কবিতা আবিষ্কাৰ কৰি মিউজিয়ামত ৰক্ষা কৰিছে। সেই কবিতাবিলাকৰ ইংৰাজী অনুবাদো প্ৰকাশ হৈছে। তাৰ মাজৰে 'নীল নদীৰ স্তুতি' নামৰ কবিতাটোৰ অসমীয়া অনুবাদ পাঠকলৈ আগবঢ়োৱা হ'ল। পাঠকৰ নিশ্চয় ঋগ্‌বেদৰ সৰস্বতী সূক্তলৈ মনত পৰিব। পৃথিৱীৰ অতি প্ৰাচীন কবিতাৰ নিদৰ্শন স্বৰূপে ইয়াৰ মূল্য আছে।)

তোমালৈ সেৱা, হে বপ (নীল)- ইজিপ্তক জীয়াই ৰাখিবলৈকে

তমি আহিছা। ৰা-ই (সূৰ্য) সৃষ্টি কৰা পৃথিৱীখনৰ

পথাৰ-সমাৰ তুমি জীপ দিছা। তুমি স্বৰ্গৰ পৰা নামি

আহিছা; সকলো জীৱক সুস্থ-সৱল কৰিছা। লহপহ কৰে

বাঢ়ি আছে শইচ।

তুমি মৎসৰ অধিপতি; যেঁহ গোমধানৰ স্ৰষ্টা, তুমি দেৱমন্দিৰ

হাজাৰ-হাজাৰ বছৰ ৰক্ষা কৰি আছা।

তুমি দুখীয়া কঙালৰ দীনবন্ধু, তোমাৰ কিবা কোপ হ'লে

দেৱ মনুষ্য সকলোৰে বিনাশ হয়। তোমাৰ যেতিয়া

বাঢ়নী পানী আহে, মানুহে আনন্দত কিৰিলি পাৰে,

আনন্দত হিয়া ভৰে। সকলোৱে আহাৰ পায়।

সকলোৱে দাঁতত মণ্ডহ অকণ দিবলৈ পায়।

তোমাৰ কৃপাত শস্যৰ ভঁৰাল উপচি পৰে।

দুখীয়া-নিচলায়ো এমুঠি পায়।

তোমাৰ অনুগ্ৰহত গছ-গছনি ঔষধি শস্য সকলোৱে ঠন ধৰে।

সকলোৰে বাঞ্ছা পূৰণ হয়। তোমাৰ অক্ষয় ভাণ্ডাৰৰ

কোনোদিনে ক্ষয় নাই।

## আৰু এশ বছৰৰ মূৰত

কলিকতাত,

আজি এশ বছৰ হ'ল, এক জমিদাৰ আছিল,

ৰবি ঠাকুৰ।

পঢ়াশালিৰ লগত সৰুৰে পৰা অৰি যড়ষ্টক,

কিন্তু পুথি পঢ়াৰ সীমা-সংখ্যা নাছিল।

পদ্মাৰ বুকুত নাও লৈ খাজনা তুলি ফুৰে,

কিন্তু মূৰে ভৰি নাকাঢ়িছিল।

ধুনীয়া ধুনীয়া চিঠি লিখিছিল, গানো ৰচি গাইছিল—

তাৰ দুই-এটা কলি মানুহৰ মুখে মুখে।

তিনি অঁৰা মান বৰগীতো কাটিলে, দূৰ দেশত আদৰ পালে,

ৰূপ-বানো পালে।

নিজৰ মনৰ মতন এখন পঢ়াশালি পাতিলে হাবিৰ মাজত,

পাছত চৰকাৰে চলাবলৈ ল'লে।

জমিদাৰীও পাকিস্তানৰ বুকুত সোমাল।

যিবা এটি ল'ৰা আছিল তেওঁৰো সঁচ নাথাকিল।

তেওঁ বিধান দিয়া আৰ্জেণ্টাম কালিকহৃত মানুহে গুণ পাইছিল।

ভগৱন্তৰ দূত কত আহিল, কত গ'ল;
সংসাৰ অসুৰ হৈয়ে ৰ'ল।
জীৱনলৈ তাল-সুৰ নাহিল।
বেতাল পঞ্চবিংশতিৰ সাধু।

## অসমীয়া

জালোৱাই পানীৰ পৰা আনি
বামত তুলিছেহি।
ক'ৰ কুকুৰা আহিছোঁ মাৰি মাছটো সিপাৰলৈ লৈ গ'ল।
মাছে ভাবিলে, এয়া মোৰ ত্ৰাণকৰ্তা।
খাবলৈ বুলি মুখ মেলোঁতেই কুকুৰাৰ মূৰত বামুণৰ লাখুটি।
আজি বামুণীৰ চৰু মছুৱা হ'ব।
ইমান দিনে ঔটেঙা, কচুগুটি, কচুগুটি ঔটেঙা।
ইফালে কুকুৰা মৰি কামদেউ।

## মেজিৰ একুৰা জুই

মোৰ শব্দবোৰ বস্তু নহয় কিয়?
এপাট কাঁড়,
একোপাট নগাযাঠি,
একোটা হিলৈ,
একোটা ঢেৰেকনি,
এচেৰেঙা ৰ'দ,
এজাক ধুমুহা,
একোটিইত ফুল,
এটেকেলি মৌ,
পৰ্বত যেন একোটা ঢৌ।
আৰু একুৰা মেজিৰ জুই। জিভালগা।

## পুৰিলে, ভাল কৰিলে

নামঘৰ পুৰিলে, মণিকূট পুৰিলে, কীৰ্তনখনো পুৰিলে।
ভাল কৰিলে।
কোনে পুৰিলে? মানুহে নকয়, দায়-জগৰ লাগিব।
ইতিহাসৰ অসুৰে চিৰকাল পুথি-পাঁজি পুৰি আহিছে,
আজি পুৰিছে, পৰিহলৈ পুৰিব।
কেতিয়াবা কোনোবাই মাত মাতে, কেতিয়াবা জলকা লাগে।
সৌৱা, মুগাচুণীযাই বাটলুগুটিৰে কাউৰী খেদিছে।
তুমি কীৰ্তন পুথিখন পঢিবলৈ এৰি দিছা।
পুৰিলে ভাল হ'ল।

## নিষাদৰ আপিল

ওপৰ আদালতত এবাৰ আপিল কৰি চাব লাগিব।
কবি, তুমি অন্যায়কৈ মোক চণ্ড শাপ দিলা।
তোমাৰ আশ্ৰমৰ পেলনি যোৱা পিণ্ড এটেপাও যদি
লেৰেলা পোনাইতে পাল্লেহেঁতেন!
তোমাৰ আশ্ৰমৰ কাষতে যদি এচমকা ঠাই
থাকিবলৈ পালোঁহেঁতেন।
ৰাইজে জানে,
মই জাতত চৰাইমৰীয়া।
কাৰ্ফাই ধেনুখনৰ জহতেই
পৰিয়ালৰ পোহপাল দিওঁ।
তুমি কবিয়ে মোৰ ঘৰৰ ভিতৰত সোমাব নোৱাৰিলা।
নোসোমালে বুজিবানো কেনেকৈ?
নিষাদৰ প্ৰতিষ্ঠা নহ'ব, নিষাদৰ প্ৰতিষ্ঠা নহ'লে
ঋষিৰে বা প্ৰতিষ্ঠা ক'ত?
তুমি সংহিতা চালা, কিন্তু সংহতি নাচালা।
লঘু পাপত গুৰু দণ্ড বিহিলা।
মোৰ মূৰত টাঙোন নমৰা হ'লেও তুমি ৰামায়ণ সহজে

ৰচনা কৰিব পাৰিলাহেঁতেন।

তুমি ঘোৰ অন্যায় কৰিলা।

ওপৰৰ আদালতত নিষাদে এবাৰ গাই-বাই চাব লাগিব।

## ৰাস-যাত্ৰা

আমি, তোমালোক, তেওঁবিলাক

বৰজনীয়ে ক'লে — মোৰ মাটিৰ চাকিত তেল নাই।

দৰা আহিছে, ঢোলৰ মাত শুনো।

মাজুজনীয়ে মাতিলে, মোৰ চাকি টিমিক-টামাক, নুমাওঁ নুমাওঁ।

দৰা আহিছে, গায়নৰ ঘেতা শুনিছোঁ।

সৰুজনীয়ে চিঞৰিছে, মোৰ চাকি নুমাল।

দৰা আহিছে, শংখ বজাইছে, উৰুলি এজোকা দিয়া ৰামেহৰি।

দুৰ্যোৰ ৰজনী।

ৰতনপুৰৰ ৰাজকুঁৱৰী গৰখীয়াত বিয়া সোমাল। প্ৰজাপতয়ে।

ধলপুৰা কুকুৰাই নৌ ডাক দিওঁতেই দৰা-কন্যা ওলাই যাব।

সাৰ পালে উঠিবা।

আমি, তোমালোক, তেওঁবিলাক।

## মৌন ব্যাখা

আঁহতৰ তলত গুৰু যুৱক,

সমুখত বৃদ্ধ শিষ্য অৰ্ধবৃত্ত কৰি বহিছে।

গুড়ি পৰুৱা গ'লেও গম পায়;

শান্ত।

গুৰু বোবা, শিচ কলা।

গুৰুৱে বুজাইছে, শিচে বুজিছে।

গুৰুৰ মুখত বুজাব পৰাৰ পুলক,

শিচৰ চকুত বুজিব পৰাৰ জেউতি।

ব্ৰহ্মাণ্ডৰ ঔৰসৰ কথা বুজিলে,

আৰু জানিবলৈ নাই।

নাই বক্তৃতা, নাই ব্লেক বৰ্ড, নাই পুথি-পাঁজি।

কেনে সাঁথৰ?

## পুণ্যোগন্ধ

চ'তৰ বিহুটো ন ছোৱালী ন ছোৱালী গোন্ধায়,

কেইদিনমানলৈ।

ন ছোৱালীয়ে গোবৰ পেলায়, ঠাই মচে,

চুৱা চৰু ঘঁহে।

ন ছোৱালীয়ে কঠীয়া তুলি কোমল ভৰিত কোবায় :

দুপৰৰ পৰা বেলি বহালৈকে ৰোৱণীক বোকাই সাবটি ধৰে,

আঁঠুল'কে।

ভুঁই ৰোৱাৰ মটীয়া গোন্ধটো

ন ছোৱালী দেহাৰ মাজলৈ সোমাই যায়।

পুণ্যোগন্ধ : পৃথিব্যাংচ

কেতিয়াবা মেৰতলিত পথাৰত পোৱা পুঠি-খলিহাও

দুই-এটা সোমাই আছে।

ন ছোৱালীৰ গাত বোকাৰ গোন্ধ, ফুলতেলৰ গোন্ধ,

মাছৰো গোন্ধ।

আৰু কিবা এটাৰ, ক'ব নোৱাৰি কথাৰে।

## উত্তমোত্তম

মই কাপালিক নহওঁ, কিন্তু কপালী যে ই ঠিক কথা।

কাকো কুটা এগছ দি পোৱা নাই,

কিন্তু ভাব-ভেটি হ'লে আহি থাকে।

পাব নলগীয়া প্ৰশংসা নিন্দাৰ তুল্য।

পাব নলগীয়া দান অপমান।

মোৰ বন্ধুসকলে মোক অপমান কৰিব খোজা নাই,
নিন্দাও নকৰে।
তেওঁলোকৰ মৰমত এটোপাও ভেজাল নাই।
তেওঁলোকৰ পাটীগণিত হেৰাল,
জোখ-মাখ কৰি মৰম নকৰে।
মোৰ বন্ধুৰ দল উত্তমৰো উত্তম,
নাম-ঘোষাত কোৱাৰ দৰে।

প্ৰান্তিক, ১-১৫ আগষ্ট, ১৯৮৭

## বহ্নিতত্ত্ব

ভৰদুপৰীয়া
মিছা কথাতকৈও শুৱনী ছোৱালীজনী
গপ্‌গপ্‌কৈ ষ্টুডিঅ'লৈ সোমাই আহিল।
বেপৰোৱা।
তাতে বহি আছোঁ।
মোৰ এখন ফটো তুলিব লাগে। ছোৱালীজনীয়ে ক'লে।
হুকুমৰ সুৰ।
গৰাকীয়ে ক'লে, এতিয়া সময় পাৰ হৈ গ'ল,
ষ্টুডিঅ' বন্ধ।
আৰু দুঘণ্টাৰ পাছত আহিব।
ছোৱালীজনীয়ে একোপধ্যে নেৰে;
মালিকে ক'লে, এতিয়া নহ'ব।
ইয়ালৈ আৰু নাহিম, ছোৱালীজনী ভোৰভোৰাই
ওলাই গ'ল।
গৰাকীয়ে ক'লে, ছাৰ দেখিছে,
ব্ৰিগেডৰ আৱশ্যক নহ'ল।

## ৰক্তবীজ

তোমাৰ দাখন ফাকৰ পৰা উলিয়াই
বিহুৱে-সংক্ৰান্তিয়ে ধৰাই থাকিবা।
নহ'লে মামৰে ধৰিব।
সিহঁত মৰিব বুলি ভাবিছা হ'বলা?
ৰক্তবীজৰ পো-পোৱালি নমৰে।
এঠাইত কাটিলে সাত ঠাইত গজে।
পোখা মেলিলেই গুৰিতে কাটিবা।
আমাৰ বলিকটীয়া মোমায়ে
এই কথা সদায় কৈ থাকে।
দা-খন মামৰে ধৰিবলৈ নিদিবা
সিহঁত মৰা নাই, আছে।

## কইনা

বিশাল সাগৰৰ বুকুত শুই থকা
ককিলাসজীয়া মাজুলী এখিটোৰ দৰে
ন কইনাজনী নিঃসংকোচে দীঘল দি শুই আছে।
নঙঠা, গাত কাপোৰ-কানি নাই।
গহনা-গাঁঠৰি দুই-এপদ আছে।
জোনাক ৰাতি উৰি যোৱা বিমানৰ চালকৰ দুই-এজনৰ চকুত পৰে;
যেয়ে সেয়ে দেখিবলৈ নাপায়।

## সমালোচক

হওঁতে ভূএৰ পোৱালিয়েই আছিল,
বিজতবীয়া হ'ল।
শুই থকা সীতাদেৱীৰ বুকুত খুটি তেজ উলিয়ালে।
তেতিয়াৰ পৰাই এই জাতিটো এচকুৱা হ'ল।
ক'লা কাউৰীয়ে ৰঙা প্ৰভাতৰ আগজাননী দিয়ে,
অমংগলৰো ইংগিত দিয়ে, আলহী অহাৰো বাতৰি দিয়ে।
বাৰীত থকা সৰু-সুৰা আবৰ্জনা মাৰ্জন কৰে।
বিয়াই-সবাহে পিছ চোতালত অনাহুত অতিথি হৈ

অপেক্ষা কৰি থাকে।
কাউৰীৰ ঠেঙতো কেতিয়াবা অমিয়াৰ কণিকা
অকণমান লাগি থাকে।
সহস্ৰলোচনৰ বংশধৰ একলোচন,
তোমালৈ সংবৰ্ধনা।

## জনতা-জনাৰ্দন

মই জনতাক সেৱা নকৰোঁ, ওচৰো নাচাপোঁ।
জনতা চঞ্চল, মূঢ়, অন্ধ, অজ্ঞ, পৰবুদ্ধিনিৰ্ভৰ
সিহঁতৰ নেতা হ'বলৈ গ'লে
সিহঁতৰ লগৰ এটা হ'ব লাগিব।
ভাবৰীয়াই মূৰ সলোৱাদি সিহঁতে
মুহূৰ্তে মুহূৰ্তে মূৰ সলায়,
স্থায়ী মূৰ নাই।
মই জনতাৰ আগত আঁঠু নলওঁ,
তামোল-পাণৰ শৰাই নিদিওঁ।
সিহঁতক জনাৰ্দন কৰিব পৰা হ'লে!
জনতা কেতিয়া জনাৰ্দন হ'ব?
সিহঁতৰ মুখত মদৰ গোন্ধ, অশ্লীল মাত, মাজতে
ভগৱন্তৰ নাম, আৰু
সততে জিন্দাবাদ!

## বাসাংসি জীৰ্ণানি

মোটটো সলাই
বপুৰা পুৰাই ক'ৰবাত
বিহু খাবলৈ ওলাই গৈছে।

পথাৰৰ সিমলুৱে
জেটুলিপকা যেন বেলিটোৰ
একাল ওলাইছে।
গাত ফুলাম বিহুৱা লৈ
অশোকজোপা ৰৈ আছে।

কেঁচুবাৰ ওলাই অহা দাঁত যেন
খৰিকাজাঁইৰ কলি এটি ওলাইছে।
তগৰ ফুল এপাহ
গছৰ মূৰত বুঢ়া ডাঙৰীয়াৰ
পাগুৰি।

কেতেকীজোপাৰ গুৰিত
সাপে মোট সলাই পেলাই গৈছে।

ঘৰলৈ আহি দেখিলোঁ —
পুৰণি গামোচাৰ ঠাইত
এখন নতুন ফুলা গামোচা।
বিহুৰ।

## অগ্নি সংহাৰ

অগ্নি, তোমাৰ প্ৰশস্তি নাগাওঁ,
তোমাক বিদায় দিছোঁ।
তুমি অকল খাণ্ডৱ দাহ কৰিয়েই
ক্ষান্ত হোৱা নাই,
সাতখন জিভা মেলি পৃথিৱীখন
আগুৰি ধৰিছা।
যি দেৱতাই অগ্নি আনিলে
তেওঁলৈকো সূক্ত ৰচনা
নকৰোঁ।
তোমাৰ উৎপাতত এতিয়া
আঘৰত গাঁতত আশ্ৰয়
ল'ব লাগিব।

## চিৰন্তন

দেৱতাই দেৱতাই
দেৱতাই অসুৰে,

অসুৰে মানুহে,
মানুহে মানুহে,
অসুৰে অসুৰে,
কটাকটি, মৰামৰি।
কবিৰ গীত ইয়াৰ মাজত
সোমাব খুজিছে।
সোমাব পাৰিব জানো?

## অবিৰোধী

মই ফকীৰ নহওঁ,
ধন-সম্পদক নিন্দা নকৰোঁ।
সেই বুলি,
পাৰ্থিৱ সম্পদক সৰ্বস্ব বুলিও নাভাবোঁ।
লোকৰ জেপত হাত সুমাই
আনিব নোখোজোঁ।
লোকক বঞ্চনা-প্ৰবঞ্চনা কৰি
মই ধনী নহওঁ।
ধনক মই নিন্দা নকৰোঁ,
নিকা ৰূপকেইটকা মোক লাগে।
চেকা থকা একোকে নালাগে।

## জাৰ্মানীৰ লোক-কবিতা

(পণ্ডিতপ্ৰবৰ সন্দিকৈদেৱে 'ছিম্পল জাৰ্মান প'য়েম্‌ছ' বুলি এখন কবিতাপুথি জাৰ্মান ভাষাটো শিকিবৰ কাৰণে মোক দিছিল। মূল জাৰ্মানৰ লগতে প্ৰত্যেক কবিতাৰ ইংৰাজী অনুবাদ আছিল। ইং ১৯৩১ চনতে ইয়াৰ কেইটামান কবিতা অসমীয়ালৈ ভাঙো। সন্দিকৈদেৱে তাৰ প্ৰশংসাও কৰিছিল। তাৰ দুটামান সৰু ল'ৰা-ছোৱালীৰ বাবে লিখা কবিতা ইতিমধ্যে কোনো কোনো আলোচনীত ওলাই গৈছে। এইটি কবিতা বিজমুখীয়া।)

সৰল গছৰ পাতৰ জলঙাইদি সৰগৰ তৰা এটাই
কেনেবাকৈ দেখিলে।
আমি চুমা খোৱা-খুই কৰিছিলোঁ,
তায়েময়ে।
লগনীয়া তৰাটোৱে সাগৰত গা ধুবলৈ নামোতে
নাৱৰীয়াহঁতৰ আগত কথাটো লগালে।
নাৱৰীয়াহঁতেও ততালিকে গাঁৱত মেলিলেগৈ।
গাঁৱৰ গিৰ্জাৰ পাদুৰী চাহাবৰ কাণত
কথাটো পৰিবলৈ সৰহ পৰ নালাগিল।
বুঢ় চাহাবে শুনা মাত্ৰকেই পিতাইক জনালেহি।
পিতাইৰ যিহে খং, যেনিবা জুইত ঘিঁউহে ঢালিলে।
আইক ক'লে, ইয়াক এমাহলৈ ঘৰৰ বাজলৈ
ওলাবলৈ নিদিবা।
পিছে মইহে যদি সত্য ল'ৰা হওঁ,
তাইক এইখন ঘৰৰ বোৱাৰী কৰিহে এৰিম।

## জেওত বগোৱা জিকাজোপা

শাওণ মাহৰ পাঁচ দিন একেলানিয়ে দবা-পিটা বৰষুণ।
আজি পুৱাৰ পৰা বতৰটোৱে অকণমান চকু মেলিছে।
বাৰীৰ পিছফালে জিকা এজোপা জেং এডালত বগাই আছিল।
জিকাজোপা বৰষুণে খুন্দি একেবাৰে তহিলং কৰিলে।
কিন্তু বাৰী সোমাই দেখোঁগৈ গছজোপাৰ ডেকা তেজৰ জুই নুমোৱা নাই,
ভালেখিনি ফুল ধৰিছে, সাতোটামান কলি পেলাইছে।
গাঁৱত থকা খেতিৰ পামত লেৰেলা-চেপেটা ল'ৰা এটা থাকে।
বৰষুণত তিনি-বুৰি নিশ্চয় সি জ্বৰ গাইছে।
তাৰ কথা ভাবোঁতেই সি আহি আগতে ওলালহি।
মুখখন তাৰ খোলোকা হৈ পৰিছে;
চকু-মুখৰ পৰা হাঁহি সৰিছে।
কলপাত এখনত পইতা ভাত,
পকা পকা দুটামান জলকীয়া.

পাঁচোটামান কঁঠাল গুটি পোৱা।
আনন্দ আৰু তৃপ্তিৰে সি খাবলৈ বহিছে।
ভোকহে আচলতে ভাতৰ আগ্না।
বৈশ্বানৰে যাৰ দেহত আশ্ৰয় লয়,
সেইবোৰ প্ৰাণী অবিনশ্বৰ হৈ পৰে।

## মহিষাসুৰৰ মূৰত ভৰি

'আই' এ মহিষাসুৰৰ মূৰত ভৰি দিছে
মহিষাসুৰে ৰাইজৰ মূৰত ভৰি দিলে,
এতিয়া ৰাইজে মহিষাসুৰৰ মূৰত ভৰি দিব
মহিষাসুৰ, তুমি আৰু কিমান কাল
মূৰে ভৰি কাটিব?
আজি ৰাইজে মহিষাসুৰৰ মূৰত ভৰি দিছে,
লগে লগে অসুৰৰ শিং লগা
মূৰ খহি পৰিছে।
আইসকলে উৰুলি দিয়ক,
ঢুলীয়াই ঢোলত ছেও মাৰক।
ৰাইজে মহিষাসুৰৰ মূৰত ভৰি দিলে,
'আই'এ মহিষাসুৰৰ মূৰত ভৰি দিলে।

## পাটপলু

*(নৱজাগৃতিৰ শিল্পী, কবি মিকেলএঞ্জেল'ৰ কবিতাৰ ইংৰাজী অনুবাদ অনুসৰি।*
*কলিকতা : ১৯২৮ চন)*

বাৰে বাৰে যেন পাটপলু হৈ পৃথিৱীত জনম ধৰোঁ —
এইটোৱেই মোৰ উচ্চতম অভিলাষ।
পাটপলু হৈ তনু ত্যাগ কৰি মিহি কোমল পাটৰ সুতাত পৰিণত হ'ম।
শিপিনীয়ে সেই সূতাৰেই মিহি কোমল কাপোৰ বৈ উলিয়াব।
সেই কাপোৰেই মোৰ প্ৰিয়তমাৰ গোটেই শৰীৰত লিপিট খাই থাকিব।
তেওঁৰ কোমল ভৰি দুটিত পাটৰ মোজাই সাবটি ধৰি থাকিব।
পাটপলুৰ জনম লোৱাটোৱেই মোৰ জীৱনৰ একমাত্ৰ প্ৰাৰ্থনা।
বিধাতাই যাচি দিলেও আন বৰ একো নালাগে।

## হ'ব জানো একাশীতে শেষ

কুমলীয়া তঁপত তেজেৰে পংকাকুল দেশ।
অসমীয়া মানুহৰ এইখন দেশ,
ধনী-দুখী-ডাঙৰীয়া-ভিকহুৰ দেশ,
পণ্ডিত, হজুৰা আৰু হাকিমৰ দেশ,
পৰ্বত-ভৈয়াম-নৈ-হাবি-বন-পথাৰৰ দেশ,
ইয়াৰ বুৰঞ্জী জানো একাশী চনতে হৈ যাব শেষ?

এইখনি শ্ৰীমন্ত শংকৰ আৰু মাধৱদেৱৰ
দামোদৰ-ভট্টদেৱ-কন্দলীৰ দেশ,
ৰাম সৰস্বতী আৰু গোপালৰ দেশ,
পেট পুহি শুই থাকি এই বুৰঞ্জীৰ কৰিবানে শেষ?

বৰ্মন ভাস্কৰ আৰু হৰ্জৰৰ দেশ,
কমতাৰ দুৰ্লভৰ আৰু বৰাহীৰ মাণিক্যৰ
মল্লদেৱ-গমধৰ-জয়ধ্বজ-শুক্লধ্বজ
ৰুদ্ৰসিংহ-আতনৰ দেশ,
দাবাগ্নিয়ে এই কৰে শেষ?
জয়মতী-লাচিতৰ দেশ,
অসমীয়া কৌটিকলীয়া হীৰা-মুকুতাৰে ভৰা
মেটমৰা ভঁৰালৰ হ'ব নেকি শেষ?
মণিৰাম পিয়লিৰ দেশ,
ঢেকিয়াল ফুকনৰ দেশ,
হেমকোষ ৰচোঁতাৰ দেশ,
চন্দ্ৰ কুমাৰ-হেমচন্দ্ৰ-লক্ষ্মীনাথৰ
পদ্মনাথ-কমলাকান্তৰ
মফিজৰ দেশ,

চাই থাকোঁতেই দেখো চকুৰ আগতে যেন হৈ যায় শেষ!

বনপোৰা জুই আহি সাবটি ধৰিছে,
বনৰ চৰাই, পহু চিঞৰি মৰিছে।
চহকী হঁহকি পাছ পৰে,
ডাঙৰীয়া খালে-ডোঙে পৰে,
নেতাই কুন্দাই লেটা দুদিনতে মৰে,
টোকোনা-ভিকহুইঁতে দেশখন ধৰে।

ছালছিগা যেনি আছা
আহাঁ আগবাঢ়ি,
অগ্নিৰ মুখৰ পৰা দেশ লোৱা কাঢ়ি।
বুৰঞ্জীৰ নকৰিবা শেষ।
তোমালোক দুখীয়াক, তোমালোক নিচলাক
যদিও নাপায় চিনি -
তথাপিও এইখন তোমালোক টোকোনাৰ দেশ —
বুৰঞ্জীৰ নকৰিবা শেষ।
কিশোৰ তেজৰ সোঁত
ওপৰে বাগৰি যোৱা
এইখন তোমাৰেই দেশ।

অগ্ৰদূত, ২৭ ডিচেম্বৰ, ১৯৮১ (বুৰঞ্জীৰ নকৰিবা শেষ দ্ৰঃ)

## মালভোগ কলৰ পুলি এটা

কাণৰ কাষেদি অনবৰত যান-বাহনৰ বিকট চিৎকাৰ। তাৰ মাজতে,

আহিনে এৰি যোৱা পীৰাখনত, কাতি আহি এইমাত্ৰ বহিছে।

বতৰ ফৰকাল, আকাশ নীলা।

বিলৰ পানী ভালেখিনি নামিছে।

মেঠনি মৰা গাভৰুহঁতে জকাই টোচৰাই দুই-চাৰিটা পুঠি-খলিহা পাইছে।

তাতেই হৰ্ষ, ধৰা আৰু বন্দী কৰাৰ আনন্দ।

বেপাৰীটোৱে পদুমৰ পাত আৰু চকা ছিঙি খৰাহিত ভৰাই বজাৰলৈ নিছে।

ছাত্ৰ সন্থাই আহ্বান কৰা কাইলৈৰ বাৰ ঘণ্টীয়া বন্ধৰ কাৰণে আজি দোকান-পোহাৰত

ভিৰ।

সৰু সৰু ল'ৰা-ছোৱালীহঁতে বেলুন উৰাই বাটে বাটে ঘূৰি ফুৰিছে।

মৰ্দন ডাৰোগা কনিষ্টবল লগত লৈ গাঁওখনৰ পিনে আগবাঢ়িছে ঃ

পূজাৰ ৰভাখন বোলে যোৱা ৰাতি দুষ্ট কেইটামানে ভাঙিবলৈ আহিছিল।

মাজু দদায়ে বগা সৰিয়হ সিঁচিবলৈ বাৰীৰ এমূৰে কোৰ মাৰিছে।

গাইজনীয়ে আজি আমনি কৰি খীৰাবলৈ নিদি গাখীৰ লুকালে।

কঙালী বিহুৰ দিনা আজি জাংফাই বৰণীয়া চাহপানী খাবলগীয়া হ'ল।

বাপুকণ, তুমি ঘিলাপিঠাৰে চাহপানী খাই মোৰ চাইকেলখন লৈ ওলাই যোৱা।

কাইলৈ পুৱা আঠ বজাৰ ভিতৰত যেনে তেনে মালভোগ কলৰ পুলি এটা মোক

আনি দিবই লাগিব।

ভাঙৰ কথা, ৰান্ধনী গেছৰ ঢোল আহিছেনে খবৰ লৈ আহিবা।

গুৰি গাখীৰৰ টেমা এটাও কিনি আনিবা।

ৰঙা চাহপানীকে খাই যোৱা আৰু, কি কৰিবা।

ল'ৰা-ছোৱালীহঁতে বগা-ৰঙা-নীলা বেলুন উৰুৱাই আমাৰ ঘৰৰ আগ পাইছেহি।

সিহঁতৰ চিঞৰ কঙালী বিহুৰ ক্ষতিপূৰণ।

আকৌ যান-বাহনৰ কুৎসিত চিৎকাৰ - নিৰুপায় ..

বাপুকণ, মহা অষ্টমীৰ দিনা ৰঙালাওৰ গুটি দিয়াৰ নিয়ম।

ভাল সঁচৰ গুটি আনিবা। কলপুলিলৈ কিন্তু নাপাহৰিবা।

কলপুলি এটা ৰুব লাগিব, গুটিও পচাব লাগিব।

চাইকেলখন পাহৰি এৰি নাহিবা বাপুকণ

## মহাশক্তি

জগতৰ অগ্ৰগতি? তোমাৰ আন এটি নাম ক্ৰোধ।

সাত্ত্বিক ক্ৰোধক অসন্মান নকৰিবা।

খং নোহোৱা মানুহ মৃতকৰ দৰেই।

দুষ্কৃতি যেনে পাপ তাক সহ্য কৰাও তাতকৈ কম পাপ নহয়।

সন্মিলিত ক্ৰোধত মহাশক্তিৰ আবিৰ্ভাৱ।

## অগ্নিশালি

অগ্নিশালি ডাঙৰি ভাৰে ভাৰে আনি ভঁৰালত পেলাই
সৰুতে আমি চাই থাকোঁ।
অগ্নিশালিৰ উপাখ্যানো তেতিয়াই শুনিছিলোঁ।
পহুমৰীয়া যুগ পাৰ হৈ খেতিয়কৰ যুগ আহিল
পাৰ্বতীৰ উদ্‌গণিত মহাদেৱ গোসাঁয়ে খেতি কৰিলে।
তেওঁৰ ধাননি পথাৰ এডোখৰত জুইৰ জিভাই চেলেকি গ'ল -
জুয়ে কোবোৱা ধানৰ নাম হ'ল অগ্নিশালি।
অগ্নিশালি,
তুমি হেজাৰ হেজাৰ বছৰ ধৰি,
জৈবিক বিৱৰ্তনৰ মন্থৰ গতিত আহি আহি
বৰ্তমানৰ পৰমাণু যুগত থিয় দিছা।
তুমি অগ্নিমন্ত্ৰত দীক্ষা লৈ মহাজ্ঞানী ।
বুৰঞ্জীৰ পতন অভ্যুদয়ৰ ওখ-চাপৰ বাট
অতিক্ৰম কৰি তুমি দিব্যজ্ঞান লাভ কৰিছা।
সেই জ্ঞানৰ কণিকামান আমাকো দিয়া -
জগতৰ গতি দেখি আমি ত্ৰাহি ত্ৰাহি দেখি আছোঁ।
তুমি আমাক সহায় দিয়া, ধৈৰ্য দিয়া,
আমি অগ্নিমন্ত্ৰত তোমাৰ দৰেই দীক্ষা লওঁ।

## সাৰ পালোঁ

পুৱতি নিশা সমাজিক দেখিলোঁ —
গাইজনীয়ে চলচলীয়া চকুৰে কৈছে,
ধৰুৱা গিৰিহঁতে মোক বিদেশীত বেচিলে।
তাঁতৰ খুঁটাটোৱে দুঁখেৰে ক'লে,
মোৰ তিনিটা লগৰীয়াক ফালি-ছিৰি খৰি খালে।
কোচালত সাৰ পাই উঠি দেখোঁ —
খোলোকা খোলোকা চেমনীয়া ল'ৰা এজাক।
ককা, সৌৱা নৈৰ সিপাৰে গাখীৰখোৱাত
চতিয়নাৰ গুৰিত বিহুমেল পাতি, আপোনাক
মাতিবলৈ আহিছোঁ। এই ডুখৰি আয়ে ঘৰত বোৱা
গামোচা, আপোনালৈ বুলি আনিছোঁ।
ল'ৰাটোৰ কথাত মোৰ মনটোৱেও সাৰ পালে।
ঘৰৰ আগৰ তগৰজোপাত কলি পেলাইছে,
মই মনেই কৰা নাছিলোঁ।

## অসুৰ

গছ গজে, মই কাটোঁ
পাহাৰ বাঢে, মই ভাঙোঁ।
ৰ'দ ওলায়, মই ঢাকি ধৰোঁ।
মুকলি বতাহৰ বুকুত ধূলি ছটিয়াই দিওঁ।
গংগাৰ জল কলুষিত কৰোঁ,
লুইতৰ পানীত বিহ ঢালোঁ।
নীলা আকাশখন ক'লা কৰি পেলাওঁ।
লোকে দিয়ে, মই গুচাওঁ।
লোকে পাতে, মই ভাঙোঁ।
মানুহে গীত গায়, মই চিঞৰোঁ।

## যুগ পুৰুষ

পকামুৰে ৰণথলীত কিলাকিলি কৰে,
দেখি-শুনি চেমনীয়াই হাঁহি হাঁহি মৰে।
বেপাৰী ৰণত কোটি কোটি ডেকা,
জগতৰ বুৰঞ্জীত ঘিণ লগা চেকা।
দুখীয়া-নিচলাইঁত যুঁজি-বাগি মৰে,
মাটি-বাৰী ধন-সোণ বৰৰ ভাগত পৰে।
ল'ৰাইঁতে কত দিন থাকিবনো সহি?
অভকতীয়া মান-যশ যাব জহি-খহি।
যুগপুৰুষে হাঁহি মাৰি চাই আছে বহি।

## আমলখি কেহা

পেহী ঔ পেহা, আমলখি কেহা,
টেকেলিপেটা গোবিন্দাই, জাল বাওঁ গৈ আহাঁ।
কোনখন চহৰৰ কোন গোবিন্দাই?
কোনে আহি মাতি নিলে, ক'ত জাল বায়?
কোন সেয়া পেহী-পেহা, কোন মৌজাত ঘৰ?
আমলখিৰ লগত সমধ্ কি? দিয়াচো উত্তৰ।

## উপহাৰ

বন্ধু আৰু সহযোগী, আপোন মানুহ, ভাৰ্যা, পুত্ৰ, মিতিৰ-কুটুম-
সকলোৰে চেনেহৰ অৰিহণা লৈ গৈ আছোঁ জীৱন-বাটত।
পকাপাণ এবিৰাও কাকো মই দিব পৰা নাই,
দিব পৰা উপহাৰ নাই একো মোৰ।

## নিমাতী ঘাট

লুইত কোঁৱৰ আহি নিমাতীৰ কোমল দেহাত
চোকা নখ বহুৱাই তেজ উলিয়ালে,
লাজতে কুঁৱৰীয়ো তলমুৱা হ'ল।

## ডাইনী

সিদিনা ডাইনী আহি
কিলিং সোৱণশিৰি ৰঙা কৈ থৈ গ'ল।
ডাইনীৰ গীত গাই মাকইঁতে নিচুকায় কেঁচুৱা পোনাটি।
কাণখোৱা নাথাকিলে ঘৰখন চলে কেনেকৈ?

## মাথুৰ

ৰথত উঠি ৰজাৰ ল'ৰা নগৰলৈ গ'ল।
আঁকলুৱা গোপ-গোপী গাঁৱে-ভূঁইয়ে ৰ'ল।
গাঁৱলৈ মাজে মাজে তেওঁৰ মনত পৰে,
বাৰ কুৰি লেঠা আহি হেঁচা মাৰি ধৰে।

## অসমীয়া মানুহ

কেৱল অসমীয়া বুলি ক'লে, কোনেও তোমাক আদৰ নকৰে।
মই অসমীয়া মানুহ; এইবুলি ক'ব লাগিব।
মানুহৰ ন গুণ লৈ তুমি য'লৈকে ওলাই যোৱা,
তাতেই তুমি পীৰা এডোখৰ পাবা।
সকলোৰেই তোমাক খাতিৰ কৰিব।
টকৰু শৰ্মা হৈ জগতত টিকিব নোৱাৰিবা,
ভাগ্য পৰীক্ষাৰ অছমীয়া ভকত হৈও ঠাই নোপোৱা।
অসমীয়া মানুহ বুলি পৰিচয় দিব লাগিব,
অকল অসমীয়া বুলিলে কোনেও উভতি নাচায়।

## তেজীমলাৰ ভোটটো

মোৰ ভোটটো মাগী আইকহে দিম,
আন কাকো নিদিওঁ, ই চিদাং কথা
তেওঁ মোক কম কৰিলেনে?
মূৰটো খুবলিত খুন্দিলে,
পিৰালিৰ দাঁতিত পুথি থ'লে?
যেতিয়া জাতিলাও এজোপা হ'লোঁ,
উঘালি গেলাবিলত পেলাই দিলে।
তাতে এতিয়া পদুম ফুল হৈ ফুলি আছোঁ।
মাহী আযে নো মোক কি কৰিবলৈ বাকী থাকিল?
তেজীমলাৰ ভোটটো মাহী আয়ে নাপাই কোনে পাব বাৰু?
মাহী আইৰ গুণ কোন জনমত পাহৰিম?

## সনাতন

(বেদৰ সূক্তবিলাকত অকল স্তুতি প্ৰাৰ্থনাই আছে, এনে নহয়। মাজে মাজে বৈষয়িক জীৱনৰ যথেষ্ট ছবিও আছে। ঋগ্‌বেদৰ নৱমমণ্ডলৰ এটা সূক্তৰ পৰা তলৰ কথাখিনি অসমীয়ালৈ ভাঙনি কৰি দিয়া হ'ল। যিকোনো আধুনিক কবিয়ে এইখিনি লিখিব পাৰে।)
মানুহে সংসাৰত নিজৰ নিজৰ হাবিয়াস পূৰাবলৈ
আপোন বাটে বাট লয়।
শিল্পীয়ে নিজৰ বেহানিৰ গ্ৰাহক বিচাৰি ফুৰে।
পুৰোহিতে সকাম-নিকামৰ বাতৰি লয়, বেজে বিচাৰে নৰিয়া।
শুকান কাঠ, চৰাইৰ পাখি আৰু পিতলৰ টিপ গোটাই
ধনুকাঁড সজা বাঢ়েয়ে খবৰ লয় এনে গ্ৰাহকৰ —
যি ভাল দাম দিব।
মই ছন্দ ৰচোঁ, পিতাদেৱে বেজালি কৰে;
আয়ে যাঁতত ধেঁহ পিহি গুড়ি কৰে।
গৰু মেলি দিলে বেলেগ বেলেগ বাটেদি যোৱাৰ দৰে
আমাৰ ধন ঘটাৰ উপায় বিভিন্ন।
মুখেৰে টানিব পৰা গাড়ী পালে ঘোঁৰাই ভাল পায়।
তোষামোদ কৰিব জনা মানুহ ৰসিক গৃহস্থৰ ওচৰলৈ যায়।
ৰ'দৰ তাপত পিঠি খৰুলা হোৱা ভেকুলীয়ে বৰষুণলৈ বাট চায়।
পুৰুষে কামনা কৰে তিৰোতাৰ অংগৰ সংগ।

## ৰাজবাট

অজগৰ পৰাদি ৰাজবাট পৰি আছে,
নিজান, নিজম।
গুড় পৰুৱা এটা গ'লেও গম পায়।
পোৱালিমৰা গাইজনী মাজবাটতে থিয় দি আছে,
তাইৰ চলচলীয়া চকু আন্ধাৰত ট ট কৈ জিলিকি আছে।
কুজা বোন্দাটোৱে চুৰাপাতনিৰ মাছৰ কাঁইট লৈ
বেগাবেগিকৈ ৰাজবাট পাৰ হৈছে।
সি ভাবিছে, তাক কোনেও দেখা নাই।
দূৰলৈ টহলদাৰী চিপাহীৰ জোতাৰ শব্দ।

## অগ্নিসূক্ত

তই কেঁচাইখাতীৰ পো, তই দুৰ্বৃত্ত, তোৰ হিতাহিত জ্ঞান নাই,
তোৰ মৰা-জীয়াৰ বাচ-বিচাৰ নাই।
দুখীয়া-চহকীৰ ছঁচ নাই।
তোৰ নটুৱা জিভাখন লকলকাই থাকে,
তই আদহীয়াও নহ'লি, বুঢ়াও নহ'লি।
পেটত তোৰ ৰাহু সোমাইছে — কেৱল খাওঁ খাওঁ, খাওঁ।
কিন্তু, তোৰ মোনাতে হাঁহি আৰু সোণ।
হাঁহিৰ অকণমান দি থৈ যা।
এতোলামান সোণো।
সোণনো কেলৈ?
ন-কইনাক জোৰোণত দিবলৈ আঙুঠি গঢ়াব লাগে।
তোক খাওৰ এখন লগা হৈছে বুজিছোঁ।
এইবাৰ বিহুত পিঠা-পনা নাই - গোটেই দুনিয়াতে পয়মাল

শুনা নাই জানো?
তোক আৰু এখন খাগুৰ লগা হৈছে। খাবলৈ।
চাওঁচোন বাৰু —
সিহঁত অজ্ঞাতবাসৰ পৰা ওলাই আহিছে, গম পাইছোঁ।
ধৈৰ্য ধৰি থাক।

অগ্ৰদূত, ১১ জানুৱাৰী, ১৯৮৪

## কোন?

অজলা জনতা ঠাগি খাব কত কাল?
মুখাৰ তলৰ মুখ দেখাটোহে ভাল।
কোননো আপোন বাৰু দুছমন্ কোন?
দেখদেখ চিন কিনো কৈ দিয়াচোন।
এহাতে ধৰ্মৰ পুথি, এহাতে বন্দুক,
এহাতে জপৰ মালা, এহাতে চন্দুক।
দুনিযাত ঘূৰি ফুৰে নাম শান্তিদূত,
মৃত্যুৰ দালাল তেওঁ - কেনে অদ্‌ভুত।
সমতা, শান্তিৰ কথা ভাষণত কয়,
ক্ষমতা লোভত পৰি নৰঘাতী হয়।
কাকনো বুলিম মিতা, বৈৰী মোৰ কোন?
জানা যদি কোনো লোকে কৈ দিয়াচোন।
চকুত খুনৰ চোকা, মুখত মৰম -
ইয়াৰ উপাধি নেকি যুগৰ ধৰম?

## পোৰা গাঁও

নামঘৰটোৰ চাল এখন পোৰা।
ৰাৱণৰ মুখাৰো মুখ দুখনহে পৰি আছে।
পোৰা ঘৰৰ মাজে মাজে চালি একোখন সাজি
গাঁৱৰ মানুহ সোমাই আছে।
দিন দুপৰীয়া, মাজ নিশা।
এটা মাত্ৰ কটং কটং শব্দ। ক'ৰবাত বুঢ়ী আয়ে তামোল খুন্দিছে।
অলপ দূৰৈত গাঁৱৰ মূৰতে তাৰৈৰ ঘৰ।
পতিমাক এই ব'হাগতে বিয়া দিয়াৰ কথা আছিল।
ল'ৰাও পাইছিল, লায়েক ল'ৰা।
গাঁৱৰ আৰু দুটা ডেকাৰ লগতে সিওঁ আঠ মাহে ঘৰলৈ ঘূৰি নাহিল।
তাৰৈক মাত লগাই যাওঁ বুলি আহিলোঁ।
পীৰা এখন পাৰি দিলে পতিমাই লাহেকৈ।
তাৰৈ কেনিবা গৈছে।
আকৌ পাছত আহিম বুলি পদুলিৰ মুখলৈ ওলালোঁ।
ৰবাব টেঙাৰ ফুলে তল উপচি পৰিছে।
আধাপোৰা কঁঠাল গছৰ কপৌফুল কোনেও ছিঙা নাই।
বাটৰ দাঁতিত কেতুৰীয়ে গজালি মেলিছে।
নামঘৰৰ কাষৰ গছজোপাত অশোক ফুল
চেকুৰাচেকুৰে ওলমি আছে।
এইবাৰ দহিকতৰাৰ ডিঙিত কফ বহিছে।
ল'ৰাকলীয়া লগৰীয়া কোৱাদ অকস্মাৎ আহি ওলালহি।
চেউনী আলিয়েদি হাজাৰ হাজাৰ মানুহ গৈ আছে। হুজ পাতি।
কোনো মাতবোল নাই
আমিও সেইফালেই আগবাটি গ'লোঁ।

অগ্ৰদূত, ৰঙালী বিহু সংখ্যা, ১৯৮৪

## বিহুমৰা বড়

গাঁৱৰ এমূৰে ধলী নৈৰ পাৰত তিনি কঠা মাটি ঢাকি ধৰা
ৰজাদিনীয়া বিয়াগোম বড গছ।
ল'ৰাৰজাৰ দিনত কোনোবা তিৰোতা
পতিৰ চিতাজুইত সতী গৈছিল।
সতী যোৱা বড়।
লাহে লাহে মানুহৰ মনৰ পৰা মচ খালে
তেজ তপত ডেকা-গাভৰুৱে
চ'ত-ব'হাগত বিহু মাৰে তাৰে তলত।
বিহু মৰা বড।
আজি গাঁৱৰ মানুহ পৰৰাষ দৰে লানি লাগিছে —

শৰাইত মাটিৰ চাকি;
অশোক ফুলৰ চেকুৰা লৈ
বড়গছৰ তলত থাপনা কৰা
ছহিদ বেদীৰ ফালে — ।
কোৱাই কা কৰা নাই, জিলিয়ে জ্বি কৰা নাই,
ধনী নৈৰ বুকু শুকান।
ৰাইজে ক'ত গৰু ধুৱাব?
সতী যোৱা বড়, বিহুমৰা বড়, শ্বহিদ বড়।
শোকপানীৰ মাজেদি ৰামধেনুৰ বৰণ।

## এইবাৰ কল্কি

এইবাৰ কল্কি নাহে। গৰাকী নিজে আহিব।
বগা ঘোঁৰাত উঠি কল্কি নাহে,
সাঁচিপাততে থাকিব।
তেওঁ নিজে আহিব, কল্কিক নপঠিয়ায়।
তেওঁ হাতী-ঘোঁৰাত নাহে, ৰথত নাহে,
গৰুড়তো নাহে।
খনিকৰে সজা চামকাঠৰ সিংহপীৰাত
বহু দিন
বহি বহি, তেওঁ অস্বস্তি পাইছে।
এইবাৰ কিশোৰ সিংহৰ কেশৰত
খামুচি আহিব।
অসুৰৰ উৎপাত কেউদিশে বাঢ়িছে,
টুটা নাই।
কল্কিয়ে একোকে কৰিব নোৱাৰিব।
সেয়ে, কল্কি নাহে। গৰাকী নিজেই আহিব।
তেওঁ নিজেই আহিব, কল্কি নাহে।
অসুৰৰ উৎপাত অকণো টুটা নাই,
বানপানী বঢ়াদি বাঢ়ি আহিছে।
কল্কি পেঁপুৱা।
তেওঁ নিজে আহিব। কল্কি নাহে।

## গুড ফ্ৰাইডে

দুনিয়াত খ্ৰীষ্টিয়ান মাথোন এজন।
তেওঁকো ভকতবোৰে অষ্টাংগে পিংগত দিলে।
তেওঁৰ মংগলবাৰ্তা সংসাৰখনে
ভংগ কৰি পালন কৰিছে।
গড়গৰা মিতিৰ, মুখেৰে মাতে,
ভৰিৰে ঠেলে।
গিৰ্জাৰ পৰা ওলাই, গৈ ৰাইজে সৌৱা
খাৰঘুলিত জুম পাতিছে।

## Gautier-ৰ ফৰাচী কবিতাৰ অসমীয়া ৰূপ

নিভাঁজ, কলাৰ মৃত্যু নাই।
কালৰ সোঁতত উটি যোৱা একোখন সাম্ৰাজ্যৰ
একোজন সম্ৰাটৰ কথা —
এটুকুৰা শিলে ৰাখি থয়।
নিৰক্ষৰ কৃষকৰ নাঙলৰ সীৰলুত উঠি অহা
ক্ষয় যোৱা ৰূপৰ মুদ্ৰাই সমুদ্ৰগুপ্তক সাঁচি থয়।
দেৱতাৰো মৃত্যু আছে,
ৰসযুক্ত ঋষিৰ বীণে কালৰ বিক্ৰম তুচ্ছ কৰে।

## তোমাৰ কীৰ্তন পুথি কেতিয়াবা মেলিছানে?

কেতিয়াবা কোনোবাই সমাজিকতো ভাবিছিলনে,
যোৰহাট নগৰৰ মাজ বুকুত, বিলাসী গড় আলিত,
চৈধ্য কেজি বৌ মাছে নিজে আহি ধৰা দিব?

আনন্দ বৰুৱাৰ চিঠি পাই কথাটো
বকুল গছৰ পৰা শেহ নিশা সৰি পৰা
সপোন বুলিয়েই ভাবিছিলো।

ভাত ঘুমটিৰ পৰা উঠি বহিলো। ডিঙি চেপা সত্য।
কাৰ্ডিয়াক এজ্‌মা।
খোখাই ঔ! গোসাঁই ঔ।

ভোগদৈ ভাগি আহি প্ৰলয় পযোধিৰ ৰূপ ল'লে।

ভোগদেৱী!
তুমি মাজে-সময়ে বৰ্ষা সংখ্যাত এনে কবিতা ৰচিবা।
বাৰী-ঘৰ, বাট-পথ, ধুতি হওক,
মুচুকুন্দ সাৰ পাই উঠি বহিব।
আমাৰ দৰে ভিকহুৰ চৰুত হ'মিঅ'পেথিক মাছৰ এফোট পাই
নিৰামুহীয়া আখল মছুৱা হওক।

চেঙেলীয়া বংশধৰবোৰে কীৰ্তন পুথিখন কেতিয়াবা মেলিছানে?
ভূঞা ৰজাই তাত জয়েজয়ে কোন ৰজাৰ কথা কৈছে?
পঢ়ি চোৱা!

অগ্ৰদূত, ১১ ছেপ্টেম্বৰ, ১৯৮৩

# বলিকটীয়া মোমাই

মোৰ পূজাৰী মোমাইলৈ মনত পৰে,
মোৰ বলিকটীয়া মোমাইলৈ মনত পৰে,
চালকোমোৰাৰ পৰা গেঁৰা ম'হলৈকে হেলাৰঙে বলি দিব পৰা
সেই মোমাইদেউলৈ মনত পৰে।
ৰঙা জবা যেন মুখ,
হোমৰ জুই যেন চকু,
মাজ্ঞ কপালত ৰঙা চন্দনৰ ফোট।
অনবদ্য সুৰত সভা শালি যোৱা মাতেৰে
মোমায়ে যেতিয়া অপৰাধভঞ্জন আবৃত্তি কৰে,
শাৰ্দুলবিক্ৰীড়িত ছন্দ,
আপামৰ সমজুৱাই নিমাত নিষ্কম্প হৈ শুনি থাকে —
— মহিষ-ঘণ্টা-ৰাৱ
মহিষ-বাহন সমাগত, ঘণ্টাৰ নিশ্চিত শব্দ।
ভীৰু ভকত, নিৰ্ভয় হোৱা, ভৱানীৰ চৰণ ভজন কৰা।
আজিও, তিনিকুৰি তেৰ বছৰত,
কোনোবা আধুনিক কবি মজদুৰে
মহিষ ঘণ্টাৰ ব্যাখ্যা বনোৱা কাণত পৰিলে,
ল'ৰালি কালৰ সেই মোমাইলৈ মোৰ মনত পৰে।
নীলাচলে বলি কাটিব পৰা
ভীমকান্ত দৃঢ়হস্ত মোমাইলৈ মনত পৰে।
মনত পৰে তেওঁৰ কণ্ঠ বিনিৰ্গত শাৰ্দুলবিক্ৰীড়িতৰ
অপ্ৰমাদ আবৃত্তিলৈ।

# আহিলেও আহক, নাহিলেও নাই

চোতালত শেৱালি,
বিলত পদুম,
দেশত বানপানী, লোকসভাত বক্তৃতা।
গোসাঁনী আহিলেও আহক, নাহিলেও নাই।
আমি পূজা পাতিম, বলি দিম।
কোনোবা পাগলাদিয়াৰ আলিছিগাত,
গোসাঁনীৰ হাতী থমকিল'।
সহস্ৰ যোজন বানপানীত ঘোঁৰা চেকুৰিব নোৱৰা হ'ল।
নীৰৱ আৰ্তনাদ শুনি কোনোবা ঘাটত তেওঁৰ নাও বৈ গ'ল।
গোসাঁনী আহিলেও আহক, নাহিলেও নাই।
চোতালত শেৱালি, বিলত পদুম,
পথাৰত বানে মৰা ধান।
অভিযোগৰ কণ্ঠৰোধ।
তথাপিও কল্পাৰম্ভৰ গায়ন-বায়ন।
জঁকাটো থকালৈকে।

# ম'হযুঁজ

আমাৰ হামদৈ অঞ্চলৰ এলেঙি পথাৰ
ম'হযুঁজৰ কাৰণে জনাজাত। ●

প্ৰতিবছৰে মাঘ বিহুত ম'হযুঁজ চাবলৈ অসংখ্য প্ৰজা গোট খায়।

ম'হে যুঁজে, পাহৰি পেলায়।
মানুহে কিন্তু নাপাহৰে।
মানুহ ম'হতকৈ তলৰ খাপত।
ম'হৰ শিং বাহিৰত,
মানুহৰ শিং বাঢে ভিতৰত।
মানুহৰ যুঁজ বাৰমাহেই একেৰাহে চলি আছে।
ম'হে এদিন যুঁজে, বাৰ চহৰৰ প্ৰজাই চাই ৰং পায়।

## লেৰেলা খনিকৰ

ৰাজবাটৰ কাষতে ৰাজহুৱা পূজা।
মাইকৰ চণ্ডীপাঠ, মানুহৰ মাতবোল,
মটৰৰ ভোঁ, ৰিক্‌ছাৰ পোঁ,
কোলাহলৰ সমন্বয়।
বেলুন ফুটিল, ল'ৰাই কান্দিছে, আৰু লাগে।
মিঠাইৰ ওপৰত ক'লা মাখি উৰিছে,
দোকানীয়ে বিচি আছে।
মানুহৰ মাজতে পোৱা এটাক আলৰ বুঢী এজনীয়ে
সুধিলে ঃ সেই প্ৰতিমাৰ খনিকৰ লেৰেলাৰ নাতি-পুতি ক'ত?
চুলিযে জঁট বন্ধা, যিগিনী কানি পিন্ধা
মাগনী বুঢীজনী কেনি গুচি গ'ল,
কোনেও মন কৰিবলৈ নহ'ল।

দৈনিক অসম, শাৰদীয় সংখ্যা, ১৯৮৭

## ঢোঁৰা

কেউফালে সাপে লীলিয়াই থাকে;
মই কত দিন কৈ আছোঁ-বেলেগ ভাৰাঘৰ এটা বিচাৰিবলৈ।
ল'ৰা-ছোৱালী লৈ ইয়াত থাকিব পাৰিনে?

অফিচৰ পৰা পাঁচ বজাত আহিয়েই
ষ্টেপ্তাটোৰ আবৃত্তি শুনিলোঁ।
ব্যঞ্জনা নাই। গঞ্জনা।
অলপ বৈ মোলায়েমকৈ ক'লোঁ —
দিলোঁ বিচাৰি আছোঁ, সহজে পোৱা জানো?
ঘৰৰ মালিককো কৈছোঁ। তেওঁ কয় —
এইবাওেৰা ঢোঁৰা সাপহে, ভয় নাই।
লাগিলে ফেনাইল অলপ ছটিয়াই দিম।
কথা শুনি এওঁৰ গীত উচ্চ গ্ৰামলৈ আৰোহণ কৰিলে।
ঢোঁৰা সাপৰ মাজতে একোটা ডাইল সাপো থাকে।
কোৱা শুনিছোঁ, বিধাতাই ঢোঁৰা সাপক বৰ দিছিল,
বছৰেকত এদিন সিহঁতৰ মুখলৈ বিষ আহিব।
কোন দিনা আহে, কোনে ক'ব?
শুভংকৰী। মই এতিয়াই ঘৰ বিচাৰি ওলালোঁ।

## সাইলাখ আৰু এখন

অনন্তকোটি ব্ৰহ্মাণ্ডৰ আন কোনোবা এখন পৃথিবীত,
আমাৰ ইয়াৰ দৰেই,
বিহুত গৃহস্থৰ চোতালত ঘূৰি ঘূৰি হুঁচৰি গায়নে?
জেতুকী হাতবোৰে তাতো গছৰ তলত নাচেনে?
ঢোলত কছাৰী ছেও আৰু টকা-পৈচাৰ মাত শুনিনে?
সেইখন পৃথিৱীতো, আমাৰখনৰ দৰেই,
কটা-কটি মৰা-মৰি যুঁজ-বাগৰ লাগি থাকেনে?
তাতো, ঘৰৰ মালিকে, চোতালতে ভাৰাঘৰ সাজি,
কপৌ-খৰিকাজাঁই তগৰহঁতক বিদায় দিয়েনে?
সেই পৃথিৱীৰ ল'ৰা-ছোৱালীহঁতে আমাৰ মইনা-মামনিহঁতৰ লগত
টেবুল টেনিছ খেলিবনে?
আমাৰ ইয়াত দৰা বিচৰা গাভৰুলৈ
তাৰ দৰা ওলাবনে মনেৰে?
ঢেঁকী দিব পৰা ডাফলী ডাফলী বুধিমতী ছোৱালী

আমাৰ ইয়াত শাহুৰি খাটিবলৈ আহিবনে?
তাৰ কলেজৰ ল'ৰা-ছোৱালীয়েও এবাঁ প্ৰেম কৰেনে?
কটেছন কল্ কৰিলে তাতো
ন্যায়-বিচাৰ পোৱা যায়নে?
মৰমৰ এনাজৰী দুটুকুৰা ক'ৰবাত পৰি থাকেনে?
বিহু বুলিবলৈকো খুদ এটা নোহোৱা টোকোনাৰ দুৱাৰমুখত
বিজুলী চাকৰি খুঁটা পোতেনে?
পুৰাণৰ মেনকা উৰ্বশীৰ উপাখ্যান পঢ়াই তাতো পঢ়েনে?

## বিহুৰ বতৰ

পলনিয়াছুৰ কথা নুশুনি শেহত কেঁকাব লাগিব।
বিহুৰ বতৰত তুমি বাটেদি যাওঁতে,
বিহুতলিৰ ওচৰত চকু মুদি যাবা।
কাণ দুখনতো ঠিলা মাৰিবা।
বিহুৱতীৰ মুখলৈ গালৈ নাচাবা,
চালেই তুমি মৰিলা।
অৱশ্যে ভৰিৰ তলুৱালৈ চালে চাব পাৰা।
তোমাক টানি লৈ যাব,
বলে তুমি নোৱাৰিবা।
বান্ধত পৰিবা।
বিহুৰ বতৰত তুমি ইফালে-সিফালে নাচাবা,
মৰিবলৈ দিহা নকৰিবা।
তলমুৱা হৈ গৈ থাকিবা।
বিহুৱতীৰ গালৈ, মুখলৈ নাচাবা।
পলনিয়াছুৰ কথা শুনিবা,
আওমৰণে নমৰিবা।

## দুটা কবিতা

(এক)

গৃহস্থৰ বাৰীত হুদু পৰিলে
স্বস্ত্যয়ন কৰায়।
দুৰ্গতি খণ্ডে।
এখন দেশত যদি হুদু পৰে —
কোনো প্ৰতিকাৰ নাই।
ডাঙৰ সকাম কৰিব পাৰিলে—
অলপ আশা থাকে।

(দুই)

পাৰ-বাহত হেঁপা সোমাই
পাৰ ধৰিছে।
মাতিব নোৱাৰোঁ, চিঞৰিব নোৱাৰোঁ,
হুই-হাই কৰিব নোৱাৰোঁ।
টেটুত গৰকা।

## কিহৰ শব্দ?

বেলিয়ে লহিয়ালে পঢ়াশলীয়া ঘৰলৈ আহে।
তিয়ঁহৰ জালি যেন এটি ল'ৰাহে আবেলি ঘৰলৈ নাহিব।
মাকেও আৰু তালৈ বাট চাই নাথাকে।
তাইৰ মালভোগ পুতেকে গধূলি গৰু-গাই বান্ধিবলৈ নাহে।
কুন্দকলি যেন দাঁত ওলোৱা, মাকে লৈ থকা কেঁচুৱাকো
ওচৰলৈ আহি সি আৰু মৰম নকৰে।
আঁহতৰ তলত, নামঘৰৰ ওচৰত,
কাৰ চিতা জ্বলিছে?
কেতিয়াবা নুমাবনে?
তুমি আৰু কি মেজি পুৰিব লাগিছা?
বুকুৰ ঠিলা ঠেলি কাহানিকৈ পানীহিলৈ ফুটিব?
সেয়া আকাশত কিহৰ হৈ ধ্বনি?

## যুগধৰ্ম

ডাঙৰ মানুহৰ যেতিয়া হানি হয়,
তিনিদিনীয়া বাহি শৰটো
ট্ৰাকত তুলি লটিঘটি কৰি
অৱশেষত
মৰিশালিত দাহ কৰি যায়।
ধৰ্মই যেতিয়া প্ৰাণ এৰে,

ধৰ্মশাস্ত্ৰৰ পাতকেইখিলা চাণ্ডিত তুলি,
গায়নে-বায়নে ঢোলে-দগৰে
শত-সহস্ৰই সমদল যাত্ৰা কৰি
সন্তৰ্পণে সন্মানেৰে
সমাধিস্থ
কৰে।
'প্ৰাপ্তে কলিযুগে।'

## বৰদোৱা

বৰদোৱা, তুমি এবাৰ আকৌ
লৌহিত্যৰ অতি অনুকূল হোৱা।
এঘাৰ, তেৰ, পোন্ধৰ, ডেড়কুৰি
কোনটো শুদ্ধ?
হাজাম আহিব নে নাহিব?
স্নানৰ পিছত চাহ নে চাহৰ পাছত স্নান?
হোম নে ৰেজেষ্টি?
পুব নে পশ্চিম?
আৰু কিমান শুনিবা?
বৰদোৱা আকৌ লৌহিত্যৰ অতি অনুকূল
হোৱাহে ভাল।

## দেওপুখুৰী

(বৰদোৱা অঞ্চলত প্ৰচলিত কিংবদন্তিৰ আধাৰত ৰচিত)

মূৰত পাচিটো লৈ হাটৰ পৰা বাট কুৰি বাই বুঢ়ী পোহাৰী ঘৰলৈ উলটিছে।
আঁহতৰ তলৰ পুখুৰীটোৱে বুঢীক টানি নিলে।
কাউৰীৰ চকু যেন নীলা পানীৰে চপ্‌চপীয়া পুখুৰী,
তলিলৈকে দেখি যেন অঞ্জলা আতৈৰ মনটোহে।
মুখখন ধুলে, ভৰি দুটা ধুলে, এচলু পানী খালেও।
পাচিৰ মাছ লৰিছে — বেচিব নোৱাৰিলে।
মাছৰ পাচিটো সেই পুখুৰীৰ পানীত জুবুৰিয়ালে,
গেলা মাছত উঠি কপালী নাচ।
বুঢ়ীৰ বুকু ঢপঢপাবলৈ ধৰিলে। দেওঁ লগা পুখুৰী।
সিয়ান বুঢ়া পুখুৰীৰ কালিকাৰ প্ৰমাণ চাবৰ মনেৰে
মংগলবাৰে মাজনিশা বুঢীকোৰখন লৈ ওলাই গ'ল।
দহদিনৰ আগতে পুখি থোৱা কেঁচুৱাৰ জহি যোৱা শটো
পুখুৰীত জুবুৰিয়াবলৈহে পালে,
টোপনিৰ পৰাহে যেন উঠি থোলোকা কেঁচুৱাই টলটলকৈ
চকু মেলিলে।
ইকান-সিকাণ সুমুৰ কাণ।
ভূঞাৰজাৰ কাণত পৰিবলৈ সৰহ দিন নালাগিল।
ৰজাই তৎমুহূৰ্তে দুকুৰি পাইক লগাই,
চাৰিখন তামোল খোৱাৰ পৰত,
পুখুৰী পোতাই পেলালে।
ওপৰতে ওখলৈ টিলা এটাও বন্ধালে।
এনে খাল-পুখুৰী ঠায়ে ঠায়ে আজিও
বাৰীয়ে-হাবিয়ে আছে বুলি লোকে কণাকণি কৰে।
কোনোবাই পুতিব নে?
নে আপোনা আপুনি পোত খাব?

## গাঁৱৰ মূৰৰ আম গছৰ বুৰঞ্জী

গাঁৱৰ মূৰৰ সৌ সাতপুৰুষীয়া আমজোপা।
সেই বিষয়ে বটেনিকেল কবিতা লিখিব খোজা নাই।
ৰবি ঠাকুৰে গছৰ বন্দনা ৰচনা কৰিছে, পঢ়িব পাৰা।
গছজোপাত বোলে কিবা কালিকা আছে।
কোনোবা ল'ৰাৰজাৰ দিনত এই গছৰ তলত
এগৰাকী বিধবা সতী গৈছিল।
মানুহে সেই গুণে সতীযোৰা গছ বুলিও কয়।
গছৰ গুৰিতে গৌৰীনাথ সিংহৰ দিনত বোলে কোনো এজন
শুকৰে তাত বাহৰ কৰি আছিল।
শনি-মংগলবাৰে আমাক সেইফালে যাবলৈ নিদিয়ে।
সেই গছৰ তলত ডেকা-গাভৰুৱে বিহু নামাৰে।
জেঠ-আহাৰত আম সৰি গেলি গ'লেও কেৱে নোচোৱে।

তাৰ ওচৰতো কণৰামে কঠীয়া নাপাৰে,
আহিন মাহত সৰিয়হ নিৰ্সিঁচে।
এবৈছা গাভৰু ছোৱালী এজনী টেঁটুত গামোচা লগাই
ডাল এটাত ওলমি আছিল;
দুদিনৰ পিছতে তাইক জোৰোণ পিন্ধোৱাৰ কথা।
এটা ডেকা ল'ৰা ডিঙিত পঘা লগাই
ডাল এটাৰ পৰা ওলমি আছিল,
কোনোবাই মাৰি তাত থ'লেহি নে সি নিজেই নিজক থ'লেহি?
দুদিনৰ আগতে সি আঠমণ্ডলা খাই আহিছিল মাত্ৰ।
দুখুনী বুঢীৰ একেটি চেঙেলীয়া পো,
মৰকীয়া সোমাই ভাত মোকোলায়।
আবেলি গছৰ ওচৰ পাওঁতেই গাটো জিকাৰ খাই জ্বৰ উঠিল।
চকুৰ পচাৰতে নিপোটল ডেকাটো মুচৰি পেলালে।
শেহ-নিশা খৰি-খেৰ দি অহা মানুহে দেখিলে—
বুঢীয়ে গছৰ তলত পকা আম বুটলি আছে,
সেযা বুঢী বুলি কিন্তু মানুহে বিশ্বাস কৰা নাই।
বেলি লহিয়ালে আমগছৰ ওচৰেদি কোনো নাযায়।
গছজোপাৰ কথা ওলালেই মানুহৰ মুখ শুকাই যায়।
যোৱা বিৰাশীৰ আন্দোলনত গছজোপাৰ গুৰিতে
কাষলতিত কিতাপ লৈ পঢ়াশালিৰ পৰা অহা
তিৰ্যহৰ জালি এটা
পুলিচৰ গুলিত বাগৰি পৰিল।
তেজে ছবি আঁকা পাঠ্যপুথি
এখন ৰাইজে ছহিদ মন্দিৰত সাঁচি থৈছে।
শ্বহিদৰ তেজ পৰি আমগছৰ নতুন পুলি এটা গজিব নোৱাৰেনে বাৰু?

অসমবাণী, ১০ অক্টোবৰ, ১৯৮৬

## এমাৰ্জেন্সী

ভাবিছিলোঁ দেশৰ দুখীয়াৰ মুখত
পিঠা-পনা পৰিব।

এতিয়া দেখোঁ —
মুখত মোখোৰা
পিঠিত ডোখোৰা
টেঁটুত টেপা
মনত চেপা
চকুত ধূলি
বুকুত গুলী।
হেঁপাই বাহুৰ পাৰ খালে
মুখেৰে চিঞৰিবও পৰা নাই।

## অসমীয়া

অকণমানি ঠাই দিযাচোন, মূৰটো সুমাওঁ —
এটা উট আহি তামীঘৰাৰ গিৰিহঁতক ক'লে।
গিৰিহঁতেও মৰম লাগি ক'লে — বাৰু।
মূৰটো, ডিঙিটো, পিঠিটো, কঁকাল, পেট,
আৰু লাহে লাহে নেগুৰডাল।
গিৰিহঁত চাওঁতে চাওঁতে জাৰৰ নিশা মুকলিলৈ
ওলাব লগা হ'ল।
উট অতিথিয়ে ভিতৰত আমাৰ কৰি ঘুমটি জুৰিলে।
এতিয়া তেওঁক কোনে তোলে?
তম্বুৰ ভিতৰৰ পৰা তেওঁ লাহেকৈ মাত দিয়ে —
দয়া, মানৱিকতা মানুহৰ ধৰ্ম।
আৰবৰ ফালৰ সাধু, কিন্তু তামীঘৰাৰ গৰাকীজন
অসমীয়া।

## পহুপোৱালিৰ প্ৰস্তাৱ

বাঘৰ স্বভাৱ নিন্দা কৰি
পহু পোৱালিয়ে লোৱা প্ৰস্তাৱৰ কপি
কোনোবাই চোৱেনে হাতেৰে?
কোনে আজি কাৰ কথা শুনে?
বন্দুক, তোমাৰ মাতে কাণ ফালি নিয়ে।
বুদ্ধিজীৱী, চতুৰ বেপাৰী, মাৰণাস্ত্ৰৰ ব্যৱসায়ী

কূট-ৰাজনীতিবিদ, বাতৰি-বাহক
সকলোৰে লগ লাগি টানি নিয়ে বুৰঞ্জীৰ ৰথ
বাঘৰ স্বভাৱ নিন্দা কৰি
পহু পোৱালিয়ে লোৱা প্ৰস্তাৱৰ কপি
কোনোবাই চোৱেনে হাতেৰে?

## এঙাৰ

ময়ো এক কবি, এক চিত্ৰকৰ,
মোৰ এঙাৰটুকুৰা মোৰ হাততে আছে।
বন্ধু এজনৰ ঘৰত আলহী।
তেওঁৰ ঘৰত কালি বছৰেকীয়া চূণতেল দি শেষ কৰিছে।
ৰিপেযাৰৰ গোন্ধ।
কোঠালি এটাত মই অসহ্য কবিতা পুথি এখন চাই আছোঁ।
বন্ধুৰ তিনিবছৰীয়া ছোৱালীটিয়ে, দুপৰীয়া এটুকুৰা এঙাৰেৰে,
সৰচতী হেন বেৰখনত সৰল, বক্ৰ, অষ্টাবক্ৰ, ৰেখা
নিৰ্ভয়ে সৃষ্টি কৰি আছে, নিৰ্জন দুপৰীয়া।
এনেতে ক'ৰবাৰ পৰা আহি, এই দৃশ্য দেখি,
খঙত একো নাই হৈ তেওঁ এঙাৰটুকুৰা কাঢ়ি ল'লে,
ছোৱালীক ডাবি-ধমকি দিলে।
তাই ভাত-পানী নাখাই, আবেলিলৈকে কান্দি কান্দি, শেষত শুলেগৈ।
টোপনিতো মাজে মাজে তাই উচুপি আছিল।

ময়ো এক কবি, এক চিত্ৰকৰ,
এটুকুৰা এঙাৰ মোৰ হাততো আছে।

## চকীদাৰৰ ঘৈণীয়েক

চকু দুটা বহল হৈ গ'ল, মুখখন মেল খালে।
এল-পি স্কুলৰ চকীদাৰৰ ঘৈণীয়েকৰ।
কোনোবা এগৰাকী ডাঙৰ মানুহে চহৰত বোলে ভাষণ দিব।
কেউফালে খবৰ দিলে, মাইক বজালে বাটে বাটে।
সভাত গোট খালে মানুহ মুঠতে তিনি শ'ৰ
সৰহভাগ আৰক্ষী আৰু চৰকাৰী বিষয়া।
ৰভা উদং।
আমাৰ চকীদাৰে সেইফালে মিজিং-মাজাগুকৈ আহোঁতে
ভুমুকি মাৰি চালে, কিবা হৈছে নেকি!
সভা ভাঙি ডাঙৰীয়াজন পালি-পহৰীয়া লৈ ওলাই আহিছে।
দুৱাৰমুখত চকীদাৰক দেখি, সভালৈ অহা মানুহ বুলি ভাবি,
কোনোবাই দিলে তাৰ হাতত গুজি, এখন কুৰিটকীয়া 'লোট'।

উৰি অহা পাপৰ ধন ঘৰ নোসোমোৱাই ভাল।
পোনছাটেই বজাৰ সোমাই চাৰি সিকি কম একুৰিত
শাল মাছ এটা কিনি,
তঙালৰ জৰীৰে ওলোমাই ঘৰ পালেহি। তলমূৰকৈ।
সেয়েহে চকীদাৰণীৰ চকু দুটা বহল, মুখৰ ফাট জিজ্ঞাসু।
চকীদাৰে ক'লে, ক'ব মাছ-পুঠি তোৰ দৰকাৰ নাই,
তই বন্ধা মানুহ বান্ধিবি।
চকীদাৰণীয়েও মাত লগালে, ও হয় বহুত দিনৰ মূৰত চকু মছুৱা হ'ব।
আজি মোমাটিৰ ল'ৰাটো টকী চাবলৈ আহি থাকিব।
জেঙৰ ভাত-কেৰেলা দুটাও ছিঙিবৰ হৈছে।
পিতায়ে দি পঠোৱা পুৰাকল দুটামানো খৰাহিত থাকিব পায়।
পিছে এটা কথা, টেকেলিত বা গধূলিৰ জোখাৰে
চাউল আছেনে নাই?
চাব লাগিব।

কাউৰী গ'ল। গধূলি হ'ল।
নিশা নিজম পৰি আহিল।

## বুৰঞ্জী

বুৰঞ্জীৰ সত্য আৰু তথ্য সৰহভাগেই পৃথিৱীৰ গৰ্ভত পোত গৈ আছে।

বিয়াল্লিছৰ আন্দোলন তেতিয়া।
এজন ডেকা পুলিচ বিষয়াক গাঁৱৰ ৰাইজে সন্দেহ কৰিলে।
তেওঁৰ মৃতদেহ,
শাওণমহীয়া আন্ধাৰ মাজনিশা,
তেওঁৰ নিজা পথাৰত হাতী তল যোৱা গাঁত খানি পুতিলে।
পৃথিৱী আৰু আন্ধাৰৰ বাহিৰে সাক্ষী নাছিল।
গোটেই কাহিনী মৌনতাই আৱৰি পেলালে।
চৰকাৰী অনুসন্ধানে শুং-সূত্ৰ উলিয়াব নোৱাৰিলে।
ব'হাগত বিয়া কৰাই আনিছিল, শাওণত বিধৱা।
বিধৱাই ধান দাইছে।
সেইডৰা মাটিতে পোত গৈ আছে
এটি ছহিদ।

বুৰঞ্জীৰ খোপাটোহে তুমি দেখিছা।
গা গোটেইটো মাটিত পোত গৈ আছে।
বেচেৰী বিধৱাই একোকে গম নাপায়।
দাৱনীৰ লগত টেঙা খাইছে, তামোল খাইছে,
অৰ্থহীন গল্প কৰিছে।
বুৰঞ্জীৰ সৰহভাগেই পৃথিৱীৰ গৰ্ভত পোত গৈ আছে।

## জুই

মহাকবি কালিদাসে কৈছিল —
মোৰ কাব্যত নিৰ্ভাজ সোণ কিমান আছে,
সন্ত-সমালোচকৰ জুয়ে তাক প্ৰমাণ কৰিব।
কেৱল চাহ ভাত খোৱাৰ কাৰণেই জুই নহয়,
মাঘ বিহুত হাত সেকিবলৈকো নহয়।
নাগৰিকৰ ঘৰে ঘৰে সমালোচনাৰ জুই জ্বলি থাকিলেহে-
ৰাইজৰ ৰাজত্ব থাকিব।
জুই নুমালেই গ'ল আৰু।

## অনিকেত

গংগাধৰ, তোমাৰ আকাশীগংগাৰ
বগা পদুমণি তেনেই লেৰেলি গ'ল।
ক'ৰবাত চুকে-কোণে এটি-দুটি আলু লুকাই আছে।
তুমি মানুহ, ধৰ্মধাৰী নহয়।
তুমি গাদীপাতি ক'তো বহিবলৈ নহ'ল,
বৃক্ষৰ শিপাৰ দৰে ক'তো বহিবলৈ নহ'ল।
ভাৰতবৰিষ ভ্ৰমণত সংগীসকলৰ ভৰি কাঠ মাৰিলে।
তুমি অনিকেত।
ধৰ্মৰ স্বাস্থ্য ঃ সম্প্ৰদায়ৰ ধ্বজা হ'লেই সি ব্যাধি হয়।
সেয়ে, গংগাধৰ, তোমাৰ আকাশীগংগাৰ
বগা পদুমণি তেনেই লেৰেলি গ'ল।
আজি মানুহ পক্ষাঘাতত পংগু।
গংগাধৰ আকৌ এবাধ যাঠি যেন কাপ-কাঠি
মহীচুঙাত তিয়াই ল'বা নেকি?
কিবা লাভ হ'বনে?
সংঘ? সংহতি?
খেল-মেল, তাল-খোল?

## ব্ৰহ্মীভূত

(লোক বিশ্বাসৰ আধাৰত)

সাপে ওৰ খোৱা দেখাটো অমগংগল বুলি বহুতে কয়।
ভুল ধাৰণা।
মৈথুনত অভিৰত ভুজংগযুগল সংগমকালত ব্ৰহ্মীভূত হয়।
তুমি সাৱধানে পাতল হাঁচতি এখন সিহঁতৰ ওপৰত পেলাই দিয়া।
সেইখন হাঁচতি ব্ৰহ্মৰ আচ্ছাদন, পৱিত্ৰ, স্বস্ত্যয়ন।
ভুজংগৰ সংগমদৃশ্য অতিশয় মংগলময়।

## নিমাতী

জাগ শুবা।
কাণ পাতি থাকিবা।
নিমাতীঘাটত খহনীয়া লাগিছে।
বুঢ়া ধুমুহাই উৰাই নিলে নামঘৰৰ মণিকূট, চালৰো এফাল।
বাৰীৰ তামোল দুজোপা কঁকালতে ভাগিল।
কঁঠালগছ উঘালিলে, কপৌফুল ৰ'ল।
নদায়ে ভগা জেওৰা বাটিছে —
জকাই লৈ জেতুকী বিলৰ ফালে গৈছে।
মিতিৰ আহিব।
ৰাইজে মেল পাতিছে। মৰিয়াহোলা গ'লেই।
নিমাতীঘাটত খহনীয়া লাগিছে।
নিঃপালি দি শুই থকা গাঁও বানে উটালে।
গড আলিত বৌ মাছ উটে।
জাগি শুবা।
কাণ পাতি থাকিবা।
খহনীয়া লাগিছে ।

## গোসাঁইৰ হাঁহি

গোসাঁয়ে তিনিটা হাঁহি মাৰিলে।
এটা হৰমোহনত। শিৱৰ আগত।
শিৱই যিখন বিহু দেখুৱালে।
এটা স্যমন্তহৰণত। প্ৰজাবিলাকে সত্ৰাজিতক
সূৰ্য বুলি ভুল কৰা দেখি।
এটা নৃসিংহৰ হাঁহি। প্ৰহ্লাদক কোলাত লৈ
ভকতীয়া মানুহলৈ তিৰস্কাৰ।
গোসাঁয়ে তিনিটা হাঁহি মাৰিলে।

## উৰি গ'ল ছাইহে, উৰি গ'ল ছাই : কছাৰী হেঁও

কবিতাৰ জুইকুৰা জ্বলাবৰ আয়োজন কৰা, ল'ৰাহঁত ঔ,
ল'ৰাহঁত ঔ।
আজি তিনিকুৰি দহ বছৰৰ ওপৰ হ'ল।
থ্ৰি স্ক'ৰ ইয়েৰ্ছ এণ্ড টেন
প্ৰভাসৰ তীৰত তাহানিতে
কৃপাবৰে অসমীয়া কবিতাৰ মুখাগ্নি কৰিছিল
মহাত্মাই বিলাতী কাপোৰ পোৰাৰ ভালেমান দিন আগতে।
এতিয়াও অতি পলম হোৱা নাই। সময় আছে।
সদৌ অসম ভিত্তিত এই পদ্যমেধ যজ্ঞৰ উৎসৱ।
অসমৰ কোনোবা এঠাইত আয়োজন কৰিবৰ হ'ল।
পোৰা তুলাপাতৰ ছাই উৰি গৈছে যদি
আকৌ ক'ৰবাত কিবা গজালি মেলে।
মোৰ কবিতা নাই, প্ৰবন্ধহে।
সেই উছৱত পুৰিবলৈ হ'লে সাঁচি ধন দি কিনিব লাগিব।
মাঘ বিহু পাৰ হৈ গ'ল, দিনবাৰ এটা চাই,
উৰাবলৈ তুলাপাতৰ ছাই —
কবিতাৰ জুইকুৰা জ্বলাবৰ আয়োজন কৰা, ল'ৰাহঁত ঔ,
ল'ৰাহঁত ঔ।

## ফ্ৰাইডে

মই চকুৰে মনিব পৰালৈকে সি জাহাজলৈ চাই আছিল।
ফ্ৰাইডেটোলৈ বেয়া লাগিছে —
মহাসাগৰৰ মাজৰ মাজুলীত তাক অকলে এৰি।
তেনেকুৱা আলধৰা এটা আৰু ক'ত পাম?
পাপে-নোচোৱা সৰল মন এটা।
এই ভব্যতাৰ মাজত সি দুদিনতে লেবেলি গ'লহেঁতেন।
এতিয়া ভাল ভদ্ৰ মানুহৰ পৰা আঁতৰত আছে।
ভালে থাওক।

## মেদিনী পৰিক্ৰমা

সমুদ্ৰমেঘনা মেদিনীখন এবাৰ পৰিক্ৰমা কৰোঁ -
এইবুলি এখন জাহাজ কিনিলো।
দুখৰ কথা, কোনো বন্দৰতে লংগৰ পেলাব নোৱাৰিলোঁ।
ক'ৰবতা আগ্নেয়গিৰিৰ বিস্ফোৰণ;

কোনো এটা বন্দৰৰ কাষৰ চহৰত জুই লাগিছে;
কোনো অঞ্চলত ভায়ে ভায়ে মৰামৰি কটাকটি,
তাত সোমাবলৈকো ভয়।
এটাত বিদেশী মানুহ সোমাবলৈ মানা।
এইদৰে পৃথিৱীৰ বন্দৰবোৰৰ কাষ চাপি ক'তো সোমাব নোৱাৰিলোঁ।
কোনো বন্দৰতে মোৰ মিতিৰ নোলাল।

## ঘৰ এটা নাই

মানুহৰ নিজা বুলিবলৈ ঘৰ এটা নাই।
দেৱতা আৰু অসুৰৰ একোটাকৈ আছে।
দেৱতাৰ ঘৰত সংখ্যা তাকৰীয়া, অসুৰৰ আৱাসত অজস্ৰ।

কিছুমান অসুৰে দেৱতাৰ ঘৰটোত এভুমুকি মাৰি আহে।
দেৱতা কেতবোৰেও অসুৰৰ ঘৰৰ লগত আয়াযাত কৰে।

অসুৰ সদায় নিজৰ ঘৰতেই থাকে, দেৱতাও থাকে নিজৰ নিবাসতে।
মানুহৰ নিজাপী ঘৰ নাই।
ইঘৰৰ পৰা সিঘৰলৈ অহা-যোৱা কৰি থাকে।
দেৱতাৰ ঘৰত সদায়েই বাস কৰাবিলাক দেৱতাই।
মানুহৰ সৰহভাগ কিন্তু অসুৰৰ ঘৰতে থাকে।
মানুহে হঠাৎ দেৱতাৰ ঘৰত এভুমুকি মাৰে।
বিহুৰে-সংক্ৰান্তিয়েহে দেৱতাৰ ঘৰলৈ ভুমুকি মৰাবোৰক মানুহ বুলি কয়।
মানুহৰ নিজাপী ঘৰ নাই।
ইঘৰৰ পৰা সিঘৰলৈ অহা-যোৱা কৰি থাকে।

## যথা তৰোৰ্মুল

চোতালৰ আগৰ ঢাপৰ কাষৰ গছৰ পাতত

উৰুকাৰ দিনা ৰাগদিয়াত বিহু চাওঁ বুলি
জল দেও নামি আহিল।
আহিয়েই এজাক বৰষিলে।
বিহু এৰি দেও এতিয়া নোযোৱাই হ'ল,
নাচনীৰ মোহনী লাগিল।
পুবা-গধূলি বৰষি আছে।
চকুৰ আগৰ গছৰ গাৰ মলিৰ টাটৰি
পানী পৰি উঠি গ'ল,
মোৰ মনটো সৰ্বৌষধিয়ে ধুৱালে।
পোনতে গছৰ ডাল-পাতত পানী পৰিলেও
শেহান্তৰত গুৰিলৈকে বাগৰে।
কিশলয়ৰ ৰাগ কৰিয়েও জীয়ৰীৰ কাৰণে
ধাৰলৈ নিয়ে।

## গাঁৱৰ আমৈয়ে ক'লে

পাঁচ দিনৰ মূৰত তেওঁ বতৰে চকু মেলিছে, বোপাই।
আৰৈ চাউল গাল ৰ'দত মেলি দিওঁ,
পিঠাগুড়ি ঘৰমূৰি দিব লাগিব।
নামৰ পকামিঠৈ।
পৰহিলৈ পূৰ্ণিমাত ন নামঘৰ ল'ব।
আগৰ নামঘৰ পোৱা আজি দুবছৰ হ'ল।
শুদা ভেটিটোত আধাপোৰা খুঁটাবোৰ
অমংগলীয়া অমংগলীয়া।
এতিয়া কোনোমতে তিনিচলীয়া খেৰৰ নামঘৰ হ'ল।
ৰাইজৰ নামঘৰ ৰাইজে ৰাখিব।
গোসাঁই ৰাখিবলৈ নাহে।
অৱতাৰ ধৰি গৰাকীৰ ভাগৰ লাগিছে।
মানুহে তেওঁৰ চকুলৈ চাই থাকিলেই নহ'ব।
গোসাঁই মৰিল বুলি খেতোৱে কয়;
পিছে গোসাঁই ক'ত মৰিব?
জুলুকা মাৰি সোমাই থাকে, ভমক কৰে ওলায়,
মানুহে গমকে নাপায়।
আমি তিৰীমতিয়ে ইয়াকেহে বুজোঁ, বোপাই।

## ভীম, ভীমটোকা

আজি ভীম নাই,
আছে ভীমটোকা —
ভীমটোকা আছে, ভীম নাই,
আছে আৰু বন্দী, কোটি কোটি, অৱৰুদ্ধ।

ঢুলীয়াৰ ঢোলত বাজে বলিকটা ছেও।
নগৰখনে গম পালে।
বলিকটীয়াই তেজখাঁতী দা লৈ নাচি আছে।
ঘণ্টা বাজে, শংখ বাজে, বাজে ডবা-কাঁহ।
হাজাৰ হাজাৰ বন্দীৰ গ্ৰীৱা আগবাঢ়ি আছে।
শেষবাৰলৈ ঘৰৰ সপোন দেখিছে, গাঁৱৰ সপোন দেখিছে,
পৰিয়ালৰ সপোন দেখিছে।
বাৰ বছৰ পোতাশালত,
এতিয়া বলিশালত।

অকস্মাৎ উপস্থিত বায়ুনন্দন বৃকোদৰ!
বলি কৰিলে পণ্ড!
স্কন্ধহীন জৰাসন্ধ।
বন্দীশালৰ কপাট মুক্ত -
আজি ভীম নাই, ভীমটোকা আছে,
আছে আৰু বন্দী, কোটি কোটি, অৱৰুদ্ধ।

## হস্তিনাৰ ৰাজপথত মহিলাৰ মেল

ঘৰখনৰ কাম-বন পেলাই থৈ বাইদেউ
লৰাঢপৰা কৰি মিছাতে ৰাজবাটলৈ ওলাই আহিলোঁ।
সেইখন যে গ'ল, সেয়া দুঃশাসনৰ গাড়ী হে।
ভাবিছিলোঁ গোসাঁইৰ ৰথ আহিছে।
সিদিনা আহোঁতেও দেখিবলৈ নাপালোঁ,
ভাবিলোঁ আজিয়েই চকু ভৰাই চাই লওঁ।
শিছে, হতশ্ৰীহোৱাৰ দলটোহে ক'ৰবাত মৰিবলৈ গৈছে।
এইকালে যাদৱ আৰু দুনাই নাহিব বোলে।
কুন্তী আইগৰাকীলৈহে বৰ দুখ লাগে সেও।
ল'ৰাহঁত আৰু পাঞ্চালী বোৱাৰী বনে বনে তেৰ বছৰ
ঘূৰি ঘূৰি ওলাইছেহি বুলি শুনিছোঁ।
মাকে এতিয়াও চকুৰে পো-বোৱাৰীক দেখা নাই।
সুভদ্ৰা বোৱাৰীজনীও সঁচাকৈয়ে অভদ্ৰা,
শাহুৱেকগৰাকীৰ নো বিদুৰৰ ঘৰত এবাৰ খবৰ এটা আহি
ল'ব নাপায়নে?
মাকৰ ঘৰত সাগৰৰ মাজত যি সোমাল, সোমাল
লোকৰ খবৰেই নাই'।
অভিমন্যু ল'ৰাটো বোলে বৰ মৰম লগা আৰু গুণী হৈছে
দেই।
নহ'বইনো বা কিয়?
অৰ্জুনৰ পুত্ৰ, কৃষ্ণৰ ভাগিন।
উত্তৰাও বোৱাৰীৰ লগৰ বোৱাৰী, কালৱতী, কান্তিমতী।
ঘুনক-ঘানাককৈ শুনিছোঁ বাইদেউ,
এইবাৰ বোলে যুদ্ধ এখন ভালকৈয়ে লাগিব
পৃথিৱীত বা কেইটা প্ৰাণী জীয়াই থাকেগৈ?
ধন পালে মুনিও মৌন হয়, সাধুৱেও মুখেৰে নামাতে।
পুৰুষ অৰ্থৰ দাস।
বিধাতাই বধিব খুজিলে,
আগতেই মানুহৰ কাণখনো কলা কৰি দিয়ে,
চকু দিয়ে আন্ধাৰেৰে ঢাকি।
আমি আখলৰ তিৰোতাইনো বাৰু ৰাজভগনৰ কথা কি
বুজিম?
কালৰ গতি অতি গহন।
বাপুসকলেও ঢুকি নাপায়।

## কয়াধু

দুৰ্ভাগ্য বুলিম নে সৌভাগ্যকে বুলিম, ঠাৱৰাব মই
নোৱাৰিম।
হিমালয়ৰ গভীৰ অৰণ্যত স্বামীয়ে তেতিয়া তপস্যা কৰি
আছিল।
ৰাজকাৰ্য ময়ে চলাইছিলোঁ।

ঈৰ্ষাৰ লগৰীয়া হিংসা। ঈৰ্ষাপৰায়ণ ইন্দ্ৰই স্বামীৰ তীব্ৰ তপস্যাৰ কথা
গম পাই, আমাৰ ৰাজ্য লুৰিবলৈ আহিল।
তিৰোতাৰ অলপীয়া সৈন্য দেৱতাৰ হাতত পৰাজিত হোৱা স্বাভাৱিক।
বিজেতাই বিজিতক ধৰ্মমতে দিব লগা সুবিধা নিদিলেই।
গাঁও-নগৰ পুৰি ছন্ন কৰিলে।
অগণন অহিংস প্ৰজাক নিৰ্মমভাৱে বধিলে।
অৱশেষত মোকো চুলিত ধৰি চোঁচোৰাই নিছিলেই -
কিন্তু অকস্মাৎ দেৱৰ্ষি আহি ওলালত,
লাজ পাই এৰি দিলে।
পিতৃৰ সমান দয়ালু দেৱৰ্ষিয়ে তেওঁৰ আশ্ৰমলৈ মোক লৈ গ'ল।
তেতিয়া প্ৰহ্লাদ মোৰ গৰ্ভত ।
পিতৃ মুনিয়ে পুৱা-গধূলি মোৰ আগত তেতিয়া পৰম জ্ঞানৰ কথা কয়।
সূতাই মণিধাৰ গাঁথাৰ দৰেই ব্ৰহ্মাই সকলোকে গাঁথি থৈছে।
জড় চেতন সকলো সমান।
তেওঁ সকলোতে ব্যাপি আছে। ধৰ্ম এয়েই। আৰু নাই।
তপস্যাৰ অন্তত স্বামীয়ে পুনৰ পুত্ৰসহ মোক ৰাজ্যলৈ নিলে।
দেৱতাৰ অত্যাচাৰৰ প্ৰতি তেওঁৰ অসীম ঘৃণা।
দেৱতাৰ বিৰুদ্ধেই তেওঁৰ অভিযান,
ঈশ্বৰৰ নামত তেওঁ জুইতো খৰি নিদিয়ে।
এই অসুৰৰ প্ৰাসাদতে প্ৰহ্লাদ ডাঙৰ-দীঘল হ'ল।
পিতা দেৱদ্ৰোহী ৰাক্ষস, পুত্ৰ পৰম ভাগৱত।
দেৱৰ্ষিৰ মহাবাক্য সংসাৰত সোমাই এতিয়ালৈ মই পাহৰিলোঁ,
গৰ্ভস্থ সন্তানৰ মনত কথাবোৰ শিলৰ ৰেখা হৈ ৰৈ গ'ল।
যণ্ডামৰ্কৰ শিক্ষা নাৰদৰ দীক্ষাৰ আগত শক্তিহীন।
দুৰ্ভাগ্য নে সৌভাগ্য বুলিম, ঠাৱৰাব মই নোৱাৰিম।

## বিপ্ৰপত্নী

ঘৰৰ চালেৰে চৰগ দেখি, মজিয়া পানীত বুৰে;
এইবোৰলৈ তোমাৰ জানো কেতিয়াবা চকু ঘূৰে?
মই বুজোঁ, তুমি সদায় কিবা ডাঙৰ কথা ভাবা;
চিন্তা জানো কৰিব নালাগে কেনেকৈ এমুঠি খাবা?
পুৱা-গধূলি আধাপেটীয়া হাড়ছাল ল'ৰাৰ গাত,
চৰুৰ তললৈ জাল নাযায়, মজিয়াত নপৰে পাত।
গামোচা-কাপোৰ জপাত নাই, ঢাকিবলৈ গাৰ লাজ,
তোমাৰ ফটা চেলেঙকে লৈ কেতিয়াবা ওলাওঁ বাজ।
দুখীয়া-নিচলা অকিঞ্চন ৰাজধানীলৈ বুলি যায়,
কিবা নহয় কিবা সহায় সকলোৱেইচোন পায়।
বুকুৰ বান্ধৈ সহপাঠীৰ কথা সদায়েইচোন কোৱা,
এওঁকে এবাৰ লগ পোৱাকৈ দ্বাৰকালৈকে যোৱা।
ৰজাৰ ঘৰত টোকোনা মানুহ চিনিও নাপাব পাৰে।
তথাপিও তুমি গৈ আহাঁচোন অহাটো দেওবাৰে।
পানী গামোচাতে ভজা চাউলৰ এমুঠি বান্ধি লৈ,
বন্ধুক যদি লগ পোৱা হাততে দিবা গৈ।
শুদা হাতে যাব নাপায়, দিব লাগে কিবা এটি,
ভিকহু আমাৰ আছে কিটো, বাঁহপাতেই ভেটি।
ৰজা খৰিভাৰী সকলোকে তেওঁ সমান চকুৰে চায়,
আন নহ'লেও সতীৰ্থ দেখি মানুহে ৰং পায়।

## কংসৰ সভাত

ওঁঠ চেপিলে পিয়াহ ওলায়,
এনেকুৱা ল'ৰাক বাৰু মতগজ মল্লৰ লগত
যুঁজিবলৈ দিব লাগে নে?
ৰজাৰ অন্যায় কাম সমগ্ৰ ৰাইজে কিয় কৰে সমৰ্থন?
অসত্য অন্যায়ৰ প্ৰতিবাদ কৰি যদি মাতকে নামাতে,
কিয় ল'লে পুৰুষ জনম?
সভাত থাকিও নামাতিলে
কাপুৰুষালি পাপে পায়।
কিঞ্চিৎ নহয়, সম্পূৰ্ণ।
তিৰোতাৰ চিতে কিন্তু এনে অধৰ্মী কথা
কোনোমতে সহিব নোৱাৰে।
এনেকুৱা ল'ৰাক বাৰু মতগজ মল্লৰ লগত
যুঁজিবলৈ দিব লাগে নে?

## আন্ধাৰ পোহৰ

জ্বলে নুমে নুমে জ্বলে।
এনে অতপালিত মৰা মানুহৰো খং উঠিব।
কিমান সহি থাকিবা?
ভাতমুঠি মুখৰ আগলৈ তুলি ল'বা -
হ'ল আন্ধাৰ।
কীৰ্তন পুথিখন মেলি শ্ৰীকৃষ্ণায় বুলিবা,
নুমান চাকি।
ল'ৰা-ছোৱালীয়ে গধুলি কিতাপখন মেলি লৈছেহি -
অন্ধকাৰ, চিঞৰ-বাখৰ।
যেন সুদীৰ্ঘ সুৰংগৰ মাজেদি ৰে'লগাড়ী গৈছে।
এয়া পৃথিবীৰ বুৰঞ্জীত আন্ধাৰ-পোহৰৰ খেলাৰ ৰূপক।
বিধাতাক যদি লগ পাওঁ, এটা মাথোন বৰ ল'ম।
পোহৰৰ ধাৰা যেন কোনো দিনে নিছিগে।

## পংকমগ্ন পণ্ডিত

সত্যবৰা লেনেদি আহি
ভোলানাথ দাসৰ ঘৰৰ আগ পাইছোঁহি।
যোৰপুখুৰীৰ মাজেদি যোৱা বাটত
মন কৰিছোঁ, দুই পণ্ডিত হতাহতি দবৰাদবৰি
ঘুচিয়াঘুচি কৰি দুয়োটা হামখুৰি খাই
পুখুৰীত
পৰিল।
সিফালৰ পৰা হাজৰিকাই চিঞৰিছে,
শৰ্মা, ইহঁত মৰে এতিয়া।
মই ক'লোঁ, হাজৰিকা আপুনি থৰকবৰককৈ
আহিব নালাগে, ঘৰলৈ যাওক।
বোকা-পানী খাই ইহঁতৰ নিচা কমিব।
সৌ সূৰ্য মাষ্টৰ আহিব,
ইহঁতক তুলিবহি।
মই আহি উজীৰৰ ঘৰ পালোঁহি।
সূৰ্য মাষ্টৰে সিহঁতক তুলি আনি কৈছে
তহঁত মস্ত।
মই ঘূৰি চাই দেখিলোঁ সিহঁত মাজ বাটতে
বহি আছে
ভগ্ন ভগদত্ত।

## ভূমিচম্পা

মাঘ বিহুৰ দিনাই জেঠায়ে ন বোৱাৰীক আমাৰ ঘৰলৈ লৈ আহিছে।
গাড়ীৰ পৰা তেওঁলোক নমা দেখিয়েই মই ওলাই গ'লোঁ।
চোতালত চাৰিটামান ভূমিচম্পা ফুলি আছিল।
জেঠায়ে বোৱাৰীয়েকক ফুলকেইটা প্ৰদক্ষিণ কৰাই সেৱা কৰালে।
মোক ক'লে — বাপুকণ, ভূমিচম্পা অলৌকক বস্তু,
ডাল-পাত নোহোৱাকৈয়ে ফুল ফুলিছে।
মই ক'লো, জেঠাই আমাৰ উদ্ভিদ বিজ্ঞানত এইটো অলৌকিক বুলি কোৱা নাই।
জেঠাইয়ে মাত লগালে - বাপু, তোৰ কিতাপেনো কিমানখিনি জানে।
কাৰণ নোহোৱাকৈ কাৰ্য হয়, কাৰ্য-কাৰণো একেটা হয়
এইবোৰ কথা তহঁতে কি বুজিবি?
জেঠাইজনী জানো কেতিয়াৰ পৰা দাৰ্শনিক হ'ল ।

## একে কোবেই

কোনো কামত হাত নিদিয়াকৈয়ে একে কোবেই মই কবি হ'বলৈ গ'লোঁ,
হিমালয় সদৃশ ভুল কৰি পেলালোঁ।
মোৰ জীৱনত অমোচন পাতক সিজিবলৈ পালে।
কিহে মোক এনে কাম কৰালে মই নিজেও একো নাজানো।
কিহবাই কৰোৱা কথাটো সহজে মই বিশ্বাস নকৰোঁ -
কিন্তু এতিয়া তাকো বিশ্বাস কৰিব লগা হৈছে।

কোনো কামত হাত নিদিয়াকৈয়ে একে কোবেই মই কবি হ'বলৈ গ'লোঁ,
হিমালয় সদৃশ ভুল কৰি পেলালোঁ।
জয়েজয়ে মই হালোৱা, পথৰুৱা, হজুৱা, বনুৱা এনেকুৱা কিবা এটা
হ'ব লাগিছিল। হৈ ল'ব লাগিছিল -
কমাৰ, কুমাৰ, কঁহাৰ, চমাৰ কিবা এটা।
সেইবোৰ একো নকৰি পোনে পোনেই কবি হ'বলৈ ঢাপলি মেলিলোঁ।
এই পাপৰ পৰাচিত নাই।
নামঘৰৰ দুৱাৰমুখত থিয় দি একেলৰেই মই থাপনাৰ ওচৰ পালোঁগৈ।
মোৰ ভুলটো তোমালোকে কিন্তু নকৰিবা।
মই হিমালয় সদৃশ ভুল এটা কৰি পেলালোঁ।
কোনো কামত হাত নিদিয়াকৈযে একে কোবেই মই কবি হ'বলৈ গ'লোঁ,
কিহে মোক এনে কাম কৰালে মই নিজেও একো নাজানো।

অসংকলিত কবিতা শিতানত অনুতাপ কবিতা দ্রঃ

## নৱজাতক

মাহৰ উত্তম ভাদ মাহ, নতুন মানুহৰ জন্ম মাহ।
হাতত ধৰাধৰিকৈ এই ঘোৰ বৰষুণ, এই তমোময় ৰ'দ।
পেনপেনীয়া বৰষুণজাক আবেলিলৈকে এৰিব নাজানে।
দহি কচুৰ পাত, টকৌ পাত, ভঙা জাপি মূৰত লৈ —
কথা পাতি পাতি বুঢ়ীআইহঁত নামঘৰলৈ আগবাঢ়িছে।
ৰাতি ৰাইজে নাট গাব।
গুৰুৰ নিৰ্মালি পোৱা গোপাল আতাৰ অংকীয়া নাট।
য়ায়, এই য়ায়, বন্দীশালৰ ঘাই দুৱাৰ নিজে নিজেই মুকলি হৈ যায় —
মাজনিশা এতিয়া পালী-পহৰীয়াৰ মৰটোপনি।
ভয় খাই, বলুকা পেলাই, দোকোলটকা কালিন্দীয়ে বাট এৰি দিয়ে।
শিশু কালিকা লগা, শিলত থেকেচিও মাৰিব নোৱাৰি,
ঠেৰেঙা লাগিও চকু মেলি টলটলকৈ চায়।

মোমায়েকৰ টোপনি নাই, বেয়া বেয়া সমাজিকবোৰ দেখে।
মাহৰ উত্তম ভাদ মাহ, নতুন মানুহৰ জন্ম মাহ।
হাল-কোৰ, খোল-তাল, মাহ-চাউল-মিঠৈ, নাঙল ধোৱা পিঠা।
কচু শাক, কলডিল, বাৰীত লগা জালুকৰ টোপোলা
পোৱাতীৰ ঘৰত কেঁচুৱা চাবলৈ গাঁও-চুবুৰীয়াৰ ভিৰ।
কাক ৰাখে, কাক মাৰে একো এতিয়া ক'ব নোৱাৰি —
শিশু কালিকা লগা, ঠেৰেঙা লাগিও চকু মেলি টলটলকৈ চায়।

## ৰামৰাজ্য

ৰামৰাজ্যত কোনেও একো অভিযোগ নকৰে।
কাৰো একো অভাৱ নাই।
পুৱাৰ পৰা দুপৰলৈকে বহি আছে ৰাজসভাত
ৰামচন্দ্ৰ আৰু সভাসদসকল।
বহি বহি আমনি লাগিছে। একো কাম নাই।
বাটত কিন্তু এটা কুকুৰে দুই দণ্ডকমান ৰাউচি জুৰি আছে।
প্ৰহৰীয়ে ক'লেহি, কুকুৰ ৰজাৰ আগলৈ আহিব খোজে।
ৰজাৰ অনুমতি পাই কুকুৰে সাষ্টাংগে প্ৰণাম কৰিলে।
সি ক'লে, এই চুবুৰীৰ এক বামুণে টঙনিয়াই তাৰ কঁকাল ভাঙিছে।
ন্যায় বিচাৰ লাগে।
বামুণক বিচাৰি অনা হ'ল।
প্ৰণাম জনাই বামুণে ক'লে, মই তোক টঙনিয়ালো সঁচা।
ৰামৰাজ্যত তিনি দিন মোৰ ল'ৰা-তিৰোতা লঘোণে আছিল।
পুৱা ভিক্ষা কৰিবলৈ আহোঁতে কুকুৰে বাটত পথালি দি থাকে।
সেয়ে এনে দণ্ড।
হয়, ভ্ৰমণত বাধা জন্মোৱাত তাক খং উঠি টঙনিয়ালো,
স্বীকাৰ কৰিছোঁ।
ৰজাই যি দণ্ডকে দিয়ে —
মই মূৰ পাতি ল'ম।
সভাসদসকলে এক মুখে ক'লে, বামুণৰ গাত জগৰ নাই,
কুকুৰক প্ৰহাৰ কৰাৰ প্ৰয়োজন হৈছিল।
সভা বহ পৰ নিস্তব্ধ।
কুকুৰে কাকুতি কৰিলে, প্ৰভুসকল, আইনৰ চকুত সকলো জীৱেই সমান;

জাত চাই বিচাৰ নকৰিব —
এই প্ৰাৰ্থনা।
এই বামুণক কালাঞ্জৰ পৰ্বতত থকা আশ্ৰমত কুলপতিৰ পদত নিযুক্ত কৰক।
সভা আকৌ নিস্তব্ধ।
কুকুৰে দেখোন বামুণক প্ৰশংসাহে কৰিলে!
সভাসদসকল পেপুৱা লগা যেন দেখি কুকুৰে আকৌ ক'লে —
আগৰ জনমত মই কালাঞ্জৰ আশ্ৰমত কুলপতি আছিলোঁ,
তাৰ ফলত কুকুৰযোনি প্ৰাপ্তি,
আৰু এই দশা।
বামুণৰো এনে অভিজ্ঞতাৰ আৱশ্যক। এয়ে মোৰ কামনা।
সকলোৱে মৌন হৈ সন্মতি দিলে।
আচলতে ৰামৰাজ্যতো ভোকৰ মাৰ, টাঙোনৰ মাৰ দুয়োটাই আছে।

## ক্লাছিকেল

আপোন মানুহ এঘৰৰ বিয়াৰ জোৰণলৈ ৰাতিপুৱাই ঘৰৰ সকলোটি প্ৰাণী গ'ল।
ঘৰত অকলে মই, আৰু নকৈ অহা লগুৱা ল'ৰাটোহে আছোঁ।
আঠ বাজি আধাঘণ্টামান যোৱাৰ পিছত গোলাঘাটৰ পৰা তিনিজন বন্ধু হঠাৎ ওলালহি।
তেওঁবিলাক এতিয়া চাহ খাইয়েই ওলাই যাব, নিজৰ নিজৰ লেঠা মাৰি
ডেৰমান বজাত ভাত খাই, জিৰণি লৈ, ঘৰলৈ উভতিব।
যথাসময়ত আমি চাৰিও কথা-বাৰ্তা পাতি থাকি ভাতৰ মেজত বহিলোঁহঁক।
খোৱা প্ৰায় শেষ হোৱাত এজন বন্ধুৱে ক'লে, কুঢ়ি মাচৰ আঞ্জাখন অতি চমৎকাৰ হৈছেহে,
তুমি কপালী মানুহ দেও, বঢ়িয়া ৰান্ধনি ল'ৰাটো পাইছা।
মই ক'লোঁ, দস্তু আজি ভাত-আঞ্জা সকলো মইহে ৰান্ধিছোঁ। ই একেবাৰে নতুন ল'ৰা।
মই কেতিয়াবা মাছ ৰান্ধিব লগা হ'লে আনৰ দৰে মাছ আগতে তেলত ভাজি নলওঁ।
মাছ-পাছলি মিহলাই সৰহীয়াকৈ তেল দি ভাজি পেলাওঁ,
তেতিয়াহে তপত পানী তাত ঢালোঁ।
অলপ সৰহকৈ সিজাই নমাই থওঁ। সেই কাৰণেহে তুমি আঞ্জাখন ইমান সোৱাদ পাইছা।
বন্ধুজনে মাত লগালে, ৰান্ধখোৱা, তোমাৰ আঞ্জা সোৱাদ হ'ব পাৰে,
পিছে তুমি নিয়ম লংঘন কৰিছা,
ৰন্ধাৰ প্ৰচলিত নিয়ম ভাঙি তুমি অপৰাধী হৈছা।
তেতিয়া আন এজন বন্ধুৱে মাত লগালে,
তেওঁ কৈ নিদিয়াহেঁতেন তুমিতো একো গম নোপোৱা।
তুমি টকালি পাৰি আঞ্জা খাই এওঁক দোষ দিয়া কিয়?
আন দুজন বন্ধুৱে মোক সমৰ্থন কৰিলে আৰু দস্তুই কৰিলে প্ৰতিবাদ।
কোনো এটা কাম সুন্দৰ হোৱাটোহে প্ৰধান কাম, নিৰ্মাণ প্ৰণালী নহয়।

## একোৰসঃ

দুবছৰীয়া আনজনৰ পাঁচোটা ল'ৰা,
মতগজ, খাৰৈয়া।
একেলগে একেখন মজিয়াতে খাবলৈ বহে।

ঔ-টেঙা দিয়া মগুমাহৰ আঞ্জা নাপালে এটাৰ বেজাৰ।
মাছে নগৰকা পাছলিৰে এটাৰ পেটলৈ ভাত নাযায়।
কেৰেলাপাত পিঠাগুড়ি পাতত দিয়া অকণমানি নহ'লে
এজনৰ শুদা ভাত খোৱা যেন লাগে।
চতুৰ্থ পুত্ৰই কিবা এটা জালুকীয়া নেদেখিলেই
দুগৰাহ মাৰি উঠি আহে।
সৰুটো বংশধৰে চৰাই বা পছুৰ মঙহ দাঁতত নলগালে
কাঁহীত পানী ঢালে।

মাকৰ মনত অশান্তি।
সদায় সকলোকে সকলো বস্তু কেনেকৈ দিয়ে?
বোপাইহঁত, সোৱাদ আচলতে এটাহে,
জিভাইহে বেলেগ বেলেগ যেন পায়।
পিতাৰাই এই কথা মাজে মাজে কয়।

তহঁতে এইদৰে শোকপানী টুকি খোৱা স্বভাৱটো
এৰি দে, বোপাইহঁত।
বুঢীৰ কথা সিহঁতৰ বুজিবৰ নৌ হয়।

## নিযুক্তি

**(বিশ্বভাৰতী প্ৰকাশিত 'বৈদক দেৱতা' গ্ৰন্থৰ কাহিনী এটিৰ অৱলম্বনত)**

সৰস্বতী দেৱী ত্ৰিদিব বাসিনী, অলৌকিক গুণৱতী।
বেদ, বেদান্তৰ অধিকাৰীতো তেওঁ আছিলেই,
তদুপৰি ত্ৰৈলোক্যতেই তেওঁ আছিল সংগীত কলাৰ অদ্বিতীয়া।
এদিন দেৱতাৰ প্ৰতিনিধিৰ দল এটা তেওঁৰ ওচৰত উপস্থিত হৈ ক'লেহি -
আপুনি অনুগ্ৰহ কৰি বিপদ এটাৰ পৰা আমাক উদ্ধাৰ কৰিব লাগে -
আপোনাৰ নৃত্য-গীত শুনি বোলে দেৱতা, অসুৰ, মানুহ সকলোৱেই
সকলো পাহৰি মুগ্ধ হৈ যায়।
আজি ভালেমান দিন হ'ল অসুৰহঁতে সাগৰ মন্থনত উদ্ভৱ হোৱা
অমৃত পাত্ৰ অতি যতনেৰে ৰক্ষা কৰি থৈছে।
দেৱতাসকলে সেই পাত্ৰত আজিও হাত দিব পৰা নাই।
আপোনাৰ কলা প্ৰদৰ্শনে
সিহঁতক মন্ত্ৰমুগ্ধ কৰি খন্তেকৰ কাৰণেও
সুমাই থ'ব পাৰিলে,
অমৃতৰ পাত্ৰ উদ্ধাৰ কৰিবৰ আশা আছে।
দেৱী সৰস্বতীৰ অনুগ্ৰহতে
দেৱতাসকলে অসুৰৰ হাতৰ অমৃত ভাণ্ড উদ্ধাৰ কৰিলে।
তেতিয়াৰে পৰা সৰস্বতী দেৱীয়ে দেৱতাৰ সেৱাত নিযুক্তি পালে।
কিছুমান দিনৰ আগতে বন্ধু এজনে ক'লে বোলে
অসাধাৰণ যেন লগা আদহীয়া মহিলা এগৰাকীক
জনতা ভৱনত সোমাব খোজোঁতে আৰক্ষীয়ে খেদি পঠিয়ালে।
মোৰ বন্ধুৱে ক'লে যে দেখাত অতি সাধাৰণ হ'লেও তেওঁক অসাধাৰণ যেন লাগিল।
তেওঁ কোন হ'ব পাৰে মই চিন্তা কৰি আছোঁ।

## আকৌ এবাৰ

গংগাধৰ, তুমি আকৌ এবাৰ আহিব লাগিছিল।
তুমি এইটো যুগতহে থাকিব লাগিছিল।
মাটি, পানী, বায়ু, আকাশ কলুষিত হৈছে -
চ'ৰাঘৰ, মাৰলঘৰ, কাৰ্যালয়-ৰাজ্যালয়,
পাঠশালা, মন্ত্ৰশালা, বণিকশালা,
আটাইবোৰ প্ৰদূষণে ভেজি পেলালে।
জাহ্নবীৰ পুণ্য প্ৰবাহ জনসমাজে বিচাৰিছে।
দেহ মলিন, উশাহ বন্ধ হ'বৰ উপক্ৰম।
এবাৰ আকৌ নাহিবানে বাৰু?

## ধনে-খোৱা

কেতিয়াবা ধনৰ আৰ্জনৰ আৰু ভগনত প্ৰমাদ ঘটে।
তেতিয়াই ধনে মানুহক খাবলৈ লয়।
তুমি ধন ভোগ কৰিবা, কিন্তু ধনে-খোৱা নহ'বা।
ধনে মানুহক সহজে খাব পাৰে,
মামৰে লোহাক খোৱাৰ দৰে।

## যুগচৰিত্ৰ

(Wordsworth ৰ sonnet এটিৰ ভাবাৰ্থ লৈ)
ভৈয়াই, কোন ফালে, কোন বাটেদি, কাৰ কাষলৈ যাওঁ এতিয়া?
এনে দিনকালত কোনে মোক সান্ত্বনা, কোনেবা উপদেশ দিব?
আমি মানুহবোৰ সাজপাৰ পিন্ধা খেৰৰ একোটা জুমুঠিৰ দৰে।
আমি বৰ্তমান দৰ্জীয়ে পতা, বাটেয়ে সজা, ড্ৰাইভাৰে চলোৱা মানুহ।

লুণ্ঠন, লালসা, বিলাস এই তিনি মূৰ্তিৰ উপাসনা কৰোঁ।
তেওঁলোকৰ মন্দিৰত দিনে-ৰাতিয়ে আৰতি হৈ থাকে।
এনে যুগত ধন জন, বিভৱ থাকিলেই মানুহ পুৰুষোত্তম হয়।
অকিঞ্চনে দুৰ্ভগীয়া আৰু কৃপাৰ পাত্ৰ হৈ জলকা লাগি কাল কটায়।

## ঈশ্বৰ

ব্ৰহ্মাণ্ডৰ গৰাকীজন মানুহৰেই সৃষ্টি।
তেওঁৰ গতি-গোত্ৰ স্বভাৱ-চৰিত্ৰ আমি একো নাজানো।
সেই গুণে,
নিজৰ গুৰু-চৰিত্ৰকে তেওঁৰ গাত পিন্ধাই দিওঁ।
নিজৰ চৰিত্ৰ, ৰুচি-বিৰুচি লগ লগাই
ঈশ্বৰ এজন সৃষ্টি কৰি লওঁ।
ঈশ্বৰে মানুহক সৃষ্টি কৰা নাই,
মানুহেহে ঈশ্বৰক সৃষ্টি কৰিছে।
ব্ৰহ্মাণ্ডৰ গৰাকীজন মানুহৰেই সৃষ্টি।

## পথৰুৱা এন্দুৰ

(স্কটলেণ্ডৰ কবি বাৰ্ণছ-এ পথাৰত হাল বাই থাকোঁতে তেওঁৰ নাঙলে এন্দুৰৰ গাঁত এটা ভাঙিলে। সেই উপলক্ষে কবিয়ে ৰচা To a field mouse কবিতাৰ ভাৱানুবাদ)

নিজা ঘৰখনত থাকিম বুলি কৰিছিল অভিলাষ।
ভৈয়াই অ' মইয়েই তোৰ কৰিলোঁ সৰ্বনাশ।
হেৰৌ ভয়াতুৰ অকণমান এন্দুৰ, পেঁপুৱা লাগি কিনো চাই আছ তই?
পেটত সোমাল তোৰ মহৎ ভয়।
মোৰ নাঙলৰ ফাল, সেয়ে হ'ল তোৰ যমকাল।
এন্দুৰ ভাই, ধ্ৰুৱপ জানিবি তই, এনে দশা নৰমনিচৰো হয়।
অপ্ৰমাদী যোজনাবোৰো কিবা এটাই কৰে লণ্ডভণ্ড।
আশা-ভাৰসা সকলো হয় পণ্ড।
অতি ভাৰসাৰ সুখৰ ভৱন দুখে-বেজাৰে কাঢ়ি লয়।
এন্দুৰ ভাই, মানুহৰো তোৰ নিচিনাই দশা হয়।

## কিহৰ আক্ষেপ?

আহাৰ মাহ আহাৰেই, আহাৰ ব'হাগ নহ'ল বুলি কিয় আক্ষেপ কৰা?
আহাৰৰ গাত বহুত গুণ আছে, চকুত লগা, জিভাত লগা, মনটো চুই যোৱা।
আহাৰে নিজকে টোকোনা বুলি নাভাবে।
গৃহস্থৰ ঘৰ সোমায়েই গোহালিৰ মুখত দেখিবা
তামোলৰ ঢকুৱাত আমৰ বাকলি, কঁঠালৰ বাদু।
চ'ৰা ঘৰ সোমালেই ভিতৰৰ পৰা আহিব পকা কঁঠালৰ গোন্ধ,
মলমলাই থাকে।
বাটিত কেইটামান কোমল চাউল দুফুটামান
পকা কঁঠাল দিলে গাখীৰ-গুৰ একো নালাগে।
ঘৰৰ দাঁতিত দেখিবা দুজোপামান ভোক-নগ্ৰাৰ ডালিম গছ।
ডালিম ওলমি আছে, ফাট মেলা বুকুৰেদি ৰঙা গুটি দেখা যায়।
বাৰীত দেখিবা লেটেকু গছ, ঘন ঘন থোপাবোৰ ওলমি আছে।
সৰুতে গছৰ ওপৰত উঠি লেটেকু খাই থাকোঁ।
খোৱা ঘৰত পীৰা পৰা গম পালেই লাহেকৈ নামি আহোঁ।
পিৰালিৰ কাষত বৈষ্ণৱৰ দৰে নম্ৰ খৰুৱা বেঙেনা অজস্ৰ লাগিছে;
উদাৰভাৱে দান কৰিছে, অকাতৰে।
সাংখ্যৰ দুটা শব্দ, ৰস আৰু গন্ধ, মূৰ্ত হৈ কাঁহীৰ দাঁতিত বৈ আছে;
উঁৰিকণা মাছ পাতত দিয়া।
ব'হাগলৈ উভতি চাব নালাগে, আহাৰ মাহেই মনোৰমা।
মিছাতে আক্ষেপ কৰি মনটোক শান্তি নিদিবা।
বাঁঠ লগাৰ পাছতেই আহাৰে বন্ধুক গৰ্ভত ধাৰণ কৰিবলৈ ক্ষমতা পায়।
মাটিত পৃথিৱীখনে অমূল্য ৰত্ন উপহাৰ দিয়ে।

আমাৰ এই পৃথিৱীখনে এনে মহাপুৰুষ গৰ্ভত ধাৰণ কৰিবনে?
যিজনে উন্মত্ত মানুহ পোৱালিবোৰক বিবেকৰ কাষলৈ ঠেলি পঠাব পাৰে?
উদ্ধৱ বন্ধু হে!

## বিষ্ণুদূতৰ হেতা-ওপৰা

ৰজাই যেতিয়া অপৰাধীক ৰক্ষা কৰে,
অপৰাধীক শাস্তি দিয়াত ৰাজবিষয়াক বাধা দিয়ে,
সেই দেশ, সেই ৰজা ৰসাতললৈ গ'ল নে নৌ?
অজামিল অৱৰোধ কৰাত যমদূতক, বিষ্ণুদূতে বাধা দি মাৰাত্মক আদৰ্শ এটা থৈ গৈছে।
অনেক অজামিলে আজিৰ যুগত ৰজাৰ পৃষ্ঠপোষকতা লাভ কৰে।

## সোণালী জয়ন্তীৰ দুটি কঠনা

### (এক : জাতিংগাৰ চৰাই)

ক'ব নোৱাৰি, আগতে গম পোৱা হ'লে
চৌধাৰী ককাৰ কেতেকীৰ মাত বেলেগ হ'লহেঁতেন,
দহিকতৰাৰ সুৰ সলনি হ'লহেঁতেন।
পৰ্বতৰ গাৰ শিল এটালৈ মাজে মাজে জাক পাতি
এজাতি চৰায়ে শিলত মূৰ ফালি প্ৰাণ এৰে।
এইবিধ চৰাইৰ এনে আচৰণ দেখি,
দীঘলীয়া নিৰীক্ষণৰ পিছত কোনেও একো ওৰ উলিয়াব নোৱাৰিলে।
সমাজে নজনাকৈয়ে ভিতৰে ভিতৰে বহু মুনিহ তিৰোতা শিলত মূৰ খুন্দিয়াই মৰিব লাগিছে।
তাৰ জানো কেতিয়াবা পিয়ল হৈছে?

### (দুই : সংঘং শৰণং)

এতিয়ানো বাৰু হিৰোছিমাইতে কাৰ ওচৰত শৰণ ল'ব?
শৰণীয়া আশ্ৰিতক ৰক্ষা কৰিবলৈ দেও-দেৱতা কেনি গ'ল পাত্তা নাই।
ৰাইজৰ গঠিত সংঘ শক্তিৰ বিনে অইন কোনোবাই শৰণ দিব বুলি আশা নকৰিবা।
তুমি কাৰ ওচৰত শৰণ ল'বা? সেই আশা একেবাৰে এৰি দিয়া।
লোক-সংগ্ৰহৰ অৰ্থহে এতিয়া ভাবি চাব লগা হৈছে।

## ভোগালীৰ ৰূপ

মাঘৰ ভোগালী বিহুটোক আজি নিজ ৰূপত দেখিলোঁ।
তুমি নগৰৰ বক্তৃতামঞ্চতহে শুনিছা,
চকুৰে দেখিবলৈ পোৱা নাই।
বিহুৰ দিনা পুৱাই দণ্ডীৰাম কলিতাই হাতত কাঁচিখন লৈ ধান দাই যোৱা পথাৰত নৰা কাটি মুঠা বান্ধিছে।
ভগা পঁজা ইয়াৰেই কোনোমতে ঢাকিব লাগিব।
হাতত দা লৈ কালি সি নগৰলৈ গৈছিল।
আধা হাজিৰাহে পালে। তাৰেই আজি বিহু।
ঘৈণীয়েকে ইঘৰে-সিঘৰে কাম কৰি পিঠা-পনা কেইডোখৰমান আনিছে।
ল'ৰা-ছোৱালীকেইটাই তাকে চোবাই ৰ'দত থিয় হৈ ৰং পাইছে।
ভোগালীৰ আচল ৰূপ মই দেখা পালোঁ।
তুমি কাগজতহে পঢ়িছা, চকুৰে দেখা নাই।

## মাজ নিশা সাৰ পাই কেঁচুৱাই কান্দে পোহৰ বিচাৰি

### (নবীন ফুকনৰ সমীপেষু)

গাত ছাল-বাকলি নাই, একেবাৰে তকম্বৰি,
মানুহৰ আগলৈ ওলাই আহিবলৈকে বেয়া লাগে।

এগৰাকী ৰাজমেধি কবিয়ে মোৰ কথা কৈছিল,
শ্ৰীশৰ্মা বয়সত মোৰ অগ্ৰজ,
কিন্তু কবি হিচাপে মই তেখেতৰ অগ্ৰজ।
মই ক'লোঁ, মই আপোনাৰ অনুজ কবি হোৱাৰ সন্মানৰ দাবী কৰিব নোৱাৰোঁ,
কিয়নো মই কবিয়েই নহয়, অনুজ হোৱাৰ কথাই নুঠে।
'কোন গুণ নাই তাৰ কপালে আগুন'।

মোহনী ভাং নাপাওঁ, বাবীৰ জংঘলী ভাঙকে কুটি এহোপা মাৰোঁ।

ক্যেমু বাপুৰ লেখাবোৰ সাধু কথা হ'লেও অলপ দৰ্শন, অলপ কবিতা।
কবিতা কাক বোলে নাজানো, কবিতা কাক নোবোলে তাকো নাজানো;
সাংখ্য, মীমাংসা, পুৰাণ, শকুন্তলা নাটক আটাইবোৰ সাধু কথা যেন লাগে।

মই দুবছৰমান আগতে চাহৰ বিষয়ে এই প্ৰবন্ধ লেখি আলোচনী এখনলৈ পঠিয়ালোঁ।
সম্পাদকসকলে নিৰ্বাচিত কবিতাৰ মাজত ঠাই নিদি বিজ্ঞাপনৰ মাজত ছপাই দিলে,
মানুহে চাহৰ বিজ্ঞাপন বুলি ভাবিবৰ কাৰণে বোধহয়।
অসমৰ এজন বিদ্বান লোকে হাতে লিখা অৱস্থাত প্ৰবন্ধটো দেখি মোক কৈছিল,
আধুনিক অসমীয়া কবিতাৰ ভিতৰত আচল কবিতা দুটা কি তিনিটা পাইছোঁ, এইটোও এটা
বহুত পাঠকে মোক চাহৰ প্ৰবন্ধটো কবিতা বুলিয়েই ধৰি লৈছিল,
প্ৰশংসা কৰি চিঠি লিখিছিল।
চাহ বাগিচাৰ কৰ্মচাৰী এজন প্ৰাক্তন ছাত্ৰই এইখিনিকে প্ৰবন্ধ বুলি ভাবি লৈ
মোলৈ এক পেকেট উত্তম চাহ পঠিয়াই মোক সম্মান জনাইছিল।
কোনটো কবিতা কোনটো নহয় তাক গণতান্ত্ৰিক পদ্ধতিৰে জানিব লগা হৈছে।

তুমি মই যাক বুৰঞ্জী বুলি কওঁ,
সেইখিনি বা বুৰঞ্জী হয়নে নহয়, কয় কোনে?
বিশ্ববিখ্যাত পুৰাতত্ত্ববিদ এগৰাকীয়ে কিন্তু কয়,
যিবোৰ উপাদানৰ ওপৰত নিৰ্ভৰ কৰি বুৰঞ্জী লিখি আমি নিজকে যহাইছোঁ,
সেইবোৰৰ বহুখিনি অসত্যও হ'ব পাৰে, অৰ্ধসত্যও হ'ব পাৰে।
কিছুমান উপাদান আমাৰ হাতলৈ এতিয়াও অহা নাই
সেইবোৰ আহিলে বা আমি লিখা বুৰঞ্জীবোৰৰ কি গতি হয়'।
কাল নিৰবধি, দেশ বিপুল।
এই কথাটোৱে আমাৰ অহংকাৰৰ অলপ দমাই থোৱা উচিত নহয় নে?
বিশ্বব্ৰহ্মাণ্ডৰ বুৰঞ্জীৰ কথা ভাবি তুমি কি অন্ত পাবা?
আমাৰ তুলতুলীয়া যুগবোৰ মহাকালৰ মানত এটা মুহূৰ্ত মাত্ৰ।

স্যমন্তক পাই সত্ৰাজিতৰ অহংকাৰ হ'ল, কৃষ্ণকো অৱজ্ঞা কৰিলে।
ব্যসনাসক্ত ভায়েক মণি পিন্ধি পহু মাৰিবলৈ বুলি হাবিলৈ গ'ল।
তেতিয়াই বোধকৰোঁ মণিয়ে অলৌকিক গুণ হেৰুৱালে।
প্ৰসেনক মাৰি সিংহই মণি ল'লে, হঠাৎ তেনে সময়তে জাম্বুবন্তই সিংহক মাৰি মণিটো ল'লে।
মণি গৈ আন্ধাৰৰ ৰাজ্যত সোমালগৈ।
প্ৰসেনক বধ কৰাৰ কলংক গুচাবলৈ গাঁতৰ ভিতৰত জাম্বুবন্তৰ লগত দীঘলীয়া যুঁজ দিলে।
যুদ্ধত জিনি জাম্বুবতীকো পালে, মণিকো যৌতুকত পালে।
কৃষ্ণৰ অপযশ গ'ল, লগতে সত্যভামাক লাভ কৰিলে।
কৃষ্ণে পাই হৈল কৃতকৃত্য।
প্ৰত্যেক ঘটনাই যে বিয়াখনৰ ফালে আগুৱাইছিল মানুহে গম পাইছিল নে?

আমাৰ পৃথিৱীৰ মানুহ পোৱালিবোৰে যে বহুযুগৰ পৰা ঠায়ে ঠায়ে উন্তুগালি কৰি আহিছে,
ধনৰ দৌল বান্ধিছে, অস্ত্ৰ-শস্ত্ৰৰ দ'ম জমা কৰিছে,
কটাকটি কৰিছে, মৰামৰি কৰিছে, তেজৰ জান বোৱাইছে,
এইবোৰে বা কেতিয়া কাৰ বিয়া খুজায়?
আমি সিয়ান হিলালৈ ৰাখাকিম।

অব্যক্তত আসক্ত হৈ আৰু কিমান বকচাপ বঢ়াবা?
বাল্ব (bulb) অকৰ্মণ্য হ'লেই তাৰ মাজেদি বিজুলীৰ সোঁত বৰ'বলৈ এৰে,
য'ৰ সোঁত তাতেই যায়।
বাল্ব পৰি থাকে, ভকতসকলে ট্ৰাকত তুলি বাটে বাটে ঘূৰি ফিঞৰি থাকে।

তুমি আমি তেনেকুৱা বাল্বে, আমাৰ আকৌ অহংকাৰটো কিহৰ?
বাল্বটো ভালে থাকিলেহে সি চাকিৰ কাম কৰে আৰু বাল্বৰ গাত
বিভিন্ন ৰং থাকিলে বাল্বৰ মাজেদি সেই ৰংবোৰ প্ৰকাশ পায়।
কিন্তু মূল বিজুলীৰ সোঁতৰ একো হানি-বিঘিনি নহয়,
সি যেনে আছে তেনেকৈয়ে মূল সোঁতৰ লগত মিলি যায়।
তোমাৰ-আমাৰ জীৱাত্মাবোৰো তেনেকুৱাই।
জীৱাত্মাৰ সহায়কাৰী মন, বুদ্ধি, অহংকাৰে
কৰা কামবোৰ আমাৰ নামত থাকি যায়,
যাই বিজুলী সোঁতৰ লগত আমাৰ একো সম্বন্ধই নাথাকে।
আমি যি কৰোঁ, যি মেলোঁ এই গোটেইবোৰ সমাজৰ কাৰণে কৰোঁ।
অৰ্থাৎ বাল্ববোৰৰ সমষ্টিৰ কাৰণে।

আদিৰ পৰা অন্তলৈকে সাধুকথাবোৰেই আমাৰ মন ভুলাই আছে,
যিদৰে সাধুকথাই সৰু ল'ৰা-ছোৱালীক টোপনি নহাকে ভাত খাবলৈ ভুলাই থয়।
'গীতা'খন সাধুকথা নহয়, যুক্তিবাদী এটা কবিতা,
যি মানুহৰ যুক্তিহীন ভাৱপ্ৰৱণতা আঁতৰাই পেলায়।
এই যুক্তি হীন ভাৱপ্ৰৱণতাৰ পৰা মুক্ত হোৱাটোৱেই প্ৰকৃত শৰণ।
শৰণ - আন একো নহয়।
আমি চকু মুদি চলি যোৱা প্ৰায়বোৰ ধৰ্ম-আচৰণতেই যুক্তি নাই, ভাৱপ্ৰৱণতা আছে।
অৰ্জুনে এই যুক্তিবাদী কৰ্ম গ্ৰহণ কৰি মোহমুক্ত হৈ নিজৰ কৰ্তব্য কৰিবলৈ সাহসেৰে ওলাই আহে।
কৃষ্ণই অৰ্জুনক বাৰে বাৰে নিজকে জগতবীজময় পুৰুষ বুলি কৈ আহিছে,
কিন্তু শেষত তেওঁ আদিপুৰুষৰ অৰ্চনা কৰিবলৈহে কৈছে,
আৰু কৈছে, নিজ কৰ্তব্য পালনেই অৰ্চনা, আৰু প্ৰকৃত ধৰ্ম।
ভাতৰ কাঁহীৰ ওচৰত বহিলেহে মোৰ মাজে-সময়ে এই আদিপুৰুষলৈ মনত পৰে।
কৃষ্ণই অৰ্জুনক আদিপুৰুষে কোৱাদি কৈছিল -
মই বৈশ্বানৰ হৈ প্ৰাণীৰ দেহত আশ্ৰয় কৰি, তেওঁলোকৰ অন্ন
তেজ আৰু শক্তিলৈ ৰূপান্তৰ কৰি দিওঁ।
তেনেহ'লে এই অন্ন বস্তুটো সামান্য বস্তু নহয়,
ইয়াক ব্ৰহ্মজিজ্ঞাসাৰ প্ৰথম খোজ বুলিও উপনিষদে কয়।
শুদাই-নিকাই ভাত এমুঠি পেটত নপৰিলে তোমাৰ দেহাৰ থৰুক-বৰুক,
ক'ৰ ধৰ্ম ক'ৰ কবিতা তুমি ক'ব নোৱাৰা।
কোৰখন লৈ বাৰীৰ চুকত মালভোগ কলৰ পুলি এটা ৰুই দিয়া,
কোৰ মাৰোঁতে কেঁচু-কুমতি নমৰি নোৱাৰে, তাঁলৈ চকু নিদিবা।
তোমাৰ এৰী, মুগা, পাটৰ কাপোৰে কিমান জীৱ বধ কৰিলে।

এইখন ৰচনা দেখোন চুঙা পিঠাৰ চুঙাৰ সমানেই হ'ল।

## আৱৰ্জনা

বিকোনো মানুহ বা বস্তু নিজৰ উপযুক্ত
ঠাইত নাথাকিলে তাক আৱৰ্জনা বোলে।
এলদা গোবৰ যদি দুৱাৰমুখত বা চোতালত
থাকে সি আৱৰ্জনা, দূৰলৈ পেলাই দিয়ে।
সেই গোবৰলদা যদি ভীমকলৰ গুৰিত পৰে
তেতিয়া সি সুন্দৰ, মংগলজনক হয়।
অনুপযুক্ত লোক যদি বিশেষ দায়িত্বপূৰ্ণ
আসনত বহে সেই লোক আৱৰ্জনা।
এনে আৱৰ্জনা সমাজৰ কাৰণে অকল
অনুপযুক্তই নহয়, অমংগলজনকো।
সমাজৰ অমংগল সাহসেৰে আঁতৰাই পেলোৱা
প্ৰকৃত নাগৰিকৰ এৰাব নোৱৰা কৰ্তব্য।

## অৰ্দ্ধেন কুৰুতে কাৰ্য

ৰবিন্‌চন ক্ৰুছ'ৰ এপাত' জোতা
সাগৰৰ পানীয়ে উটাই নিলে,
বপুৰাই এপাত জোতাৰেই নিৰ্জন দ্বীপটোত
ঘূৰি ফুৰিছিল,
অৰণ্যে তাত হাঁহোতা লোক কোনো নাছিল।
দহ-হতীয়া চুৰিয়া সমানে দুভাগ কৰাত
কোনো অসুবিধা পোৱা নাই,
বোৱাৰীয়ে ক'লে হৰলিক্সৰ বটলত তিনি কুৰি পাঁচ,
মই ক'লো, এতিয়াৰ পৰা আধা গিলাছকৈ দিবা।
গৰম কোটটো কৰিলে কাৰো একো লাভ নহ'ব।
মোৰ এজন বন্ধুৱে ভালকৈয়ে বি এ পাছ কৰিলে,
ইংলণ্ডৰ বুৰঞ্জীৰ আৰ্মাডাৰ আগৰখিনি কিনি পেলালে,
ভাৰত বুৰঞ্জীৰ বাবৰৰ পিছৰখিনি পঢ়িবৰ কাৰণে ৰাখি থ'লে।
এনেকুৱা চতুৰ শিক্ষকে চাকৰি নাপাবৰ কাৰণ নাথাকে।
আধাৰেই যদি কাম হয়, গোটেইটোৰ সকাম কি?
আধাৰ ফৰ্মুলা কেতিয়াবা আকৌ সম্ভৱো নহয়।

## এটি কবিতা

চাৰিকুৰি বছৰ কম হোৱা নাই।
স্পেংলাৰ তেতিয়াও পিতৃ-শোণিতত
ককাদেউতাই মানুহ বিহৰ দিনা পাঁজি মেলি লৈ
সংস্কৃতৰ শ্লোক পঢ়ে, ভাণ্ডি তাৰ অৰ্থ কয় ৰহণ লগাই।
ল'ৰা-বুঢ়া সকলোৱে বহি শুনি থাকে।
তিনি যুগ পাৰ হৈ গ'ল,
কলিযুগ যুৱতী এতিয়া।
তপস্যাৰ পুলি-পোখা নাই;
মিথ্যা-বেশ্যা গজে কেউফালে।
সম্প্ৰদায় সহস্ৰ অযুত,
ধৰ্মই কোঁচ-মোচ খালে।
সত্য-ন্যায় দুয়ো ভায়ে খাটে বনবাস।
মানুহপোৱালিহঁতে প্ৰজাসৰ ফাৰ্মত আগবাঢ়ে।
আমি ল'ৰাবোৰে সেইদিনা একো নুবুজিলোঁ,
ককাৰ পীৰাত বহি এতিয়া দেখিছোঁ
ককাদেউতাৰ কথা আজি ফলিয়ায়।
চকুৰ আগত দেখি আছোঁ
নান্দীপাঠ কবি সংগীসৰ লৈ
প্ৰলয়ৰ সূত্ৰধাৰে ভাটিমা মাতিছে।

প্ৰান্তিক, ৯ নৱেম্বৰ, ১৯৮৭

## এটি কবিতা

জাৰকালি দুপৰীয়া ভাতমুঠি খাই
চেৰপাইখন চোঁচোৰাই চোতাললৈ আনিলোঁ।
ৰ'দ এচেৰেঙা ওলাইছে।
বয়সে জৰা-ব্যাধিৰ উপহাৰ লৈ আহিছে।
চেৰপাইখনত দীঘল দিছোঁ।
বৰগুণি তোলা মানুহৰ দৰে বহী এখন লৈ জপনা মুখত
কোনোবা আহিছে।
নহয়, তেওঁ ওচৰ-চুবুৰীয়া
সংশোধনৰ অতীত কবিজন,
অভ্যাস মতে কবিতা শুনাবলৈ আহিছে।
মই ক'লোঁ, গাত ছাঁ নেপেলাবা, আঁতৰি বহা।
দেৱতাৰ বানবাটিৰপৰা সৰি পৰা কাব্য এটোপা
শুকান শৰীৰে সামৰি লওক।
কবি মুঢ়া এটাত বহিল। বাতৰি কাকত পঢ়িলে।
ইস্ৰাএল, লেবানন, মস্ক', ন্যুয়ৰ্ক,
ক্ৰিস্টিয়াৰ গান্ধী, তেজলগা সোণৰ মন্দিৰ
মৰোঁ-জীওঁ অসম।
মৰা-মৰি কটা-কটি।
তথাপি এইখন আমাৰ
পৃথিৱী, আমাৰ নিজাপী ঘৰ।

ৰ'দে-বৰষুণে, জাৰে-জহে।
জাৰকালি ৰ'দচেৰেঙা পিঠিত সুত লাগে।
যজ্ঞেশ্বৰ শৰ্মা ঃ জীৱন আৰু প্ৰতিভা

## ৰাজহাঁহ

হাকিমক দিব? নে বজাৰত বেচিব
মোৰ ঘৰৰ আগেদি টৌমত ভৰাই সৌটো
ৰাজহাঁহ ওলোমাই লৈ গৈছে।
টৌমৰ ফুটাইদি তাৰ ডিঙিটো ওলাই আছে।
তাৰ পূৰ্বপুৰুষে মানস-যাত্ৰাৰ
সমাজিক দেখিছিল,
সিও দেখে আৰু দেখি গৈছে।
পূৰ্বসুৰীৰ সুৰ পাহৰা নাই,
তাৰ ডিঙিয়ে মাত মাতিছে।
সি জনা নাই, তাৰ মহানিৰ্বাণ
আজি গধূলি বা কাইলৈ পুৱা।
টৌমত সোমাই যোৱা মানসযাত্ৰী
ৰাজহাঁহ।

অসমবাণী, ২৫ ছেপ্টেম্বৰ, ১৯৮৭

## সমাজিকত ভোজখোৱা

ডাঠ কুঁৱলী ভাঙি ৰ'দ চেৰেঙাই কোনোমতে কংকাল পোনাইছে।
গেলাবিলৰ পৰা ৰাঘববালী মাছলৈ গৈছে, একোটা মাছ মানুহৰ সমান দীঘল।
আজি গধূলিকৈ ৰাইজৰ ন-খোৱা ভোজ,
বাৰিকে আহি মাতি গৈছে।
এৰীয়া কাপোৰ তিয়াই ভোজলৈ যিয়াই আছোঁ
গধূলি ভোজৰ থলি পাই দেখোঁ পাত পাৰিছেই।
গুৰু-ভকতলৈ সেৱা জনাই ৰাইজে হাত তিয়ালে।
কলপাত এখনত নতুন উখুৱা চাউলৰ ভাত,
*একোটা সকসকনীয়া পাহাৰ।*
ভাতৰ দাঁতিত ভজা মাটি মাহৰ থপথপীয়া আঞ্জা।
এটা খোলত মাছৰ জুলা, দ্বিতীয়টোৰ কাকডোঙাৰ পাত মাছৰ টেঙা।
এগৰাহ খালোঁ, দ্বিতীয় গৰাহ মুখলৈ নিওঁতেই সাৰ পালোঁ।
আঁঠুৱা দাঙি দিলে, ন-মান বাজিল, বাহিৰত ডাঠ কুঁৱলী।
চাহ খাওঁতে শুনিলোঁ, চাউলে দুপৰীয়ালৈ কোনোমতে জুৰিব।
ল'ৰাহঁতৰ পা-পইচা আৰু দুদিনমানৰ পাছতহে আহিব।
আকাশবাণীয়ে নিৰ্বাচনী ভোজৰ বাতৰি বিলাইছে,
বাহিৰত ডাঠ কুঁৱলী।

সাদিন, ১৯ মাঘ, ১৯১১ শক

## পণ্ডিত পেঁপুৱা ৰাইজ ভেকোলা

(১) পৃথিৱীৰ প্ৰায় সকলো জনপদতে ঘটি থকা আস্বাভাবিক
ঘটনাবোৰে মনটো যেতিয়া ডাৱৰৰ দৰে ছাটি ধৰে, তেতিয়া
মাজে মাজে পালি প্ৰাকৃতৰ পাতৰ মাজলৈ ভুমুকি মাৰোঁ
তাতো সেই একেটাই কথা —
ৰাআ জনা লুদ্ধ / পংডীঅসো মুদ্ধ
ৰাআ লুদ্ধ / সমাজ খল / বহু কলহাৰিণ / সেৱক ধুত্তউ
জীৱন চাহসিসুক্খ জই / পৰিহৰি ঘৰ জই বহুগুণ জুত্তউ
অসমীয়ালৈ ভাঙিলে এনে হয় —
ৰজা লুভীয়া/সমাজ খলুৱা/পণ্ডিত পেঁপুৱা/ঘৈণী দন্দুৰী সেৱক ধূৰ্ত
সংসাৰত সুখ লাগে যদি / ঘৰ এৰি হাবিলৈ যোৱা যুগুত।
পলায়নবাদ সমৰ্থন কৰিব নোৱাৰিয়েই যেতিয়া
কাণতলীয়া চৰ, বুটজোতাৰ গোৰ, কাইটৰ খোচ, গজালৰ বিন্ধা, সংগীণৰ খুন্দা, বন্দুকৰ গুলীৰ মাজতে থিয় হৈ

থাকিব লাগিব।
বুৰঞ্জীৰ কোনো এটা যুগ নাই য'লৈ তুমি 'সুখাৱতী' বিচাৰি পলাই যাব পাৰা।
২) এখন গালত চৰ মাৰিলে সিখন গালো পাতি দিবা। ধৰ্ম শাস্ত্ৰই কয়। কিন্তু আততায়ীৰ মনলৈ অলপো অনুতাপ বা লাজ নাহে। দ্বিতীয় চৰটো তোমাৰ দ্বিতীয় গালত আৰু বেছি জোৰেৰে আৰু অধিক বিজয়ৰ উল্লাসেৰে বহুৱাই দিব।
৩) গণতন্ত্ৰৰ এটা প্ৰধান দোষ - ৰাইজে অতি সোনকালে পাহৰে। এটকা কানি পালে কথাই নাই - নাপালেও। অন্যায়ৰ প্ৰতি ঘৃণাও ৰাইজৰ কম। অন্যায়ৰ প্ৰতি ঘৃণা যে এটা ধৰ্ম আৰু নাগৰিকৰ দায়িত্ব - সেইটো অনুভৱ কৰিবলৈ আৰু কিমান দিন লাগিব? কিমান দিন?

অগ্ৰদূত, ১২ আগষ্ট, ১৯৮৪

## প্ৰেমৰ কবিতাৰ খচৰা

প্ৰেমৰ কাব্য পাঠ্যপুথিতহে আছে, জীৱনত নাপায়
মোক জানো তুমি ভাল পাই বিয়া কৰাইছা?
তোমালোকৰ ঘৰলৈ আহোঁতে-যাওঁতে দেউতাৰ
জোতাৰ ছ'ল কিমান ক্ষয় গ'ল?
কিমান কাবৌ-কোকালি? মিহি কথাৰ কিমান ব্যয়
মোৰ ৰাক্ষসগণ, তোমাৰ বোলে দেৱগণ।
জীৱনৰ সৰহখিনি যায় মিছা কথা আৰু তিতা
ভাত চোবাওঁতে।
মাজে-সময়ে অকণমান ভালপোৱাও লাগে।
ভঁজুৱা হ'লেও।
তাতেই জীৱন। আৰু নো কিটো আছে?
এতিয়া কাপোৰ সলোৱা, মুখ ধোৱা।
নিশা দুপৰ হ'ল।

অনুভূতি, ষষ্ঠ বছৰ, ২য় সংখ্যা, ২০০৭

## যুগ-ধৰ্ম

ডাঙৰ মানুহ যেতিয়া হানি হয়,
তিনিদিনীয়া বাহি শৰটো
ট্ৰাকত তুলি লটিঘটি কৰি
অৱশেষত মৰিশালীত দাহ কৰি যায়।
ধৰ্মই যেতিয়া প্ৰাণ এৰে।
ধৰ্মশাস্ত্ৰৰ পাতকেইখিলা ছাণ্ডিত তুলি
গায়নে-বায়নে ঢোলে-দগৰে
শত-সহস্ৰই সমদল যাত্ৰা কৰি
সন্তৰ্পণে সন্মানেৰে সমাধিস্থ কৰে।
'প্ৰান্তে কলিযুগে'।

অগ্ৰদূত, ৩ মে', ১৯৮১

## প্ৰকৃতি-বিকৃতি

স্বাস্থ্য যেতিয়া স্বাস্থ্য, তাৰ বেলেগ নাম নাই। স্বাস্থ্যৰ বিকাৰ ঘটিলেই বেলেগ বেলেগ নাম হয় — জ্বৰ, কাহ, গ্ৰহণী, বায়ু, পিত্ত, কফ, যক্ষ্মা, সন্নিপাত, কৰ্কট। ধৰ্ম যেতিয়া ধৰ্ম, তেতিয়া কোনো অভিধা নাই। অসুস্থ হ'লেই নামকৰণ হয় — হিন্দু, ইছলাম, বৌদ্ধ, খ্ৰীষ্টিয়ান, বৈষ্ণৱ, শাক্ত, হীনযান, মহাযান — বিকৃতি হ'লেই উপাধি।

অগ্ৰদূত, ২১মাৰ্চ, ১৯৮২

## বিহুৱতী

বিহুৱতী চৰাইজনী ওপৰেদি উৰি গৈছিল
তাইৰ মাতৰ টোপাল য'ত য'ত পৰি গ'ল
তাতে গজিল একোজোপা বিহু

জোপাই প্ৰতি লাগিল ফুল
লেখ-জোখ নাই

তুমি ফুল বুলি ভাবিছা?
ফুল নহয়, একোজনী নাচনী
তুমি নাচনী বুলি ভাবিছা নেকি
একোটা একোটা সাগৰৰ ঢৌ

একুৰা একুৰা হাত মেলা জুই।

অসমবাণী, ১০ এপ্ৰিল, ১৯৯২

## আজিও অসুৰ নমৰিল

বিজয়াৰ গীত-মাত গাই থাকোঁতেই
আকাশ-পাতাল জুৰি ৰণৰ ঘোষণা।
অসুৰৰ মূৰ মৰা নাই।

বাটি লোৱা ভাতমুঠি পাততে থাকিব;
ৰণথলী বৈ আছে তোমাৰ কাৰণে।

বিজয়াৰ দিনবোৰ সুখৰ নহয়,
ৰক্তবীজ অসুৰৰ মূৰ মৰা নাই।
বিজয়াত বিপদ নাযায়।
বিজয়া-ঢোলত বাজে যুঁজৰ বাজনা
অসুৰ আজিও নমৰিল।

ওচৰলৈ আহি আৰু মৰম নকৰে।
আঁহতৰ তলত নামঘৰৰ ওচৰত কাৰ চিতা জ্বলিছে ?
কেতিয়াবা নুমাবনে?
তুমি আৰু কি মেজি পুৰিব লাগিছে?
বুকুৰ ঠিলা ঠেলি কাহানিকৈ পানী হিঁলে
ফুটিব?
সেয়া আকাশত কিহৰ হৈ - ধ্বনি?

অসমবাণী, ১৪
অক্টোবৰ, ১৯৮৪

## কিহৰ শব্দ?

বেলিয়ে লহিয়ালেই পঢাশলীয়া ঘৰলৈ আছে।
তিয়ঁহৰ জালি যেন এটি ল'ৰাহে আবেলি ঘৰলৈ নাহিল।
মাকেও আৰু তালৈ বাট চাই নাথাকে
বুঢীৰ মাল ভোগ পুতেকে গধূলি গৰু-গাই বান্ধিবলৈ নাহে
কুন্দ-কলি যেন দাঁত ওলোৱা, মাকে লৈ থকা কেঁচুৱাকো
ওচৰলৈ আহি আৰু মৰম নকৰে।
আঁহতৰ তলত নামঘৰৰ ওচৰত কাৰ চিতা জ্বলিছে?
কেতিয়াবা নুমাবনে?
তুমি আৰু কি মেজি পুৰিব লাগিছে?
বুকুৰ ঠিলা ঠেলি কাহানিকৈ পানী হিঁলে
ফুটিব?
সেয়া আকাশত কিহৰ হৈ-ধ্বনি?

জনমভূমি, ৭ এপ্ৰিল, ১৯৮২

## হুদু

গৃহস্থৰ বাৰীত হুদু পৰিলে
স্বস্ত্যয়ন কৰায়,
দুৰ্গতি খণ্ডে।
এখন দেশত যদি হুদু পৰে,
কোনো প্ৰতিকাৰ নাই।
ডাঙৰ সকাম কৰিব পাৰিলে
অলপ আশা থাকে।

দৈনিক অসম, ১৯ এপ্ৰিল, ১৯৮১

## হেপা

পাৰ-বাহত হেপা সোমাই
পাৰ ধৰিছে।
মাতিব নোৱাৰোঁ, চিঞৰিব
নোৱাৰোঁ।
হাই হাই কৰিব নোৱাৰোঁ

টেটুত গৰকা।
দৈনিক অসম, ১৯ এপ্ৰিল, ১৯৮১

## গোসাঁনীৰ আহ-যাহ

আহিনত নে কাতিত?
নৰ-মনিছে ক'ব পাৰেনে?
এদন পণ্ডিতৰ মতে পূজা
আহিনত
ইটো দলৰ মতে কাতিত
মই জ্যোতিষ নাজানো,
স্মৃতিও নাজানো
মোৰ পদূলিৰ শেৱালি জোপাৰ
ফুল।
আহিনত সৰা নাই।
কলি এটাও পেলোৱা নাই।
পূজা কাতিত
গোসাঁনীৰ আগমনি গছ-লতিকাইহে
গম পায়
নৰমনিছে কি জানে?
দৈনিক অসম, ২৪ অক্টোবৰ,
১৯৮২

## ডাইনী আহিছে শুই থাক

কলং কপিলীৰ পাৰৰ ভগনীয়া শিবিৰত মাকে
ল'ৰা শুৱাইছে। ডাইনী আহিছে, শুই থাক। ডাইনীৰ
গীত ৰচনা কৰা আৰম্ভ হৈছে।
কলং কপিলীৰ পাৰৰ সত্য, সাধু নহয়। সাধু নহয়। সাধু
বহুত শুনা হৈছে। সাধু, খায় কঁঠালৰ বাদু। সাধুত কঁঠালৰ
ফুটা খাবলৈ নাপায়। সত্য দেখিবলৈ কলং কপিলীৰ
ফালে আহক। সত্যৰ কঁকাল মূৰ্তি।
ওচৰৰ গাঁৱৰ চিনাকি মানুহ।

দিনত কাম-কাজ
কৰি খাই-বৈ হাতত বন্ধা কৰি দুটাও লৈ গ'ল। সেই
মানুহেই জুম পাতি আহি অসমীয়া গৃহস্থৰ ঘৰত বা ষাঠী
লৈ উপস্থিত। তয়ো আহিলি? - ইয়াৰ উত্তৰ, দবা কোব
আৰু যাঠীৰ খোচ।
আগদিনা নিৰ্বাচনত জিকা এয়া উৎসৱ। ভোট
নিদিয়া গাঁৱৰ ওপৰত।
ভোটৰ বাকচত কাগজবোৰ ক'ৰ পৰা সোমাল?
দূৰৰ পৰা অহা মানুহে একো নাজানে। তেওঁলোকে
অসমীয়াও নাজানে, আখৰো চিনি নাপায়, মাতো নুবুজে।
আলাউদ্দিনৰ চাকি কেতিয়া নুমাব? অবৈধ
বিধানসভা অসমীয়া জাতিৰ যমদুত। মানুহে বুজিছে।
অগ্ৰদূত, ২০ এপ্ৰিল, ১৯৮৩

## বিহুৰ দুটি কবিতা

ম'হ যুঁজ
আমাৰ এলেণ্ডি পথাৰত
মাঘ বিহুৰ ম'হৰ যুঁজত বহুত প্ৰজা
গোট খায়।
ম'হৰ যুঁজ সুন্দৰ,
মানগুৰ যুঁজ কুৎসিৎ।
ম'হে ম'হে যুঁজ লাগে, পাহৰি যায়
মানুহৰ যুঁজ কোনো যুগত শেষ নহয়
ম'হ সুন্দৰ,
মানুহ কুৎচিত,
মানুহে ম'হতকৈও নীচ।
ম'হে বাহিৰত বুজে,
মানুহৰ ভিতৰৰ মনটো সদায় যুঁজাৰু।
মানুহৰ শিং গজে ভিতৰত।
মানুহ জন্তু। শিঙাল জন্তু।
দৈনিক অসম, ১৪ জানুৱাৰী,
১৯৮৬

## জুই

জুইৰ কথা ওলালেই খাণ্ডৱ দাহৰ কথা
মনত পৰে
নিৰ্দোষ চৰাই পহুৰ মৰণ-চিৎকাৰ
সাপ বাঘ মানুহ চৰাই ওচৰ চাপি আহিল
মৰণে সকলোকে সমান কৰিলে।
কাৰো সহায় নাই।
খাণ্ডৱৰ গণতন্ত্ৰই সকলোকে সমান কৰিলে।
খাণ্ডৱ দাহ চিৰকাল হৈ আহিছে
আজিও হৈছে।
আগলৈ যে নহ'ব তাৰ কাৰণ নাই।
খাণ্ডৱৰ পৰা পলাবৰ উপায় নাই,
পাণ্ডৱৰ পৰা সাৰিবৰ উপায় নাই।

দৈনিক অসম, ১৪ জানুৱাৰী, ১৯৮৬

## এইবাৰ কল্কি

এইবাৰ কল্কি নাহে। গৰাকী নিজে আহিব
কলিক বগা ঘোঁৰাত উঠি নাহে,
সাঁচিপাততে থাকিব।
তেওঁ নিজে আহিব, কল্কি নপঠিয়ায়
তেওঁ হাতী-ঘোঁৰাত নাহে, ৰথত নাহে,
গৰুড়তো নাহে।
খনিকৰে সজা চামকাঠৰ সিংহপীৰাত
বহুত দিন
বহি বহি তেওঁ অস্বস্তি পাইছে
এইবাৰ কিশোৰ সিংহৰ কেশলতা
খামুচি আহিব।
অসুৰৰ উৎপাত কেউদিশে বাঢ়িছে,
টুটা নাই।
কল্কিয়ে একোকে কৰিব নোৱাৰিব।
গৰাকী নিজেই আহিব, কল্কি নাহে।
তেওঁ নিজেই আহিব। কল্কি নাহে।
অসুৰৰ উৎপাত অকণো টুটা নাই।
বানপানী বঢ়াদি।
বাঢ়ি আহিছে। কল্কি পেঁপুৱা।
তেওঁ নিজে আহিব। কল্কি নাহে।

অসম বাণী, ১৮ অক্টোবৰ, ১৯৮৫

## সাইলাখ আৰু এখন

অনন্তকোটি ব্ৰহ্মাণ্ডৰ আন কোনোবা এখন পৃথিৱীত
আমাৰ ইয়াৰ দৰেই
বিহুত গৃহস্থৰ চোতালত ঘূৰি ঘূৰি হুঁচৰি গায়নে?
জেতুকী হাতবোৰে তাতো গছৰ তলত নাচেনে?
ঢোলত কছাৰী চেওঁ আৰু টকা-পেঁপাৰ মাত শুনিনে?
সেইখন পৃথিৱীতো আমাৰখনৰ দৰেই
কটা-কটি মৰা-মৰি যুঁজ-বাগৰ লাগি থাকেনে?
তাতো ঘৰৰ মালিকে চোতালত ভাড়াঘৰ সাজি
কপৌ-খৰিকাজাঁই-তগৰহঁতক বিদায় দিয়েনে?
সেই পৃথিৱীৰ ল'ৰা-ছোৱালীয়ে আমাৰ মইনা-মামণিহঁতৰ
লগত
টেবুল-টেনিছ খেলিবনে?
আমাৰ ইয়াত দৰা নোপোৱা গাভৰুলৈ
তাত দৰা ওলাবনে মনেৰে?
ঢেঁকী দিব পৰা ডাফলী ডাফলী বুধিমতী ছোৱালী
আমাৰ ইয়াত শাহুৰী খাটিবলৈ আহিবনে?
তাৰ কলেজৰ ল'ৰা-ছোৱালীয়েও এৰাঁ প্ৰেম কৰেনে বাৰু?
কটেছন কল্প কৰিলে তাতো
ন্যায় বিচাৰ পোৱা যায়নে?
মৰমৰ এনাজৰী এটুকুৰা দুটুকুৰা ক'ৰবাত পৰি থাকেনে?
বিহুতো খাবলৈ খুদ এটা নোহোৱা বা টোকোনাৰ দুৱাৰ
মুখত
বিজুলী চাকৰি খুঁটি পুতিছেনে?
পুৰাণৰ উৰ্বশী যেন কাৰ উপাখ্যান তাত পঢ়েনে?

দৈনিক অসম, ১৩ এপ্ৰিল, ১৯৮৬

## দুটা প্ৰবন্ধ

(১)

সৌ বগা ছাগলী পোৱালিটোৱে
কঁঠালপাতত কবিতা লেখিছে
পূজাৰ বিষয়ে।
মধুৰি আমৰ পাততো এটা।
কোনোবা কাকতৰ সম্পাদকলৈ পঠিয়াব।
ওচৰতে মানুহ এটাই ছাগলীৰ গিৰিহঁতৰ লগত
দাম-দৰ কৰিছে।
সি বুদ্ধিত পাগল নহয়, ছাগলী কিনিবই,
দেৱালয়ত গোসাঁনীৰ আগত বলি দিব।
বিলিটিয়ে কথাটোৰ গম পোৱা নাই। একোকে।

(২)

কেইফালে ঢোঁৰা সাপে লিলিয়াই থাকে,
বেলেগ ভাৰাঘৰ এটা বিচাৰিবলৈ মই
কত দিনে কৈ আছোঁ।
ল'ৰা-ছোৱালী লৈ ইয়াত থাকিব পাৰিনে?
অফিচৰ পৰা পাঁচ বজাত আহি ঘৰ সোমায়েই
এই ষ্টেঞ্জাটোৰ আবৃত্তি শুনিলোঁ।
ব্যঞ্জনা নাই, গঞ্জনা।
মই অলপ পৰ ৰৈ অতি মোলায়েমকৈ ক'লোঁ —
মই দিনৌ ঘৰ বিচাৰি আছোঁ সহজে পোৱা জানো?
ঘৰৰ মলিকক কৈ দিছোঁ। তেওঁ কয় —
এইবোৰ ঢোঁৰা সাপ হে, ভয় নাই।
লাগিলে ফেনাইল অলপ ছটিয়াই দিম।
কথা শুনি এওঁৰ গীত উচ্চগ্ৰামলৈ আৰোহণ কৰিলে
ঢোঁৰা সাপৰ মাজতে একোটা ডাইল সাপো থাকে।
কোৱা শুনিছোঁ, বিধতাই ঢোঁৰা সাপক বৰ দিছিল,
বছৰেকত এদিন সিহঁতৰ মুখলৈ বিষ আহিব।
কোন দিনা আহে কোনে ক'ব?
শুভংকৰী। মই ঘৰ বিচাৰিবলৈ ওলালোঁ। এতিয়াই।
তেওঁ ক'লে, চাহ খাই ওলাই যাওক। ৰ'ব।

দৈনিক অসম, ২০ অক্টোবৰ, ১৯৮৫

## বিহু-হাট

বশিষ্ঠাশ্ৰমলৈ বুলি খোজ ল'লোঁ
আমি কেইবাজনেও একেলগে —
তাহানি কলেজত পঢ়াৰ কালত যোৱাৰ দৰেই।
এঠাইত দেখিলোঁ, বাটৰ কাষত
নৰ-নাৰী অসংখ্য মানুহ গোট খাইছে।
বাটৰ পৰা নামি প্ৰজাৰ ভীৰলৈ সোমাই গ'লোঁ।
এখন ডাঙৰ হাট বহিছে।
নটৰ নুৱা হাতত লৈ দৰ-ভাও কৰি ফুৰিছে।
ল'ৰা-গাভৰু, ডেকা-বুঢ়া
কিনিছেও।
— মুখ, মুৰ, কাণ, মন, হাত, মাত।
এইখন বিহুৰ হাট।
বেলতলাৰ ফালে খোজ ল'লোঁ আমি।
ৰঘু চৌধাৰীৰ বশিষ্ঠাশ্ৰমৰ অভিমুখে।

অগ্ৰদূত, ২২ এপ্ৰিল, ১৯৮১

## নতুন পঞ্জিকা

সত্য ত্ৰেতা আদি চাৰিযুগ একেলগে থাকে।
চাৰিযুগ অগাপিছাকৈ বেলেগ বেলেগ কালত নাই।
নাথাকে,
সদায় চাৰিযুগ একেলগে পায়।
আমি সৰুতে ককাদেউতাই ব'হাগ বিহুত নতুন পঞ্জিকা
পঢ়ে।
ধৰ্ম হ'ল সংকুচিত, তপস্যা এলাগী হ'ল,
সত্য গ'ল বহু দূৰলৈ,
ন্যায় বিচাৰকজনে খাটে বনবাস।
এইবোৰ কলিযুগৰ লক্ষণ। পঞ্জিকাত থাকে।
কিন্তু,
আমাক ককাদেউতাই কৈছিল,
সত্যসন্ধ সাধুলোকে সত্যযুগত সততেই উপভোগ
কৰে।

পৰক পীড়ন কৰা লোকে কলিৰ কলুষ লৈ মৰে।
চাৰি যুগ মানুহৰ মনে সৃষ্টি কৰে।
একেলগে একে চুবুৰীতে চাৰিযুগে বসবাস কৰে।
যুগ Concurrent, যুগ consecutive নহয়।
সংগমী চাৰি যুগে একে সময়তে বাস কৰে।

গণতন্ত্ৰ, ১১ ব'হাগ, ১৯০৬ শক

## বেয়া নাপাবা

এইবাৰ তোমালোকৰ লগত আগৰ দৰে
নগৰত পূজা চাবলৈ যাব নোৱাৰিলোঁ,
বেয়া নেপাবা।
আজি ডেডমাহ আই শেতেলীত পৰি আছে,
জৰ-কফ, বিষত কাতৰ।
এতিয়া অলপ মূৰ দাঙিছে।
তেওঁৰ ওচৰত সদায় মানুহ এটা লাগে।
কিবা এটা দিবলৈ, কিবা সুধিবলৈ
যাব নোৱাৰিলোঁ, বেয়া নাপাবা।

## পুহাই কাই

ককাই আহিছে,
কঁপি আহিছে জাৰত
হাত ভৰি পানীত পৰি থকা
শিল যেন
দেৰদেৰীয়া।
জুহালৰ গুৰিত বহুৱাই
হাত ভৰি সেকিবলৈ দিয়া।
বেগেতে দিয়া এবাটি তপত
কেৰা চাহপানী।
লগতে এচকল চুঙাপিঠা।
আছে যদি এটা ঘিলা পিঠাও।
পুহাই কাই জাৰত থকথককৈ কঁপি
আহিছে।
জুইৰ কাষত পীৰাডোখৰ পাৰি দিয়া
হাত ভৰি সেকিলৈ আকৌ খোজ ল'ব
ৰ'ব নোৱাৰে। বেঙা মেলিব বহল বহল।

গণতন্ত্ৰ, ২৬ জানুৱাৰী, ১৯৮৩

## তন্দ্ৰাহীন সৰ্বদ্ৰষ্টা

সাধকসকলে বোলে গোটেই ৰাতিটো উজাগৰে থাকে
মই সাধক-বাধক একো নহওঁ
তথাপি মোৰ চকুত দৰবত দিবলৈ
টোপনি অকণ নাই।
বাৰীৰ চকোৱাৰ সিফালে থকা
সংসাৰ-সুখৰ শুকান হাড় চেলেকা
উদফাই ৰোগে চেপি পেলোৱা
বুঢ়াটিয়ে মোৰ লগত টোপনিৰ
প্ৰতিদ্বন্দ্বিতা কৰিছে।
তথাপি বুঢ়ায়ো এজনী অসমীয়া গাই খীৰাবৰ
পৰ
তলকা মাৰে।
পৃথিৱীৰ গৰ্ভ ফালি উতলা মৰণ গলি গলি
কেউফালে বাগৰি পৰিছে।
জল স্থল অন্তৰীক্ষ সকলোতে শগুণৰ পাখিৰ বতাহ।
তেল নিমখৰ বাবে মেধি মণ্ডলৰ
ৰঙা কিলাকিলি।
সাউদৰ নাতিহঁতে কাকো পালে কেৰে নেৰে।
মোৰ টোপনিটো নামঘৰৰ পৰা
ঘৰলৈ আহোঁতে
বাটতে কোনোবাই ৰথত তুলিলে।
এইবোৰ চাই থাকোঁতেই টোপনি আহিব ক'ত?
কেতিয়াবা যদিওবা চিলমিলকৈ চকুদুটা মুদ
খাব খোজে।
কাপোৰ কাকত কুটা নিগনিদলৰ বৰচাং মন্ত্ৰিয়াৰ
দ্ৰুত অভিযানে
মগজু সজাগ কৰে।

বাহিৰ পোহৰ আৰু ভিতৰৰ আন্ধাৰ
এনে সময়তে
সংসাৰ লগত লৈ চাহপানী বাটি আহি
সমুখত স্বাগত জনায়।
মই বিনিদ্ৰ সৰ্বদ্ৰষ্টা —
কবি ঋষি বিদুৰক যিহকেই বোলা।
নাক - কাণ
ফালেঙীয়ে যদি এখন দেশত
চলায় শাসন যান,
ৰাইজে কওক, সেই জাতিৰ বাৰু
থাকিবনে নাক-কাণ।

গণতন্ত্ৰ, ১১ ডিচেম্বৰ, ১৯৮৫

## বুৰঞ্জীৰ নকৰিবা শেষ

বুৰঞ্জীৰ নকৰিবা শেষ
দুখীয়া নিচলাক
যদিও নাপায় চিনি
তথাপি এইখন তোমালোকৰ টোকোনা দেশ
বুৰঞ্জীৰ নকৰিবা শেষ

কিশোৰ তেজৰ সোঁত
ওপৰে বাগৰি যোৱা
এইখন তোমাৰেই দেশ
তোমালোকে ৰাখা এই দেশ।

*১৯৭৯ চনৰ ১৪ ডিচেম্বৰ তাৰিখে কন্যাৰ বিয়াৰ নিমন্ত্ৰণী পত্ৰৰ এচুকত লিখা কবিতাটিৰ পাঠোদ্ধাৰ কৰি সন্নিবিষ্ট কৰা হ'ল। হ'ব জানো একাশীতে শেষ কবিতাৰ শেষৰ স্তৱক দ্ৰষ্টব্য (উপেন্দ্ৰ বৰকটকীৰ সৌজন্যত প্ৰাপ্ত)*

## মাননীয় মূৰ

ৰাছী দেশৰ সত্য কাহিনী, যোড়শ লুইৰ আগৰ ৰজা।
জনমভৰ ৰাজবন্দীক ৰজাই মাতি নি ক'লে
যদি এশ গাধক এবছৰৰ ভিতৰত
মানুহৰ দৰে মাত মতাব পাৰ, তোৰ মুক্তি।
কিন্তু যদিহে এবাৰ গাত লৈ কৃতকাৰ্য হ'ব নোৱাৰ,
তোৰ মূৰ চাওডাঙে কাটিব।

ৰাজবন্দীয়ে মনতে দৰিয়প কৰি চালে,
বছৰটোৰ ভিতৰত কিমান ঘটনা ঘটিব পাৰে!
ৰজাও মৰিব পাৰে, হাইজা লাগি গাধও মৰিব পাৰে,
ইতিমধ্যে ৰজাৰ মনৰো সাল-সলনি হ'ব পাৰে।

এইবোৰ বাৰু নহ'লেই জানিবা -
এশ গাধাক শিক্ষাদানৰ ভাৰ পোৱাটোও
কম সন্মানৰ কথা নহয়।
মূৰটো চাওদাঙে কাটিলেও
শিক্ষকৰ মূৰ এটা মাটিত বাগৰিব,
মাননীয় শিক্ষকৰ মূৰ এটা।

প্ৰকাশ, নৱেম্বৰ, ১৯৮৮

## বদনাম

আনৰ বদনাম গোৱাটো মোৰ দোষৰ তালিকাত তুমি নোপোৱা
যুৱতী জেছিকা ধনৰ মোনা লৈ ৰঞ্জন লৰেঞ্জ'ৰ লগত
পলাই যোৱা কথা পঢ়িছোঁ আৰু পঢ়াইছোঁ।
ভোকেন্দ্ৰ, টকৰু আৰু মলখুৰ কথা আমাৰ লেখাৰু আৰু বৰুৱা ছাৰে
কলেজত পঢ়াইছিল।
মই কেতিয়াও লোকৰ দোষ খুঁচৰি নুফুৰোঁ, লোকৰ বদনাম গোৱাও মোৰ নিয়ম নহয়।
নাটক আৰু উপন্যাসত থকা কথা আমি সকলোৱে পঢ়া আৰু পঢ়ি ৰস পাওঁ।
বৰবৰুৱাই কমবোৰ বদনাম গাই গ'লনে?
আমি কিন্তু সেইবোৰ বদনাম নোবোলোঁ।

পূৰ্বাচল, ১০ জুলাই, ১৯৯০

## হিলৈদাৰী

দেৱতাসকলে দুৰ্বল দেখিলে অপঘাত কৰে
মানুহ-পোৱালিবোৰৰ আচৰণো ঠিক তেনেকুৱায়।
তোমাৰ বেৰত ওলোমাই থোৱা পুৰণি হিলৈটো
মাজে-সময়ে চাফ-চিকুণ কৰি থাকিবা।
খেতি-বাটি কৰিবা, ধান চপাই ভোজ খাবা, মেজি পুৰিবা,
ঢোল বজাবা, হুঁচৰি গাবা আৰু নাচিবা,
নামঘৰত মাজে-সময়ে ভাওনাও পাতিবা।
কিন্তু বেৰত ওলমি থকা হিলৈটোলৈ নাপাহৰিবা।
বনৰীয়া ম'হে পকা ধাননি মহতিয়াব,
হাবিৰ হাতী আহি শুই থকা কেঁচুৱা গচকি পেটু উলিযাব,
বাঘ আহি গাঁৱৰ মাজতে গৰু মাৰিব,
ডকাইতৰ দলে লগলাগি নিমাখিত লোকৰ টেঁটু চেপিব,
হিলৈ নহ'লে সুদা হাতেৰে কেনেকৈ তুমি বাধা দিবা?
আৰ্তত্ৰানৰ কাৰণে, দুস্কৃতি দমনৰ কাৰণে
হিলৈটো সদায় প্ৰয়োজন।
ধনৰ দ'ল বান্ধিবলৈ নহয়, ৰাজ্যৰ সীমা ঠেলিবলৈকো নহয়,
নৰবধৰ তামচা কৰিবলৈকো নহয।
সমাজ জীয়াই থাকিবৰ কাৰণে হিলৈটো একান্ত প্ৰযোজন।
ঘৰৰ চুকত পৰি থকা হিলৈটো তুমি কোনোদিনেই হেলা নকৰিবা।

নগাঁও মহাবিদ্যালয় আলোচনী

## আহিন-কাতি (চিত্ৰ)

বাৰঘণ্টীয়া বন্ধৰ ফলত কালিৰ দিনটো এলেহুৱা হৈ পৰিছিল।
সেইগুণে আজি দোকান-বজাৰত মানুহৰ ভিৰ।
আহিন যায়, কাতি সোমায়।
বিলৰ পানী ভালেখিনি নামিছে।
মেঠনী মৰা গাভৰুহঁতে জকাই চোঁচৰাই পুথি-খলিহনা ধৰিছে।
বেপাৰীটোৱে পদুমৰ পাত আৰু চকাবোৰ ছিঙি ছিঙি পাচিত ভৰাই মূৰত তুলিছে।
থোলোকা চাই মালভোগ কলৰ পুলি এটা কাইলৈ পুৱাই যেনেতেনে আনা।
গৰুজনীয়ে আজি পুৱা ওহাৰৰ গাখীৰ চুৰ কৰিলে,
জাংফাই বৰণীয়া চাহপানী খাই কণ্ডালী বিহুটো পাতিব লাগিব।
বাৰেবৰণীয়া বেলুন উৰাই ল'ৰা-ছোৱালীবোৰে চিঞৰ-বাখৰ কৰিছে।
চাইকেলত উঠি বাটেদি সেয়া দাৰোগা বাবু যোৱা নাইনে,
মাজু দাইটিযে চুলি মেলি তলমূৰকৈ বগা সৰিয়হ সিঁচিছে।
ভালজাতৰ ৰঙালাও গুটি বৰ বলিৰ দিনা পাঁচাব লাগিব,
শইকীযা তুমি নাপাহৰিবা।
কলপুলি বিচাৰি ওলাই যাওঁতে ৰান্ধনী গেছৰ ঢোলৰ খবৰো লৈ আহিবা
শইকীযা আহাঁ ৰঙা চাহ পানীকে এটুপি এটুপি খাই লওঁ।
(ৰংপুৰ, ১৯৯৩)

## অনুতাপ

কৰিব নলগীয়া ডাঙৰ ভুল এটা
কৰি পেলাই অনুতাপ কৰিছোঁ
একে কোবেই কবি হ'বলৈ গৈ
পৰ্বতৰ সমান ভুল কৰিলোঁ
পোনেই কবি নহৈ আন
কিবা এটাহে হ'ব লাগিছিল,
কমাৰ-কুমাৰ-চমাৰ-কঁহাৰ
হালোৱা পথৰোৱা হোৱা হ'লেও বেয়া নাছিল
মিস্ত্ৰী মজদুৰ অথবা তামোল বিড়িৰ দোকান
এইবোৰৰ কিবা এটা জয়জয়তে হ'ব লাগিছিল।
এইবোৰৰ একো নহৈ কবিৰ কলম হাতত ল'লো।
ফলত মই একোৱেই নহ'লো
কোনো কামত হাত নিদিয়াকৈয়ে
কবি হ'বলৈ লৰ ধৰিলো
পৰ্বতৰ সমান ভুল কৰিলোঁ।

## বিহুক মাৰে কোনে?

এইবাৰ আমাৰ বিহু ভালকৈয়ে পকিল।
কপৌ ফুলে কান্দিছে - আমগছ কাটিলে,
কাৰ গাত ওলমিম?
তগৰ খৰিকাজাঁয়ে কয় -
- শিল - ইটা -বালিৰ হেঁচাত মৰিলোঁ।
গিৰিহঁতে আগচোতালত ভাড়াঘৰ সাজিব।
তাঁতৰ খুঁটাই কয় মোক ফালি খৰি খালে
গাইজনীয়ে কয়, মোক বিদেশীক বেছি দিলে।
শিলৰ দ'মৰ ওচৰত ভূমিচম্পাই মনে মনে
ভূমুকিযাইহে।
বিহু সদায় বিহু, কোনে মাৰে?
পূৰ্বাচল, ১ আহিন, ১৯১২ শক

## সিঞ্চন আৰু ইন্ধন

মই এখন লেহেতি
বাঁহৰ কাঠিৰ পুৰণি ভগা
লেহেতি এখন।
মোৰ বুকুতেই পানী তুলি তুলি
তিৰিহঁতে কঠিয়াতলীত পানী সিঁচিব।
কঠিয়া ধাননি হ'ল, ধান পকি সোণ হ'ল।
ভঁৰালৰ তলত তিনিমাহ থাকি
চাৰি ধাপৰ বাজ হ'লো।
বুঢী মাগনীয়ে বাটৰ পৰা বুটলি নি
পঁজাৰ চুকত থৈ দিছে।
সিঞ্চনৰ পৰা ইন্ধন।
পূৰ্বাচল - ১ আহিন, ১৯১২ শক

## কস্মৈ দেবায়

শৰণীয়া পাৰ্থবীৰে
স্বৰ্গৰ পথত খোজ ল'লে।
তেওঁক শৰণ দিওঁতাজন
আগতীয়াকৈ আঁতৰিল।
কোনে দিয়ে কোনে লই?
কোনে লই কোনে দিয়ে
লওঁতা দিওঁতা কোন আছে,
জানিবৰ একো উপায় নাই!
ঠায়ে ঠায়ে বোলে বিক্ৰী হয়,
পেকেটত পাঁচ টকা।
ভজা বাদাম, ডালমুট
চিৰোছিমাবোৰক কোনে বাৰু
আজিৰ যুগত শৰণ দিব।
জনমভূমি, শাৰদীয় সংখ্যা

## তোড়োলা আৰু বক

(তোডোলা - বকৰ বৰভাজি খাবা - ডাকৰ বচন)
তোডোলা তুমি পোন হৈ ৰৈ আছা,
তোমৰ ভনীয়েৰ গ্ৰীবাভংগ কৰি
অভিৰাম হ'বলৈ গৈ
"লিলিত" পৰিণত হ'ল, জাত এৰিলে।
তোমাৰ জন্ম চোতালত হ'লেও
তোমৰ সংসিদ্ধি আখলৰ চৰুত
গছৰ গাৰ পৰা বক ওলাই নহা হ'ল।
মোৰ ভয়তে।
নৱদূত, জুলাই, ১৯৮৬

## কবি হালোৱা

তুমি কেৱল হালোৱাই নহোৱা, কবিও।
মই চ'ৰাঘৰৰ চকীত বহি
শব্দৰ প্ৰদৰ্শনী সজাইছোঁ।
তুমি দেৱতাৰ লগত যুঁজ দিছা
তুমি মাটিৰ আৱৰণ ভেদ কৰি পুণ্যগন্ধৰ ঘ্ৰাণ লৈছা।
মাটিয়েও তোমাক বুকু উদঙাই উপহাৰ যাচিছে।
তোমাৰ মাত ফুটো ফুটো, অলপতে ফুটিব
সেইদিনা তুমি হ'বা কবি হালোৱা

সেইদিনা মই মোৰ কাপ-কাঠি
কপিলীৰ পানীত দলিয়াই পেলাম।

ৰূপান্তৰ, মাৰ্চ, ১৯৮৯

## জয়ধ্বম্
### First ride together

আমাৰ দুৱাৰমুখৰ পোনে পোনে আলিৰ সিপাৰে
ধনী কলিতাৰ চাহ জলপানৰ দোকান —
টোপনিৰ পৰা উঠি চকু মেলি জপনাৰ মুখত থিয় দিছোঁ।
দোকানীয়ে দুৱাৰ মেলিলে।
আঘিৰ শেষৰ মৰহা কলটো জৰীডালত ওলমি আছেঙ্
বয়ামৰ তলীত দুটামান বিচ্কুট্।
ওচৰতে এমুঠি বিড়ি, এবিৰা শুকান পাণ।
দোকানৰ পাছ চোতালত পিৰিচ-পিয়লা ভগাৰ শব্দ কাণত পৰিল।
লগুৱা বযটোক দোকানীযে এজোলোকা গালি আৰু শাও।
ইফালে চাহখোৱা মানুহ আহি পিকলগা বেঞ্চিত বহিলহি।
কিছুমান অঘৰী, কিছুমান বাছৰ যাত্ৰী।
তিতাবৰলৈ যোৱা বাছৰ চকৰি ঘূৰিলেই, ধূলি উৰাই।
আঁহত গছৰ পৰা উৰি আহি কাউৰী এজনী বাছখনতে পৰিল,
তাই তাৰপৰা নামিব খোজা নাই।
আৰু দুখনমান বাছৰ ওপৰত মাল-বস্তু লাদিব লাগিছে।
পুৱাৰ ডাকগাড়ী মুখেদি ধোঁৱা উলিয়াই উকি মাৰি আগবাঢ়িছে।
লাম্চাখাণ্ডত ৰ'বৰ সময় ক'ত? লামডিঙত পাঁচ মিনিট মাত্ৰ।
আকাশীযানে বাদুলীফুকনক বুকুত লৈ পছিমলৈ পাখি মেলিছে।
ক'লা পতাকা হাতত লৈ মতা-তিৰোতা ল'ৰালুৰি
চাৰ্কিট হাউছৰ ফালে খোজ লৈছে।
আমাৰ মাটি, আমাক দিয়ক, চোৰ-ডকাইতক দমন কৰক।
ফেঁটী সাপৰ ভাৰ লৈ মুখত পেঁপা বজাই যুগী এটা বাটে বাটে গৈ আছে।
খৰিকাজাঁই কলিৰ দৰে ল'ৰা-ছোৱালী এশাৰী পঢ়াশালিলৈ খোজ লৈছে।
বাছে হৰ্ণ দিছে। দোকানীয়ে লৰালৰিকৈ পইচা সামৰিছে।
বজাৰত বিক্ৰী নোহোৱা শুকান শাক-পাচলি মোৰ ওচৰলৈ লৈ আহিছে।
নাতিনীজনী আহি ক'লে - ককা চাহ দিছে। ভিতৰলৈ আহক।
চিনাকি ভগনীয়া বুঢ়ীজনীয়ে গুলচ ফুল আঁজুৰিছে। হাঁকুটিয়াই।
চাহ মুখত দিওঁতেই ৰেডিঅ'ত শুনিলোঁ, জেনেভাত ফুটুকাৰ ফেন।
ওচৰ-চুবুৰীয়া ন দৰা-কইনা স্কুটাৰত উঠি আহি প্ৰণাম জনালে।
ছাৰ, আঠমণ্ডলা খাবলৈ যাওঁ ধিঙত।
মই ক'লোঁ, শিবাস্তে সন্তু পন্থানঃ ফাৰ্ষ্ট ৰাইড্ টুগেদাৰ
কুশলে আহঁাগৈ।
আঠমণ্ডলাৰ আঠভাগৰ এভাগ ৰাইজৰো, নেপাহৰিবা দুয়ো।
পাছফালে ধানকলৰ ঘেৰ্ঘেৰণি। ৰাতি দুপৰলৈকে।
আনফালে মটৰৰ হংক্।
ন-দৰা ছোৱালী, স্থানলৈ যোৱা দেওপৰা।
জয়ধ্বম।

গণবাতৰি, ১-১৫ মে ১৯৮৭

## সাৰমেয় সমন্বিতম্

আমাৰ এই যুগটোক alias কুকুৰৰ যুগ বুলিলেও
একো দায় নহয়।
নিজৰ বা ল'ৰা-ছোৱালীৰ ডিগ্ৰী নাথাকিলেও
'জিমৰ' পেডিগ্ৰী লাগিবই।
কুকুৰৰ প্ৰতাপত তুমি কাৰো ঘৰলৈ যাব নোৱৰা, নিৰ্ভয়ে।
বুকু হমহমাই যায় - সিদিনা তিনিকুৰিটকীয়া খদৰৰ ধুতিখন
এঘৰত আঁচুৰি ফালিলে, ভাগ্যে কামুৰিব নোৱাৰিলে, বিবস্ত্ৰ নহ'লোঁ।
সৰু ল'ৰা-ছোৱালীক কাৰো ঘৰলৈ পঠিয়াব নোৱাৰি নিশ্চিন্ত মনে।
কথাত কথা ওলায় -
সিদিনা এঘৰত প্ৰতিমা যেন ন-কইনা কলৰ গুৰিত বাহি বিয়াৰ দিনা
থিয় হৈছিলহে -
শাহুৱেকে আদৰিবলৈ নৌ পাওঁতেই
'টমে' কইনাৰ কলাফুলত দাঁত বহুৱালে দামী কাপোৰ ফুটাই।
অকল এয়ে নহয়।
বাটে-পথেও আজিকালি সাৱধানে ওলাব লাগে। কেতিয়া কামোৰে।
ডাকে কোৱা জাপি, লাখুটি, জোলোঙাৰ মাজৰটো নেৰিবা। অন্ততঃ
মোৰ নামকৰণটো অধ্যাপকে সমৰ্থন কৰানে?

প্ৰান্তিক, জানুৱাৰী, ৪ৰ্থ সংখ্যা, ১৯৮৪

## এঙাৰ এটুকুৰা

বন্ধুৰ ঘৰত আলহী। মই কবি আৰু খনিকৰ।
পদক পোৱা কবি আৰু খ্যাতিমন্ত খনিকৰ।
তেওঁৰ ঘৰত বহুৰেকীয়া চুণ-তেল লগোৱা এনু.এল ৰিপেআৰ।
আগফালে বাৰাণ্ডাত বহি আছো।
বন্ধুৰ অকণমান ছোৱালীকণে হাতত এঙাৰ এটুকুৰা লৈ মাত্ৰ কালি চুণ সানি যোৱা নিৰঞ্জন বেৰত আঁকিবলৈ আৰম্ভ কৰিলে।
দ্বিভুজ, ত্ৰিভুজ, গোলাকাৰ, সমললৰেখা, বক্ৰ, অষ্টাবক্ৰ।
মই সেইফালে মনেই কৰা নাই।
হঠাৎ বন্ধু ক'ৰবাৰপৰা আহি আধুনিকতম শিল্পীৰ হাতৰ এঙাৰ
কাটিয়ে নিলেই, কঠোৰ কথাও ক'লে।
বেচেৰীয়ে যি উচুপিবলৈ আৰম্ভ কৰিলে,
একপ্ৰহৰ অন্ত নাই।
মাকে কোনোমতে শুৱালে যদিও টোপনিৰ মাজে মাজে
উচুপনিৰ উৰ্মি।
এই পদকপোৱা শিল্পীৰ হাতৰ এঙাৰ এতিয়াও আছে
কোনেও কাঢ়ি নিয়া নাই এথোন।

নৱদূত, জুন, ১৯৮৫

## গাঁও দেৱতা

দুজনা দেৱতা - এজনাক সাক্ষাৎ দেখা পায়।
এজনাক নেদেখি।
নেদেখাজনাক পুৱা-গধূলি পূজা প্ৰাৰ্থনা কৰিব পাৰা।
কিন্তু দেখাজনাক তিনিও প্ৰসংগত সুঁৱৰিবা।
দিনৌ খাওঁতে-শোওঁতে সমাজিকত দিঠকত।
তোমাৰ ওপজা গাঁওখন তোমাৰ দেখাজনা দেৱতা।
তাতে তুমি মন-বুদ্ধি-অহংকাৰ লাভ কৰিলা।
এই গাঁৱৰ সেৱা কৰাই তোমাৰ
আটাইকেই শ্ৰেষ্ঠ ধৰ্ম।
তোমাৰ গাঁৱত কোনোবাই নোখোৱাকৈ আছেনে?
ল'ৰা-ছোৱালীৰ মুখত হাঁহি আছেনে?
সিহঁতে বিহুত নাচেনে?

জাৰত কঁপেনে? জ্বৰত বেজজ্ঞানী পায়নে?
এই গাঁৱৰ সকলোটি তোমাৰ অতি আপোনাৰ।
সিহঁতৰ মনলৈ পোহৰ আনা।
এই গাঁও তোমাৰ মাও।
মাও তোমৰ গৰীয়সী দেৱতা।
গৰীয়সী, চতুৰ্থ বছৰ, দ্বিতীয় সংখ্যা, ১৯৯৬

## গদ্য-পদ্য

ভাঙৰ জ্বাল আৰু ডম্বৰুৰ তাল,
এই দুটাই গদ্য-পদ্যৰ পাতনি।
এলাহ আৰু ধেমালি ধেমালি আৰু এলাহ।
গণতন্ত্ৰ ১৯ ফেব্ৰুৱাৰী, ১৯৯২

## সম্বন্ধ

মানুহে সম্বন্ধীয়া আৰু তলতীয়া মানুহক
নাম কাটি মাতে।
তুমি যে ভগৱন্তক চিঞৰি মাতা
তেওঁৰ লগত তোমাৰ কিমান দিনৰ চিনাকি?
গণতন্ত্ৰ ১১ ডিচেম্বৰ, ১৯৯১

## বিড়ম্বনা

(১) ক'ত বেদৰ ৰুদ্ৰ শিৱ আৰু ক'ত তেঁতেলি তলৰ কাজিয়া!
দেৱতাৰে এনে দুৰ্গতি, মানুহলৈ আৰু কি থাকিল?

(২) ছাত্ৰ — "ছাৰ, চুঙা পিঠাৰ বিষয়ে ৰচনানো বাৰু কেনেকৈ লেখো?
বাঁহৰ চুঙা দেখা নাই, পিঠাগুৰি দেখা নাই,
কাঠ খৰিৰ জুইয়ো দেখা নাই।
কোনো কিতাপতে চুঙা পিঠাৰ বিষয়ে ৰচনা নাই।"
শিক্ষক — "তেন্তে সকলোটি থিয় হৈ গাওঁ —
অ' মোৰ আপোনাৰ দেশ।'

(৩) ৰুলে বগৰি দুবছৰত লাগে,
নুৰুই বগৰি লোকত মাগে।
গণতন্ত্ৰ ৪ মাৰ্চ, ১৯৯২

## সমস্যা

(১)

টেঙৰে কিতাপ লেখে, বেচে,
মূৰ্খই কিনে, নপঢ়ে।
আধামূৰ্খই তালুৰ পৰা তলুৱালৈকে পঢ়ে।
বুদ্ধিয়কে অ'ত ত'ত এশাৰী পঢ়ে,
নিকিনাকৈযে যদি পাই।

(২)

ফাগুন মাহৰ পাণ্ডুবৰণীয়া নৰাণি পথাৰ,
নাই কটা প্ৰসূতি আয়ে জিৰনি লৈছে।
ৰত্ন প্ৰভৱা পৃথিৱী শীঘ্ৰে স্বৰ্ণ প্ৰসূ হ'ব।
হৃষ্ট-পুষ্ট কৰি তেওঁ আকৌ পুত্ৰক বুকুৰ মাজত
গোপন কৰি লুকাই থয়,
পাণ্ডু পুত্ৰৰ গাণ্ডীব ধনুৰে ব্যৰ্থ হৈ ঘূৰি আহে।
মণিহাৰ

## 'একাংশেন স্থিতো জগত' (গীতা)

এটা মূৰ্খৰ পৰা এটা মূৰ্খ গ'লে সেই মূৰ্খটো নোহোৱা হয়,
তাৰ পৰা মূৰ্খৰ সংখ্যা কিন্তু কমি নাযায়।
আমি মূৰ্খবোৰৰ সংখ্যা আগৰ পৰাই গৰিষ্ঠ,
নিমেষে নিমিষে এটা এটাকৈ মূৰ্খ আইহ-আইহ সংখ্যা আৰু বঢ়াইছে।

আমিয়েই অতীজৰ পৰা সমাজ সাজিছোঁ, শাসন কৰিছোঁ আৰু দুনীয়া চম্ভালিছোঁ।

তুমি যিখিনি মূৰ্খ দেখিছা সি এক অংশ মাত্ৰ।
ব্ৰহ্মাণ্ডত মূৰ্খৰ সংখ্যা তুমি ধাৰণা কৰিব নোৱাৰা,
গোটেই অনুষ্ঠান তাৰ কীৰ্তিতকৈ ডাঙৰ,
সেই কথাটো পাহৰি নাযাবা।

অংশটোকে পূৰ্ণ বুলি নাভাবিবা, — পূৰ্ণ নিৰংকুশ আৰু অব্যয়।

মণিহাৰ

## চিৰন্তন

দেৱতাই দেৱতাই,
দেৱতাই অসুৰে,
অসুৰে মানুহে,
মানুহে মানুহে,
অসুৰে অসুৰে, কটা-কটি মৰা-মৰি।
কবিৰ গীত ইয়াৰ মাজত
সোমাব খুজিছে।
সোমাব পাৰিব জানো?

মণিহাৰ

## অবিৰোধী

মই ফকীৰ নহওঁ,
ধন-সম্পদক নিন্দা নকৰোঁ।
সেইবুলি
পাৰ্থিব সম্পদক সৰ্বস্ব বুলিও নাভাবোঁ
লোকৰ জেপত হাত সুমাই
আনিব নোখোজো।
লোকক বঞ্চনা-প্ৰবঞ্চনা কৰি
মই ধনী নহওঁ।
ধনক মই নিন্দা নকৰোঁ
নিকা ৰূপকেইটকা মোক লাগে।
চেকা থকা একো নিবিচাৰোঁ।

মণিহাৰ

## মানুহ

মানুহৰ এটা প্ৰধান স্বভাৱ
নিজৰ দোষৰ হিচাপ নাৰাখে।
কিন্তু আনৰ সামান্য দোষৰ কথা
চিয়ঁৰি ক'বলৈ
মুখখন সদায় মেৰি থাকে,
স্ত্ৰী-পুৰুষ দুয়োটা সম্প্ৰদায়।

মণিহাৰ

## অভিশাপ

আই সৰস্বতীয়ে আজিকালি শুদা চাতেৰেই পূজা খাই
বীণাপাণিৰ বীণৰ তাঁৰত এধানমান কেনা লাগিছিল,
প্ৰজাপতিয়ে অসন্তুষ্ট হৈ বীণখনক অভিশাপ দিলে
শ্ৰীমতী কৰ্চ্চপীয়ে চিটিবাছৰ জন্ম লৈ
বিকট বীভৎস, কুৎসিত, চিৎকাৰ কৰি,
জনগণৰ মগজুত গজাল মাৰিবলৈ আৰম্ভ কৰিলে।
প্ৰজায়ো অভিশাপ দিলে,
চক্ৰবৃদ্ধিৰ হাৰত অভিশাপ বাঢ়ি গ'ল।

মণিহাৰ

## পোষ্টৰ আগষ্ট

মই কৈ গৈছোঁ আৰু মোৰ সৰু ল'ৰাটোৱে লিখি আছে।
ৰাতিপুৱাই ভাৰ এখন লৈ বেপাৰী এটা দুৱাৰ মুখলৈ আগবাঢ়ি আহিছে।
আগদিনাৰ বজাৰত বিক্ৰী নোহোৱা হালধীয়া পৰা পটল,
শুকান বেঙেনা,
মৰহি যোৱা মৰিচা,
মই ক'লোঁ তোমাৰ শাক-পাচলি কিনিব নোৱাৰোঁ,
কোনোবা এলেহুৱা অধ্যাপকৰ ঘৰত কিনিব পাৰে।

গধূলি গধূলি কলডিল বেচিফুৰা বেপাৰীটোৱে মোক তিনি টকা ৰূপ ঘূৰাই নিদিলে,
সি আৰু এই বাটেদি আজিকালি আহিবলৈ এৰিলে,
মই কথাটো পাহৰি যাবলৈ সি বাট চাইছে।
পঢ়াশালিৰ পিৰালিত থিয় নোহোৱাকৈ এই মানুহ পোৱালিবোৰে
ইমান টেঙৰালি কেনেকৈ শিকিলে?
দেশ-বিদেশৰ পঢ়াশালিবোৰত যুঁজ-বাগৰৰ শিক্ষা দিয়ে,
আমাৰ গাঁৱৰ নামঘৰবিলাকতো বঘাসুৰ বধ নাট মেলিলে একো বেয়া নহ'ব
যেন পাওঁ।
সৰু কালত ভাৱনাৰ মাজতে টোপনিত পৰি শুই থাকিলেও
যুদ্ধৰ বাজনাই জগাই দিয়ে।
যাঠি জোংবোৰ কমাৰ শালত দ'ম হৈ পৰি আছে,
কিবা এখন নেলাগিলে এইবোৰনো ক'ত বেচিবা?
বামুণে শগুণে বিচাৰে মৰা, বেজে গণকে নৰিয়া পৰা।
মহন্তৰ চিন মাহনিত বুঢ়া গৰুৰ চিন ঘাঁহনিত।
পাছফালে তেতেলি আগফালে ঔ,
সেই ঘৰৰ গিৰিহঁত মৰিল নে নৌ!
লিখি থকা মোৰ সৰু ল'ৰাটোৱে সুধিলে,
দেউতা এইবোৰ কবিতা নহৈ ধেমালিহে হৈছে।
মই ক'লোঁ, এলাহ আৰু ধেমালিতহে কবিতা ওপজে।
বয়স হ'লেহে এইবোৰ কথা বুজিবি।
হাবিৰ পৰা ওলাল বাঘিনী, চাৰি ঠেং মেলিলে গাভিনী
লো গুটি লোফাল বেঙেনা চাৰিফাল,
সোমাৰ কাকতী ওলাব কোন কাল?
ল'ৰাটিয়ো বিৰক্তিৰ সুৰত ক'লে, সম্পাদকে জানো এইবোৰ ছপাব।
তেনেহ'লে মোখনি মাৰ-দিলোঁ লাও,
বগালে পূৰৈ, লাগিল কোবাভাতুৰি।
ৰ'দালি এ ৰ'দ দে।

অসমবাণী ১৩ আগষ্ট, ১৯৯৯

# হামদৈ পথাৰ, মোৰ আই

হামদৈ পথাৰ, মোৰ হাড়লী আই
কেতিয়াবা তোমাকনো পাহৰিব পাৰোঁনে?
তোমাৰ চেনেহী হাতৰ লাহি-শালি, মালভোগ
জহা-বৰা চাউলেৰেই
মোৰ মন বুদ্ধি অহংকাৰৰ ৰচনা।
খাই পাতফলাৰ হাত-ভৰি আঁকৰা হয়।

বিৰাট কেৰাহী এখন তোমাৰ ওপৰত উবুৰীযাই থৈছে
আঁঠুৱনীয়া বোকা ফেনেকি
কেঁচা আলিৰ কৌটকোৰা কাঁইট গৰকি
তোমাৰ গাৰ ওপৰেদি
কতবাৰ অহা-যোৱা কৰিছোঁ
তোমাৰ বুকুৰ পৰা কিতাপ-ফলি বুটলি লৈছোঁ।

তোমাৰ ৰূপ কেতিযাবা সেউজীযা
কেতিয়াবা সোণালী
কেতিযাবা মুগা
কেতিযাবা মাটিবৰণীয়া।

বুকুত হালোৱাই হাল পাইছে, মৈয়াইছে, কোৰ মাৰিছে
ৰোৱনীয়ে ৰুইছে, দাৱনীযে দাইছে,
চেমনীয়াই চেঁচোৰ খানিছে।
গৰু-ছাগলীযে সমাধিস্থ হৈ নৰা কামুৰিছে
গলধন ধৰা ম'লে মাঘ বিহুত যুঁজ দিছে।

তোমৰ গাত লাগি থকা কেউফালৰ নামঘৰৰ পৰা
কত মাজনিশা ঘোষা ধেমালিৰ
গভীৰ শান্তৰস দশোদিশ বিয়পিছে।
বহুত দিন হ'ল, তোমাৰ পৰা আঁতৰি আহিলোঁ
সিদিনা শেহনিশা দ্ৰুতগামী ৰে'ল গাড়ীত তোমাৰ কাষেদি আহোঁতে
খিৰিকি দাণ্ডি তোমালৈ এবাৰ চাই পঠিয়ালোঁ

কৃষ্ণপক্ষৰ একাদশী
তোমাৰ টোপনি, পাতল বগা চেলেং
এখনে ঢাকি থৈ দিছা।

প্ৰসিদ্ধ কবিয়ে বিবিধ ছন্দেৰে বিচিত্ৰ গীত-মাত ৰচে,
এই নিচলা শলিযাই তোমাৰ মাটিৰ শুৱনি
গোন্ধ সুঁৱৰি
এই অৰ্দ্ধ কবিতাটিকে আগবঢাইছে।

তিতাবৰ মিহিৰাম শইকীয়া এম ই স্কুলৰ মুখপত্ৰ
'মুকুল'ত প্ৰকাশিত।

## কোবাদ আলী

অন্ততঃ এজন মানুহে মোক ৰজা বুলি স্বীকৃতি দিছিল
তেওঁ আছিল কোবাদ আলী
মূৰত গামোচা মেৰাই প্ৰতি শুকুৰবাৰে চাৰি মাইল
দূৰৈত থকা মছজিদত নামাজ পঢ়িবলৈ যায়
মোৰ মংগলৰ নিমিত্তে নিশ্চয় প্ৰাৰ্থনা কৰিছিল
তেওঁ ৰোজাৰ মুখৰ কথা সফল হোৱাহেঁতেন নিশ্চয়
অতি আনন্দ পালোহেঁতেন
তেওঁ আজি জীয়াই থকা হ'লে তেওঁৰ কল্পিত
ৰজাজনে চাকৰি বিচাৰি ফুৰা দেখি অন্তৰত
বৰ দুখ পালেহেঁতেন।

---

কবিৰ ভাষাত এইটো অৰ্ধ-কবিতা। শৰ্মাৰ জন্মৰ দিনা ৰোজা ধৰি থকা কোবাদ আলীয়ে কেঁচা আহাজী কল কেইআবিমান লৈ শৰ্মাৰ পিতৃক কৈছিল, খোদাতাল্লাই এওঁক ৰজা পাতিব বুলি। নিবনুৱা অৱস্থাত কোবাদ আলীক স্মৰণ কৰি এই অৰ্ধ কবিতাটো লিখিছিল। — সম্পা ৰ.শ.ৰচনাৱলী।

# দিনৰ সপোন

পূজাঘৰত বহি এজন ভক্তই পূজা কৰিছে। সমুখত সিংহাসনৰ ওপৰত দেৱ-মূৰ্তি। ধূপ-দীপ লগাই নানাবিধ নৈবেদ্য সজাই লৈ একান্তচিত্তে ভক্তই পূজাত বহিছিল।

তেতিয়া বেলি প্ৰায় দুপৰ। পূজাঘৰ নিৰ্জন আৰু নিস্তব্ধ। দুপৰীয়াৰ মৃদুসমীৰণে মাজে মাজে আহি ভক্তৰ মূৰৰ দীঘল চুলি আৰু কাপোৰৰ আগ কঁপাই গৈছিলহি। কেইবাদিনো লঘোণে থকাত তেওঁৰ গা বৰ ক্লান্ত হৈ পৰিছিল। ধূপ-ধূনা, ফুল-চন্দনৰ সৌৰভ, চাৰিওফালৰ নিস্তব্ধতা আৰু শৰীৰৰ অৱসন্নতা সকলো গোটখাই ভক্তৰ তন্দ্ৰাতুৰ কৰি তুলিলে, টোপনিত ভক্তই এটা সমাজিক দেখিলে।

তেওঁৰ সৰু পূজাঘৰটি চাওঁতে চাওঁতেই বৰ ডাঙৰ হৈ যাবলৈ ধৰিলে — অৱশেষত তাৰ সীমাবদ্ধতা নেদেখা হ'ল। ঘৰৰ ভিতৰৰ সেই আন্ধাৰো কেনিবা আঁতৰিল। আৰু তাৰ ঠাই আহি পোহৰে অধিকাৰ কৰিলেহি। ভক্তই দেখি অবাক। তাতোকৈ তেওঁ বেছি আচৰিত হ'ল, যেতিয়া তেওঁ দেখিলে যে সিংহাসনৰ ওপৰত দেৱমূৰ্তি নাই। চাওঁতে চাওঁতে সেই শূন্য সিংহাসনখনো বহল হৈ যাবলৈ ধৰিলে। তাৰ উপৰিও আকৌ কি দৃশ্য। ভক্তই নিজৰ চকুকে বিশ্বাস কৰিব পৰা নাই। তেওঁ দেখিলে যে পূজাঘৰৰ সিংহাসনৰ ওপৰত ৰোগ-শোক-দুখ-দাৰিদ্ৰৰে ভৰা সেই সংসাৰৰে দৃশ্য। আজি ভালে দিন হ'ল, তেওঁ দাৰুণ শোকত পৰি এই সংসাৰক অনিত্য আৰু মায়াৰ বন্ধন বুলি ত্যাগ কৰিছে। সেই দিন ধৰি তেওঁ গোসাঁই ঘৰ সোমাই ৰাতিয়ে-দিনে ঈশ্বৰক পূজা কৰিয়েই কাল কটাইছে। কিন্তু আজি ই কি দৃশ্য। পূজা ঘৰৰ সিংহাসন তেওঁৰেই গৃহ, পৰিবাৰ, আত্মীয়-স্বজন আদিৰে পৰিপূৰ্ণ। তেওঁৰেই সৰু ছোৱালীটিয়ে বেদীৰে ওপৰত উঠি পূজাৰ উপকৰণবোৰ নষ্ট কৰিছে। তাইৰ ফুলৰ নিচিনা কোমল দেহা ফুলৰ দৰেই যেন সুন্দৰ আৰু পবিত্ৰ। ভক্তই এই ছোৱালীটিক কেতিয়াও কোলাত তুলি নলয়, ভয় - গা-পা নোধোৱা বিধুতি কাপোৰ-কানি পিন্ধা ছোৱালী ল'লে বিধুতি হৈ আকৌ গা ধুব লাগিব। মনত পৰে এদিনাখন সন্ধিয়া বেলিকা এই সৰু ছোৱালীটিয়ে তেওঁৰ কোলাত উঠিবলৈ লৰি আহিছিল। ভক্তই তেতিয়া গা-পা ধুই ধুতি-কাপোৰ পিন্ধি পূজাত বহিবলৈ ওলাইছে। বিধুতি হোৱাৰ ভয়ত তাইক কোলাত লোৱাটো দূৰৰ কথা, তাই ভেকাহিহে খালে। দেহি, অকণমান ছোৱালীটি কন্দনামুৱা হৈ উভতিহে গ'ল। এতিয়া সেই ছোৱালীয়েই গোটেই গাতে ধূলি-বালি লৈ আৰু নানা অশুচি বস্তু চুই আহি তেওঁৰ পূজাৰ নৈবেদ্য নষ্ট কৰিছেহি। ছিঃ । ছিঃ। ইকি অত্যাচাৰ। আকৌ তেওঁৰ পূজাৰ বেদীৰ ওপৰত বহি থকা দীন-বদনা জীৰ্ণবসনা সেই নাৰী বা কোন? পূজাৰ মালা তেওঁৰ ডিঙিত পিন্ধালে কোনে? যি ফুলৰ মালা তেওঁ ৰাতিপুৱা পবিত্ৰ ফুলেৰে নিজহাতে দেৱতাৰ চৰণত অৰ্পিম বুলি গাঁথি থৈছিল, সেই মালা এতিয়া মানুহজনীৰ ডিঙিত পিন্ধালে কোনে? ভালকৈ চকু ফুৰাই চোৱাত ভক্তই জানিব পাৰিলে যে তাই তেওঁৰ চুবুৰীয়ে এজনী অতি নীহকুলীয়া মানুহ। তাই বাঁৰী-দুখুনী মানুহ, তেওঁ কিছু নাই, তদুপৰি বুঢ়ী শাহুৱেক আৰু ল'ৰা-ছোৱালী এথোপাও পুহিব লাগে। তাই লোকৰ ঘৰত চাকৰ-নাকৰ কৰি, কটনা কাটি বুঢ়ী শাহুৱেকক বুঢ়া কালত সুখেৰে খুৱাইছিল আৰু ল'ৰা-ছোৱালীকেইটাকো তুলি-তালি ডাঙৰ-দীঘল কৰিছিল। বাস্তৱিকে তাই বৰ শান্ত প্ৰকৃতিৰ, ধৈৰ্যশীলা আৰু দয়াৱতী তিৰোতা আছিল। অতি নীচ, অস্পৃশ্য জাতি গুণে, আমাৰ মহাভক্তই তাইক নিলগত দেখিলেও ছেই ছেই কৰে, কেনেবাকৈ দহ-বাৰ হাত আঁতৰেদি গ'লেও মূৰে গাই তিয়াই গা ধুই পেলায়গৈ। গা নোধোৱেমানে চ'ৰাঘৰো নোসোমায় আৰু তেওঁ অহা বাটত পানী ছটিয়ায়।

কিন্তু তাইয়েই আজি পূজাৰ বেদীত বহি আছেহি, তাইৰ ডিঙিত পুষ্পমালাই শোভা কৰিছে। খঙে-বিষে, ঘিণে

আটাইবোৰ ভক্তৰ হিয়া ভৰি পৰিলহি। তেওঁতো এদিনো সংসাৰক দেৱতাৰ আসনত ঠাই দিয়া নাই। তেন্তে আজিনো ই কিহৰ ছলনা? নিশ্চয় ঈশ্বৰৰ চৰণত তেওঁৰ এফেৰি কিবা অপৰাধ লাগিছে — সেইহে আজি নৰক পৰচেষ্টা দেখুৱাইছে। তেওঁৰ সেৱা চুৰ কৰিলে। এই ভাবি তেওঁ ধ্যানত বহিল, ভাবিলে যে অন্তৰ-মন্দিৰ, য'ত তেওঁ ভক্তিৰ দীপ লগাই দিনৌ তেওঁ ঈশ্বৰক পূজে, সেই ঠাইতে তেওঁ তেওঁক দেখা পাব। কিন্তু হায়, ক'ত তেওঁ? অন্ধকাৰ অন্তৰত ধূপ নাই, দীপ নাই, গন্ধ নাই, পুষ্প নাই — আছে কেৱল তেওঁৰ কামনা-বাসনা উচ্ছ্বসিত ক্ষুদ্ৰ হৃদয়ৰ ঘন ৰোল। হায ভক্ত। বাহিৰৰ আসনো শূন্য, ভিতৰতো কোনো নাই!

ভক্তই অতি ব্যাকুল হৈ কান্দি কান্দি ক'লে - "হে দেৱতা তুমি আছাঁ ক'ত? ছলনা নকৰিবা, কাকুতি কৰিছোঁ, সেৱকক এবাৰ দেখা দিয়াঁ।" তেতিয়া ভক্তই অন্তৰৰ মাজত দৈববাণী শুনিবলৈ পালে - "বৎস চকু মেলি বাহিৰলৈ চাই পঠোৱা।" ভক্তই চকু মেলি চাই দেখে সংসাৰৰ দৃশ্য! কোনোবাই যেন তাত মলিনতা, মায়া-মোহ মিহলাই থৈছে। ভক্তই ভাবিলে, "ইয়াৰ মাজত তেওঁক ক'ত বিচাৰিম?" অন্তৰত আকৌ দৈৱবাণী হ'ল - "ভালকৈ চোৱাঁ, মই তাৰ মাজতে আছোঁ।" ভালকৈ চোৱাত ভক্তই দেখিবলৈ পালে যে সেই মলিনতাৰ মাজতে দেৱতাৰ আসনখন শুভ্ৰ শতদলৰ দৰে জিলিকি আছে। তেওঁ যাক বৰ্জন কৰিছিল, তেওঁ সেই বস্তুৰ মাজতেই বিৰাজ কৰিছে। দেৱতাৰ জ্যোতি সংসাৰৰ ওপৰত পৰি সংসাৰখনক জ্যোতিৰ্ম্ময় কৰি পেলাইছে।

ভক্তই লাজত মূৰ দোঁৱালে আৰু দেৱতাক সেৱা কৰিব খোজোতেই টোপনি ভাগিল।

তেতিয়া দিন প্ৰায় শেষ হ'বলগীয়া হৈছে। সূৰ্যদেৱে জিৰণি লওঁ বুলি অস্তাচলৰ কাষ চাপিছে। সৰু ল'ৰা-ছোৱালীয়ে চোতালত ধেমালি কৰি ফুৰিছে। গৰু-গাই ঘৰলৈ উলটিছে। মাইকী মানুহে নৈ-পুখুৰীৰ পৰা চাউল-পানী কৰি উভতিছে। তামোলৰ আগৰ ৰান্ধনী ৰ'দে ৰান্ধনীসকলক গা ধুবলৈ সোঁৱৰাই দিছে। আন্ধাৰ পূজা-ঘৰৰপৰা ভক্ত বাহিৰলৈ ওলাই আহিল। সংসাৰৰ সুখ-দুখ, সেৱা-শুশ্ৰূষা, দৈনিক ঘৰুৱা কাৰ্য আদি সামান্য কাৰ্যবিলাকে ভক্তৰ হৃদয় আহ্বান কৰিলে। তেওঁ সংসাৰ বেদীৰ ওপৰতে মূৰ দোঁৱাই মানৱ পূজাত লাগিল।

এটি বিদেশী কবিতাৰ ছাঁ লৈ বাঁহী, দশম বছৰ, ১২ সংখ্যা, ১৮৪২ শক

# নিবেদন

বিভিন্ন সময়ত লিখা এই প্ৰৱন্ধৰ কেইবাটাও অসম সাহিত্য সভা পত্ৰিকা, মণিদীপ, অসমীয়া, নৱযুগ, দৈনিক অসম আদি কাকতত প্ৰকাশ হৈছিল। দুটা নে এটা প্ৰবন্ধ সাহিত্য প্ৰকাশন পৰিষদেও উলিয়াইছিল। কেইটামান ক'তো প্ৰকাশ হোৱা নাই। উক্ত পত্ৰিকাৰ সম্পাদক সকললৈ কৃতজ্ঞতা জনাইছোঁ।

এই প্ৰবন্ধবোৰ সিঁচৰতি হৈ পৰিযেই থাকিলহেঁতেন। কিন্তু শ্ৰীউপেন্দ্ৰ বৰকটকীয়ে অশেষ কষ্ট কৰি গোটাই পেলালে আৰু গুৱাহাটী বুক ষ্টলৰ গৰাকী শ্ৰীবংশীধৰ শৰ্মাই আগবাঢ়ি আহি প্ৰকাশ কৰিবলৈ গাত ল'লে। শ্ৰীশৰ্মা এগৰাকী অসমীয়া সাহিত্যৰ অনুৰাগী লোক। তেখেতে ইতিমধ্যে ভালেখিনি অসমীয়া পুথি প্ৰকাশ কৰি গ্ৰন্থকাৰ আৰু অসমীয়া ৰাইজৰ বিশেষ উপকাৰ কৰিছে। শৰ্মালৈ আমাৰ ওলগ আৰু বৰকটকীলৈ আশীৰ্বাদ।

প্ৰবন্ধকেইটি অসমীয়া সাহিত্যৰ ছাত্ৰ আৰু আন জিজ্ঞাসু পাঠকে ভাল পালেই আমাৰ উদ্দেশ্য সফল হ'ব। ইয়াৰ দ্বিতীয় খণ্ডও প্ৰস্তুত হৈ আছে, প্ৰথম খণ্ডই ৰাইজৰ মৰম পালে দ্বিতীয় খণ্ডও সোনকালে প্ৰকাশ কৰা হ'ব।

শ্ৰীযজ্ঞেশ্বৰ শৰ্ম্মা

# সাহিত্য আৰু সংস্কৃতি

সাহিত্যৰ আবেদন বুদ্ধি আৰু হৃদয় দুয়োটাৰ প্ৰতি। সাহিত্য কেতিয়াবা বুদ্ধি-প্ৰধান, কেতিয়াবা হৃদয়-প্ৰধান। বুদ্ধি-প্ৰধান সাহিত্যৰ আবেদন বুদ্ধিৰ প্ৰতি, অনুভূতি প্ৰধান সাহিত্যৰ আবেদন অনুভূতিৰ প্ৰতি। ইউৰোপীয় সাহিত্য প্ৰধানতঃ বুদ্ধিপ্ৰধান। পাশ্চাত্য-দৰ্শন বস্তুতত্ত্বৰ ওপৰত প্ৰতিষ্ঠিত, এই দৰ্শনত বুদ্ধিৰ ক্ৰিয়াই অধিক। নৱজাগৃতিৰ যুগৰপৰা পাশ্চাত্য সাহিত্যতো বুদ্ধিৰ প্ৰাধান্য বাঢ়িবলৈ ধৰিছে। বিজ্ঞানৰ উন্নতিৰ লগে লগে এই বুদ্ধি-প্ৰধান সাহিত্যৰ প্ৰভাৱ ক্ৰমে বাঢ়ি আহিল। এই সাহিত্যত ধৰ্মৰ শাসন বা আদৰ্শৰ প্ৰতি আনুগত্য, পাৰিবাৰিক জীৱনৰ পৱিত্ৰতাৰ কোনো শ্ৰদ্ধা প্ৰকাশ নাপায়। দ্য ৱে অৱ অল্ ফ্লেছ (The Way of all Flesh) নামৰ ইংৰাজী উপন্যাসখন এই নতুন চিন্তাধাৰাৰ প্ৰতিধ্বনি বুলি ধৰিব পাৰি।

এই নতুন ধৰণৰ সাহিত্যৰ আন এটা শাখা আধুনিক মনোবিজ্ঞানৰ ফল। আমি জনাৰ ভিতৰত জেম্ছ জয়েচৰ উপন্যাসে এটা নতুন ৰীতি প্ৰৱৰ্তন কৰিছে। এওঁৰ ইউলিছেছ্ (Ulyses) উপন্যাসত হ'মাৰৰ বিখ্যাত কাব্যখনৰ এটা ব্যংগ অনুকৃতি দেখা যায়। এই উপন্যাসত হ'মাৰৰ উপন্যাসৰ পিতা-পুত্ৰৰদৰে দুজন পিতা-পুত্ৰৰ এটা দিনৰ কাহিনী- - এটা বাতৰি কাকতৰ বিজ্ঞাপন সংগ্ৰহ কৰা মানুহ আৰু তেওঁৰ পুতেক। ব্লুম্ আৰু ডিডেলাছ। ব্লুমৰ ভাৰ্যা মেৰিয়ন পেনিলেপিৰ (Penelope) নকল। ব্লুম্ কছাইখানাত মাংস কিনিবলৈ গৈছে, তাৰ পিছত কোনোবা এটা বাতৰি কাকতৰ অফিচলৈ গৈছে, লাইব্ৰেৰীলৈ গৈছে, মৃতদেহ এটাৰ লগত আন মানুহৰ লগত কবৰখানালৈ গৈছে, এজনী গাভৰুৰ প্ৰেমৰ সপোন দেখিছে, মেডিকেল কলেজৰ ছাত্ৰ মহলত আড্ডা দিছে, শেহত বেশ্যালয়ত পুতেকৰ লগত দেখা হৈছে আৰু পুতেকক লগত লৈ আহিছে। ইতিমধ্যে ব্লুমৰ ঘৈণীয়েক আন মানুহৰ প্ৰণয়াসক্ত হৈ পৰিছে। আনহাতে কবি পুতেকে স্কুলত শিক্ষকতা কৰিছে, লগৰীয়াৰ লগত কাজিয়া কৰিছে, লাইব্ৰেৰীত বহি ছেক্সপীয়েৰ সম্পৰ্কে গৱেষণা কৰিছে – শেষত বেশ্যালয়ত পিতৃৰ লগত দেখাদেখি হোৱাত পিতৃয়ে কবি-পুত্ৰক লগত লৈ আহিছে।

এই ৰূপৰেখাৰপৰাই আধুনিক এক শ্ৰেণীৰ উপন্যাসৰ গতি-গোত্ৰ বুজিব পাৰি। আগৰ উপন্যাসৰদৰে ইয়াৰ চৰিত্ৰৰ বিৱৰ্তন, কাহিনীৰ গঠন আদি নাই। কিছুমান বিচ্ছিন্ন ঘটনা এটাৰ পাছত এটা ক্ৰমান্বয়ে বৰ্ণনা কৰা হৈছে। মনোবিজ্ঞানবিদ্‌সকলে যাক চৈতন্যপ্ৰবাহ (Stream of Consciousness) বোলে, তাৰ সাহিত্যিক ৰূপ ইয়াত দেখা যায়। ভাৰ্জিনিয়া উল্‌ফ, ডৰথি ৰিচাৰ্ডছন আদি ঔপন্যাসিকসকলো এই শ্ৰেণীতে পৰে।

আধুনিক সাহিত্যৰ, বিশেষকৈ উপন্যাসৰ, আন এটা বিশিষ্টতা হ'ল সমাজৰ পংকিলতাৰ প্ৰকাশ। এই বাস্তৱবাদ কোনো সময়ত অতি-বাস্তৱবাদত পৰিণত হয়। জোলা, মোপাঁছা, ষ্ট্ৰিন্‌ড্‌বাৰ্গ টমাছ্ মেন– আদি সাহিত্যিকসকলে আমাক ৰুগ্ন সমাজ এখনৰ ছবি আঁকি দিয়ে। মানুহে নিজৰ ওপৰত আস্থা হেৰুৱাইছে, মানুহৰ কোনো আদৰ্শৰ প্ৰতি আনুগত্য নাই– এই কথাকে আধুনিক সাহিত্যই প্ৰমাণ কৰে। মানসিক ৰুগ্নতা সাহিত্যত ধৰা পৰিছে।

ফ্লবেয়া (Flaubert) প্ৰথম বাস্তৱবাদী ঔপন্যাসিক। তেওঁৰ বিখ্যাত উপন্যাস 'মেডেম্ বভাৰি'ৰ নায়িকা তৰুণী দুৰাকাংক্ষী, অসন্তুষ্ট আৰু গুণহীন তিৰোতা। নায়িকা শেহত বিহ খাই আত্মঘাতী হৈ মৰিছে। সেই সময়ত এই উপন্যাস অশোভন আৰু অশ্লীল বুলি এটা ডাঙৰ আলোড়ন হয়। তথাপি পৰৱৰ্তী বাস্তৱবাদৰ বাটকটীয়াৰূপে এই উপন্যাসৰ বিশেষ মূল্য আছে। ফ্লবেয়াৰ শিষ্য মোপাঁছা সৰু-গল্প লেখক স্বৰূপেহে জনাজাত। তেওঁৰ জীৱন-দৰ্শনত দুখবাদৰ প্ৰাধান্য। ইয়াৰ পাছত ফৰাচী দেশৰ এড্‌মাণ্ড আৰু জুল্ নামৰ ভাই-ককাই দুজনে উপন্যাস লিখে, তেওঁলোকৰ

উপন্যাসৰ আন সাহিত্যিক মূল্য নাথাকিলেও সেই কালৰ এটা বুৰঞ্জী তাত পায়। তেওঁলোকৰ দৃষ্টিভংগী অতি বাস্তব। ইউৰোপীয় সাহিত্যত চিত্তবিকাৰগ্ৰস্ত নায়ক-নায়িকাৰ প্ৰথম প্ৰৱেশ ইয়াতেই। এই সম্প্ৰদায়ৰ লেখকসকলৰ মাজত জোলাৰ (Zola) নাম উল্লেখযোগ্য। তেওঁ মানৱ-চৰিত্ৰ সম্পূৰ্ণৰূপে বৈজ্ঞানিকৰ চকুৰে চাইছিল। তেওঁৰ বিকৃত চৰিত্ৰবিলাকৰ মাজত চোৰ, ডকাইত, বেশ্যাসক্ত, মদপী— আটাইবোৰ আছে— জোলাৰ উপন্যাস যেন এখন মানসিক চিকিৎসালয়। এখন উপন্যাস কিন্তু বিশেষভাৱে তাৎপৰ্যপূৰ্ণ— নাম Germinal (জাৰ্মিনেল)। এই উপন্যাসত থকা কয়লাখনিৰ দুৰ্ভগীয়া বনুৱাইঁতৰ আন্ধাৰ জীৱনৰ ক্লেশ-দাৰিদ্ৰ্যৰ বৰ্ণনা মৰ্মস্পৰ্শী। "জঘন্য আৰু পাশৱিক কথাৰ বৰ্ণনাতেই জোলাৰ ক্ষমতা প্ৰকাশ পাইছে, তেওঁৰ উদ্দেশ্য অৱশ্যে সাধু আছিল। সহানুভূতি আৰু বস্তুনিষ্ঠতাত সন্দেহ কৰিবৰ উপায় নাই।" কোনো সমালোচকে তেওঁৰ অতি-বস্তুনিষ্ঠতা নিৰ্গন্ধ যুগৰদৰে অসম্পূৰ্ণ বুলি মত প্ৰকাশ কৰিছে, আৰু তেওঁৰ বাস্তৱবাদক বিকৃত আদৰ্শবাদ বুলি কৈছে।

যুক্তিপ্ৰধান জীৱন-দৰ্শনৰপৰাই বাস্তৱবাদৰ উৎপত্তি হৈ সাহিত্যৰ সকলো বিভাগতে ইয়াৰ প্ৰভাৱ পৰিল। হৃদয়ৰ প্ৰতি আবেদনতকৈ বুদ্ধিৰ প্ৰতি আবেদন সাহিত্যত ওপৰ উঠিল। শিল্পৰ উন্নতিৰ লগে লগে সাহিত্যও শিল্পজাত পণ্যত পৰিণত হ'ল আৰু অৰ্থোপাৰ্জন ইযাত ঘাই উদ্দেশ্য হৈ পৰিল। এনে ঘটনাৰ পুনৰাবৃত্তি ভাৰতীয় সাহিত্যতো ঘটিছে আৰু ঘটিবৰ সম্ভাৱনা আছে।

যোৱা শতিকাৰ শেহভাগত টলষ্টয়ে সাহিত্য তথা আৰ্টৰ জগতলৈ নতুন চিন্তাৰ এটা প্ৰবাহ আনিলে। টলষ্টয়ৰ মতে কলা বা আৰ্ট মানৱীয় কৰ্ম আৰু সেই কাৰণে সাহিত্যও এটা সামাজিক কৰ্ম। সামাজিক মংগল ইয়াৰ উদ্দেশ্য— ইয়াক সকলো মানুহে অন্তৰেৰে অনুভৱ কৰিব পাৰিব লাগিব আৰু ই সৰ্বমানৱক ঐক্য বন্ধনেৰে সংযুক্ত কৰিব লাগিব। মানৱতাবোধ আৰু মানৱৰ ঐক্য অনুভূতি জাগ্ৰত কৰি বিশ্বৰ মংগলত সাহায্য কৰাই সকলো আৰ্ট তথা সাহিত্যৰ উদ্দেশ্য। আদৰ্শ আৰু উদ্দেশ্যবিহীন সাহিত্যৰ কোনো মূল্য নাই। মানৱৰ কল্যাণকামিতাৰ ওপৰতেই টলষ্টয়ৰ মতে সাহিত্যৰ মূল্য নিৰ্ভৰ কৰে।

টলষ্টযৰ আৰ্ট সম্পৰ্কে এই মত অনেকে গ্ৰহণ কৰা নাই, বা আধাআধি কৰিছে।

মহাত্মা গান্ধীৰ শিল্প সম্বন্ধীয় মত টলষ্টয়ৰ লগত মিলিবৰেই কথা। মহাত্মাই কয়, 'প্ৰকৃত কলা মানেই আত্মাৰ প্ৰকাশ। মানুহৰ অন্তৰাত্মাৰ প্ৰকাশ হোৱা গুণেই বাহ্যিক ৰূপৰ মূল্য আছে। তেনে আৰ্টেই মোৰ অন্তৰ স্পৰ্শ কৰে। মই কিন্তু জানো, বহুত লোকে নিজকে আৰ্টিষ্ট বুলি কয়, মানুহেও স্বীকৃতি দিয়ে, অথচ তেওঁলোকৰ শিল্পকৰ্মৰ ভিতৰত আত্মাৰ উৰ্ধগতি অথবা মহত্ত্ব লাভৰ কাৰণে উদ্বেগ অকণো নাই। সকলো প্ৰকৃত কলাই মানুহৰ ভিতৰৰ বস্তুক উপলব্ধি কৰিবলৈ সহায় কৰিব লাগিব। মানুহৰ আৰ্টৰ মাজত সেইখিনি মাথোঁ প্ৰকৃত আৰ্ট যিখিনিয়ে আত্মানুভূতিৰ ক্ষেত্ৰত মানুহক সাহায্য কৰে। মহৎ শিল্পৰ আবেদন ঠিক প্ৰকৃতিৰ শিল্পৰদৰেই বিশ্বজনীন।'

আমি যাক উচ্চ আৰ্ট বুলি ভাবোঁ, তাক সৰ্বসাধাৰণে বুজিব নোৱাৰে আৰু সৰ্বসাধাৰণে বুজিব নোৱৰা আৰ্ট গান্ধীৰ মনোনীত নহয়। তেতিয়া জগতৰ ভালেখিনি শিল্পকৰ্ম তেওঁৰ মতে মূল্যহীন হৈ পৰে। অৱশ্যে এটা কথা ঠিক যে বিশ্বমংগলৰ আদৰ্শ জগতৰ কলা-সাহিত্যৰ অতি প্ৰাচীন আদৰ্শ আৰু এই আদৰ্শ মানুহে সহজে পাহৰিও যায়। ৰবীন্দ্ৰনাথৰদৰে শিল্পী হৃদয়তো জগতৰ মংগলৰ কথাই স্থান পাইছে। অতি প্ৰাচীন কালৰ গ্ৰীক নাট্যকাৰ Aeschylus-ৰ 'নিৰুদ্ধ প্ৰমেথিউছ' (Prometheus Bound) নাটকতো মানৱ কল্যাণৰ কাৰণে ত্যাগ আৰু কষ্টবৰণৰ আদৰ্শ— বন্দী প্ৰমেথিউছৰ মুখতো সাহস আৰু আত্মবিশ্বাসৰ বাণী। কিন্তু এই গ্ৰীকসকলৰ মাজতেই যুক্তিপ্ৰধান সাহিত্যৰ আৰম্ভ হয় আৰু তাৰ অবিনাশী ফল আজিও দেখা পোৱা গৈছে। মানুহ নিজৰ ক্ষমতাৰ সম্বন্ধে সচেতন হৈ পৰিল, জীৱনক উপভোগ কৰি সংসাৰত সুখেৰে থকাই জীৱনৰ উদ্দেশ্য হ'ল।

যোৱা কেইশতিকামান পাশ্চাত্য জগতত ৰাজনৈতিক ক্ষমতা, অৰ্থনৈতিক উন্নতি, মানসিক প্ৰগতিৰ যুগ; কিন্তু লগে লগে সামাজিক শৃংখলা, নৈতিক ঐতিহ্য আৰু ধৰ্ম-বিশ্বাসবো ক্ষয় আৰম্ভ হ'ল। বুৰঞ্জীত দেখা যায়, এখোজ আগবাঢ়িলে, আৰু এখোজ পাছুৱাৰও আছে।

ভাৰতীয় সাহিত্য প্ৰধানতঃ সামাজিক মংগলৰ ওপৰত প্ৰতিষ্ঠিত, এজন বিখ্যাত আলংকাৰিকে কোৱাৰদৰে কাব্যৰ উদ্দেশ্য 'অমংগলৰ ক্ষতি'। শকুন্তলাৰ প্ৰথমছোৱাত দেহজ প্ৰেমৰ আকৰ্ষণৰ কথা বৰ্ণনা কৰা হৈছে, কিন্তু যেতিয়া এই দেহজ প্ৰেমে জগত আৰু সমাজৰ দাবী উপেক্ষা কৰে, সেই প্ৰেমৰ চৰম দুখ-যন্ত্ৰণা আহে, শেষত ত্যাগ আৰু কষ্টৰ পথেদি সেই প্ৰেমে নৱজীৱন লাভ কৰে।

ভাৰতীয় সাহিত্যত সংসাৰৰ আনন্দক বৰ্জন কৰা নাই, জীৱনটোকো নিৰাশাবাদৰ ছায়াৰে ঢাকি ধৰা নাই। উপনিষদত কোৱা হৈছে—

কুৰ্ব্বন্নেবেহ কৰ্ম্মাণি জিজীবিষেচ্ছতং সমাঃ।
এবং ত্বযি নান্যথেতোহস্তি ন কৰ্ম্ম নিপ্যতে নৰে।।

— যি লোক এশ বছৰ জীয়াই থাকিবলৈ ইচ্ছুক তেওঁ কৰ্ম কৰিয়েই জীযাই থাকিব। (ঈশোপনিষৎ)

হিন্দু বিবাহতো বৰ-কন্যাই এশ বছৰ জীয়াই থাকি দেখিবলৈ, শুনিবলৈ ইচ্ছা কৰে। প্ৰতি লোকেই পুৱা শুই উঠিয়েই প্ৰতিজ্ঞা কৰে—

— হিতায় লোকস্য তব প্ৰিয়াৰ্থং সংসাৰযাত্ৰামনুবৰ্তয়িষ্যে।— লোকহিতৰ কাৰণে সংসাৰ পথৰ যাত্ৰী হ'ম।

ভাৰতীয় সাহিত্যৰ আদৰ্শ সংসাৰ ত্যাগ নহয়, সংসাৰত থাকি বিশ্বহিতৰ ব্ৰত গ্ৰহণ কৰা। বিজ্ঞান আৰু শিল্পই যদি লোকহিত ব্ৰত গ্ৰহণ কৰে, তেন্তে ভাৰতীয মনৰ প্ৰতিকূল নহয়। বিদ্যাৰ বল, ধনৰ বল সকলো বল যদি কাম-ৰাগ-বিবৰ্জিত হয়, তেন্তে ভাৰতীয় দৰ্শনে তাক গ্ৰহণ কৰে। সাহিত্যৰ সম্পৰ্ক জীৱনৰ গভীৰ আৰু আধ্যাত্মিক বিষয়ৰ লগত-- কেৱল বাহ্যিক আৰু জড অংশৰ লগতেই নহয়। চোলাটোত কেইটা বুটাম আছে, তাৰ হিচাপ লোৱাটো বেয়া নহয়, কিন্তু চোলাৰ তলত থকা বুকুৰ মাজৰ হৃদয়ৰ তলিলৈকো চাব লাগে, তেতিযাই সাহিত্য সাৰ্বজনীন হয়। সকলো দেশ আৰু কালতে এনে কালজয়ী, দেশজয়ী সাহিত্য আছে। কেৱল ভাৰতবৰ্ষয়েই তেনে সাহিত্যৰ দাবী কৰি থাকিব নোৱাৰে। কেৱল আধুনিক কালত পাশ্চাত্য দেশত কেৱল তথ্যপ্ৰধান বুদ্ধি-প্ৰণোদিত সাহিত্যৰ প্ৰচুৰ সৃষ্টি হৈছে। 'পেথ'লজি'ৰ জ্ঞান পাবৰ কাৰণে সেই বিষযৰ পাঠ্যপুথি পঢ়ে, তাৰ কাৰণে সাহিত্যৰ কাষ নাচাপে। সাহিত্যত পেথ'লজি থাকিলেও সি সাহিত্যৰ আদৰ্শৰ নিয়ন্ত্ৰণত মাত্ৰ থাকিব। সকলো জ্ঞান-বিজ্ঞানৰ কথাই সাহিত্যৰ বিষয়-বস্তু হ'ব পাৰে, কিন্তু সেই বিষযবস্তুবোৰ সাহিত্যৰ সৌন্দৰ্যৰ বাহক হ'ব পাৰিব লাগিব। তালিকা আৰু কেটেলগে কিছুমান খবৰৰ যোগান ধৰিব পাৰে, কিন্তু অন্তৰ স্পৰ্শ নকৰে। অন্তৰ পৰশিব নোৱাৰিলে সাহিত্যৰ শ্ৰেণীলৈকো নুঠে।

# অসম আৰু ভাৰতীয় সংস্কৃতি

অসম ভাৰতৰ পূব সীমান্তত থকা এমূৰীয়া ৰাজ্য হ'লেও অতি প্ৰাচীন কালৰেপৰা অসমে নিজকে ভাৰতৰ অবিচ্ছেদ্য অংগ বুলি ভাবি আহিছে আৰু সংস্কৃতিৰ ক্ষেত্ৰত অসমে নিজৰ কথা বিলোপ কৰি ভাৰতবৰ্ষৰ নামহে লৈ আহিছে। অসমৰ চিন্তাধাৰাত ভাৰতৰ কথাহে আগ। অসমৰ হিন্দুলোকে কোনো ধৰ্ম-কাৰ্যৰ সংকল্প লওঁতে 'পুণ্যে বিশিষ্টে ভাৰতবৰ্ষাখ্যে ভূপ্ৰদেশে' বুলি উল্লেখ কৰে। তেওঁলোকে ভাৰতবৰ্ষ আৰু ভৰতলৈ এভাগ পিণ্ড আগবঢ়াই লৈহে পিতৃ-মাতৃ বা আন মৃতকৰ পিণ্ডদান কৰে। প্ৰতিদিনে পুৱাই-সন্ধ্যাই বন্দনা আদি কৰাৰ আগতে সমগ্ৰ ভাৰতৰ নদ-নদীৰে সৈতে এটি মূৰ্তি কল্পনা কৰি লয়। অসমীয়া সাধাৰণ মানুহেও পৃথিৱী বা দুনিয়াৰ ঠাইত ভূ-ভাৰন্ত বুলি কয়। মধ্যযুগৰ অসমৰ ধৰ্ম-প্ৰচাৰক সন্ত আৰু কবিসকলেও কথাই কথাই ভাৰতবৰ্ষৰহে উল্লেখ কৰিছে, অসমৰ সুকীয়া উল্লেখ ক'তো নাই। যেনে ঃ

ভাৰতে মনুষ্য তনু সেহুৰে নপাইবা পুনু
ধন্য ধন্য কলি কাল ধন্য নৰ তনু ভাল (শংকৰদেৱ ঃ দশম)

ধন্য ধন্য ভাৰতবৰিষে
আপোনাৰ জন্ম ভাৰত ভূমিত (মাধৱদেৱ ঃ বৰগীত)

লভিলেক যিটো নৰ
জম্বু দ্বীপ মধ্যত ভাৰত শ্ৰেষ্ঠতৰ। (মাধৱদেৱ)

অসমত আৰ্য বসতি কেতিয়াৰপৰা হ'ল, সঠিককৈ ক'ব নোৱাৰি। কিন্তু একালত আৰ্যসকলৰ এটা সোঁত স্থলপথেদি উজাই যাওঁতে ব্ৰহ্মপুত্ৰ উপত্যকাইদি যাব লগা হৈছিল আৰু তাৰে কিছু আৰ্যলোক অসমতে ৰৈ গৈছিল। খ্ৰীষ্টীয় সপ্তম শতাব্দীৰ প্ৰথম ভাগৰ ভাস্কৰবৰ্মাৰ তাম্ৰ শাসনত দানগ্ৰহীতা ব্ৰাহ্মণৰ নাম, বেদ, গোত্ৰৰ উল্লেখ কৰিছে। ইয়াৰপৰা বুজা যায় যে শতাব্দীৰ অনেক আগৰেপৰা অসম খণ্ডত ব্ৰাহ্মণ পৰিয়ালে বসতি কৰি আছিল। ভাস্কৰবৰ্মাৰ আগৰো এঘাৰ পুৰুষৰ নামবিলাক সৰ্বভাৰতীয়— যেনে, সমুদ্ৰবৰ্মা, গন্ধৰ্ববতী, যজ্ঞৱতী, মহেন্দ্ৰবৰ্মা, দেৱৱতী ইত্যাদি। জাতীয় অধ্যাপক আচাৰ্য সুনীতিকুমাৰ চট্টোপাধ্যায়ৰ মতে খ্ৰীষ্টীয় চতুৰ্থ শতিকামানতে মহাভাৰতৰ আখ্যানসমূহ অসমত প্ৰচাৰ হৈছিল। ৰামায়ণৰ কিস্কিন্ধ্যা কাণ্ডত কামৰূপৰ উল্লেখ দেখা যায়। মহাভাৰতৰ সভাপৰ্বত পোৱা যায় মহাৰথ প্ৰাগজ্যোতিষেশ্বৰ ভগদত্তই বেগী ঘোঁৰা আৰু হাতীৰ দাঁতৰ নাল লগোৱা তৰোৱাল ৰাজসূয় যজ্ঞ উপলক্ষে যুধিষ্ঠিৰক উপহাৰ দিছিল। সেই ভগদত্তই কুৰুক্ষেত্ৰ যুদ্ধত কৌৰৱৰ পক্ষে যুদ্ধ কৰিছিল। ৰাজতৰংগিনীৰ দ্বিতীয় তৰংগত কাশ্মীৰৰ ৰজা মেঘবাহন প্ৰাগজ্যোতিষ ৰজাৰ কন্যা অমৃতপ্ৰভাৰ স্বয়ম্বৰলৈ যোৱাৰ কথা আছে। হৰ্ষচৰিত্ৰত ভাস্কৰবৰ্মাই হৰ্ষবৰ্ধনলৈ বৰুণৰ ছত্ৰ উপহাৰ দিয়াৰ কথা উল্লেখ আছে। কালিদাসৰ ৰঘুবংশত প্ৰাগজ্যোতিষ আৰু কামৰূপ দুয়োটা নামকেই অসমক বুজাবলৈ ব্যৱহাৰ কৰিছে।

ভাৰত-সম্ৰাট হৰ্ষবৰ্ধনে মিত্ৰৰজা কামৰূপাধিপতি ভাস্কৰ বৰ্মাক ৰাজহুৱাভাৱে সম্মান দেখুৱাইছিল আৰু শোভাযাত্ৰাত ভাস্কৰ বৰ্মাক নিজৰ সোঁহাতে বহুৱাই নিছিল। ভাস্কৰ বৰ্মাৰ বংশৰ সৰ্বভাৰতীয় খ্যাতি আৰু সম্মান থকা হেতুকেই কালিদাসে ৰঘুবংশ কাব্যত অজৰ বিবাহ বৰ্ণনা প্ৰসংগত কামৰূপৰ ৰজাক ৰঘুবংশীয় অজৰ সম্মানিত বন্ধু স্বৰূপে দেখুৱাইছে।

ধৰ্ম আৰু সংস্কৃতিৰ পিনৰপৰাও অসম সৰ্বভাৰতীয় ধাৰাৰপৰা বিচ্ছিন্ন হোৱা নাই। কামৰূপৰ কামাখ্যা দেৱী পীঠ গোটেই ভাৰততে প্ৰসিদ্ধ। পৌৰাণিক আখ্যানমতে বিষ্ণুৰ চক্ৰই দেৱীৰ দেহ খণ্ড খণ্ড কৰি সমগ্ৰ ভাৰতৰ বিভিন্ন ঠাইত স্থাপন কৰিছিল। ইয়ো অসম কামৰূপক ভাৰত দেহৰ অংগস্বৰূপে প্ৰমাণ কৰে। তন্ত্ৰ সাধন আৰু চৰ্চাৰ কেন্দ্ৰস্বৰূপেও কামৰূপ ভাৰতৰ ভিতৰতে লেখৰ ঠাই। অসমৰ বিভিন্ন ঠাইত আৱিষ্কৃত হোৱা অসংখ্য শিৱলিংগয়ো অসমক সৰ্বভাৰতীয় শিৱ-ধৰ্মৰ লগত সংযুক্ত কৰে। বহু কালৰপৰা অসমত বৈষ্ণৱ ধৰ্মৰ অৱস্থাপনৰ কথাও নানা সূত্ৰে, বিশেষকৈ তামৰ ফলিবিলাকৰপৰা জনা যায়। অসমত দেখা-দেখিকৈ বৌদ্ধধৰ্ম গৃহীত নহ'লেও বৌদ্ধধৰ্মৰ প্ৰভাৱ নানা প্ৰকাৰে জীৱন আৰু সংস্কৃতিত সোমাইছিল নিশ্চয়। সিদ্ধ মীননাথকো কোনো কোনো পণ্ডিতে কামৰূপৰ কৈৱৰ্ত লোক বুলি সিদ্ধান্ত কৰিছে।

জাতীয় মহাকাব্য ৰামায়ণ আৰু মহাভাৰত ভাৰতবৰ্ষৰ ঐক্যসূত্ৰ। এই দুই মহাকাব্য যিদৰে ভাৰতীয় প্ৰাদেশিক সাহিত্যসমূহৰ প্ৰধান উৎস, অসমীয়া সাহিত্যৰো এই দুই সাহিত্যই প্ৰধান প্ৰেৰণা। সৰ্বভাৰতীয় ভাগৱত, পুৰাণো পুৰণি অসমীয়া সাহিত্যৰ প্ৰধান আকৰ। ৰামায়ণ, মহাভাৰত আৰু ভাগৱত পুৰাণক আশ্ৰয় কৰিয়েই মধ্যযুগৰ অসমীয়া সাহিত্যত কাব্য, নাট, গীতে গা কৰি উঠিছিল। এই গোটেই সংস্কৃতিৰ ৰস আৰু প্ৰাণ যোগাইছিল সংস্কৃত ভাষা-সাহিত্যই। পূৰ্বমাগধী অপভ্ৰংশৰপৰাই পূব-ভাৰতৰ ভাষাসমূহে ক্ৰমে গঢ় লৈ উঠিছিল। অসমীয়া ভাৰতীয় আৰ্য ভাষাগোষ্ঠীৰ অন্তৰ্গত পূব-প্ৰান্তৰ ভাষা। অৱশ্যে আদিম অধিবাসীসকলৰ ভাষাই কিছু বিশিষ্টতা দিছে।

প্ৰান্তীয় বৈশিষ্ট্য থাকিলেও অসমৰ কাব্য-কলা, গীত-নাট আদি সকলো সৰ্বভাৰতীয় ধাৰাৰ বাহক। মধ্যযুগৰ সন্ত প্ৰচাৰক কবি শ্ৰীমন্ত শংকৰদেৱে তেওঁৰ সুদীৰ্ঘ জীৱনত বহু বছৰ ধৰি লগৰীয়াসকলৰ সৈতে পদব্ৰজে সমগ্ৰ ভাৰতৰ তীৰ্থস্থানসমূহ ভ্ৰমণ কৰিছিল আৰু ইয়াৰপৰা অসমৰ লগত সৰ্বভাৰতীয় সাংস্কৃতিক বন্ধনো দৃঢ় হৈছিল। তীৰ্থ ভ্ৰমণৰ যোগেদি ভাৰত ভ্ৰমণ পুণ্য কৰ্ম বুলি অসমীয়া লোকেও গণ্য কৰিছিল। আহোম ৰজাসকলৰ দিনত বৰাগী বোলা একশ্ৰেণীৰ বিষয়াই ভাৰতৰ বেলেগ বেলেগ ঠাইৰ কথা, ভাল নীতি-নিয়ম, সুকুমাৰ কলা আদি অসমত প্ৰৱৰ্তন কৰিবলৈ পৰামৰ্শ দিছিল। ৰুদ্ৰসিংহৰ দিনত ভাৰতৰ মুখিয়াল ৰজাসকলৰ লগত অসমৰ ঘনিষ্ঠতা স্থাপনৰ বাবে বিশেষ চেষ্টা কৰা হৈছিল।

অসমত বৃটিছ ৰাজত্ব স্থাপনৰ পিচত বৃটিছৰ আইন আৰু ইংৰাজী শিক্ষাই ভাৰতৰ লগত অসমকো সংযুক্ত কৰিলে। যোৱা শতিকাৰ মাজভাগত বৃটিছ ৰাজত্বৰ বিৰুদ্ধে যি প্ৰতিবাদ আৰু আন্দোলন হৈছিল, তাত অসমৰো ভাগ আছিল। ভাৰতৰ স্বাধীনতা আন্দোলন আৰু স্বদেশী আন্দোলনতো অসমৰ অৱদান কম নহয়। মহাত্মা গান্ধীৰ অসহযোগ আন্দোলনত অসমে ত্যাগ আৰু সৃষ্টি ক্ষমতাৰ উত্তম আদৰ্শ দেখুৱাই আহিছে। অসমৰ কুটীৰ শিল্পক বিশেষকৈ বয়ন শিল্পক সমগ্ৰ ভাৰতে প্ৰশংসা কৰে। অস্পৃশ্যতা বিৰোধী আন্দোলনত অসম কেইবা শতাব্দীৰপৰা আগবাঢ়ি আছে। অসমৰ গাঁৱে-গাঁৱে থকা নামঘৰ সকলো জাতি-বৰ্ণৰে মিলনভূমি।

অসম এখন আওহতীয়া অঞ্চল। বৃটিছৰ ৰাজত্বত আৰম্ভ হোৱা আধুনিক পাশ্চাত্য শিক্ষা অতি পলমকৈ অসমত প্ৰচাৰ হোৱাত ভাৰতৰ আন আন ৰাজ্যতকৈ অসম স্বাভাৱিকতে ভালেখিনি পিচ পৰি ৰ'ল। যাৰ পো মেলত নাই সি গুধীয়া হোৱাৰদৰে অসমৰ অভাৱ-অভিযোগ আজিও অলপ দিনলৈ জোৰেৰে দাবি ধৰা নৈছিল। আৰু দাবি ধৰিবলৈও সম্বল নাছিল। এইফালৰপৰা অসম এতিয়াও দুৰ্বল।

সৰ্বভাৰতীয় স্বীকৃতি পোৱা অসমৰ তেজস্বী কবি অম্বিকাগিৰী ৰায়চৌধুৰীয়ে অতি দুখেৰে গাইছে —

স্বাধীন ভাৰত জয় গীতিকাৰ নাই
আজি মোৰ অমৰ নাম,
মৰ্যদা মোৰ ক্ষুণ্ণ কৰিছে, বেদনা
জ্বালাত জ্বলিছে প্ৰাণ।
নাই তাত মোৰ নাম-চিন একো
দাবীলৈও মোৰ নকৰে কাণ,
চৰাচৰ মানী গৌৰৱী মোৰ কলিজাটো
ভেদি হানিছে হান।(অনুভূতি)

কবিৰ এইটোতে দুখ যে আন স্বীকৃতি যি নায়েই, ভাৰতৰ জাতীয় সংগীততো অসম অঞ্চলৰ কোনো প্ৰকাৰ উল্লেখ নাই।

এখন বৃহৎ ৰাষ্ট্ৰৰ যদি কোনো অঞ্চলে কেন্দ্ৰৰপৰা অৱহেলা আৰু অনাদৰ পাই থাকে, সেই অঞ্চলৰ প্ৰজাৰ অন্তৰত নিৰাশা আৰু অবিশ্বাসৰ ভাব অহাটো স্বাভাৱিক। এনে ভাব ঐক্যানুভূতি আৰু সংহতিৰ অন্তৰায়। কিন্তু নানা ক্ষেত্ৰত বঞ্চিত আৰু নিৰাশ হৈয়ো অসমে সৰ্বভাৰতীয় ঐক্যৰ আদৰ্শৰপৰা বিন্দুমাত্ৰ স্খলিত হোৱা নাই। আজিকালি কোনো কোনো অঞ্চলত ভাৰতৰ বাহিৰৰ ৰাজনৈতিক প্ৰভাৱৰ ফলত কোনো দলে ভাৰতৰপৰা ফাটি যাবলৈকো প্ৰস্তাৱ কৰে। অসমলৈ এনে প্ৰভাৱ আহিব পৰা নাই, অসমৰ সকলো ধৰ্ম আৰু ৰাজনৈতিক সম্প্ৰদায়েই এনে বহিৰ্মুখী মনোবৃত্তিৰ বিৰোধী। সমবিচাৰ আৰু সহানুভূতিয়ে এনে বিৰোধী ভাব স্থায়ী কৰিব বুলি আশা কৰিব পাৰি। নিজৰ অৱস্থা আৰু অসুবিধাৰ কথাবোৰ কেন্দ্ৰৰ ওচৰত জোৰেৰে উপস্থাপন কৰিব পৰা ক্ষমতা অসমেও বঢ়াব লাগে। দুৰ্বলীৰ সজ ইচ্ছা আৰু অত্যন্ত ন্যায়সংগত দাবীও বিবেচনাৰ ভিতৰুৱা নহয়।

# আমাৰ সংস্কৃতিৰ এটা দিশ

আগৰ দিনত পঢ়াতকৈ শুনা মানুহ সৰহ আছিল। তেতিয়াৰ দিনত আখৰ চিনি নোপোৱা মানুহেই আছিল সৰহ। আখৰ চিনি পোৱা লোক কৌটিয়েকৰ মাজত এক। তথাপি তেতিয়াৰ মানুহৰ বুদ্ধি-বৃত্তি কোনো প্ৰকাৰে কম নাছিল। লিখা-পঢ়া নজনা মানুহেও ডাঙৰ ডাঙৰ কাম কৰিছিল, দেশ চলাইছিল। যিমানেই দেশত পঢ়া-শুনা বাঢ়িছে, সিমানেই মানুহৰ সাধাৰণ জ্ঞান আৰু বুদ্ধি-বৃত্তি কমি অহা যেনহে লাগিছে।

পঢ়িব নাজানিলেও তেতিয়া মানুহে শুনি শুনিয়েই বহুত কথা শিকিছিল আৰু মনত ৰাখিছিল। প্ৰকৃতিৰ সৃষ্টিত দেখা যায় মানুহৰ কোনো এটা গুণৰ অভাৱ হ'লে আন এটা শক্তিৰ বৃদ্ধি হয়। কণা মানুহৰ ভিতৰত বহুতে সংগীতত পাৰদৰ্শিতা লাভ কৰে, তেওঁলোকৰ কল্পনাশক্তিও প্ৰখৰ হয়। এইটো জনা কথা। জগতৰ কেইবাগৰাকীও বিখ্যাত কবি অন্ধ। আমাৰ বুঢ়ীআইহঁতে শুনি শুনিযেই কীৰ্তনৰ পদৰ উপৰি কাণখোৱা, ৰুক্মিণী হৰণ, ভীমচৰিত, কুমৰ হৰণ আদিৰ পদ কণ্ঠস্থ কৰি গৈছিল— আইনাম, বিয়ানাম আদিৰ কথাই নাই। আগবেপৰা কোনো প্ৰস্তুতি নোহোৱাকৈ ৰভা তলত অৱস্থা বুজি জোৰানাম ৰচনা কৰি গোৱা শক্তিও একেবাৰে সাধাৰণ বুলি ক'ব নোৱাৰি। পঢ়িব নোৱৰাসকলে শুনি শুনিয়েই কথাবোৰ মগজ সাঁচি থৈছিল।

সেইবুলি পুথি পঢ়া মানুহ যে একেবাৰে কম আছিল, এনেও নহয়। এইসকলৰ যোগেদিয়েই সমাজত সাহিত্য-সংস্কৃতিৰ প্ৰচাৰ হৈছিল আৰু সৰ্বসাধাৰণৰ মাজত ভাৰতীয় কাব্য, কাহিনী আৰু ধৰ্মশাস্ত্ৰৰ কথা বিয়পি পৰিছিল। 'পঢ়ে, পঢ়ুৱায়, ৰোৱে পাণ'— ডাকপুৰুষৰ এই আদৰ্শ মানুহে মানি লৈছিল। পঢ়িব নোৱাৰি ঘেঁহাই থকা বা ভালকৈ পঢ়িব নোৱৰা মানুহক ৰাইজে ব্যংগ কৰি কৈছিল— শ্ৰীকৃষ্ণায় বোলোঁতেই তিনি চাকি তেল পুৰিলে। 'ক' বুলিব নাজানে ৰত্নাবলী পঢ়ে— এনেকৈয়ো কয়। সৰসৰীয়াকৈ ভাগৱত পঢ়ি ব্যাখ্যা কৰিব নোৱৰা ভাগৱতী দেউক 'জোপা ভাগৱতী' বুলি ৰহস্য কৰে। আমাৰ ঘাই ঘাই ভাগৱতী ধৰ্মবিলাকত দিনৌ নিৰ্দিষ্ট কাৰ্যক্ৰম অনুসৰি ভাগৱত পাঠ কৰাৰ কাৰণে একোজন ভাগৱতী আছে। দক্ষিণপাট সত্ৰত আজিও শ্ৰীশ্ৰীঅধিকাৰ গৰাকীয়ে মূল ভাগৱত দিনৌ নামঘৰত পাঠ আৰু ব্যাখ্যা কৰে। ভাগৱতীদেৰে পিচতহে অসমীয়া ভাষাৰ পদ পঢ়ি শুনায়। ভাগৱত আমাৰ সমাজৰ ইমানেই সুপৰিচিত যে ল'ৰা ওমলোৱা নামতো — 'ভাগৱতী বাপুৰে ৰাইকহ স্বভাও'— এই ধেমেলীয়া কথাষাৰ সোমাই গৈছে। কল্পতৰুস্বৰূপ ভাগৱত পুৰাণৰ পাঠ আৰু শ্ৰৱণ অতি ব্যাপকভাৱে হৈছিল আৰু ইয়াক অৱলম্বন কৰি সন্ত-মহন্তই নাট-পদ-গীত কাটিছিল।

বেলেগ বেলেগ অৱস্থা আৰু চৰিত্ৰৰ কথা মানুহৰ মনত খোৱাকৈ প্ৰকাশ কৰিবৰ কাৰণে ভাগৱতৰ কোনো ব্যক্তি বা উপাখ্যানৰ কথা ব্যৱহাৰ কৰিছিল। দুৰন্ত, দুৰ্বৃত্ত, খটাসুৰ মানুহক অজামিল আখ্যা দিয়ে, চোৰ-ডকাইত খেদাক শিশুপাল খেদা বুলি কয়, মদাহী, উশৃংখল মানুহক যদুবংশৰ লগত তুলনা কৰি 'যাধৱা' নাম দিয়ে আৰু হঠাতে কোনোবা মানুহ অন্তৰ্ধান হ'লে 'হৰমোহন দিয়া' বুলি কয়। ৰুক্মিণীৰ ঠাইত অসমীয়া প্ৰাকৃত ৰূপ ৰুকুণী, সত্যভামাৰ ঠাইথ 'সত্যব্ৰহ্মা' নিশ্চয় সকলোৱে লক্ষ্য কৰিছে। নামতীসকলে বিয়ানামৰ মাজত ৰুক্মিণী হৰণৰ পদ নিদিয়াকৈ নাথাকে; গোসাঁইৰ নামত স্বৰ্গৰপৰা উঘালি আনি দ্বাৰকাত পাৰিজাত ৰোৱাৰ কথা থাকিবই। ৰুনুক জুনুক নেপুৰ বজাই ৰেধাৰ পধূলিয়ে যোৱা কলীয়াৰ কথাকে ধৰি অসংখ্য পদ 'কানু বিনে' হোৱা নাই।

ব্যাপকভাৱে ভাগৱতৰ পদ পাঠ আৰু প্ৰচাৰৰ ফলত ভাগৱতৰ চৰিত্ৰ আৰু কথাবোৰ অসমীয়া মানুহৰ হাড়ে-হিমজুৰে সোমাই গৈছিল। দশমৰ পদ কৰা প্ৰসিদ্ধ কথাবোৰ অসম বুৰঞ্জীৰ ছাত্ৰ মাত্ৰেই জানে। ভাগৱত চুই শপত খোৱা প্ৰথা অলপ দিনলৈকে অসমত প্ৰচলিত আছিল, কোনো কোনো ঠাইত এতিয়াও আছে। কেতিয়াবা ক'ৰবাত ভাগৱত পুথি আঁতৰাই থৈ শুদা পেৰাটোতে ধৰিও শপত খুৱায়। ভাগৱতলৈ মানুহৰ ভয়; কিয়নো ভাগৱত পুথিতেই স্বয়ং শ্ৰীকৃষ্ণ দৈৱকীনন্দন বাস কৰে। পুৰাণ সূৰ্য ভাগৱত শাস্ত্ৰবো উত্তম।

পুৰণি কালত আমাৰ দেশৰ মানুহে ভাগৱতৰ বাহিৰেও কি পঢ়িছিল, জানিবৰ মন যায়। এই সম্পৰ্কে কামৰূপ শাসনাৱলীৰপৰা আমি ভালেখিনি খবৰ পাওঁ। ভূমিদান গ্ৰহণৰ উপযুক্ত ব্ৰাহ্মণসকলৰ বিষয়ে তাত যি বিৱৰণী দিছে তাৰপৰা সেই ব্ৰাহ্মণসকল বেদবিদ্ আছিল বুলি জানিব পাৰি। এইসকল লোক ব্যাকৰণ, তৰ্ক, মীমাংসা, তন্ত্ৰ এইবিলাক শাস্ত্ৰতো পাৰ্গত আছিল। পুৰাণ শাস্ত্ৰ আদিৰ কথা শুৱলাকৈ জন-সমাজত ক'ব পৰা 'কথানিষ্ঠ' বা কথাকোৱিদ লোকো আছিল, আৰু এই কথানিষ্ঠসকলৰ যোগেদিয়েই অসমত ভাৰত-ভাগৱত সৰ্বসাধাৰণৰ মাজত প্ৰচাৰ হৈছিল। ডক্টৰ সুনীতিকুমাৰ চট্টোপাধ্যায়দেৱৰ মতে খ্ৰীঃ পঞ্চম-ষষ্ঠ শতাব্দীত অসমৰ মংগলীয় জনসমূহৰ মাজত অধ্যয়ন বিশেষভাৱে হৈছিল বুলি শাসনাৱলীৰপৰা বুজা যায়। মহাভাৰতৰ প্ৰখ্যাত নায়কসকলৰ লগত ভূমিদান কৰোঁতা ৰজাসকলৰ তুলনা কৰা হয়। গোপী জনমনৰ আনন্দবৰ্ধক গোপবেশ বিষ্ণুৰ কাহিনীও অসমত জনাজাত হৈছিল। অসমত ভক্তিশাস্ত্ৰৰহে প্ৰাধান্য, ৰসপ্ৰধান গ্ৰন্থৰ বা কাব্যৰ আদৰ কম— এনে সমালোচনাও শুনা যায়। শাসনাৱলী পঢ়িলে এই ধাৰণা হয় যে শাসন ৰচোঁতা পণ্ডিতসকল কালিদাসৰ কাব্যৰ লগত বিশেষভাৱে পৰিচিত আছিল। অসমীয়া বৈষ্ণৱ কবিসকলে বিদ্যাপতিৰ কবিতাৰ উপৰি জয়দেৱৰ কোমলকান্ত পদৰ প্ৰভাৱ গ্ৰহণ কৰিছিল। সেই কালত উত্তৰ ভাৰতৰ বৈষ্ণৱসকলৰ ভাষা এটাহে আছিল বুলিলে বঢ়াই কোৱা নহয়।

পুৰণি কালত ভাগৱতেই অসমত বিশেষ প্ৰচাৰিত গ্ৰন্থ। ৰামায়ণ, মহাভাৰত, পুৰাণ, তন্ত্ৰ আদিৰ চৰ্চাও হৈছিল, ই নিশ্চয়। কিন্তু ভাগৱতৰ কাহিনীয়ে বৈষ্ণৱ কবি ভক্তসকলৰ আঞ্চলিক ভাষাত লিখা নাট-গীত আৰু পদৰ মাধ্যমত সমাজৰ অতি নিম্নস্তৰলৈকে ভেদিছিল। একালত পুৰাণ-ভাগৱতৰ কথা দেশীয় ভাষাত লিখা আৰু শ্ৰৱণ কৰা মহাপাপ বুলি ধৰা হৈছিল। অসমৰ বৈষ্ণৱ কবিসকলে অতি সন্তৰ্পণে সৰ্বজন গৃহীত ভক্তভাষ্যকাৰ শ্ৰীধৰ স্বামীৰ টীকা আখৰে আখৰে অনুসৰণ কৰি কাৰো দায় নলগোৱাকৈ দেশীয় ভাষাত পদবন্ধে ভাগৱত ৰচনা কৰিছিল।

ৰত্নাৱলী গ্ৰন্থই বংগদেশত যিদৰে আদৰ লাভ কৰিলে অসমতো তেনেকৈয়ে সন্মান পালে। কীৰ্তন, দশম, ঘোষা-ৰত্নাৱলী, অসমৰ বৈষ্ণৱসকলৰ চাৰিবেদ। এই চাৰিওখনৰে গুৰি ভাগৱত। ভক্তিৰত্নাকৰ পুথিও ভাগৱতৰেই সাৰ, যদিও আজিকালিৰ পণ্ডিতে ইয়াক প্ৰাপ্য ঠাই দিয়া নাই।

স্কুল-বিদ্যালয় প্ৰায় নোহোৱা কালত, পুথিভঁৰাল, ছপাশাল নোহোৱা যুগত (যাক আমি অন্ধকাৰ যুগ বুলি ভাবোঁ) এখন পুথিৰ ইমান প্ৰভাৱ কেনেকৈ হ'ল, ভাবি চাবলগীয়া কথা। এই পোহৰত 'আন্ধাৰতো খুজিপান্ত, লুকান নাযায়'। যুগমীয়া বস্তুৱে মানুহৰ অন্তৰত ৰাজ্য বিস্তাৰ কৰিব পাৰে, ইয়াৰপৰা এই কথাৰে প্ৰমাণ পায়। এই ৰাজ্যৰ পতন বা বিনাশ নাই। অসম এতিয়াও ভাগৱতৰে দেশ, আৰু আগলৈকো ভাগৱতৰে ৰাজ্য হৈ থাকিব।

# অসমীয়া সাহিত্য আৰু চন্দ্ৰকুমাৰ আগৰৱালা

প্ৰত্যেক সাহিত্য কৰ্মৰে দুটা মূল্য আছে — এটা ঐতিহাসিক আৰু এটা ইতিহাস-নিৰপেক্ষ বা প্ৰকৃত (absolute)। সাহিত্যৰ বুৰঞ্জী অধ্যয়ন কৰিলে দেখি, সাহিত্যৰ এটা গতি আছে, আৰু গতিৰ লগে লগে যুগে যুগে তাৰ পৰিবৰ্তন আছে। এই পৰিবৰ্তন শিল্প আৰু মন, প্ৰকাশভংগী আৰু বিষয়বস্তু দুয়োটাৰে। বিষয়বস্তু আৰু দৃষ্টিভংগীৰ সলনি হোৱাৰ লগে লগে প্ৰকাশভংগীও বেলেগ হৈ যায়। সাহিত্যৰ এই গতি আৰু সলনিকে সাহিত্যৰ বুৰঞ্জীয়ে দাঙি ধৰে। দেশ-কালৰ বিস্তৃত ব্যৱধান থাকিলেও সাহিত্য-কৰ্মক নিৰীক্ষণ কৰিবৰ উপায় আছে — জ্যোতিষীয়ে মানমন্দিৰত থিয় হৈ মহাকাশৰ দূৰৱৰ্তী গ্ৰহ-নক্ষত্ৰৰ গতিবিধি নিৰ্ণয় কৰাৰদৰে।

কোনো সাহিত্যৰ সকলো সাহিত্য-কৰ্মই অনবদ্যতাৰ দাবী কৰিব নোৱাৰে। সহস্ৰকোটি শিলগুটিৰ মাজতহে কেতিয়াবা এটা শালগ্ৰাম শিল পোৱা যায়। সাহিত্য জগতৰ সকলো সৃষ্টিয়েই সমান গুণৰ অধিকাৰী নহয়। বুৰঞ্জীমূলক

অধ্যয়নৰ কাৰণে সকলো ৰচনাৰে মূল্য আছে আৰু তুলনাৰ দ্বাৰাহে উৎকৰ্ষ-অপকৰ্ষৰ জ্ঞান হয়। এই বিচাৰকাৰ্য অতি সহজো নহয়, কিয়নো এইখিনি কৰোঁতে জাতীয় জীৱনৰ সৰ্বাংগীন বুৰঞ্জী আৰু বেলেগ বেলেগ প্ৰভাৱৰ বিচাৰ কৰিব লগা হয়, যদিও একমাত্ৰ এনে অনুসন্ধানে সাহিত্যৰ আত্মাবস্তু ধৰা পেলাব নোৱাৰে। এজোপা গছে ওপৰৰ তাপ আৰু পোহৰ গ্ৰহণ কৰাৰ বাহিৰেও মাটিৰ তলত অদৃশ্য হৈ থকা অসংখ্য শিপাৰ সহায়ত বিভিন্ন দিশৰপৰা ৰস শুহি লৈ নিজৰ পুষ্টি সাধন কৰে।

অসমীয়া সাহিত্যৰ বুৰঞ্জী অধ্যয়নৰ কাৰণেও এনে নীতিকে অৱলম্বন কৰিব লাগিব। অসমীয়া সাহিত্যৰো কেইবা শতাব্দী ব্যাপি থকা দীঘলীয়া ঐতিহ্য আছে। ইয়াৰ বেলেগ বেলেগ স্তৰত বিচিত্ৰ চিন্তাৰ ধাৰা আৰু সেই চিন্তাসমূহৰ উপযোগী বাহন দেখিবলৈ পোৱা যায়। জাতিৰ চিন্তা আৰু সাধনা বাণীৰ যোগেদি মূৰ্ত হৈ থাকে। বাংময় প্ৰৱাহৰ এই বিচিত্ৰ ঋজু-কুটিল গতিৰ ভংগিমা উপলব্ধি কৰা সাহিত্য শিক্ষাৰ এটা উদ্দেশ্য। চৰ্যাগীতৰ যুগৰপৰা গান্ধীৰ যুগলৈকে কাব্য-সাহিত্যৰ এটা স্তিমিত প্ৰবাহ দেখা যায়। কেতিয়াবা কোনো বিশেষ কালখণ্ডত বাৰিষাৰ নৈৰদৰে পাৰ ভাঙিছে — সৰহভাগ সময়ত খৰালিৰ হাড়লী সোঁতৰদৰে 'ক্বচিৎ ছিন্না, ক্বচিৎ ভিন্না'। এই কাব্য-সাহিত্যৰ মাজেদি কেতিয়াবা বৌদ্ধ সহজীয়া সাধনাৰ কথা আৰু কেতিয়াবা একান্ত নিৰ্গুণ কৃষ্ণৰ গুণৰ মহিমা আৰু শৰণাগতৰ কাকুতি, কেতিয়াবা দেহজ প্ৰেমৰ ৰজোগুণীয়া নিবেদন, আৰু কেতিয়াবা অতীন্দ্ৰিয় জগতৰ সোঁৱৰণ। কোনো ঠাইত যুদ্ধক্ষেত্ৰৰ বীৰৰসাত্মক বৰ্ণনা, কোনো ঠাইত পাৰিবাৰিক জীৱনৰ আলোচনা, কঁহবাত আকৌ হাস্য-ব্যংগ ৰসৰ অৱতাৰণা।

প্ৰায় আঠৈকুৰি বছৰৰ আগতে 'চেতনা'ৰ প্ৰথম বছৰতে ওলোৱা পুৰণি অসমীয়া সাহিত্য বিষয়ক এটি প্ৰবন্ধত ডক্টৰ কাকতীয়ে এটি সাৰুৱা মন্তব্য কৰিছিল। তেওঁ কৈছিল যে পুৰণি অসমীয়া সাহিত্যৰ প্ৰায় গোটেইখিনিয়েই শিক্ষামূলক (dıdactıc)। তেখেতৰ কথাৰ লগত আৰু এটা কথা যোগ দিব পাৰি যে এই সাহিত্যৰ সৰহভাগেই দেৱবাদ নিৰ্ভৰ বা দেৱাশ্ৰয়ী। ইয়াৰ উদ্দেশ্য সৌন্দৰ্য সৃষ্টি নহয়। সৌন্দৰ্য উপলক্ষহে। এই সাহিত্যৰ প্ৰায় সকলোখিনিয়েই ধৰ্মীয় মতবাদৰ ওপৰত প্ৰতিষ্ঠিত। ধৰ্ম সম্প্ৰদায়ৰ লগত সম্পৰ্ক নথকা সাহিত্য অন্ত্যজ আৰু অপাংক্তেয়। ধৰ্মৰ লগত সম্পৰ্কবিহীন সাহিত্যকেঁ সেই যুগৰ ৰুচি পৰায়ণ ভক্ত-সাহিত্যিকসকলে গলত চেপি ধৰি, নামঘৰৰপৰা বাজ কৰিছিল। তথাপি সি নমৰি গছতল, লুইতৰ পাৰ, ধাননি পথাৰ আৰু ম'হৰ পিঠিত ভয়-সংকোচেৰে জীৱনটো ৰক্ষা কৰি আছিল।

যোৱা শতাব্দীত আৰম্ভ হোৱা ইংৰাজ শাসনলৈকে অসমত মধ্যযুগ বুলি ক'ব পাৰি। মধ্যযুগৰ সাহিত্য ধৰ্মনিৰ্ভৰ আৰু দেৱতাশ্ৰয়ী, এই কথা পূৰ্বতে কোৱা হৈছে। ইয়াত পৃথিৱী আৰু মানুহৰ প্ৰাধান্য নাই, মানুহৰ আকাংক্ষা দেৱতাৰ সাযুজ্য বা সাৰূপ্য লাভ কৰা। মানুহ জীৱনটো এক অজ্ঞাত লোকৰ কাৰণে প্ৰস্তুতি, আৰু পৃথিৱী এই প্ৰস্তুতিৰ ক্ষেত্ৰ। ঐহিকজীৱনক অতি সামান্য গুৰুত্বহে এই সাহিত্যত দিয়া হৈছে।

পাশ্চাত্য জগতৰ সংস্পৰ্শত এই মধ্যযুগীয় দৃষ্টিভংগীৰ সলনি হৈ আহিল। ইউৰোপত যি জাগৃতি বা ৰেনেছাঁ প্ৰায় পঞ্চদশ শতাব্দীত আৰম্ভ হৈছিল, আমাৰ ইয়াত যোৱা শতাব্দীৰ প্ৰায় মাজভাগতহে আৰম্ভ হৈছে। পৃথিৱীপ্ৰধান আৰু মানৱমুখী এই ভাবধাৰা প্ৰাচ্য আৰু পাশ্চাত্য দুয়ো জগতত‌েই নৱজাগৃতিৰ (ৰেনেছাঁ) ফল যদিও, এই নৱজাগ জগতৰ দুয়ো প্ৰান্ততে বেলেগ বেলেগ ৰূপত প্ৰকাশ পাইছে। এইবোৰ বহলাই ক'বলৈ গ'লে বহুত কথা। নৱজাগৃতিৰ ফলত ধৰ্ম আৰু ঈশ্বৰ যে একেবাৰে বাদ পৰি গৈছে এনে নহয়, ধৰ্মৰ সংকীৰ্ণতা বহুত পৰিমাণে কমিছে। মানুহৰ মনে বহুত বাধা-নিষেধ আৰু সংস্কাৰৰপৰা মুকলি হৈ সদায় গচকি থকা এই পৃথিৱী আৰু তাৰ অধিবাসী মানুহৰ প্ৰতি নতুন ধাৰণা পোষণ কৰিবলৈ লৈছে।

হিউমেনিজিম বা মনৱিকবাদ এই চিন্তাৰে এটা ফাল। এই মানৱিকবাদৰ ধাৰা ক্ষীণভাৱে হ'লেও অতি প্ৰাচীন কালৰপৰাই প্ৰৱাহিত হৈ আহিছে। গ্ৰীকসকলৰ man is the measure of things, মহাভাৰতৰ "ন মানুষ্যাৎ শ্ৰেষ্ঠতৰং হি কিঞ্চিৎ" আদি বাণীয়ে মানৱিকবাদ স্পষ্টকৈ ঘোষণা কৰিছে। কিছুকাল ধৰি এই উদাৰ ভাববোৰ ধৰ্মীয় শাসনত চেপা খাই আছিল। ইউৰোপৰ নৱজাগৃতিৰ সময়ৰপৰা মানুহৰ প্ৰাধান্য ক্ৰমে শক্তিশালী হৈ উঠিল। ঊনবিংশ শতিকাৰ প্ৰথম

ভাগৰপৰাই বিজ্ঞানৰ অগ্ৰগতিৰ ফলত বাহ্যিক জীৱন আৰু মানসিক জীৱনৰ অভাৱনীয় পৰিৱৰ্তন আৰম্ভ হ'ল। বেন্থাম, মিল্, কঁট আদি দাৰ্শনিকসকলৰ জীৱন দৰ্শনো এই পৰিবৰ্তনৰপৰাই উদ্ভৱ হয়। উপযোগবাদ (utilitarianism), প্ৰত্যক্ষবাদ বা ইতিবাদ (Positivism), আজি দৰ্শনত যুক্তি আৰু বাস্তৱ সত্যই বিশেষ আসন পোৱা দেখা যায়। ডাৰৱিন, হাবাৰ্ট স্পেনচাৰ, হাক্সলী আদিৰ বৈজ্ঞানিক চিন্তাধাৰাই সেইকালৰ সমাজ-মন প্ৰায় ছাটি ধৰে, তাৰ ধ্বনি-প্ৰতিধ্বনি সাহিত্যতো স্পষ্টকৈ ধৰিব পাৰি। ফৰাচী দাৰ্শনিক কঁট আৰু তেওঁৰ পজিটিভিজিম মতবাদে মানৱিকবাদক এটা নতুন ৰূপ দিলে। কঁটেই সিংহাসনৰপৰা ঈশ্বৰক নমাই তাত মানুহক প্ৰতিষ্ঠা কৰিলে। এই অভিনৱ মানৱধৰ্ম প্ৰচলিত ধৰ্মবিলাকৰদৰেই আচাৰ-অনুষ্ঠানযুক্ত এটা ধৰ্ম হৈ উঠিল। অলপ দিনৰ কাৰণে পশ্চিম ইউৰোপত তেওঁৰ বিশেষ প্ৰভাৱ পৰিলক্ষিত হৈছিল, কিন্তু ক্ৰমে তাৰ জনপ্ৰিয়তা হ্ৰাস হ'বলৈ ধৰে।

এই প্ৰসংগত লক্ষ্য কৰিবলগীয়া কথা এইটোহে ঃ নতুনকৈ পাশ্চাত্য জগতৰ প্ৰভাৱত অবিভূত হোৱা বংগদেশত এই মতবাদৰ ভক্তৰ সংখ্যা আচৰিত ৰকমে বাঢ়িছিল। বংকিম চট্টোপাধ্যায়, ভূদেব মুখোপাধ্যায় প্ৰভৃতি লেখত ল'বলগীয়া সাহিত্যিকসকলৰ ৰচনাত কঁটৰ প্ৰভাৱ স্পষ্ট। এই সম্বন্ধে এটা কথা শিক্ষিত সমাজত প্ৰচলিত হৈছিল যে there are more Comtists in Bengal than in France ৰবীন্দ্ৰনাথৰ অনেক কবিতাত এই মতবাদ সোমাই আছে আৰু তেওঁৰ মানৱধৰ্মৰ আদৰ্শও কঁটৰ প্ৰভাৱৰপৰা মুক্ত নহয়।

চিন্তাজগতৰ এই পটভূমিত আধুনিক ভাৰতীয় তথা অসমীয়া সাহিত্যক নিৰীক্ষণ কৰিলেহে ইয়াৰ প্ৰকৃত ৰূপটো ধৰা পৰিব। বৃটিছ শাসকসকলে প্ৰৱৰ্তন কৰা নতুন পাশ্চাত্য শিক্ষাৰ ফলস্বৰূপে সমগ্ৰ ভাৰতত যি সামাজিক আৰু মানসিক পৰিৱৰ্তন ঘটিছিল, সেইবোৰৰ ঢৌৱে অসমীয়া মানুহ আৰু অসমীয়া সাহিত্যকো ভালকৈয়ে স্পৰ্শ কৰিছে।

আগতে উল্লেখ কৰি অহা হৈছে যে মধ্যযুগৰ সাহিত্য কৃষ্ণ-বিষ্ণু-শিৱ বা আন কোনো দেৱতাক অৱলম্বন কৰি ৰচনা কৰা হৈছিল। পৃথিৱী আৰু মানুহৰ ঠাই এই সাহিত্যত গৌণ আছিল। পৃথিৱী আৰু মানুহৰ এই জনম বৈকুণ্ঠ বা স্বৰ্গৰ কাৰণে এটা প্ৰস্তুতিৰ ক্ষেত্ৰ। পাৰ্থিৱ সম্পদ, নাৰীৰ প্ৰেম, আৰু সৌন্দৰ্য — এইবিলাকৰ প্ৰতি যি আকৰ্ষণ, সি ভয়-সংকোচ-বৈৰাগ্যমিশ্ৰিত ঃ

ক্ষণিক সংসাৰ বিলম্বত কাৰ্য্য নাই।
চিন্তামণি জন্ম হেৰা হাততে হৰাই।।
নাহিকে চেতন কাল-অজগৰে গিলে।
ধনজন জীৱন যাইবেক এক তিলে।।
বিষযত সুখ একতিলে কৰি চুৰ।
যমৰ কিঙ্কৰে ধৰি নিবে যমপুৰ।।

আকৌ — যি লক্ষ্মীত আশা কৰি সদায়ে আকুল মন
তেহো মহা চঞ্চল সৰ্বথা।
বিষয়ত যত সুখ অন্তত সমস্তে দুখ
তাক যত্ন কৰি মৰা বৃথা।।
যতেক আছয় লোক সবাৰো আগত শোক
দুখময় সকলে সংসাৰ।
যতেক সুন্দৰী নাৰী পৰম অনৰ্থকাৰী
আতপৰে নাহিকে নিকাৰ।।

* * *

ইটো নৰতনু নেনা আগে কাল
বিষয় মিছা জঞ্জালে।
যেন বিবলতা চয় ফল ফুলে
আছে জক মক কৰি।।
প্ৰথমে সুন্দৰ দেখন্ত পাছত
পৰশিলে যায় মৰি।।

* * *

ওপৰৰ উদ্ধৃতি বিলাকৰপৰাই মধ্যযুগৰ কবিসকলৰ জীৱন-দৰ্শনৰ আভাস পাব পাৰি।

অসমীয়া সাহিত্যৰ আধুনিক যুগ ঊনবিংশ শতাব্দীৰ শেষৰফালে অসমীয়া সাহিত্যত যি নতুন পৰিৱৰ্তনে দেখা দিলে, বেজবৰুৱা, চন্দ্ৰকুমাৰ আৰু হেম গোসাঁই, ৰত্নেশ্বৰ মহন্ত এইসকল ইয়াৰ আগৰণুৱা আছিল। পৃথিৱীৰ বিচিত্ৰ শোভা, নৰ-নাৰীৰ শাৰীৰিক সৌন্দৰ্য, মানুহ হিচাপে মানুহৰ গৌৰৱ, সাম্প্ৰদায়িক ধৰ্মৰপৰা বিমুক্তি — এইবোৰ এই নতুন সাহিত্যৰ বিষয়।

চন্দ্ৰকুমাৰ আগৰৱালাৰ কবিকৰ্মৰ ফল জোখত সৰু হ'লেও ইযাৰ মাজেদি নতুন যুগৰ এই ভাববোৰ প্ৰকাশ পাইছে। বেজবৰুৱা ডাঙৰীযাই কৈছিল, 'প্ৰতিমাখন সৰু, কিন্তু ই নিভাঁজ সোণৰ'। সোণৰ যে হ'বই লাগিব, তাৰ কোনো অৰ্থ নাই। থাপনাৰ আগত সজাই থোৱা পিতলৰ শৰাই আৰু ভিতৰত চাউল ভৰাই বন্তি জ্বলাই লৈ যোৱা দুণৰি— এই দুয়োটাৰে সৌন্দৰ্য সকলোৱে বুজে। অকল কাঞ্চন কৌলীন্যই কৌলীন্য নহয়। বেজবৰুৱা ডাঙৰীয়াই নিভাঁজ সোণ কথাষাৰ বহুকালস্থায়ী অৰ্থত যদি ব্যৱহাৰ কৰিছিল, তেন্তে সেইকথা ভাবিবলগীয়া। আগৰৱালাৰ কবিতাৰ মাজৰ দুই-চাৰি পংক্তি বা শ্লোক দীৰ্ঘকালৰ কাৰণে জীয়াই থাকিব পাৰে। সেইটো সময়েহে নিৰ্ধাৰণ কৰিব। জগতৰ শ্ৰেষ্ঠ কবিসকলৰ সকলো বাংময় প্ৰচেষ্টাও স্থায়ী হৈ মানুহৰ সোঁৱৰণত নাথাকে। কাব্যৰ এনে স্থায়িত্ব নিৰ্ভৰ কৰে ভাৱব্যঞ্জকতা, শ্ৰুতিমধুৰতা, বিশ্বজনীনতা আদি অনেক গুণৰ সমষ্টিৰ ওপৰত। এনে গুণৰ সমাবেশ সকলো কবিৰ ভাগ্যত নঘটে, তেনে গুণসম্পন্ন ৰচনা মহাসমুদ্ৰৰ পানীৰ মাজত সিচঁৰতি হৈ থকা দুই-এটি উজ্জ্বল বিন্দুৰ দৰে।

চন্দ্ৰকুমাৰ আগৰৱালাৰ কাব্যৰ বিচাৰ কৰোঁতে তেওঁক আধুনিক অসমীয়া কবিতাৰ অগ্ৰণী হিচাপে ধৰিব লাগিব। বৈষ্ণৱ সাহিত্যত নাৰীৰ ৰূপৰ বৰ্ণনা আছে। কিন্তু সেই বৰ্ণনাৰ লক্ষ্য স্তুতি বা বন্দনা নহয়, নিন্দাহে। আগৰৱালাৰ 'মাধুৰী'ৰ বৰ্ণনা বৈষ্ণৱ কবিসকলৰ বৰ্ণনাৰদৰে বিস্তৃত নহয়, সংযত। ইয়াত নাৰী-সৌন্দৰ্যক আপোন মহিমাত প্ৰতিষ্ঠিত কৰিছে। এই কবিতাত ব্যৱহাৰ কৰা কালিদাসৰ দুটি শব্দই গোটেই বৰ্ণনাৰ ওপৰতে এটি গাম্ভীৰ্যৰ পোহৰ পেলাইছে। ইয়াত উল্লেখ কৰিব পাৰি যে সমসাময়িক হেমচন্দ্ৰ গোস্বামীৰ 'প্ৰিয়তমাৰ চিঠি'ত প্ৰিয়তমাৰ কাউৰীঠেঙীয়া আখৰকেইটা গুৰুঘৰীয়া নিৰ্মালিতকৈও অধিক আদৰৰ বস্তু।

পাশ্চাত্য জগতৰ বিয়পি অহা সাম্যবাদ, পীড়িত আৰু দৰিদ্ৰৰ প্ৰতি সহানুভূতি, দাম্ভিক অত্যাচাৰৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা— এইখিনিও আগৰৱালাৰ কাব্যৰ আন কিছুমান বিশেষত্ব। প্ৰতিমাৰ দুই-এটা কবিতাত আৰু বীণ-ব'ৰাগীৰ প্ৰায় সকলো ঠাইতে একেবাৰে স্পষ্ট। পাঠকসকলৰ অতি প্ৰিয় 'আঙুলি বুলাব জনা হ'লে আজি' আদি বিদ্ৰোহসূচক উক্তিখিনি অতিশয়োক্তি অলংকাৰ বুলিহে ধৰিব লাগে। আগৰৱালাৰ বিদ্ৰোহ সাত্বিক আৰু ভকতীয়া বিদ্ৰোহ। পৰৱৰ্তী কালৰ বঙালী কবি নজৰুল ইছলামৰদৰে কবি দৃষ্টিভংগীৰপৰা ই সম্পূৰ্ণ পৃথক।

পৃথিৱীয়েই মানুহৰ নিজাপী ঘৰ আৰু মানুহেই দেৱতা, পৰাৎপৰ মানুহে পাদ্য-অৰ্ঘ্য পাবৰ যোগ্য— এই কঁট দৰ্শনৰ ভাববোৰো তেওঁৰ কেইবাটাও কবিতাত ব্যক্ত হৈছে। মানুহৰ প্ৰতি মানুহৰ অমানুবিকতাও তেওঁৰ বেজাৰৰ এটা কাৰণ। বহুত দূৰত থকা স্বৰ্গলৈ আকাংক্ষা নকৰি পৃথিৱীকে স্বৰ্গৰাজ্যত পৰিণত কৰিব লাগে, এইটোও তেওঁৰ বিশেষ বাণী। এইবোৰ কথা অলপ প্ৰচাৰগন্ধী হ'লেও বিষয়বস্তুৰ গৌৰৱতেই কাব্যৰ দুৰ্বাৰডলিত ভৰি দিছে।

চন্দ্ৰকুমাৰৰ কবিতাত আন মানসিক ভোজ্যও আছে। অকল পাশ্চাত্য চিন্তাৰেই নহয়, ভাৰতীয় চিন্তাৰো বাহন হৈছে। উদাহৰণস্বৰূপে, বিশ্বভাৱৰীয়া বোলা কবিতাটোত ভাৰতীয় দৰ্শনৰ মৰ্মকথা প্ৰকাশ কৰিছে। মানুহ নিজেই অনোৰনীয়ান্ মহতো মহীয়ান্, নিজেই গৱেষণা আৰু গৱেষক, কৰ্ম আৰু কৰ্তা, নামৰূপৰ অতীত নিৰঞ্জন। মায়া বোলা কবিতাত সাংখ্যৰ পঞ্চতন্মাত্ৰৰ কথা সুন্দৰীৰ ৰূপ-লাৱণ্যৰ সহায়েৰে বৰ্ণাইছে।

লোকগীতৰ মাতকথা আৰু সুৰৰ লগত আধুনিক কবিতাৰ সম্বন্ধ ঘটোৱা বিষয়ত আগৰৱালাই বাটকটীয়া। তাৰ পাচতেই বেজবৰুৱাই এইফালে হাত দিয়ে। পৰৱৰ্তী কালৰ কাব্যত লোকগীতিৰ প্ৰভাৱৰ ইয়াতেই আৰম্ভ। অসমৰ গাঁৱলীয়া দৃশ্য— ফুলা সৰিয়হডৰা, তামোল-লেতেকু-বাঁহগছেৰে ভৰা এৰাবাৰী, চাপৰি বজাই থকা যখিনী ছোৱালী আগৰৱালাৰ কবিতাত প্ৰথমে দেখা পাওঁ। এই স্থানীয় ছবিবোৰ বেজবৰুৱা, ৰত্নেশ্বৰ মহন্ত, দুৰ্গেশ্বৰ শৰ্মাৰ কবিতাতো দেখা যায়।

আগৰৱালাৰ কবিতাৰ ভাষা আৰু ছন্দ সৰল, আড়ম্বৰহীন আৰু সমাহিত। ইয়াত সংগীতময ভাষাৰ উন্মাদনা নাই। প্ৰকৃতি, মানৱ-বন্দনা, নিয়ৰ, তেজীমলা আৰু বীণ-ব'ৰাগীত বিষাদৰ জাটপৰা চিন্তাশীল লিৰিকৰ স্পন্দন আছে। অনেক ঠাইত ভাবৰ হেঁচাত ভাষা-ছন্দ গদ্যগন্ধী হৈ পৰিছে। 'শুকুলী হাতীত উঠি গোসাঁয়ে দেখিলোঁ এন্ধাৰত দিলেহি পোহৰ মেলি ' — এই কবিতাত সাধুকথা, পুৰাণ আদি চিত্ৰকল্পৰ সমাবেশ হৈছে আৰু প্ৰতীকৰ সহায়ত আন্ধাৰ-পোহৰৰ চিৰকলীয়া বুজিব নোৱৰা ৰণৰ ইংগিত দিছে।

কাব্যত ঘাইকৈ তিনিটা উপাদান মানুহে বিচাৰে। সংগীত, চিত্ৰ আৰু চিন্তা। সৰহভাগ কাব্যতে এই তিনিওটা বস্তু একেলগে পাবলৈ আশা কৰিব নোৱাৰি। আগৰৱালাৰ কবিতাতো চিন্তাৰ খোৰাক সৰহ, সংগীত আৰু চিত্ৰ তাকৰ।

কোনো কোনো সমালোচক-পণ্ডিতে প্ৰথম আধুনিক অসমীয়া কবিসকলক ৰোমাণ্টিক বা নৱন্যাসৰ কবি আখ্যা দিযে। তেনে এটা আচহুৱা 'লেবেল' মাৰি দিয়াটো মই অলপধতুৱা মনৰ প্ৰবৃত্তি বুলি ভাবোঁ। ৰোমাণ্টিক কথাটো বেলেগ দেশৰ বেলেগ কালৰ পৰিবেশত সৃষ্টি হৈছিল। অৱশ্যে ৰোমাণ্টিক যদি কাব্যৰ এটা বিশেষ স্বভাৱ বুলি ধৰা যায়, তেন্তে ইয়াক বেলেগ নাম দিবও পাৰি।

আগৰৱালাক 'ক্লাছিকেল' কবি বুলিবৰহে মন যায়। তেওঁৰ কবিতাত ক্ষোভ, নিৰাশা নাই। তেওঁ আশাবাদী, আদৰ্শবাদী। ৰাক্ষসীৰ মাজতো তেওঁ সৰমাৰ দৈৱীগুণ আৱিষ্কাৰ কৰিছে। তেওঁৰ প্ৰকাশভংগীও সম্পূৰ্ণ সৰল, সাত্ত্বিক, ঋজু। চন্দ্ৰকুমাৰ অসমীয়া বৈষ্ণৱ-সাহিত্য প্ৰচাৰক হৰিবিলাস গুপ্তৰ আত্মজ। কঁটৰ প্ৰত্যক্ষ বা পৰোক্ষ অনুগামী হৈযো তেওঁ হঠাতে কৈ উঠিছে :

দুখ দুৰ কৰি জগত উদ্ধাৰ
কৰাহে জগত স্বামী।
* * *
প্ৰভুৰ কাষলৈ নিনিয়ে যি সুখে
হিয়াৰ যাতনা মাথো।
জড় জগতৰ চেতনা নিয়ন্তা
ৰথৰ সাৰথি তুমি।

চন্দ্ৰকুমাৰৰ কবিতাই পাশ্চাত্য দাৰ্শনিক ভাব, প্ৰাচীন ভাৰতীয় চিন্তা, অসমীয়া লোকগীতিৰ ভাবভংগী এই সকলোবোৰ সামৰি লৈ, আধুনিক অসমীয়া কাব্যৰ দীঘলীয়া শাৰীৰ আগতে ঠাই লৈছে। তেওঁ কোনো ধৰ্ম-সম্প্ৰদায়ৰ মুখপাত্ৰ নহয়। পৃথিৱীখনৰ প্ৰতি শ্ৰদ্ধা আৰু পৃথিৱীৰ মানুহৰ আশা-আদৰ্শ তেওঁৰ কাব্যৰ মাজেদি প্ৰকাশ পাইছে। তেওঁৰ কাব্যৰ সৰহখিনি কিছুকালৰ মূৰত মানুহে পাহৰি যাব, সাহিত্যৰ বুৰঞ্জীৰ গৱেষক আৰু শিক্ষকে আগৰৱালাৰ পুৰণি

সংস্কৰণ বিচাৰি হাবাথুৰি খাব লাগিব। গৌৰৱৰ কথা এই যে আধুনিক যুগৰ আৰম্ভতে বিশ্বমানৱৰ আশা-আকাংক্ষাৰ সুৰ দিওঁতা সহস্ৰ কবি-কণ্ঠৰ লগতে আচহুৱা অসমীয়া কণ্ঠও মিহলাই আগৰৱালা কবিয়ে অসমীয়া জাতিৰ প্ৰতিনিধিত্ব কৰিছে।

## শ্ৰদ্ধাঞ্জলি

### (স্বৰ্গীয় চন্দ্ৰকুমাৰ আগৰৱালাৰ জন্মশতবাৰ্ষিকী উপলক্ষে)

চন্দ্ৰকুমাৰ আগৰৱালা ভৱিষ্যত মানৱৰ কবি।

ভৱিষ্যত মানৱৰ কবি বোলাৰ অৰ্থ এয়ে যে আগন্তুক কালৰ পৃথিৱীখন আৰু মানুহ কেনে হ'ব, তেওঁলোকৰ আশা আৰু আদৰ্শ কেনে হ'ব, এই কথাই ঘাইকৈ চন্দ্ৰকুমাৰ আগৰৱালাৰ কবিতাৰ মাজেদি প্ৰকাশ পাইছে। যোৱা শতাব্দীলৈকে ভাৰতীয় সাহিত্যত ধৰ্মীয় আৰু সাম্প্ৰদায়িক মনোভাৱৰ ৰাজত্ব চলিছিল। সেই সাহিত্যত দেৱতা প্ৰধান, মানৱ গৌণ, স্বৰ্গ প্ৰধান, পৃথিৱী গৌণ। যোৱা শতাব্দীত ইউৰোপ তথা ভাৰতৰ ওপৰেদি মানৱিকবাদৰ (Humanism) যি ঢৌ বাগৰি গৈছিল তাৰ ঢৌৱে আহি ভাৰতৰ এমূৰে থকা অসমকো কোবাইছিল। এই মত ভাবৰ প্ৰভাৱত পুৰণি মূল্যৰ (Value) পৰিৱৰ্তন ঘটিল। ফৰাচী দাৰ্শনিক কঁটে (Conte) প্ৰত্যক্ষবাদ (Positivism) এই নতুন দৰ্শনৰ এটি শক্তিশালী প্ৰভাৱ হৈ উঠিল। এই ভাবধাৰাৰ ফলত ধৰ্মৰ সংকীৰ্ণতা কমিল। দৰিদ্ৰ আৰু প্ৰপীড়িত মানুহবোৰৰ প্ৰতি সমবেদনাৰ বাণী শুনা গ'ল। মানুহৰ যুক্তিৰ ওপৰত অধিক আস্থা স্থাপন কৰা হ'ল। মানৱৰ গৌৰৱৰ এই জয়গান অতীত কালৰপৰাই মাজে সময়ে শুনা যায়। মহাভাৰতৰ উদাত্তবাণী — ন মানুষ্যাৎ শ্ৰেষ্ঠতৰং হি কিঞ্চিৎ। গ্ৰীক কবিৰ বাণী—

Many are the wonders of the world
And none so wonderful as man (Sophocles)

এই কথাফাকিয়ে পৰৱৰ্তী কালৰ ইংৰাজ নাট্যকাৰৰ "What a piece of work is a man!" আদি কথাৰ আগজাননী। মানুহৰ শ্ৰেষ্ঠত্ব মানুহৰ গৌৰৱ এই কথা মাজে মাজে শুনিলেও স্বৰ্গ আৰু ধৰ্ম এই কথাই— এই আদৰ্শবোৰ তল পেলাই থৈছিল। Renaissance বা নৱজাগৃতিৰ দিনৰপৰা মানুহ নিজৰ আত্মাৰ প্ৰতি সচেতন হ'ল। ঊনবিংশ শতাব্দীৰ জগতব্যাপী আন্দোলনে ৰাজনীতি আৰু অৰ্থনীতিৰ ক্ষেত্ৰতো এই আদৰ্শবোৰ বলৱন্ত আৰু জীৱন্ত কৰি তুলিলে। কবি-সাহিত্যিকৰ লেখাৰ মাজেদি এই আদৰ্শৰ ধ্বনি-প্ৰতিধ্বনি জগতৰ সকলো ভাষা-সাহিত্যতে শুনিবলৈ পোৱা গৈছে। ভাৰততো ৰামকৃষ্ণ-বিবেকানন্দৰ আন্দোলন এই জগতব্যাপী মানৱিকবাদৰে প্ৰকাশ মাত্ৰ। চন্দ্ৰকুমাৰৰ কবিতা জোখত তাকৰ হ'লেও এই নতুন জগতৰ আশা-আকাংক্ষা ইয়াৰ মাজেৰে ব্যক্ত হৈছে।

মোৰেই মুখেদি মানৱ প্ৰাণৰ
ফুটক আকুল মাত।
মোৰ চিন্তাতেই গূঢ় ৰহস্যৰ
সত্য হক প্ৰতিভাত।

তেওঁৰ দুয়োখন পুথিৰ বেলেগ বেলেগ ঠাইত সিঁচৰতি হৈ থকা ভাববোৰ এই উদ্ধৃতি বিলাকৰপৰাই ধৰিব পাৰি। 'মানৱ বন্দনা' নামৰ কবিতাই তেওঁৰ জীৱন-দৰ্শনৰ প্ৰতিনিধিত্ব দাবী কৰে।

মানৱী জনম দিয়া উটুৱাই
মানৱী কৰম সোঁতে

মানুহৰ মৰম বুজিবা মানুহে
ধৰম যে মৰমতে।।
মানুহেই লগ মানুহেই সংগ
মানুহেই পৰাৎপৰ,
এই যে পৃথিৱী স্বৰ্গতো অধিক,
মানুহৰ নিজাপী ঘৰ।
মানুহেই দেৱ মানুহেই সেৱ
মানুহ বিনে নাই কেৱ।
কৰা কৰা পূজা পাদ্য অৰ্ঘ্য লই
জয় জয় মানৱ দেৱ!

মানুহৰ প্ৰতি মানুহৰ অমানুষিকতা তেওঁৰ কবিতাৰ কেইবাঠাইতো প্ৰকাশ পাইছে—

কুটুমেই ৰান্ধে কুটুমেই বাঢে
কুটুমে কুটুমক খায়,
কুটুমৰ তেজেৰে বন্তি জ্বলালে
মজিয়া ভকে ভকায়।

আকৌ —

মানুহৰ চোতালত মাধুৰী ফুটিলে
মানুহে নিচিনি হায়।
সাৰি তুলি চিঙি মোহাৰি পেলালে
মানুহৰ মৰমো নাই। (তেজীমলা)

এইটো কথা বিশেষকৈ মন কৰিবলগীয়া যে চন্দ্ৰকুমাৰে বুঢ়ীআইৰ মুখৰ পুৰণি অথচ অতি সৰল কথাৰে আধুনিক জটিল জগতৰ ইংগিত দিছে। মানুহৰ পৰম কৰ্তব্য সম্বন্ধে আগৰৱালাই কৈছে —

পৃথিৱীক তোলা স্বৰ্গৰ খাপলৈ
স্বৰ্গক নমাই আনা,
সৰগ নহয় দূৰ দূৰণিৰ
বাহিৰৰো নোহে জানা।

কবিৰমতে পৃথিৱীক নতুন গঢ় দিয়াটোৱেই মানুহৰ দায়িত্ব। এই উপেক্ষিতা পৃথিৱীক স্বৰ্গত পৰিণত কৰা মানুহৰে কাম। মানুহে দূৰৰ এখন স্বৰ্গ বিচাৰি ফুৰাৰ প্ৰয়োজন নাই। পৃথিৱীৰ বিভিন্ন দেশৰ কবিয়েও এই সুৰতেই গীত জুৰিছে—

We men of Earth have here the Staff
Of paradise – we have enough!
We need no other Stones to build
The temple of the Unfulfilled –
No other ivory for the doors –
No other marbles for the floors –
No other Cedor for the beam
And dome of man's immortal dreams. (Markham)

(আমি পৃথিৱীৰ অধিবাসী। স্বৰ্গ ৰচনা কৰাৰ উপাদান আমাৰ হাতত আছে, যথেষ্ট আছে। অপূৰ্ণ আদৰ্শৰ মন্দিৰ

সাজিবৰ কাৰণে আমাক আন ঠাইৰ শিল নালাগে, দুৱাৰ সাজিবলৈ হাতীদাঁত নালাগে, মজিয়াৰ কাৰণে মাৰ্বল নালাগে, চটি-মাৰলিৰ বাবে চন্দনৰ কাঠো নালাগে, আমাৰ হাতত থকা বস্তুৰে আমি মানুহৰ অমৰ স্বপ্নৰ চূড়া নিৰ্মাণ কৰিম।)

আকৌ আন এখন দেশৰ কবিৰ বাণী —

And men the Stumbler and finder, goes on,
Man the dreamen of deep dreanıs,
Man the shaper of and maker,
Man the answerer
Man ıs a long tıme comıng
Man wıll yet wın – Carl Sandburg

(মানুহ গৈ আছে, গৈ আছে – উজুটি খাইছে, তথাপি গভীৰ স্বপ্ন দেখি গৈযে আছে। মানুহে নিৰ্মাণ কৰিছে, মানুহে প্ৰশ্নৰ উত্তৰ দিছে। এইদৰে যুগে যুগে গৈয়ে আছে, গৈয়ে আছে। শেষত মানুহৰেই জয় হৈছে।)

শেষত আগৰৱালাৰ আত্মদান কবিতাৰে সামৰণি মাৰোঁ –

হাত নাপাতিবা আশা ভংগ হ'ব
ধৰিবাঁ সকলো কাম।
পাত নেফালিবা ধৰ্ম নাশ হ'ব
ল'বাহে সকলো নাম।
নেচাই নেথাকিবা বুদ্ধি খৰ্ব হ'ব
লভিবা সকলো জ্ঞান।
নিদি নাথাকিবা আটাইকে আঁটিব
কৰিবা সকলো দান।*

# গোহাঞিবৰুৱাৰ শ্ৰীকৃষ্ণ

ভাৰতৰ ঐক্য ভাৰতৰ সংস্কৃতিত নিহিত। ভাৰতীয় হিন্দুসকলৰ বেলেগ বেলেগ জাত আৰু ধৰ্ম-সম্প্ৰদায় থাকিব পাৰে। তেওঁলোকৰ সুকীয়া সুকীয়া আঞ্চলিক ভাষা থাকিব পাৰে। তেওঁলোকৰ নিয়ম-কাৰণ, আচাৰ-ব্যৱহাৰৰ বিভিন্নতা আছে। কিন্তু এই সকলোবোৰ বাহিৰৰপৰা চকুত পৰা অনৈক্যৰ মাজত এটি মৌলিক ঐক্য চিৰকাল অচ্ছেদ্য-অভেদ্য হৈ বৰ্তি আছে; অৱস্থাৰ পৰিবৰ্তনে তাৰ ধ্বংসসাধন কৰিব পৰা নাই। বিদেশী আক্ৰমণকাৰীৰ' ঢৌ আহিছে, মাৰ গৈছে; বিদেশী শাসকৰ শাসন-শোষণ আহিছে, গৈছে, যুগে যুগে বুৰঞ্জীৰ আধ্যা এটাৰপৰা আন এটালৈ বাগৰিছে; ৰাজবংশ সাগৰৰ ঢৌৰদৰে উঠিছে, নামিছে। কিন্তু কোনো শক্তিয়েই ভাৰতীয় হিন্দুৰ এই ঐক্য সূত্ৰডালি ছিঙিব পৰা নাই। মুছলমান আক্ৰমণকাৰীসকলে এহাতে কোৰাণ, ইহাতে কৃপাণ লৈ ভাৰত আক্ৰমণ কৰিলে। অলেখ ভাৰতীয়ই আক্ৰমণকাৰীক প্ৰতিৰোধ কৰিবলৈ গৈ প্ৰাণ বিসৰ্জন দিলে, অনেক হিন্দু-মন্দিৰ তথা কৃষ্ণ মন্দিৰ' ধ্বংস আৰু লুণ্ঠিত হ'ল, অসংখ্য দেৱমূৰ্তিৰ অৱমাননা কৰা হ'ল, ধন-সোণ-হীৰা-মুকুতা আক্ৰমণকাৰীয়ে দেৱ-মন্দিৰ লুট কৰি লৈ গ'ল। বহু নৰ-নাৰীক বলপূৰ্বক ধৰ্মান্তৰ গ্ৰহণ কৰিবলৈ বাধ্য কৰালে আৰু অনিচ্ছুক বহু হিন্দু লোকক ধৰ্মৰ নামত হত্যা

১) She let the legious thunder past
And plunged ın thought agaın.-- M Arnold.

২) যেনে, মথুৰাৰ কেশৱ মন্দিৰ।

কৰিলে। এইবোৰ কাল্পনিক কথা নহয়, বুৰঞ্জীৰ নিৰ্মম আৰু কঠোৰ সত্য।

তথাপি হিন্দু নৰ-নাৰীৰ অন্তৰত ভগৱন্ত শ্ৰীকৃষ্ণৰ সাম্ৰাজ্যখন আজিও আগৰদৰেই বৈ আছে আৰু ভৱিষ্যত কালতো এই সাম্ৰাজ্যৰ শ্ৰী আৰু বিস্তৃতিৰ হ্ৰাস নহ'ব। শ্ৰীকৃষ্ণৰ পবিত্ৰ নাম সমগ্ৰ ভাৰতৰ চুকে-কোণে আজিও কোটি-কোটি নৰ-নাৰীৰ মুখে-মুখে ধ্বনিত। কালমায়াদিৰ অধিকাৰী, সৃষ্টি-স্থিতি-অন্তকাৰী, অৰ্জুনৰ ৰথৰ সাৰথি দুঃখহাৰী শ্ৰীকৃষ্ণ ভগৱন্তৰ নাম সুখে-দুখে, উৎসৱে-ব্যসনে আজিৰ দিনতো ভাৰতবৰ্ষৰ হিন্দুৱে পৰম শ্ৰদ্ধাৰে উচ্চাৰণ কৰে। আজি অতি কমেও প্ৰায় তিনি হাজাৰ বছৰ ভাৰতবাসীৰ অন্তৰত শ্ৰীকৃষ্ণই পৰম প্ৰিয়তম গুৰুৰ গুৰুৰূপে ৰাজত্ব কৰি আহিছে। শ্ৰীকৃষ্ণ উপাসনা কোনো নতুন 'কাল্ট' (cult) নহয়। ই পৃথিৱীৰ সমানেই পুৰাতন, পৰম্পৰাক্ৰমে চলি আহিছে।

শ্ৰীকৃষ্ণৰ ধৰ্মৰ অপূৰ্ব বিশ্বজনীনতা দেখি এজন খ্ৰীষ্টধৰ্মী পণ্ডিতে ইয়াক যীশুখ্ৰীষ্টৰ আৱিৰ্ভাৱৰ পাচত খ্ৰীষ্টীয় ধৰ্ম অনুকৰণ কৰি গঢ়ি উঠা ধৰ্ম বুলি প্ৰমাণ কৰিবলৈ বৃথা চেষ্টা কৰে। পশ্চিমীয়া বহুত লোকৰমতে ভাৰতত একো ভাল কথা ওলাব নোৱাৰে, কিবা হ'লেও পশ্চিমৰ অনুকৰণৰপৰাহে হ'ব। অৱশ্যে পশ্চিমীয়া গৱেষক-পণ্ডিতসকলৰমতে কুৰুক্ষেত্ৰ যুদ্ধ খ্ৰীষ্টপূৰ্ব পঞ্চদশ শতাব্দীত হৈছিল আৰু শ্ৰীকৃষ্ণ সেই সময়ত বৰ্তমান আছিল। বেদ-উপনিষদৰপৰা আৰম্ভ কৰি পুৰাণ-ভাৰত-গীতালৈকে আৰু মধ্যযুগৰ ভাৰতীয় কবিসকলৰ গীতালৈকে শ্ৰীকৃষ্ণৰ জীৱন-কথা ভাৰতীয় সাহিত্যৰ মনোৰম আধাৰ হৈ অদ্যাপি শ্ৰীমন্ত হৈ আছে।

দাৰ্শনিক কবি কৃষ্ণ দ্বৈপায়ন ব্যাসমুনিয়ে শ্ৰীকৃষ্ণৰ জীৱন-কাহিনী মহাভাৰতত কৈ গৈছে। হৰিবংশ আৰু ভাগৱত পুৰাণত শ্ৰীকৃষ্ণ-কথাক আৰু বিস্তৃত কৰি বৰ্ণোৱা আছে। মহাভাৰতৰ যুদ্ধৰ কালৰ শ্ৰীকৃষ্ণ ঐতিহাসিক ব্যক্তি, ইয়াক নুই কৰা বা প্ৰমাণৰদ্বাৰা অসিদ্ধ কৰা কঠিন। ব্যাসদেৱ বুৰঞ্জীলেখক নাছিল, জীৱনীকাৰো নাছিল। তেওঁ আছিল দাৰ্শনিক কবি। কাব্যৰ মাজেদি ভক্তি আৰু দৰ্শনৰ শিক্ষা দি গৈছে — সেই কাব্য বুৰঞ্জী আৰু কল্পনাৰে মিহলি। অৱশ্যে আধুনিক অবিশ্বাসী আৰু যুক্তিবাদী মনে বহুত কথা মানি ল'ব নোখোজে।

সৰ্বসাধাৰণৰ তৰল (unsophisticated) ভক্তৰ মনত ভগৱন্ত শ্ৰীকৃষ্ণ যুক্তি-তৰ্কৰ অতীত। তথাপি যুক্তিবাদী পণ্ডিতসকলে শ্ৰীকৃষ্ণৰ ঐতিহাসিকতা যুক্তিৰে প্ৰমাণ কৰিবলৈ বিচাৰিছে। পুৰাণ-শাস্ত্ৰত বৰ্ণনা কৰা অথচ 'ৰুচিবাগীশ' লোকে অনুমোদন কৰিব নোৱৰা কিছুমান কাৰ্য শ্ৰীকৃষ্ণৰ গাৰপৰা আঁতৰাই লৈ তেওঁক আদৰ্শমানৱ আৰু সমাজৰ নায়ক কৰিবলৈ চেষ্টা কৰা হৈছে। এনে পণ্ডিতসকলৰ ভিতৰত বংগৰ বিখ্যাত ঔপন্যাসিক বংকিমচন্দ্ৰই আগৰণুৱা। হিন্দুধৰ্মক উপলুঙা কৰি হীন প্ৰতিপন্ন কৰিব খোজা পণ্ডিতসকলৰ মুখত সোপা দিবলৈ তেওঁ কম অধ্যয়ন আৰু গৱেষণা কৰা নাছিল। কৃষ্ণচৰিত সম্পৰ্কে বাংলাত লিখা বংকিমবাবুৰ প্ৰবন্ধসমূহ যেনে যুক্তি আৰু তথ্য-সমৃদ্ধ, আন ভাৰতীয় ভাষাত তেনে আলোচনা অতি বিৰল। অৱশ্যে পৰৱৰ্তী কালত লোকমান্য বাল গংগাধৰ তিলকে মহাৰাষ্ট্ৰী ভাষাত লিখা তেখেতৰ গীতা-ৰহস্যত (কৰ্মযোগ শাস্ত্ৰ) এইবিষয়ে ভালেখিনি নতুন কথা কৈছে।

বংকিমচন্দ্ৰৰ প্ৰত্যক্ষবাদে (Positivism) গৰকা যুক্তিবাদী মনে ভাৰতীয় ভক্তিবাদৰ গভীৰ অভিজ্ঞতাপুষ্ট অনুভূতিবোৰৰ একেবাৰে তলিলৈ বুৰ মাৰিব পৰা নাছিল, ওপৰতে অৱগাহন কৰিছিল যেন হে লাগে। সেইগুণে তেওঁ শ্ৰীকৃষ্ণৰ জীৱনৰ বহুত ঘটনাকে নৈতিক আৰু সামাজিক ৰুচিৰ দোহাই দি 'প্ৰুনিং' কৰি পেলাইছিল আৰু ভাৰতীয় মনৰ ওপৰত থকা কৃষ্ণ উপাখ্যানৰ আচৰিত প্ৰভাৱৰ কথা নিজেও উপলব্ধি কৰিব নোৱাৰিছিল; আৰু আনকো বুজাবলৈ অসমৰ্থ হ'ল। বৰং ছাৰ জৰ্জ গ্ৰীয়াৰ্ছনৰদৰে বিদেশী পণ্ডিতেও বংকিম চট্টোপাধ্যায়তকৈ ভাৰতীয় মনৰ গভীৰতা ভালকৈ বুজিছিল যেন লাগে।

মহাভাৰত আৰু পুৰাণৰ শ্ৰীকৃষ্ণ একেজনাই নে বেলেগ? এই প্ৰশ্ন বহুতেই কৰে। পাণ্ডৱৰ সহায়কাৰী কৃষ্ণ, অৰ্জুনৰ সাৰথি কৃষ্ণ, ভাগৱৎগীতাৰ বক্তা কৃষ্ণ, নন্দগোপকুমাৰ কৃষ্ণ, গোপীজনবল্লভ কৃষ্ণ, যাদবেন্দ্ৰ কৃষ্ণ — এই সকলোবোৰ একেজন ব্যক্তিয়েই নে? অধ্যাপক ভিন্টাৰনিজে তেওঁৰ সংস্কৃত সাহিত্যৰ বুৰঞ্জীত কয়, পাণ্ডৱ-বান্ধৱ, গীতা ব্যাখ্যাতা, কংস কেশীনিসূদন, গোপীভৰ্তা, দশাকৃতি ধাৰণ কৰোঁতা বিষ্ণুৰ পুনাৰ্ৱতাৰ কৃষ্ণ একেগৰাকীয়েই বুলি ভবাটো টান।

এইবোৰ কথাৰ আলোচনা কৰিবলৈ গ'লে অন্ত নাই। ইয়াকে মাত্ৰ থোৰতে কৈ থ'ব পাৰি যে হৰিবংশকে ধৰি

পুৰাণবিলাকে শ্ৰীকৃষ্ণৰ ব্যক্তিগত আৰু পাৰিবাৰিক জীৱনৰ কাহিনী বৰ্ণাইছে; আৰু মহাভাৰতে তেওঁৰ ৰাজহুৱা অৰ্থাৎ সামাজিক আৰু ৰাজনৈতিক জীৱনৰ কথা বিশেষকৈ বৰ্ণাইছে। পুৰাণবিলাকত বৰ্ণোৱা হৈছে তেওঁৰ জন্ম, শৈশৱ আৰু কৈশোৰ, লীলা, মথুৰাৰ জীৱন, দ্বাৰকাত বসতি, তেওঁৰ পত্নী আৰু পো-নাতি, বংশ-পৰিয়ালৰ কথা। মহাভাৰতত আমি তেওঁক প্ৰথমে পাওঁ মুখ্য যাদৱসকলৰদ্বাৰা পৰিবেষ্টিত হৈ দ্ৰৌপদীৰ স্বয়ংবৰ সভাত। মহাভাৰতত আমি তেওঁক ন্যায়ৰ স্বাৰ্থৰক্ষাৰ চেষ্টা কৰাকে দেখা পাওঁ। পাণ্ডৱসকলৰ ন্যায় স্বত্ব ৰক্ষাৰ কাৰণে অহিংসা আৰু হিংসাত্মক দুয়ো প্ৰচেষ্টাতে তেওঁ যোগ দি নেতৃত্ব কৰিলে। তেওঁৰ লাভ হৈছিল কেৱল গান্ধাৰীৰ অভিশাপ। যাদৱসকলৰ মাজত অনৈক্য আৰু সংঘৰ্ষ কৃষ্ণ-বংশৰ কৰুণ পৰিণতি। মহাভাৰতৰ মূষল পৰ্বতো ইয়াৰ বিৱৰণ দিছে। আধুনিক অসমীয়া সাহিত্যিকসকলৰ ভিতৰত পদ্মনাথ গোহাঞিবৰুৱা আৰু লক্ষ্মীনাথ বেজবৰুৱা এই দুইগৰাকীয়ে কৃষ্ণ-চৰিতৰ আলোচনা কৰি গৈছে। এই দুয়োগৰাকীৰ মাজত আন আন কথাৰদৰে এই বিষয়তো প্ৰভেদ আছে। ৰচনা-শৈলীৰ বাহিৰেও দুয়োগৰাকী সাহিত্যিকৰ দৃষ্টিভংগী সুকীয়া।

গোহাঞিবৰুৱাই 'শ্ৰীকৃষ্ণ'ৰ পাতনিতে কৈছে, শ্ৰীকৃষ্ণক বুৰঞ্জীৰ ভেঁটিত আনি দিয়াটো তেখেতৰ পুথিৰ প্ৰথম উদ্দেশ্য হ'ল শ্ৰীকৃষ্ণ সম্পৰ্কে বেলেগ বেলেগ কাব্যপুৰাণত সিঁচৰতি হৈ থকা শ্ৰীকৃষ্ণ বিষয়ক কথাবোৰ একে ঠাই কৰা।

গোহাঞিবৰুৱাৰ 'শ্ৰীকৃষ্ণ'ই অসমীয়া পাঠকক শ্ৰীকৃষ্ণ বিষয়ক কথাবোৰ একেঠাইতে পোৱাৰ সুবিধা কৰি দিছে। "কৃষ্ণবৃক্ষৰ গজালিত অতি-প্ৰকৃততা, গা-গছত অলৌকিকতা আৰু ফল-ফুলত অনৈসৰ্গিতা" বাদ দি শ্ৰীকৃষ্ণক বুৰঞ্জীৰ ভেঁটিত আসন পাতি বহুৱাবলৈ ইচ্ছা কৰিলে।

এই বিষয়ে গোহাঞিবৰুৱা সম্পূৰ্ণৰূপে বংকিমচন্দ্ৰ চট্টোপাধ্যায়ে দেখুৱাই দিয়া পথৰ পথিক। বংকিম বাবুয়ে কৈছিল ঃ

ভগৱান শ্ৰীকৃষ্ণৰ যথাৰ্থ চৰিত্ৰ পুৰাণ ইতিহাসত যিৰূপে বৰ্ণোৱা আছে তাক জানিবৰ কাৰণে যিমান পাৰি পুৰাণ ইতিহাসৰ আলোচনা কৰিছোঁ। ফলত ইয়াকে পাইছোঁ যে কৃষ্ণ সম্বন্ধীয় যিবোৰ উপাখ্যান জন-সমাজত প্ৰচলিত আছে সেইবোৰ অমূলক বুলি জানিব পাৰিছোঁ আৰু উপন্যাসকাৰে ৰচনা কৰা উপন্যাস বাদ দিলে যি বাকী থাকে সি অতি বিশুদ্ধ, পৰম পবিত্ৰ, অতি মহান, ইয়াকো বুজিছোঁ। আৰু বুজিছোঁ এনে সৰ্বগুণযুক্ত, সৰ্বপাপ স্পৰ্শৰহিত আদৰ্শ চৰিত্ৰ ক'তো নাই। কোনো দেশৰ বুৰঞ্জীতো নাই, কোনো জাতিৰ কাব্যতো নাই। মই নিজে শ্ৰীকৃষ্ণক স্বয়ং ভগৱন্ত বুলি দৃঢ় বিশ্বাস কৰোঁ, কিন্তু এই পুথিত তেওঁৰ মানৱ চৰিত্ৰহে সমালোচনা কৰিম। শ্ৰীকৃষ্ণ অৱতাৰৰ প্ৰকৃত কথা— ধৰ্ম সংৰক্ষণাৰ্থায় সম্ভৱামি যুগে যুগে। এই সংৰক্ষণ কেৱল সম্পূৰ্ণ আদৰ্শ প্ৰচাৰৰ দ্বাৰাইহে হ'ব পাৰে। শ্ৰীকৃষ্ণক আদৰ্শ পুৰুষ বুলি ভাবিলে, মনুষ্যত্বৰ আদৰ্শৰ বিকাশৰ কাৰণে অৱতাৰ হ'ল— এই কথা ভাবিলে তেওঁৰ সকলো কামকে ভালকৈ বুজিব পাৰি। এই আদৰ্শ পুৰুষতত্বই কৃষ্ণ-চৰিত্ৰস্বৰূপ ৰত্নভাণ্ডাৰ খোলাৰ চাবি। ধৰ্ম-পৰিবৰ্ধক আদৰ্শ হিন্দুশাস্ত্ৰত যিদৰে আছে, পৃথিৱীৰ আন কোনো শাস্ত্ৰতে নাই, কোনো জাতিৰ মাজত নাই। হিন্দুৰ এটা আদৰ্শ আছে যাৰ ওচৰত আন সকলো আদৰ্শই নিচেই সৰু হৈ যায়। মানুহৰ ভাষাত শ্ৰীকৃষ্ণৰ চৰিত্ৰৰদৰে মহিমাময় চৰিত্ৰৰ কীৰ্তন ক'তো হোৱা নাই, পৰাক্ৰম আৰু পাণ্ডিত্য, বীৰ্য আৰু শিক্ষা, কৰ্ম আৰু জ্ঞান, নীতি আৰু ধৰ্ম, দয়া আৰু ক্ষমা সকলোতে সমানে সৰ্বশ্ৰেষ্ঠ যিজন তেৱেঁই আদৰ্শপুৰুষ। এয়ে প্ৰকৃত হিন্দু আদৰ্শ। যিদিনাই হিন্দু মনৰপৰা সেই আদৰ্শ আঁতৰিল সেইদিনাৰপৰাই আমাৰ সমাজৰ অৱনতি। সেই আদৰ্শ-পুৰুষক, জাতীয় হৃদয়ত জাগ্ৰত কৰিব লাগিব। ('কৃষ্ণচৰিত্ৰ')

'বন্দে মাতৰম্' গীতৰ ৰচক বংকিমচন্দ্ৰ ভাৰত তথা বংগদেশৰ হিন্দু জাতীয় জাগৰণৰ এজন প্ৰধান উদ্দীপক। ঊনবিংশ শতিকাৰ মাজভাগৰ ভাৰতত যি নৱজাগৃতিৰ লক্ষণ দেখা গৈছিল, বংকিমে কৃষ্ণ-চৰিত্ৰ জন-সমাজত প্ৰচাৰ কৰি সেই জাগৃতিৰ সবলতাৰ ৰসায়ন আগবঢ়াইছিল।

গোহাঞিবৰুৱাই কৃষ্ণচৰিত্ৰ বিষয়ত বংকিম চট্টোপাধ্যায়ে নিৰ্দিষ্ট যুক্তিবাদী পন্থা অৱলম্বন কৰিলেও বংকিমৰদৰে এটা জাতীয় আদৰ্শৰদ্বাৰা উদ্বুদ্ধ হৈছিল নে নাই ক'ব নোৱাৰি।

গোহাঞিবৰুৱাৰ শ্ৰীকৃষ্ণ সৰ্বসাধাৰণৰ প্ৰতি আবেদন থকা বৰ্ণনা, বেজবৰুৱাৰ 'তত্ত্ব-কথা' 'শ্ৰীকৃষ্ণ-কথা' উপনিষদৰ

ভিত্তিত ভাগৱতৰ তাৎপৰ্য ব্যাখ্যা বেজবৰুৱাই বস্ত্ৰ-হৰণ তত্ত্বত উল্লেখ কৰিছে ঃ

শ্ৰীকৃষ্ণৰ ৰাসলীলাৰ প্ৰকৃত তাৎপৰ্য নাজানি অনেকে আনকি অনেক কৃষ্ণভক্তইও তাক অশ্লীল ভাবে। অনেকে তাক ৰূপক বুলি কৈ গা সাৰে। অনেকে প্ৰক্ষিপ্ত বোলে। সুবিখ্যাত বংকিমচন্দ্ৰ চট্টোপাধ্যায় কৃষ্ণভক্ত আছিল। কিন্তু তেওঁ ভাবিছিল, ৰাসলীলাদি বৃন্দাবনলীলা প্ৰক্ষিপ্ত আৰু অতিৰঞ্জিত। অলৌকিক কথাবোৰ তেওঁৰ গাৰপৰা ধুই-মচি, জাৰি-ফুকি পেলাই চাফ-চিকুণকৈ ল'ব লাগে।

এদিন ৰামকৃষ্ণ পৰমহংসক তেওঁৰ ভক্ত এজনে কৈছিল, 'মহাশয, অমুক বাবুৱে শ্ৰীকৃষ্ণৰ বিষয়ে এখন কিতাপ লিখিছে, কিন্তু তেওঁ বৃন্দাবন-লীলা নামানে।' কথাটো শুনি পৰমহংসই ক'লে, 'লেকচাৰ', সন্ধিবিগ্ৰহ, ৰাজ্যশাসন এইবোৰতো মানুহেই পাৰে। শ্ৰীকৃষ্ণৰ ঈশ্বৰত্ব বৃন্দাবন-লীলাত'। ('বেজবৰুৱা গ্ৰন্থাৱলী', ১ম ভাগ ৩৭১ পৃঃ)

বেজবৰুৱাৰ 'শ্ৰীকৃষ্ণকথা' সেইগুণে চিন্তাশীল লোকৰ কাৰণে, গোহাঞিবৰুৱাৰ 'শ্ৰীকৃষ্ণ' সৰ্বসাধাৰণৰ মনোৰঞ্জনৰ কাৰণে। সেইবুলি গোহাঞিবৰুৱাৰ গদ্যৰ মনোমোহা ঠগ 'শ্ৰীকৃষ্ণ' গ্ৰন্থতো প্ৰকাশ পাইছে ঃ

কৃষ্ণ দেখিবলৈ বৰ ৰূপহ। তেওঁ থিয় ঠগ তিনিভঁজীয়া। কৃষ্ণৰ পাৱৰ পটাদুখনি দুটি নীল পদুমৰ চকা যেন। কৃষ্ণ গোবিন্দৰ হাতীশুৰীয়া বাহু দুটি আঁঠুলৈকে পৰা। যশোদাতনয়ৰ ওঁঠ দুটি জেতুলি পকা যেন। তেওঁৰ ধেনুভিৰীয়া চেলাউৰিয়ে কাণসটা চুমেগৈ। কলীযা কানাইৰ পিঠিত পৰা কেঁকোৰা চুলিটাৰ আকাশত উৰা মেঘৰ টৌ যেন। তনুশ্যাম কৃষ্ণৰ বৰণটি দুবৰিৰ কেও যেন। কৃষ্ণাইৰ হাতৰ তলুৱা দুখনি ৰঙা লাড়ুৰ মান হেন। কানুৰ কান্তিয়ে মদনক জিনে। বাসুদেৱৰ সম্মোহন চাৱনিয়ে জগতক মোহে। ('শ্ৰীকৃষ্ণ' প্ৰথম খণ্ড, ৪৮ পৃঃ)

অসমীয়া গদ্যলৈ এইটো তেওঁৰ ডাঙৰ অৱদান।

# বেজবৰুৱাৰ গুণবোৰ

শিল্পী-সাহিত্যিক মাত্ৰেই যুগৰ সন্তান। যুগৰ এটা ধৰ্ম আছে, সাহিত্য আৰু শিল্প সেই যুগধৰ্মৰ ছাইট্‌জাইষ্ট (zeit-geist) অতি সূক্ষ্ম নিয়ম-কানুনৰদ্বাৰাই প্ৰভাৱিত আৰু পৰিচালিত হয়। এই যুগধৰ্ম বোলা অশৰীৰী বস্তুটি বহু প্ৰভাৱৰ জটিল সমষ্টি। একোটা যুগে উত্তৰাধিকাৰীসূত্ৰে ইচ্ছা থাকক বা নাথাকক বহুত গুণ লাভ কৰে। ভাব-ভাষা, সপোন-কল্পনা, চিন্তা-চৰ্চা, নীতি-নিয়ম, আচাৰ-ব্যৱহাৰত আমাৰ অজ্ঞাতসাৰে অতীতৰ ভালেখিনি সোমাই আছে, লগতে বৰ্তমান আৰু ভৱিষ্যতৰো আছে।

অসমৰ এই নতুন যুগধৰ্মৰ প্ৰতীক বেজবৰুৱা। বেজবৰুৱাৰ জন্মৰ বছৰ লৈ বহুতে বেলেগ বেলেগ মত দিছে। মোৰ মনেৰে এইবোৰ কোনো কথাৰ কথা নহয়। এটা যুগৰ কথা কওঁতে দুই-চাৰি বছৰৰ কম-বেছি ধৰিবলগীয়া নহয়— বেজবৰুৱা এটা যুগ, ব্যক্তি নহয়। ইংৰাজ কবিয়ে কোৱাৰদৰে—

"High Heaven rejects the lore
Of nicely calculated less or more "

অকণমান উনৈশ-বিশ, এখুদমান হেৰফেৰ, সৰিয়হ এটাৰমান ইফাল-সিফাল উলিওৱাৰ যি বিদ্যা, বৈকুণ্ঠপতিয়ে তাক অগ্ৰাহ্য কৰে।

মণিৰাম দেৱানৰ ফাঁচীৰ দিনৰপৰাই আমাৰ নতুন যুগৰ আৰম্ভ। এই নতুন যুগধৰ্মৰ অলেখ ঐতিহ্য, অলেখ প্ৰভাৱৰ সম্মিলন। জৰীডাল নিছিঙাকৈয়ো জৰীত কেইটা গুণ আছে ভালকৈ চালে মনিব পাৰি। বেজবৰুৱাৰ সাহিত্যকৰ্মতো কি কি গুণ আছে তাৰে ঘাই ঘাই কেইটামান বাঙময় সৌন্দৰ্যক কুটি-বাছি নেপেলোৱাকৈয়ো উলিয়াবলৈ টান নহয়।

প্ৰথমতে ধৰা যাওক ভাৰতীয় চিন্তাধাৰা, ভাৰতীয় ঐতিহ্যৰ কথা। বেদ-উপনিষদৰপৰা আৰম্ভ কৰি ভাগৱতলৈকে

ভাৰতীয় আধ্যাত্মিকতাৰ ভাণ্ডাৰ বেজবৰুৱাৰ সৃষ্টিকৰ্মৰ আধাৰ। তেওঁৰ তত্ত্বকথা প্ৰবন্ধসমূহ উপনিষদৰ চিন্তাৰে সমুজ্জ্বল। এইবোৰত তেওঁ উপনিষদৰ উদ্ধৃতি নোহোৱাকৈ কোনো মন্তব্য দিয়া নাই, কোনো মন্তব্য প্ৰকাশ কৰা নাই। তেওঁৰ কৃষ্ণকথাত বংকিমচন্দ্ৰৰ মৌলিক দৃষ্টি নাথাকিব পাৰে, কিন্তু আকৰ্ষণীয় ভাষাত বৰ্ণনা কৰা বাবে বিষয়বস্তু অতি মনোগ্ৰাহী হৈ উঠিছে। 'শ্ৰুতি জননী'ৰ প্ৰতি বেজবৰুৱাৰ আনুগত্য সম্পূৰ্ণ স্পষ্ট। তেওঁৰ লেখাত ভাগৱতৰ উপমা আৰু উল্লেখ য'তে-ত'তে সিঁচৰতি হৈ পৰি আছে। ডাঙৰীয়া দীননাথ বেজবৰুৱাৰ ঘৰুৱা পৰিবেশ সম্পূৰ্ণ বৈষ্ণৱ পৰিবেশ। তেওঁৰ পুত্ৰৰ মনতো সেই পৰিবেষ্টনীয়ে দকৈ সাঁচ বহুৱাইছিল, জ্ঞাতসাৰে বা অজ্ঞাতসাৰে। তেওঁৰ লেখনীত সেই কথা ভালকৈ ধৰা পৰে।

সৰুকালত লক্ষ্মীনাথে পিতৃৰ তত্ত্বাৱধানত ভাব-প্ৰকাশৰ শ্লোক পঢ়িছিল, আত্মজীৱনীত তাৰ উল্লেখ আছে। উদ্ধৃত কৰা শ্লোকত সাংখ্যদৰ্শন আৰু আয়ুৰ্বেদৰ সম্বন্ধ দেখুৱাইছে। পণ্ডিতসকলে আয়ুৰ্বেদো এটা জীৱনদৰ্শন বুলি কয়। ডক্টৰ সুৰেন্দ্ৰনাথ দাসগুপ্তৰ ভাৰতীয় দৰ্শনৰ ইতিহাস পুথিত এই বিষয়ে আলোচনা আছে। কলেজীয়া জীৱনতো ৰঘুবংশ, কুমাৰসম্ভৱ, শকুন্তলা অধ্যয়ন কৰিছিল। কাব্যৰ গুণ আৰু ইয়াৰ প্ৰকৃতিৰ কথা বৰ্ণাবলৈ যাওঁতে এটি ছনেটত বেজবৰুৱাই কাব্যক 'ৰমণীৰ কমনীয় মাধুৰী মধুৰ' বুলি আখ্যা দিছে। কাব্য সম্পৰ্কে বেজবৰুৱাৰ এই ধাৰণা ধ্বন্যালোকৰ 'লাৱণ্যমিব অঙ্গনাসু'– এই বিখ্যাত উক্তিৰ প্ৰতিধ্বনি বুলিয়েই ক'ব পাৰি।

বেলিমাৰ নাটকৰ এটা দৃশ্যত এগৰাকী যুৱতী পাত্ৰীয়ে জয়দেৱৰ গীতগোবিন্দৰ এটা অংশ সুৰ লগাই গাইছে। নাটকখন প্ৰকাশ হোৱাৰ পিচতে কোনোবা সমালোচক চিৰিকাই (গৰৈচিৰিকা?) বেজবৰুৱাৰ দায় ধৰিছিল এইবুলি যে তেওঁ নাটকৰ পাত্ৰীৰ মুখত বৰগীত বা আন অসমীয়া গীত নিদি বঙলুৱা জয়দেৱৰ গীতগোবিন্দৰ গীত গোৱালে। যি কালছোৱাক পটভূমি কৰি বুৰঞ্জীমূলক নাট বা উপন্যাস লিখে সেই কালছোৱাৰ এটা আচল চিত্ৰ আঁকিব পৰাও লেখকৰ কৃতিত্বৰ পৰিচয়, আৰু সেয়ে যদি হয় তেন্তে বেজবৰুৱাই অতি ধুনীয়া কামেই কৰিছে। আমি জানো আহোম ৰাজত্বৰ শেষৰফালে আহোম ৰাজসভাত শৃংগাৰ-ৰসপ্ৰধান সাহিত্যৰ বিশেষ সমাদৰ হৈছিল, আৰু গোহাঁই-গাভৰু, কোঁৱৰ-কুঁৱৰী, স্বৰ্গদেউ-বৰৰজা সকলোঁৰে মনোৰঞ্জনৰ অৰ্থে অৰ্থ-যশ-লিপ্সু, কৃতী কবিসকলেও তিনিপাদ আদিৰসযুক্ত কাব্য ৰচনা কৰিছিল। গীতগোবিন্দৰ জুতি লগা, অসমীয়া পদ সেই সময়ৰ ৰুচিলৈ চাই ৰসিক কবিয়ে ৰচি গৈছে। গীতগোবিন্দৰ কোমলকান্ত পদাৱলীয়ে পুৰণি বৈষ্ণৱসকলৰ দিনৰপৰাই অসমীয়া নাট আৰু কাব্যত প্ৰভাৱ পেলাই আহিছে, অতি সূক্ষ্মভাবে ভালকৈ কাণ পাতি শুনিলেই তাক ধৰিব পাৰি।

কাকতৰ টোপোলাৰ এঠাইত ব্যংগ কৰি কৈছে এজন কলিকতীয়া কলেজৰ অসমীয়া ডেকাৰ কথা। তেওঁ নামগুৰি নোহোৱা মানুহৰ ল'ৰা। এসময়ত তেওঁলোকৰ ঘৰৰ জীয়ৰী কোনোবা খাওন্দৰ আলেকৰ পালেকলৈ পলাৰ কথা আছিল। এই সূত্ৰতে ডেকাজনে খাওন্দ উপাধি লিখিবলৈ ল'লে আৰু নকৈ লোৱা উপাধি দিনটোত কিমান বাৰ পাৰে লিখি থাকে। বেজবৰুৱাই এই ঘটনাটো এনেকৈ বৰ্ণাইছে ঃ

অমুকে খাওন্দ সহস্ৰনাম নিলিখাকৈ জন্মগ্ৰহণ নকৰে। সেইকালত (আজিও কোনো কোনো ঠাইত) প্ৰতি নৈষ্ঠিক বৈষ্ণৱৰ ঘৰতে দিনৌ (পদ্মপুৰাণীয়) বিষ্ণু সহস্ৰনাম পাঠ কৰা হৈছিল। অসমৰ সংস্কৃতিত বিষ্ণু সহস্ৰনামৰ বিশেষ স্থান আছে। ডাঙৰীয়া দীননাথ বেজবৰুৱাৰ গোসাঁই ঘৰত নিশ্চয় 'গোপীশং বেন সংযুক্তং'ৰ মাধৱৰ সহস্ৰনাম পাঠ হৈছিল আৰু পুত্ৰ লক্ষ্মীনাথৰ কুমলীয়া মনত ইয়াৰ পুণ্য প্ৰভাৱ গভীৰ হৈ সোমাই আছিল। পেংলাই কৰি লিখা এটা কবিতাতো (বাঁহী, ২য় বছৰ) বেজবৰুৱাই লিখিছে —

. . . উভতি ওলমে চিত্ৰপট
ঘৰৰ বেৰত, উৰ্দ্ধমূল অধঃশাখা প্ৰায় . . . .

..... .... .... ....

এইফালে ক'ৰ কথা নক'লেও হ'ব। বেজবৰুৱাই কলিকতাৰ নাম থকা কলেজত পশ্চিমীয়া জ্ঞান-বিজ্ঞানৰ শিক্ষা গ্ৰহণ কৰিছিল। ইংৰাজী সাহিত্য বাধ্যতামূলক পাঠ্য। পেলগ্ৰেভৰ গল্ডেন ট্ৰেজাৰীৰ (Palgrave's Golden Treasury)

কথা বেজবৰুৱাই বিশেষকৈ উল্লেখ কৰিছে। ইংৰাজী গীতি-কবিতাৰ বচা বচা ৰত্ন এই সংগ্ৰহত থূপ খুৱাই থৈছে। বেজবৰুৱাৰ কবিতাত ইয়াৰ প্ৰভাৱ নিৰ্ভুলভাৱে আঙুলিয়াব পাৰি, বিশেষকৈ সপ্তদশ শতিকাৰ প্ৰেমৰ কবিতা কিছুমানৰ সৌৰভ 'কদমকলি'ৰ কেইটামান কবিতাৰ গাতো পোৱা যায়। সেই কবিতাকেইটি ইংৰাজী কবিতাৰ ভাঙনিৰদৰেই। উদাহৰণস্বৰূপে Darley-ৰ It is not beauty I demand কবিতাৰ লগত 'প্ৰিয়তমাৰ সৌন্দৰ্য' নামে কবিতাটি আৰু Compion-অৰ There is a garden in her face কবিতাৰ লগত 'প্ৰতিমা' কবিতাটি ৰিজাই চাব পাৰি। Herrik-অৰ Sweet disorder in the dress-অৰ এটা স্তৱক বেজবৰুৱাৰ হাতত পৰি এনেদৰে ওলাইছে —

কাপোৰত ভাঁজ পৰি আছে,
আঁচলত দহি পৰি নাচে,
ভাল লাগে মোৰ। (বাঁহী)

শ্যেলীৰ বিখ্যাত অকণমান শ্লোক Music when soft voices die/ vibrates in the memory-ৰ লগত বেজবৰুৱাৰ—

ভাগি গ'ল বীণখনি, ছিগি গ'ল তাঁৰ,
ৰৈ গ'ল অৱশেষ অমিয়া জোকাৰ।

এই দুশাৰীৰ সাদৃশ্য একেবাৰে আকস্মিক নহয়। সেইদৰে শ্যেলীৰ আন এটি কবিতা Philosophy of love, বেজবৰুৱাই ইয়াৰো অসমীয়া ৰূপান্তৰ কৰিছে। অনুভূতিপ্ৰৱণ ইংৰাজ কবি কেইজনমানে যে বেজবৰুৱাৰ চেঙেলীয়া মন উতলা কৰিছিল সেই কথা জীৱন সোঁৱৰণত স্বীকাৰ কৰিছে। ভাৰতৰ সকলো অঞ্চলতে এনে দৃষ্টান্ত আছে।

বেজবৰুৱাই স্কুলীয়া ইংৰাজী কবিতাও এটা কি দুটা অসমীয়ালৈ ভাঙিছে। ক'ৰবাত অকণমান টেনীশ্যনৰ, দুশাৰীমান Cowper-অৰো তৰ্জমা কৰিছে। হেমলেটৰ প্ৰসিদ্ধ স্বগতোক্তি (Soliloquy) তেওঁ ব্যৱহাৰ কৰিছে কাৰ্টুনৰ লগৰীয়া কৰি— "লগাম নে নলগাম মূৰ— এই হ'ল প্ৰশ্ন।" (বাঁহী) হেমলেটৰ কিয়দংশ অসমীয়ালৈ ভাঙনিও কৰিছিল বুলি অধ্যাপক যতীন্দ্ৰনাথ গোস্বামীৰপৰা জানিব পাৰিছোঁ। কিং লীয়েৰ আৰু চতুৰ্থ হেনৰীৰ অৰিহণাও বেজবৰুৱাৰ নাটত ধৰা পৰে।

বেজবৰুৱা সাহিত্যৰ আন এটা ডাঙৰ গুণ হ'ল লোকযান — লোকসংস্কৃতি— লোকসাহিত্য। লিতিকাইৰপৰা আৰম্ভ কৰি আটাইকেইখন ধেমেলীয়া নাট সাধুকথাৰ ওপৰত ভৰ দি লিখা। তেওঁৰ চুটি গল্পৰ ভালেখিনি সাধুকথাৰ (folk tale)হে ওচৰ-চুবুৰীয়া। তেওঁৰ দুই-এখন নাটকত অসমীয়া ফকৰা-যোজনাৰ অকৃপণ ব্যৱহাৰ লক্ষ্য কৰিবলগীয়া। জ্যোতিপ্ৰসাদ আৰু হাজৰিকাৰ বহুত আগতেই তেওঁ বনগীত-বিহুগীতৰ সুৰত গীত ৰচি গৈছে। উদাহৰণ— বিহুৱা-কোঁৱৰ, গধূলি-গোপাল। সংস্কৃত শ্লোক এটিকো যেনেকৈ বনগীতৰ সাঁচত ঢালিছে, সেই কাৰ্য বেজবৰুৱাৰদৰে ঢলুৱাৰ পক্ষেহে সম্ভৱ। সোণবৰণীয়া গীতৰ কথা কোৱা হৈছে ইয়াত। বৰাগী নাম আৰু বহুৱালিৰ ব্যৱহাৰো তেওঁৰ অপৰ্যাপ্ত। পুৰণি সাধুকথাৰ উদ্ধাৰ আৰু প্ৰচাৰ কৰি আমাৰ সমালোচকসকলৰ ভাষাৰে তেওঁ নৱন্যাসৰ (?) বৰআলি বন্ধাত কেইপাচিমান মাটি যোগান ধৰিলে।

আগতে কৈ আহিছোঁ, যুগধৰ্মত প্ৰাচীন ঐতিহ্য প্ৰচ্ছন্ন হৈ থাকে— যুগনায়ক এই সকলোবোৰ প্ৰাচীন-আৰু নতুনৰ আৱৰণত সোমাই থাকে। ভাৰতীয় প্ৰজ্ঞা, পশ্চিমীয়া প্ৰভাৱ, আঞ্চলিক লোকযান— এই আটাইবোৰৰ ৰাসায়নিক সংমিশ্ৰণ বেজবৰুৱাত পায়। এনাটমী আৰু aesthetics দুটা বিৰোধী বিদ্যা নহয়— বেজবৰুৱাৰ ৰচনাৰ বিচিত্ৰ উপাদান আৰু প্ৰভাৱৰ বিশ্লেষণে বেজবৰুৱাৰ উপভোগ্যতাৰ অলপো হানি নকৰে।

পিছে, বেজবৰুৱাৰ হাস্য আৰু ব্যংগ প্ৰতিভা আহিল ক'ৰপৰা? তাৰ উত্তৰত ক'ব পাৰি, মানুহে হাঁহিবলৈ আৰু লোকক ভেঙুচালি কৰিবলৈ শিকিলে কেনেকৈ? তাকৰকৈ হওক সৰহকৈ হওক, এই গুণ সকলোৰে অন্তৰ্নিহিত গুণ।

"হাঁহি বস্তুটোৱেই অশিষ্ট, কাৰণ সি সামাজিক শিষ্টাচাৰৰ বহিৰ্ভূত" এজন বিখ্যাত সাহিত্যিকে বেজবৰুৱাৰ গৃহিণীৰ ফালৰ কুটুমে এইষাৰ কথা কৈছিল। আলংকাৰিক ৰুদ্ৰটে 'সম্ভাৱো হি হাস্যঃ' বুলি মত দি গ'ল— হাস্য চিত্তবৃত্তিৰ

স্থিৰতা বা সত্বগুণৰ অভাৱ। এইগৰাকী আলংকাৰিকে 'নীচপাত্ৰগত' হাস্যৰসৰ কথা কৈছে। ৰবীন্দ্ৰনাথে হাস্যৰসৰ কথা কওঁতে — "এনে ধৰণৰ চপলতা আমাৰ বিজ্ঞসমাজৰ অনুমোদিত নহয়" বুলি মন্তব্য কৰিছে।

"Comedy was never one of the most honoured of Muses. She was in her origin, short of slaughter, the loudest expression of the little civilisation of man " হাস্যৰস বা হাস্যৰসাত্মক নাটৰ গোসাঁনীয়ে সন্মানৰ বৰপীৰা নাপায় — এওঁৰ জনমজাতি ক'বলৈ গ'লে মানুহৰ ক্ষুদ্ৰ সভ্যতাৰ উচ্চৈস্বৰ প্ৰকাশ বুলি ক'ব লাগিব। মেক্ডুগেলৰমতে Laughter always belongs to the group of minor instincts— হাঁহি অপ্ৰধান মনোভাব চিৰকালেই।

হাস্যৰসত জীৱনৰ অতলস্পৰ্শী ৰহস্যৰ কোনো সন্ধান নাই। আলংকাৰিকসকলে ইয়াক ক্ষুদ্ৰ বা শূদ্ৰৰস বুলি অপাংক্তেয় কৰি থৈছে। সেইবুলি বেদ-উপনিষদৰপৰা আৰম্ভ কৰি কাব্য-নাটকলৈকে ভাৰতীয় সাহিত্যত হাস্যৰসৰ ধাৰা প্ৰবাহিত হৈ আহিছে আৰু নৱৰসৰ শাৰীত ঠায়ো পাই আহিছে। এই ৰস মানুহে উপভোগ নকৰাকৈও থকা নাই। Clive Bell বোলা পণ্ডিত এগৰাকীযে 'হিউমাৰ'ক পৰিপক্ক সভ্যতাৰ অপৰিহাৰ্য উপাদান বুলি হাঁহিৰ সমৰ্থন কৰিছে। হাস্যৰসৰ স্বীকৃতিয়ে ৰক্ষণশীল পণ্ডিতৰ উদাৰতাৰ পৰিচয় দিয়ে।

বেজবৰুৱাৰ হাস্যৰস স্থূল আৰু সূক্ষ্ম যি বিধৰেই হওক, সমাজৰ হাস্যৰস প্ৰবাহৰদ্বাৰা ই পুষ্ট। অসমৰ পুৰণি সাহিত্যত হাস্যৰসৰ আটক নাই। শংকৰদেৱৰ 'ৰুক্মিণী হৰণ' নাট আৰু কাব্য, 'পাৰিজাত হৰণ নাট', আৰু মাধৱদেৱৰ বাৎসল্য-ৰসাশ্ৰিত অকণ অকণ নাট কেইখনত অনাবিল হাঁহিৰ ধাৰা। বনগীত, বিয়ানাম, বহুৱালি এইবোৰতো অপৰ্যাপ্ত হাঁহিৰ ভোজনী। বেজবৰুৱা এইবোৰৰ উত্তৰাধিকাৰী। ডিকেন্‌ছৰ সৃষ্টিয়েও বেজবৰুৱাৰ কল্পনা আৰু লেখনীক উদ্‌গনি দিয়া যেন লাগে। ভুজুলকীয়া প্ৰত্নতত্ত্ব আৰু পটাগুটীয়া প্ৰত্নতাত্ত্বিকৰ কথা মনত পেলাওক। ওচৰ-চুবুৰীয়া বংকিমেও অলপ প্ৰভাৱ নেপেলোৱাকৈ থকা নাই। বৰগীতৰ 'পেৰডী' বা বহুৱালি কেইবাটাও কৰিছে — এনে প্ৰচেষ্টাই শক্তি সাধক কবি ৰামপ্ৰসাদকো সামৰি লৈছে। পাশ্চাত্য জগতৰ সংস্পৰ্শত বিকৃতিপ্ৰাপ্ত হোৱা সংক্ৰান্তি-যুগৰ ক্ষয়িষ্ণু অসমীয়া সমাজখনৰ দোষ-দুৰ্বলতাবোৰ বেজবৰুৱাৰ লেখনীৰ লক্ষ্য— কিয়নো অসম আৰু অসমীয়াক বেজবৰুৱাই অন্তৰৰ তলিৰপৰাই ভাল পায়। অসমৰ খাৰ-খৰিচা, দৈ-ফেঁচু, মিৰিনাচ, বিহু যিদৰে ভাল পায়, অসমীয়াৰ দুৰ্বলতা, নিৰাশাবাদ, নীচতা-ভীৰুতা, সংকীৰ্ণতা-আলস্য তেনেকৈ বেয়া পায় আৰু সহিব নোৱাৰি খঙত দুআষাৰ টান কথা কয়। ব্যংগ লেখক প্ৰায়ে একদেশদৰ্শী— মানুহ, সমাজ আৰু অনুষ্ঠানৰ দোষৰ ফালটোহে তেওঁৰ চকুত পৰে, জোনৰ কলংকটোহে দেখে। ব্যংগ সাহিত্যৰ এইখিনিতেই সীমাবদ্ধতা। এনে সাহিত্য কিমান দীৰ্ঘকালস্থায়ী হয় ক'ব নোৱাৰি, কিয়নো ই আঞ্চলিক আৰু সাময়িক। তথাপি ই সমাজৰ এটা যুগৰ এখন ছবি অসম্পূৰ্ণ হ'লেও আঁকি দিছে আৰু এদল নৰগোষ্ঠীক হাঁহিৰ মাজেদি ঐক্যবোধ দান কৰিছে। বেজবৰুৱাই সকলো অসমীয়াকে একেলগে হঁহুৱাইছে।

এই সকলোবোৰৰ মূলতে মানৱিকবাদৰ ধাৰা— যি বিশ্বজনীন ভাবধাৰা, চন্দ্ৰ আগৰৱালা, হেম গোসাঁই, কমলাকান্ত, দুৰ্গেশ্বৰ, হিতেশ্বৰ, অম্বিকাগিৰীৰ বাংময় প্ৰচেষ্টাৰ মাজেদি বৈ আছে।

গুৱাহাটীত থকা অসম সংগ্ৰহালয়ৰ বিষয়া দুজনাৰ সৌজন্যত আমি বেজবৰুৱাৰ তাত সুসংৰক্ষিত জন্মপত্ৰিকাখন চকু ফুৰাবলৈ পাইছিলোঁ। অশ্বিনী নক্ষত্ৰৰ দ্বিতীয় পাদত জন্মাৰ কাৰণে জন্ম পত্ৰিকাকাৰে তেওঁৰ সৌৰৱণীৰ নাম চৈতন্য দিছিল। ইয়াতো এটি হাস্যৰসৰ সমল আছে কিন্তু।

## বিঢ়া-ওকণি : বেজবৰুৱাৰ এটি সিংহাৱলোকন

**বেজবৰুৱাৰ লঘু ৰচনা পঢ়ি অসমীয়া মানুহে সোৱাদ পায়, লঘু ৰচনাহে, তত্ত্বকথা নহয়। ৰসগ্ৰাহী পাঠকে লোম্লোমে সেইবোৰ হিউমাৰ নে শ্যাটায়াৰ। দাৰ্শনিক সমালোচকে সেইবোৰ ৰচনাৰ জাতি-প্ৰকৃতি সম্বন্ধে আলোচনা-বিশ্লেষণ কৰে**

খঁকুৱা পাঠকে আমঠুলৈকে আম আৰু ঠোঁটলৈকে মণ্ডহখিনি খাই তৃপ্তি লাভ কৰে। একালত কাকতৰ টোপোলা, ওভোতনি, জোনবিৰি, কুকি মানুহে নোপোৱাই পোৱাদি পাইছিল আৰু বাঁহীৰ কাৰণে মাহৰ মূৰত অনিমেষ নয়নেৰে ডাক পিয়নলৈ বাট চাইছিল। বেজবৰুৱাৰ ইমানখিনি লোকপ্ৰিয়তা থকা সত্বেও আজি কেইদিনমানৰ আগতেহে তেওঁৰ কিতাপ কেতবোৰৰ দ্বিতীয় তাঙৰণ ওলাইছে আৰু কেতবোৰ পাহৰণিৰ সমাধিত সোমাই আছে। জন্ম শতবাৰ্ষিকী উপলক্ষে তেনে লুপ্ত হ'বলগীয়া দুই-এটা প্ৰবন্ধ-সংগ্ৰহৰ 'ৰিজাৰেক্শ্যন' হ'লেও হ'ব পাৰে। বেজবৰুৱাৰ ৰচনাৰ প্ৰতি অসমীয়া পাঠকৰ প্ৰথম দৰ্শনত ওপজা সাদৰ একপ্ৰকাৰ লেৰেলি গৈছে। পানী-দুনি ছটিযালে জানোচা ঠন্ ধৰেই।

বেজবৰুৱাৰ লেখনীত মানুহৰ মন আজুৰিব পৰা গুণ কোনো পৰৱৰ্তী লেখকে আয়ত্ত কৰিব পৰা নাই, আৰু কোনোবাই ক'ৰবাত তেওঁৰ অনুকৰণ কৰিলেও সেই সাহিত্যকৰ্ম সেৰেকা, নিষ্প্ৰাণ আৰু ব্যৰ্থ হয়। তেওঁৰ ৰচনাৰ সৰহভাগতে সাৰ্বভৌম সাহিত্যৰ কালজয়ী সমল নাথাকিলেও তেওঁ অসমীযাৰ অন্তেষপুৰৰ শোৱনি ঘৰত সোমাব পাৰিছিল আৰু আজিও অসমীয়া সাহিত্যৰ নামঘৰত বৰমেধিৰ মেৰঢৰা পাই আছে। এজন সমালোচকে গগলৰ কথা কোৱাৰদৰে বেজবৰুৱাও Wisely and warmly popular

উনবিংশ শতিকাত বৃটিছ সোমোৱাৰ অলপ পিচতেই অসমত স্কুল-কাছাৰী হ'ল, চাহ-বাগিচা, মৌজা-তহছিল হ'ল, পশ্চিমীয়া শিক্ষা আৰু আদব-কাযদা সোমাল, নতুন চাকৰিয়াল আৰু বিষয়াৰ সৃষ্টি হ'ল। এই শতিকাৰ শেহৰ ফালৈ পুৰণি অসমীয়া সমাজৰ ওপৰতে আৰু এখন নতুন অসমীয়া সমাজৰ পাতনি হ'ল। এই সমাজৰ অধিবাসী হ'ল মুঞ্চুপ, সদৰামিন, ছব্-ডেপুটি-মৌজাদাৰ, মণ্ডল-মহৰী, চিৰস্তাদাৰ-পেছ্কাৰ, টেকেলা-চাপ্ৰাছী, উকীল-তৰণী, চাহ-বাগিচাৰ বৰমহৰী, কাছাৰীৰ ফয়ছলানবিছ, কলিকতীয়া কলেজৰপৰা ওলাই অহা পাছ কৰা আৰু নকৰা গ্ৰেজুৱেট-আণ্ডাৰ গ্ৰেজুৱেট আৰু অসংখ্য ফুকলীয়া কবি-সাহিত্যিক। বেজবৰুৱাৰ সাহিত্য এই কালছোৱাৰ নিৰ্ভৰযোগ্য 'ডকুমেণ্টৰী'।

আধুনিক অসমৰ আৰম্ভণি কালৰ এই নগৰীয়া সমাজখন লৈয়ে বেজবৰুৱাৰ সাহিত্য। এই সমাজৰ সকলো শ্ৰেণীকেই তেওঁ ছুই গৈছে। পতিব্ৰতা ভদৰী, তস্যাঃ পতি আৰু বাঁপীৰাম লগুৱাৰ বাহিৰে গাঁৱলীযা চৰিত্ৰ বেজবৰুৱাৰ সৃষ্টিত একপ্ৰকাৰ নাই বুলিযেই ক'ব পাৰি। মাজুলীৰ গোষ্কাই গুৱালৰ গাঁৱলীয়া গৃহস্থীতো কলিকতীয়া বা-বতাহ সোমাল, জোকতলীৰ বৰমহৰীৰ ঘৰতো চাহ-বাগিচাৰ ছাট পৰিল।

জগৰা মণ্ডলে নগৰীয়া ন-উকীলক সুধিছে, "ঈশ্বৰ কৃষ্ণৰ সৈতে গোপিনীসকলৰ প্ৰেমৰ কথা শুনিলে পুইন হয, ডেকাৰে সৈতে ডেকেৰীৰ প্ৰেমৰ কথা শুনিলে কি পুইন হ'ব ডাঙৰীয়া?" মণ্ডলৰ এই প্ৰশ্নটিৰ বিশেষ তাৎপৰ্য আছে। তেওঁৰ মুখেদি পুৰণি সাহিত্য অৰ্থাৎ বৈষ্ণৱ সাহিত্যৰ আদৰ্শ প্ৰকাশ পাইছে। সেই আদৰ্শ ধৰি জুখিলে আজিৰ সাহিত্যবোৰ গ্ৰাম্যকথা— "শুনে গ্ৰাম্যকথা যিটো নিলাজে"। যুগধৰ্মৰ বলত ভকতীযা জগৰা মণ্ডলৰো পাৱ পিছলিল, তেৰোঁ বৈষযিক সাহিত্য আৰু জীৱনাদৰ্শৰ প্ৰভাৱ মণ্ডলৰ ভিতৰুৱা হ'ল।

আগৰ পুণ্যৱন্ত মানুহে অমৃত-সমান দেৱকাহিনী শুনিছিল, আজিৰ যুগত সাহিত্য পাঠৰপৰা পাপ-পুণ্যৰ আশা নকৰা মানুহে কেৱল আনন্দ পাবলৈ, অৱকাশ উপভোগ কৰিবলৈ, ৰং-ৰহইছ কৰিবলৈ মানুহৰ ভাল-বেযা, দোষ-গুণৰ কথা পঢ়ে। বেজবৰুৱায়ো টেকেলাৰপৰা আৰম্ভ কৰি হাকিমলৈকে সকলো মানুহৰ জীৱনৰ কথাকে লিখিছে আৰু ঘাইকৈ চৰিত্ৰবোৰৰ দোষৰ ফালটোহে বৰ্ণাইছে। দোষ বৰ্ণোৱাৰো কাৰণ আছে। তেওঁ পঢুবৈসমাজৰ দুৰ্বলতা বুজি পাইছিল আৰু বুজি সেই দুৰ্বলতাৰ সুযোগ লৈছিল। প্ৰকৃত বৈষ্ণৱৰ বাহিৰে সকলো মনুষ্যই "নিন্দাবাদ-পৈতন্য-হিংসাৰ" ভৃত্য, বিশেষকৈ এই ত্ৰয়ীৰ প্ৰথমটোৰ অৰ্থাৎ নিন্দাবাদৰ। আমাৰ ৰাজনৈতিক জীৱনত এই তিনিৰ প্ৰভাৱ নিতৌ দেখিব লাগিছোঁ। লোকৰ দোষবোৰ শুনি মানুহে এটা বৰ্ণাব নোৱৰা ৰং পায়, ই মানুহৰ সাধাৰণ প্ৰবৃত্তি — প্ৰবৃত্তিৰেষা ভূতানাম্। এই প্ৰবৃত্তিৰ আহাৰ যোগাইছিল বেজবৰুৱাই। শ্যাটায়াৰ লেখকসকল তেনেকুৱাই হয়— একদেশদৰ্শিতা তেওঁলোকৰ প্ৰধান বিশিষ্টতা। আমাৰ চ'ৰাঘৰত বা জুহালগুৰিত লোকৰ নিন্দা কৰা, দোষ খোচৰা আৰু আলোচনাৰ যি দৈনন্দিন মেল বহে বেজবৰুৱা সেই মেলৰ কথক বা বক্তা। সেইগুণেই তেওঁলৈ মানুহৰ ইমান আগ্ৰহ। তেওঁৰ কাহিনী কোৱাৰ

ধৰণ বা ষ্টাইল 'গছিপী' (gossipy) বা চ'ৰাঘৰীয়া। তেওঁৰ চুটিগল্পবোৰো লঘুপ্ৰবন্ধৰ শ্ৰেণীৰহে, তাত 'শ্বৰ্টষ্টৰি'ৰ গাঁথনি আৰু কাৰিকৰী নাই।

শম্ভু নকলনবিছৰ ঘৈণীযেকে নৰিয়াৰ ভাও জুৰি গিৰিয়েকক লঘোণে-ভোকে কাছাৰীলৈ পঠিয়াই পাচত বৰ পুঠিমাছ ভাজি ভাত খালে। এই সংবাদটো বৰ ডাঙৰ কথা নহয়— কেতিয়াবা ক'ৰবাত এনে গৃহিণী দুই-এগৰাকী থাকিব পাৰে। গৃহস্থৰ ঘৰৰ এনে খবৰবোৰে বৰ আনন্দ দিয়ে। মুগুপ ঘৈণীয়েকৰ লগত ভাত খোৱাৰ সময়ত তৰ্কা-তৰ্কি লাগি শেষত খেদি যাওঁতে লুটি খাই পৰি মুণ্ডুপ ডাঙৰীয়াই আগদাঁত এটা হেৰুৱালে। শিৱসাগৰৰ আমোলাপট্টিত ঘৰে ঘৰে প্ৰচাৰিত আৰু আলোচিত এনে খবৰবোৰেই বেজবৰুৱাৰ হাতত পৰি পাঠকৰ আগলৈ আহিছে। ডেকা বিদ্যা উকীলে নোৱাই-তোলনী হৈ উঠাৰ দহদিনৰ মূৰতে বাৰ বছৰীয়া কন্যাক তুৰন্তে পঠাই দিবলৈ শহুৰেকলৈ উকীলীয়া নটিচ দিয়াৰ ঘটনাও মাজে-সময়ে ঘটিছিল। ইয়াৰ যোগেদি সেই সময়ৰ শিক্ষিত সমাজৰ মতি-গতিৰ অৱস্থা দেখুওৱা হৈছে। কলেজত ছেক্সপীয়েৰ পঢ়ি অহা ডেকাই আদিপাঠ পঢ়া তেৰ বছৰীয়া ন-কইনাৰ লগত ইংৰাজী মিহলি ৰোমাণ্টিক প্ৰেমালাপ কৰা কথাটোও নিশ্চয় হাস্যস্পদ। মলখু গগৈয়ে চৰকাৰী হাকিমৰ চাকৰি পাই বাপেকক বোপাই বুলিবলৈ লাজ পোৱা কথাটোও যেনে হাস্যস্পদ তেনে যন্ত্ৰণাদায়ক। গোন্ধাই গুৱালৰ ল'ৰা ভোকেন্দ্ৰই বাপেকৰ ম'হ-গৰু বেচি কলিকতাত শিক্ষা ল'বলৈ গৈ জীৱনত ব্যৰ্থকাম হোৱা কাহিনীটোও এটা সৰু ট্ৰেজেডিয়েই।

পশ্চিমীয়া শিক্ষা-সভ্যতাৰ ফলত যি এচাম লোকৰ উদ্ভৱ হৈছিল সেই মানুহবোৰৰ দোষৰ ফালটোলৈ বেজবৰুৱাই আঙুলিয়াইছে, এটা নতুন জীৱনৰ ধাৰা সমাজত খাপ খাওঁতে সময় লাগে, পোনতে খাপ খাব নোৱৰা কালত নানা অসামঞ্জস্য আৰু বেমেজালিয়ে দেখা দিয়ে। এই বেমেজালিবোৰ কালক্ৰমত আঁতৰি যায়, বেজবৰুৱাৰ ৰচনাই মাজৰ এই সংক্ৰান্তি যুগৰ কথা কয়। সেই কাৰণেই তেওঁৰ ৰচনাত হাঁহিৰ উপাদান আছে, দুখৰ সমলো আছে, ঘণ্টাকৰ্ণ আৰু টবৰু হাঁহিযাতৰ পাত্ৰ, কিন্তু একপ্ৰকাৰে চাবলৈ গ'লে এই চৰিত্ৰ দুটি বিশ্ব-জগতৰপৰা আঁতৰি জকাইচুকত থকা অনভিজ্ঞ, সহায়হীন আৰু দুৰ্বল অসমীয়া মানুহৰেই প্ৰতিনিধি।

ভালেখিনি ঠাইত বেজবৰুৱাৰ সংস্কাৰকামী, অন্যায়-অসহিষ্ণু মনটো দেখদেখকৈ ওলাই পৰিছে। নিস্তাৰিণী দেৱী, লম্বোদৰ ডেকা, লাওখোলা, গীতা, জাতিৰামৰ জাত, ধৰ্মধ্বজ ফযচলানবিছ আদি কেতবোৰ কাহিনী ইয়াৰ উত্তম প্ৰমাণ। বেজবৰুৱাৰ কাহিনীৰ এগৰাকী হাকিমনীয়ে কৈছে ঃ

"এৰা, এইখন মান-মৰাণৰ মুলুক হ'ল, মই মাননী-মৰাণনী হ'লোঁ। মই আজিৰপৰা ভাত ৰান্ধিব নোৱাৰোঁ, নেৰান্ধো, সকলোকে কৈ দিলোঁ। আজিৰপৰা কোনে মোৰ হতুৱাই ভাত ৰন্ধাই খায়, তাকো দেখিম, দেখিম, দেখিম! বোৱাৰীযেকহঁতে এগাল ৰান্ধি ভৰিৰে গৰাই দিলে তেতিয়া সকলোৱে হেঁপাহ পলুৱাই খাব।"

এযা দম্পতীকলহৰ ভাষা— তেনেই অসমীয়া, সকলোৰে পৰিচিত। সেই হাকিমনীয়েই দুই মিনিটৰ পাচতে ৰাওচি জুৰিছে, "অ' মোৰ ভৈয়াইৰ কি হ'ল ঔ, মোৰ ভৈয়াইক হাততে পাই হেৰুৱালোঁ নেকি ঔ।"

সিধাই খাটনিয়াৰৰ বিধবা জীয়েক তিলকাক তাইৰ দদায়েক ভূধৰে ওপৰৱালা চাহাবক দিবলৈ চেষ্টা কৰাৰ কথা বেজবৰুৱাই কৈছে, "আপোন গোসাঁইঘৰৰ থাপনাৰ সোণৰ ফুলপাহ নিজহাতে চুৰ কৰি আনি চোৰৰ বুকুত আঁৰি দিবলৈ ভূধৰে সংকল্প কৰিলে।"

মলখু গগৈ চাহাবৰ বাপেকৰ লগত তেওঁৰ চাপৰাচীৰ জোঁটাপুটি লগাৰ কথা কৈছে ঃ "জোঁটাপুটি লগা শালিকাই কোনো মানুহ সিহঁতৰ কাষ চাপি গ'লে ততালিকে জোঁটাপুটি ভাঙি আঁতৰা-আঁতৰি হৈ চেক্-চেকোৱাদি চাহাবক অহা দেখিয়েই চাপৰাচী আৰু তোলন (মলখু চাহাবৰ বাপেক) জোঁটাপুটি ভাঙি দুয়ো দুয়োকে এৰি আঁতৰ হৈ ফোঁপাই-জোপাই একে বেলিয়েই দুয়ো দুয়োৰে নামে গোচৰ দিবলৈ ধৰিলে।"

সেই মলক্ গুইনৰ কাহিনীৰপৰাই আকৌ শুনক —

"আঘোণৰ শেহ পৰটোকো কাতিৰ পহিলা অৰিখৰ শালপতিয়েক বুলিলে হয়, কিয়নো সেই পৰতে তেওঁৰ নামেও

তেওঁৰ সাজৰ পিচ ধৰি পুৰণি লেটাটো ফুটাই তাৰ ভিতৰৰপৰা পোক গুচি পখিলা হৈ ওলাল। কেৰেলুৱাটো গৈ থাকোঁতে তাক কোনোবাই চুই দিলে যেনেকৈ সি থমকি গোটবান্ধি ঘূৰণীয়া হয়, সেইদৰেই আমাৰ মলখু চাহাব পঢ়া-শুনাৰ বাটত বাট বুলি থাকোঁতেই চাহাবী সাজ, 'খানা' আৰু নামে তেওঁক চুই দি থমকাই দিলে। তেওঁ হেট্-কোট-পট্‌লুঙে সৈতে গোটবান্ধি ঘূৰণীয়া হ'ল।"

বেজবৰুৱাৰ বৰ্ণনাৰ উদাহৰণ বেলেগ বেলেগ ঠাইৰপৰা আকৌ চাওক।

"এই দীঘে-বাণিয়ে দীঘল-বহল পৃথিৱীত কত মানুহে সঁচাই-মিছাই কত কথা কৈছে, কণীভগা ঘৰ-শালিকাই চেক্-চেকাই থকাদি কত চেক্-চেকাই আছে।" (সুৰভি)

"তৰুণীয়ে জীযেক কুন্‌কী-হাতীৰে ভাল মানুহৰ ল'ৰা-মখনা ধৰিবলৈ কত ফান্দ পাতিছিল, কিন্তু পৰা নাছিল।" (সুৰভি)

"তেওঁলোকৰ বাহ থকা গছৰ গুৰিডাল সময়-লুইতৰ গৰাখহনীয়াত যে লাহে লাহে খহি যাব লাগিছে, তেওঁলোকৰ উমানেই হোৱা নাই।" (সুৰভি)

"মানুহ যদি নিষ্কৰ্মা হ'ল, আৰু তাৰ ওপৰত তাৰ স্বভাৱটো যদি চকুপোৰা হ'ল, তেন্তে এই শৰীৰ চৰ্চাই ফুটুকা গছত যখিনীয়ে বাহ লোৱাদি তাৰ গাত বাহ লয়।" (সুৰভি)

"মানুহৰ মাতে মোৰ কাণত কোট্‌কোৰা কাঁইটে বিন্ধাদি বিন্ধে।" (সুৰভি)

"সৰিয়হৰ ডুলিৰ বাওৰ মাজত সোমোৱা সৰিয়হটো ভালেমান কাললৈকে তাত বৈ যায়, জাৰিলে জোকাৰিলেও নোলায় আৰু সতকাই লোকৰ চকুত নপৰে।" (জোনবিৰি)

"বামুণৰ জীৱ দুৰাকাছৰ নিচিনা লেকেটা।" (জোনবিৰি)

"কবিতা কেঞ্চাবনৰ নিচিনা, তাৰ জইন্ মৰা বৰ টান।" (জোনবিৰি)

"সৰু-বৰ মাছবিলাক বৰাধানৰ আখৈয়ে তপত খোলাৰপৰা জপিওৱাদি জপিয়াবলৈ ধৰিলে।" (সুৰভি)

"ভাৱনাৰ বৰ ধেমালিৰ ওৰ পৰাদি অলপমান বেলিৰ পিচত সেই উৎকট নাচৰ ওৰ পৰিল।" (জোনবিৰি)

"ডাওৰীয়া হাকিমে কাঁহীৰ ভাত কাঁহীতে এৰি চুৱা হাতেৰেই ঘৈণীয়েক মুনচুপনী হাকিমনীক ভালকৈ এখুন্দা দিবলৈ গোনা ম'হে চোঁচা লোৱাদি চোঁচা ল'লে।" (সুৰভি)

"মখনা হাতীয়ে উচাল মাৰি ভৰিৰ বান্দা ছিঙাদি পুতেকৰ সেই হাতৰ বান্ধ চিঙি যাব খোজোতেই মাটিত গুৰি কঁঠালটো পৰাদি হাম্‌থুৰি খাই পৰিল।" (সুৰভি)

"বিযাহগোৱা ওজাৰ পালিয়ে ওজাৰ পদৰ পোষকতা কৰি তাল ধৰি থকাদি কেশৱৰাম তৰুণীযে তেওঁৰ গোজৰণিৰ পোষকতা কৰি তাল ধৰিব লাগিছে।"

ওপৰে ওপৰে চাই যাওঁতে চকুত পৰা কিছুমান অংশৰ উদ্ধৃতি ওপৰত দিয়া হ'ল। ইয়াৰপৰা বেজবৰুৱাৰ উপমা আৰু চিত্ৰবোৰ যে অসমীয়া ঘৰুৱা পৰিচিত দৃশ্য তাক বুজিবলৈ টান নহয়। বেজবৰুৱাৰ গদ্যৰীতিৰ ই এটা বিশেষত্ব। অসমীয়া সমাজৰ, গৃহস্থীৰ, জীৱনৰ একোটাইত চিত্ৰ তেওঁৰ বাক্য একোটাতে জিলিকি আছে।

বেজবৰুৱাৰ ঘৰৰ হেম বৰুৱাই কোৱাভাতুৰীয়া অসমীয়া সমাজৰ চিত্ৰ আঁকিলে, লক্ষ্মীনাথেও উত্তৰাধিকাৰীসূত্ৰে তেওঁৰ অপুত্ৰক খুড়াদেৱেকে আৰম্ভ কৰা কাম হাতত ল'লে। হেম বৰুৱাই অসমীয়া ভাষাৰ স্বতন্ত্ৰতাৰ গজগজীয়া প্ৰমাণ দিবলৈ গোটেই জীৱন সাধনা কৰি হেমকোষ দি গ'ল, সাহিত্য ৰচনাৰ কাৰণে তেওঁৰ আজৰি নাছিল। লক্ষ্মীনাথ বেজবৰুৱাই দুৱাৰ চুকত থকা কুঠাৰৰ প্ৰতিবাদলৈ কাণ নকৰি অসমীয়া পাঠকৰ হাতত হাঁহিবলৈ আৰু চিন্তা কৰিবলৈ কিছুমান ৰচনা থৈ গ'ল; হাঁহিৰ কথা ওপৰ উঠিল, চিন্তাৰ কথা তল পৰিল। মানুহে চিন্তা কৰি মূৰ ঘমোৱাতকৈ অকণ হাঁহি-তামাচা কৰি মন পাতলাবলৈ হে ভাল পায়।

হাস্যৰস এনেয়ে ৰসৰ ভিতৰত অন্ত্যজ। বেজবৰুৱাৰ হাস্যৰসৰ ভালেখিনি অতি স্থূল, বিশেষকৈ কাকতৰ

টোপোলাত। হাস্যৰসৰ কাম মানুহক পেংলাই কৰা, সিয়ঁৰা, উপলুঙা কৰা। বেজবৰুৱাই এই কাৰ্য অতি দক্ষতাৰে কৰিছে। বেজবৰুৱাৰ অভিন্নহৃদয় আগৰৱালাকো পেংলাই কৰিছে, শক্তি-সাধক, ৰামপ্ৰসাদকো সিয়ঁৰিছে। কেইবাটাও বৰগীতৰ 'পেৰডি' কৰিছে। কদমকলিৰ কেইটামান কবিতা বাদ দিলে আটাইবোৰ ব্যংগ, হাঁহি, লঘুৰচনা। যশঃপ্ৰাৰ্থী মন্দকবিক সুবিধা পালেই খোচ্ এটা মাৰি গৈছে। পুৰণি বাঁহীৰ পাঠকসকলৰ মনত কবিতাৰ কাঠ-সংস্কাৰৰ কথা মনত পৰিব। নাংগলু দাস, ভোকেন্দ্ৰ আৰু চিন্তাতৰংগিণীৰ লেখককো এসেকা দি গৈছে। অথচ বেজবৰুৱাই নিজে যে কবি হিচাপে বিশেষ কৃতিত্ব লাভ কৰিছিল, সিও নহয়। তামচা আৰু বহুবালিত কবিত্ব নাথাকে, ক্ষন্তেকীয়া লঘু আমোদৰ উপাদান থাকে। জুগুলীৰ সম্পাদকৰ আঁৰত অসমৰ দুই-এজন লোককো আঁজুৰিছে।

পাঠকসমাজে সাহিত্য সৃষ্টি কৰে, বেজবৰুৱাৰ খুহুতীয়া ৰচনাৰ জনপ্ৰিয়তাই সমসাময়িক পাঠকসমাজৰ প্ৰকৃতিৰো পৰিচয় দিয়ে। আধুনিক অসমীয়া সাহিত্যৰ জন্মলগ্নত লঘু ৰচনা আৰু হাঁহিৰ দেৱতা আছিল। ইয়াৰপৰা অসমীয়া সাহিত্য আৰু পাঠকসমাজৰ ওপৰতো প্ৰভাৱ নপৰি থকা নাই।

আমাৰ অনেক সমালোচকেই ঘুমটি ফুৰণত কোৱাদি 'ৰোমাণ্টিক', 'ৰোমাণ্টিক' কৰি থাকে। ৰোমাণ্টিক-ক্লাছিক কিম্বা এটা দলত নপৰিলে যেন সাহিত্য অশৰণীয়া হৈয়ে থাকে। বেজবৰুৱাৰ প্ৰকৃতি ৰোমাণ্টিকৰ ওলোটাটোহে। শ্যাটায়াৰ আৰু ৰোমাণ্টিকৰ সম্বন্ধ অৰিষডষ্টকৰদৰে। ল'ৰাকালৰপৰা 'হিন্দু বাইবেল'ৰ পথ্য খাই অহা লক্ষ্মীনাথৰ ৰচনাত বৈষ্ণৱ সাহিত্য তথা অসমীয়া বৈষ্ণৱ সাহিত্যৰ প্ৰভাৱ আৱিষ্কাৰ কৰিবৰ কোনো প্ৰয়াসৰ আৱশ্যক নাই। তেলত বুৰ গৈ থকা আচাৰৰ টেঙাৰদৰে বেজবৰুৱাৰ ৰচনাও বৈষ্ণৱ সাহিত্যই ভেজি আছে। অসমীয়া সাধুকথা, ফকৰা-যোজনা, বুৰঞ্জী-সংস্কৃতি ভালেখিনি তেওঁৰ ৰচনাত লীন হৈ আছে। পশ্চিমীয়া সাহিত্য আৰু বাংলা সাহিত্যৰ প্ৰভাৱো পৰিবই; কিন্তু বেজবৰুৱাৰ হাতত আলহী সমলবোৰো ফুলাম গামোচা মুৰত মাৰি অসমীয়া হৈ ওলাইছে। ইংৰাজী Golden Treasury, Henry the Fourth, Hamlet— এইবোৰ নিশ্চয় তেওঁৰ পাঠ্যপুথি আছিল। Hamlet-ৰ কিছু অংশ তেওঁ অসমীয়ালৈ ভাঙনি কৰিছিল বুলিও জনা গৈছে। সেই সময়ত ইংৰাজী শিক্ষিতলোকে Dickens পটিছিলেই, আজিকালি যেনেকৈ 'কন্টিনেন্টাল নৱেঁল্' পঢ়ে, চেচোৰ খন্দা গৰখীয়া ল'ৰাই এইবোৰৰ প্ৰভাৱ খানি খানি উলিয়াব পাৰিব। শ্ৰীযুত বেণুধৰ শৰ্মাদেৱে এবাৰ কোৱা মনত পৰে যে বেজবৰুৱাই ব্যৱহাৰ কৰা ওভোতনি আৰু কাকতৰ টোপোলা নাম দুটা শ্বাৰ্লক হোম্ছৰ কিতাপৰ নাম অনুসৰিও হ'ব পাৰে, একো আচৰিত নহয়।

সি যিয়েই নহওক, বেজবৰুৱাই অসমৰ মানুহ অসমৰ সংস্কৃতি, অসমৰ ধৰ্ম আৰু সাহিত্য সকলোবোৰ অন্তৰেৰে ভাল পাইছিল। তেওঁৰ ৰচনাৰ প্ৰতি শব্দত এই ভালপোৱা লীন হৈ আছে। অসমীয়া মানুহৰ দুৰ্বলতাক ব্যংগ কৰা তেওঁৰ স্বদেশপ্ৰীতিৰ অংগ মাথোন। অসমীয়া মানুহৰ গৌৰৱৰ কথাও সুবিধা পালেই সুঁৱৰিবলৈ নাপাহৰে।

অসমৰ পকা খৰিচা, বাবৰি-লফাৰ আঞ্জাকণ, কুঁজী ঠেকেৰা— এইবোৰলৈ মনটো উভতি উভতি আহে— ধাৱতি পশ্চাৎ চেতঃ। কেৱল ভাৱপ্ৰৱণতাৰ ওপৰত প্ৰতিষ্ঠিত দেশপ্ৰেমক কেইবাঠাইতো ব্যংগ কৰিছে। দেশৰ নামত অনাৱশ্যক চিঞৰ-বাখৰ তেওঁ নিন্দা কৰিছে। স্বাৰ্থপৰ আৰু সুবিধাবাদী নেতাকো তেওঁ জলপান খুৱাইছে। এটা প্ৰবন্ধত বেজবৰুৱাই যাত্ৰাদলৰ গায়কৰ হতুৱাই গোৱাইছে —

"আমি হ'ব তোদেৰ নেতা।
দাও আমায় কিছু টাকা।।"

এনে নেতাই আজিও অসমৰ সমাজত নেতৃত্ব কৰি আছে। আৰু এঠাইত তেওঁৰ মন্তব্য শুনিব : "কোনো ডেকাই চৰ্কাৰৰ ঘৰত চাকৰি নাপালে বা চাকৰিৰপৰা বৰখাস্ত হ'লে আৰু কোনো বুঢ়া অকৰ্মণ্য হ'লে পেট্ৰিয়ট্ অৰ্থাৎ দেশহিতৈষী হয়।" কিন্তু স্বাধীনতা আন্দোলনে প্ৰমাণ কৰিছে যে বেজবৰুৱাৰ এই ধাৰণা সম্পূৰ্ণ সত্য নহয়। অসংখ্য দেশপ্ৰেমিকে আশাশুধীয়াভাৱে দাৰিদ্ৰ্য আৰু কষ্ট বৰণ কৰিছেই, প্ৰাণকো আহুতি দিছে। অৱশ্যে স্বাধীনতাৰ পাচৰ কথা বেলেগ।

পাৰিব জানিলে গালিও সোৱাদ। হাস্যৰসিক ব্যংগনিপুণ লেখকৰ লেখনীয়ে কাণ মোহাৰিলেও মানুহে হাঁহি থাকে। বেজবৰুৱাৰ বহুৱালি, ব্যংগ, পেংলাই সকলোকেই মানুহে ভাল পায়। 'এলাহে ভাগৰে অচেতন' হোৱা অসমীয়া জাতিৰ মুখলৈ যিকোনো প্ৰকাৰেই হওক হাঁহি আনিব পৰাটোৱেই বেজবৰুৱাৰ কৃতিত্ব। ইয়াৰ যোগেদিয়েই অসমীয়া মানুহৰ সাহিত্যবোধ আৰু জাতীয় চেতনাও অকণমান আহিল। বেজবৰুৱাই সমসাময়িক সমাজৰ ওপৰে ওপৰে ফুৰফুৰাইছে মাত্ৰ, মানুহৰ মনৰ গভীৰতালৈ কেতিয়াবা কাচিৎহে ভুমুকি মাৰিছে। অত্যন্ত লঘু আৰু সাময়িক হোৱা সত্বেও বেজবৰুৱাৰ অসমীয়া সাহিত্যত এখন বিশেষ ঠাই আছে, লঘু কথাও জীৱনৰ বিশেষ অংগ আৰু লাগনী নহ'লে জুই নজ্বলাৰদৰে, টুটকীয়া নহ'লে গাঁও নবহাৰদৰে, হাঁহি আৰু লঘু কথা নহ'লেও জীৱন নচলে। তেওঁৰ সৰহখিনি ৰচনা স্থায়ী নহ'ব, কিন্তু পুৰণি আৰু নতুনৰ মাজৰ সংক্ৰান্তি-পুৰুষ বেজবৰুৱা সাহিত্যৰ বুৰঞ্জীত গণ্য-মান্য হৈ থাকিব। প্ৰবন্ধ-কবিতা, গল্প-উপন্যাস, নাটক-আলোচনী সকলোতে তেওঁ এচাপৰ মাৰি গৈছে, বায়নৰ নাতি-পুতিয়ে এতিয়া জীৱনৰ বিচিত্ৰ সুৰৰ বোল তুলিব পাৰিলেই হয়। সাহিত্য কৰ্মতকৈও মোৰ মনেৰে ভাষা-সাহিত্যৰ প্ৰতিষ্ঠাৰ কাৰণে কৰা অক্লান্ত ৰণ আৰু বিশিষ্ট ব্যক্তিত্বৰ প্ৰভাৱৰ কাৰণেহে তেওঁৰ খ্যাতি।

## বেজবৰুৱা আৰু আমাৰ সত্ৰসভাসমূহ

বেজবৰুৱাই যি সময়ত জন্ম লৈছিল সেই সময়ত কন্‌জাৰ্ভেটিভ অৰ্থাৎ ৰক্ষণশীল দলৰ প্ৰভুত্ব। বেজবৰুৱাই তেওঁৰ চোকা-মিঠা লেখনী যুগ-বিৰোধী শক্তিৰ পৰাজয়ৰ অৰ্থে প্ৰয়োগ কৰিছিল। অতি সাধাৰণ কথাতে জাত যোৱা, এঘৰীয়া হোৱা, তিৰোতা জাতিৰ প্ৰতি অন্যায়, ভণ্ড নৈষ্ঠিকতা আদি অকাৰ্যবোৰে বেজবৰুৱাৰ দৰদী মন দকৈ স্পৰ্শ কৰিছিল আৰু গল্পই-প্ৰবন্ধই তেওঁ এইবোৰৰ প্ৰতিবাদ কৰিছিল তেওঁৰ বিশিষ্ট মনোগ্ৰাহী বাক-ভংগীৰে। মহাপুৰুষসকলে আমাৰ দেশত যি উদাৰ ধৰ্ম প্ৰচাৰ কৰিছিল তাত এনে কঠোৰ নৈষ্ঠিকতাৰ কথা নাছিল। কিন্তু তেওঁলোকৰ ধৰ্মৰ পাচত গৈ বাকলিটো ৰ'ল, সাহটো শুকাল। গোসাঁই-মহন্ত, মেধি-পাচনী আদি নতুন নতুন পদবী আৰু শ্ৰেণীৰ সৃষ্টি হৈ মহাপুৰুষসকলৰ পৰৱৰ্তী সমাজ পংকিল কৰি পেলালে। মহন্তসকলৰ ভিতৰতে নানা সংহতি, নানা পন্থ। খোৱা-বোৱা, বিয়া-বাৰু, লুৰি-লুৰিযোহ হয়। কাল-সংহতিৰ মানুহে মাহ-প্ৰসাদ বিলালে ব্ৰাহ্মণ-সংহতিৰ মানুহে নাখায়। ব্ৰাহ্মণ-সংহতিৰ হাতে নিকাই নাখায়, এনেবোৰ কথা। বহাৰ আসনবোৰো তাৰতম্য হ'ল আহোম ডা-ডাঙৰীয়াসকলৰ আৰ্হিত। বামুণীয়া মহন্তসকলৰ ভিতৰতো প্ৰভেদে দেখা দিলে। বামুণীয়া মহন্তসকল অ-মহন্ত উকা বামুণসকলক অলপ ঘৃণামিশ্ৰিত কৃপাৰে চাবলৈ ধৰিলে। অতি আধুনিক কালত ধনৰ বলত হোৱা তথাকথিত গোসাঁইসকলৰ কথানো কি ক'ম। তেখেতসকলৰ উধণীযা গপ আৰু ভেমৰ অভিজ্ঞতা আমাৰ বহুতৰে আছে। সৰুকালৰ অৰ্থাৎ আজিৰপৰা আঢৈকুৰি বছৰমানৰ আগৰ কথা। আমাৰ জীয়ৰী এগৰাকী ওচৰৰ সত্ৰ এখনলৈ পৰিছিল। শহুৰেক বুঢ়াগোসাঁই জীৱিত থকা অৱস্থাত আমাৰ মানুহ খবৰ-খাতি ল'বলৈ গ'লে 'তাং-ৰিং' বামুণ (তান্ত্ৰিক) বুলি নিন্দা ভৰ্ৎসনা কৰি পঠিয়াই দিলে, যদিও আমাৰ বৈষ্ণৱ পৰিয়াল অনেক কালৰপৰা আউনীআটী সত্ৰৰ শিষ্য। পাচলৈ এই মহাজনীয়া উত্তাপ শাম কাটিলে।

বেজবৰুৱাই তেওঁৰ "জীৱন-সোঁৱৰণ"ত এটা অভিজ্ঞতাৰ কথা বৰ্ণনা কৰিছে। তেওঁৰ ভাষাৰেই ইয়াত তুলি দিলোঁ—

"বিয়াৰ দিনা কন্যাৰ ককায়েকেই নে কি ক'ব নোৱাৰোঁ, গোসাঁই প্ৰভুৰ প্ৰতিমূৰ্তিটো আৰু তেওঁৰ ব্যৱহাৰ অতিকৈ চকুত পৰা হৈছিল। বিয়াৰ সভাত তেওঁ এটা কাঠৰ মূঢ়াৰদৰে বহি আছিল, আৰু পাছে আমাৰ নিচিনা সাধাৰণ মানুহৰ সৈতে কথা-বাৰ্তা পাতি আমাক আদৰ-অভ্যৰ্থনা কৰিলে কেনেবাকৈ গোসাঁই প্ৰভুৰ দীঘল ভেমটোৰ এডোখৰ চুটি হৈ পৰিব— এই ভয়তে শংকিত হৈ আছিল। তেওঁলোকতো পুৰণি সম্ভ্ৰমৰ দাবী কৰিব পৰা গোসাঁয়েই, অসমত যৈচামুৰীয়া

গোসাঁইৰপৰা আৰম্ভ কৰি খৰিকটীয়া গোসাঁইলৈকে গোসাঁই নামধাৰীসকলে সাধাৰণ ভদ্ৰলোকৰ ঘৰলৈ ছোৱালী দিবলৈ ওলায়, অথচ বিয়াৰ সময়ত আকোৱালে নোপোৱা ভেমৰ খুটাত আউজি থাকি কিযে কৰে, তাক কি ক'বা। এবাৰ মনত আছে— এজন শিৱসাগৰৰ ভদ্ৰলোকৰ বিয়াত নিমন্ত্ৰিত হৈ মই দৰা-ঘৰীয়াৰ সৈতে বিয়ালৈ গৈছিলোঁ। আমি কইনাঘৰীয়া গোসাঁইৰ পদুলিমুৰ পাওঁতেই গোসাঁইৰ ঘৰৰপৰা আদেশ আহিল যে আমাৰ ভৰিৰ জোতা-মোজা সোলোকাই পদব্ৰজে গৈহে তেওঁৰ চাৰিচাপৰ ভিতৰ সোমাব পাৰিম। আমিও জোতা-মোজা নোসোলোকাওঁ, তেওঁলোকেও নেৰে। শেষত দৰাঘৰীযা আৰু কন্যাঘৰীয়াৰ মাজত হুতাহুতি হোৱাৰ উপক্ৰম। অনেক কষ্টৰ আৰু অনেক কথাৰ আজোৰ-পিজোৰৰ পিচতহে এটা হেস্ত-নেস্ত হৈ এই গজ-কচ্ছপীযা যুদ্ধৰ ওৰ পৰে।"

বেজবৰুৱাৰ আত্মজীৱনী সমসাময়িক অসমীয়া সমাজৰ এখন ছবিৰদৰে। বেজবৰুৱাই নাটকে-প্ৰবন্ধে অনেক ঠাইত আমাৰ সত্ৰ-মহন্তসকলক ব্যংগ কৰি লিখিছে। ব্যংগ বুলিলে অলপ অতিৰঞ্জিত হয়েই, বেজবৰুৱাও এই অতিশয়োক্তি দোষৰপৰা মুক্ত নহয়। একদৰ্শিতাদোষ বেজবৰুৱাৰ লেখাত যথেষ্ট আছে। পাঠকসকলে নিশ্চয় লক্ষ্য কৰিছে যে ৰজনীকান্ত বৰদলৈৰ উপন্যাস কেইখনমানত সত্ৰবিলাকৰ বেলেগ এটা চিত্ৰ পোৱা যায়। বৰদলৈৰ সত্ৰ বিষয়দগ্ধ মনৰ শান্তিৰ নিজৰা। বেজবৰুৱাৰ চিত্ৰ কোনো কোনো ক্ষেত্ৰত যিদৰে বাস্তৱ, বৰদলৈৰ চিত্ৰত সত্যৰ অনুগামী। "ডাঙৰ ডাঙৰ সত্ৰবোৰত সুন্দৰ অসমীয়া অংকীয়া ভাৱনাৰ লগে লগে নাইবা অংকীয়া ভাৱনাক খেদাই নাট-ৰচোঁতা গোসাঁই-মহন্তসকলে বাৰে বাংকৰা অশুধ বঙলা ভাষাত নাট ৰচি, ভাৱনা কৰি নিজকে গৌৰৱান্বিত আৰু দৰ্শকক সুখী বিবেচনা কৰিছিল।" এনে অৱস্থাত বেজবৰুৱাই টান কথা এষাৰ নুশুনাই থাকে কেনেকৈ?

সত্ৰবিলাকৰ লগত বেজবৰুৱা পৰিয়ালৰ সম্পৰ্ক কেনে, আত্মজীৱনীত তাৰ যথেষ্ট আভাস দিছে। নাৱত আহোঁতে দূৰৈৰপৰা কমলাবাৰী সত্ৰৰ গছ দেখি স্বৰ্গীয় দীননাথ বেজবৰুৱাৰ পুত্ৰ-পৰিবাৰে ভক্তিৰে সেৱা কৰা কথা আত্মজীৱনীত আছে।

"স্ত্ৰী মধুদ্বিষ ঈশ্বৰৰ কীৰ্তন মঙ্গল নিৰন্তৰ
যিটো ভূমিভাগে শুদ্ধৰূপে হোৱে জাত।
তাৰ ধূলি যিটো শিৰে ধৰে নিশ্চয় জানিবা সিটো নৰে
কৃষ্ণৰ পৰম বল্লভ হোৱে সাক্ষাত।।"

সত্ৰসমূহ অসমীয়া সমাজৰ নিয়ামক আৰু শাসক। অসমীয়া সমাজে ৰজা আৰু গুৰু দুয়ো ঘৰকে সমানে ঠাই দিছিল। আধ্যাত্মিক বুনিয়াদী শিক্ষাৰ ক্ষেত্ৰত এই সত্ৰবিলাকৰ পতনত বেজবৰুৱাৰ দেশপ্ৰেমী অন্তৰে আঘাত পাইছিল আৰু তাৰ প্ৰতিকাৰস্বৰূপে দুষাৰ ব্যংগ উক্তি কৰিছিল, অনুষ্ঠানটিৰ প্ৰতি ভক্তি নোহোৱা বুলি নহয়।

আধুনিক সমাজ বেজবৰুৱাৰ দিনতকৈ বহু পৰিমাণে উদাৰ আৰু অলংকাৰমুক্ত হৈ আহিছে। নতুনৰ এই বিজয়ত বুঢ়াদলৰ বহুতেই নিজকে খাপ খুৱাব নোৱাৰি মূৰে-কপালে হাত দি নিৰুপায় আৰু নিঃসহায় হৈ বহি গৈছে। হেমকোষৰ-সত্ৰ মহন্তৰ দোষৰ ফালটো দাঙি ধৰে আৰু সেই বংশৰে লক্ষ্মীনাথে তাক আৰু অলপ সদৰি কৰে।

কাশ্যপগোত্ৰ ঃ চৈতন্যচন্দ্ৰ ঃ হেমচন্দ্ৰ মনুচকাৰ।

# ৰত্নেশ্বৰ মহন্ত

আজিৰপৰা চাৰি কুৰি বছৰমানৰ আগতে নগাঁৱৰ এজন কবিয়ে শৰৎকালৰ বিষয়ে এটি কবিতা লিখিছিল। সেই কবিতাৰ এনেদৰে সামৰণি মাৰিছিল— শৰৎকালত পূজাৰ কেইদিন ছুটী পাই কলম পিহি পিত্‌মৰা প্ৰবাসী কেৰাণীয়েও ঘৰলৈ গৈ ল'ৰা-তিৰোতাক চাই আহিব পাৰে।

অসমীয়া সাহিত্য কেইবাগৰাকীও কেৰাণীৰ অৱদানেৰে সমৃদ্ধ হৈছে; সেইসকলৰ ভিতৰত চকপানীৰ বৰকেৰাণী

কবি হিতেশ্বৰ বৰবৰুৱা, বুৰঞ্জীৰ সাধক সোণাৰাম চৌধুৰী, জ্ঞানমালিনীৰ কবি বুলি প্ৰসিদ্ধ মফিজুদ্দিন আহমদ হাজৰিকা, নাট্যকাৰ-ঔপন্যাসিক দৈৱচন্দ্ৰ তালুকদাৰ, কবি-সাহিত্যিক সিংহদত্ত দেৱঅধিকাৰী, অসম সাহিত্য সভাৰ দুগৰাকী প্ৰাক্তন সভাপতি স্বৰ্গীয় নকুলচন্দ্ৰ ভূঞা আৰু পদ্মশ্ৰী আনন্দ বৰুৱাৰ কথা সকলোৱে জানে। ৰত্নেশ্বৰ মহন্ত এগৰাকী কেৰাণী সাহিত্যিক আছিল, ওপৰত উল্লেখ কৰা শৰৎকালৰ বিষয়ে ৰচনা কৰা কবিতাত তেওঁ নিজৰ কেৰাণী জীৱনৰ কথাকে উল্লেখ কৰিছে। তেওঁৰ কবিতা-সংগ্ৰহ 'কবিতাহাৰ' আধুনিক যুগৰ প্ৰথম কবিতা-সংগ্ৰহ বুলি ক'ব পাৰি। আমাৰ বৰ্তমান শিক্ষা বিভাগৰ বিশৃংখলাৰ আগৰ কালত বৃটিছ চৰকাৰৰ দিনত কবিতাহাৰ কিছুমান দিন স্কুলৰ পাঠ্যপুথিও আছিল।

নগাঁও চহৰৰ আমোলাপট্টিত শ্ৰীযুত উমাকান্ত গোহাঞি উকীলৰ ঘৰৰ সমুখত এতিয়া যি ঠাইত ডাক্তৰ শ্ৰীবসন্ত শইকীয়াই ঘৰ লৈছে, তাতে ৰত্নেশ্বৰ মহন্ত তেওঁৰ ছুটী-জীৱনৰ শেষৰ কালত আছিল। তেওঁৰ স্কুলীয়া জীৱনত পণ্ডিত স্বৰ্গীয় হেমচন্দ্ৰ গোস্বামী, যোৰহাটৰ স্বৰ্গীয় বুদ্ধীন্দ্ৰনাথ ভট্টাচাৰ্য, নগাঁৱৰ স্বৰ্গীয় আনন্দৰাম ভট্টাচাৰ্য, স্বৰ্গীয় বিষ্ণুকান্ত শৰ্মা পেস্কাৰ প্ৰভৃতি স্বৰ্গীয় ৰত্নেশ্বৰ মহন্তৰ সমসাময়িক আছিল। সেইসময়ত নগাঁৱত স্বৰ্গীয় গুণাভিৰাম বৰুৱাৰ সাহিত্যিক প্ৰভাৱৰ ফলত এজন ডেকা সাহিত্যিক সৃষ্টি হৈছিল, তাৰ ভিতৰত হেম গোসাঁই আৰু ৰত্নেশ্বৰ মহন্ত এই দুজন অসমৰ ডেকা সাহিত্যিক-সমাজত চকুত লগা হৈ পৰিছিল।

ৰত্নেশ্বৰ মহন্তই এখন দুখীয়া বামুণীযা সত্ৰত উপজি অৱস্থাৰ লগত যুঁজ কৰি লিখা-পঢ়া কৰিবলগীয়া হৈছিল। বামুণীযা সত্ৰৰ গোসাঁই হ'লেও অনেকেই 'মহন্ত' উপাধিকে লিখিছিল। এণ্ট্ৰেন্স পৰীক্ষা পাছ কৰি উচ্চশিক্ষাৰ কাৰণে তেওঁ কলিকতালৈ গৈছিল যদিও অভাৱৰ কাৰণে কলেজীয়া শিক্ষা জলাঞ্জলি দি ঘৰলৈ গুচি আহি কাছাৰীৰ কেৰাণী কাম ল'বলগীয়া হ'ল। কেৰাণী কামত পিত্ মৰিলেও তেওঁৰ 'চিত্'টো সাহিত্যৰপৰা আঁতৰাব পৰা নাছিল। কলিকতাৰপৰা ওলোৱা জোনাকীৰ তেওঁ এজন নিয়মীয়া লেখক আৰু শুভাকাংক্ষী আছিল। তেওঁৰ গল্প-প্ৰবন্ধৰ ভিতৰত জয়মতী কুঁৱৰীৰ বিষয়ে লিখা প্ৰবন্ধই সেইসময়ত সকলোৰে দৃষ্টি আকৰ্ষণ কৰে। তেওঁৰ কবিতাবিলাক গোটাই 'কবিতাহাৰ' নাম দি প্ৰকাশ কৰিছিল। আৰু কিছুমান কবিতা কবিজনৰ নাতি-পুতিৰ হাতত আছে বুলি কয়। কবিতাহাৰত প্ৰকাশ নোহোৱা 'গাঁৱলীয়া বোৱাৰী' নামে এটি কবিতা স্বৰ্গীয় হেম গোস্বামীৰদ্বাৰা সম্পাদিত 'অসমীয়া সাহিত্যৰ চানেকী'ত পোৱা যায়।

আমাৰ সৰুকালত আমাৰ ওপৰ চামৰ ছাত্ৰৰ কবিতাহাৰ পঢ়াশলীয়া পাঠ্য আছিল। মই তেতিয়াই কবিতাহাৰ পঢ়িছিলোঁ। ভাব আৰু ছন্দৰ গুণত কবিতাবোৰ ইমান মনোগ্ৰাহী যে কবিতাৰ বিষয়বস্তু আৰু কবিতাবোৰৰ মাজৰ কিছুমান বাক্য আজিও মনত আছে।

কবিতাহাৰৰ প্ৰথম কবিতাটো উপনিষদৰ ভাবৰদ্বাৰা প্ৰণোদিত, কবিতাটোৰ আৰম্ভ এনে—

চকু নাই, সকলো দেখিছে,
কাণ নাই, সকলো শুনিছে;
ভৰি নাই সৰ্বত্ৰতে কৰিছে গমন,
ভজা সবে সিজনাক হৈ একমন।

অপানিপাদো জবনো গ্ৰহীতা
পশ্যত্যচক্ষুঃ স শৃণোত্যকৰ্ণঃ।
স চেত্তি বেদ্যং ন চ তস্যাস্তি বেত্তা
তমাহুৰ গ্ৰ্যং পুৰুষং মহান্তম্। (শ্বেতাশ্বতৰ উপনিষদ)

বেলেগ বেলেগ ধৰ্ম-সম্প্ৰদায়ৰ লোকে একেজনাকে যে বেলেগ বেলেগ নাম দি মাতিছে, কবিতাটোৰ কেন্দ্ৰস্থ ভাব এয়ে।

খেতি কৰা, ধান-দোৱা, মাছ-মৰা, বিহুপতা আদি বেলেগ বেলেগ বতৰৰ বেলেগ বেলেগ গাঁৱলীয়া দৃশ্যবোৰ ৰত্নেশ্বৰ মহন্তয়ে প্ৰথমে আধুনিক কবিতাত ৰচা যেন লাগে। জীৱন্ত অসমীয়া গাঁৱলীয়া দৃশ্য ৰত্নেশ্বৰ মহন্তৰ বিশিষ্টতা। ভগা পাচিৰ বুকুত ধান-খেৰ পাৰি কেনেকৈ দুখীয়া গৃহস্থৰ কেঁচুৱা ডাঙৰ হয়, তাৰ বৰ্ণনা কবিতাহাৰত আছে।

বৃহৎ আয়োজনৰ শেষত একো ফল নধৰা কথাটো মহন্তই বহ্বাৰম্ভে লঘুক্ৰিয়া নামে কবিতাত সুন্দৰকৈ বৰ্ণাইছে। 'পৰ্বতে আটোপ কৰি নিগনি জগালে'— এনেকৈ কবিতাটোৰ মোখনি মাৰিছে। বুঢ়া মানুহক বুঢ়া বুলি ক'লে যে বেয়া পায়, এই দুৰ্বলতাৰ কথাটো এঠাইত এনেদৰে বৰ্ণনা কৰিছে —

বুঢ়াক বুলিলে বুঢ়া চকু ঘোপা কৰে;
জানো যমে লাই পাই শীঘ্ৰে মাৰি লৈ যায়?

'শ্মশান' নামৰ এটা কবিতাত 'শ্মশান সাম্য-শিক্ষাৰ স্থল' বুলি বৰ্ণনা কৰিছে। এই কবিতাত অলংকাৰৰ প্ৰয়োগ লক্ষ্য কৰিবলগীয়া।

বল থকা সবে বলী, বলহীন বলি,
বলীয়ে নিৰ্বলী হৰে নানা ৰূপে ছলি,
শক্তিৰ গৌৰৱ কৰি ফুৰে যেন মত্ত কৰী,
সংসাৰ ভৰত তাৰ যেন টল্‌মল্,
শ্মশান পালেই ছাই-ভস্ম হয় বল।
ধনীৰ নিশাও দিন, দিনো নিশা হ'লে দীন,
ধনে সংসাৰত কৰে দিন-ৰাতি চিন,
ধনে আদি প্ৰাণ তাৰে, মৃত্যু হয় কালি তাৰে,
নুবুজে গহীন ভাবে লোক বুজ-হীন।

ইংৰাজী কবিতাৰ পঢ়ুৱৈসকলে Death the leveller কবিতাৰ লগত ইয়াৰ ভাবৰ মিল পাব।

এটি কবিতাত মহাভাৰতৰ কবি ৰামসৰস্বতীৰ প্ৰতিভাৰ উদ্দেশ্যেও কবিয়ে শ্ৰদ্ধাৰ অঞ্জলি আগবঢ়াইছে।

কবিতাহাৰত অন্তৰ্ভুক্ত নোহোৱা এটি কবিতা 'গাঁৱলীয়া বোৱাৰী'। এই কবিতাত সেইকালৰ গাঁৱলীয়া বোৱাৰীৰ নীৰৱ ধৈৰ্য আৰু কৰ্মকুশলতা মনত লগাকৈ বৰ্ণনা কৰিছে।

আধুনিক যুগৰ প্ৰথম অসমীয়া কবি ৰত্নেশ্বৰ মহন্ত। জোনাকীযুগৰ সাহিত্যিকসকলৰ মাজত এওঁৰ বিশেষ ঠাই আছে। আমি সেই আসন তেওঁক দিয়া নাই।

# যতীন দুৱৰাৰ কথা-কবিতা আৰু ৰুচিয়া

ডিব্ৰুগড় মেডিকেল কলেজৰ কিবা এটা উৎসৱ উপলক্ষে যাওঁতে দুৱৰাক দেখা কৰিছিলোঁ। এয়া তেওঁক শেষবাৰৰ আগৰবাৰ লগ পোৱা। তাৰ পাচত কানৈ কলেজত তেওঁ আৰু কেইমাহমানহে থাকিল। শিৱসাগৰলৈ একেবাৰে গুচি আহিল। শৰীৰৰ দুখ লগা দুৰ্বলতা, স্মৃতিশক্তি কমি আহিছে। অতি চিনাকি মানুহকো চিনি নোপোৱা অৱস্থা। কথা-বতৰাও অসংলগ্ন হৈ পৰিছে।

ডিব্ৰুগড়ত তেওঁ আমোলাপট্টিৰ ভাৰাঘৰ এটাত আছিল। দেখা কৰিবলৈ গ'লোঁ, মোৰ লগত তেওঁৰ প্ৰাক্তন ছাত্ৰ শ্ৰীবিপিন শৰ্মা। ভালেখিনি পৰ মোৰ মুখলৈ চাইহে যেন মোক চিনি পালে।

আমি কলিকতাত পঢ়া কালত দুৱৰা স্কটিচ্ চাৰ্চ কলেজৰ এটা হোষ্টেলৰ সহকাৰী অধীক্ষক। তেতিয়া ডক্টৰ আৰ্কুহাৰ্ট

সেই হোষ্টেলৰ অধ্যক্ষ, কলেজৰো অধ্যক্ষ, কলিকতা বিশ্ববিদ্যালয়ৰ উপাচাৰ্য। দুৱৰা স্কটিছ্ চাৰ্চ কলেজিয়েট স্কুলৰ বুৰঞ্জীৰ প্ৰধান শিক্ষক, পাঠক আৰু কবিতাৰ সেৱক।

দেওবাৰে আৰু আন আজৰি সময়ত দুৱৰাই কিছুমান অসমীয়া ছাত্ৰক মাতে। সৰু-সুৰা একোটা পাঠচক্ৰ। কিবা কাৰণত মই কবিতাৰ আবৃত্তি কৰা শুনি তেওঁ বৰ ভাল পাইছিল। তেওঁৰ নিজৰ প্ৰকাশিত আৰু অপ্ৰকাশিত কবিতাও পঢ়া হৈছিল। তেওঁৰ হোষ্টেলতো অসমীযা ছাত্ৰ কেইবাজনো আছিল, বিশেষকৈ যোৰহাটৰ সংগীতশিল্পী স্বৰ্গীয় দৰ্পনাথ শৰ্মা আৰু শ্ৰীৰামভদ্ৰ মেধিৰ কথা মনত আছে। কলিকতাত আইন পঢ়ি থকা শ্ৰীবিনন্দ বৰুৱাও (ধ্বনি কবি) প্ৰায়েই সেই মেলত থাকে, স্বৰ্গীয় পাৰ্বতিপ্ৰসাদ বৰুৱাও মাজে মাজে।

দুৱৰাৰ হাতত One thousand best poems of the world (পৃথিবীৰ এহেজাৰ ভাল ভাল কবিতা) বোলা এখন কবিতা-সংগ্ৰহ আছিল। এইখন তেওঁৰ গীতা-বাইবেল কীৰ্তন-কোৰাণ— য'লৈকে যায় লগত লৈ ফুৰায়। দুৱৰাৰ ভালেখিনি কবিতাৰ মূলতে এই কবিতা-সংগ্ৰহৰ প্ৰেৰণা। তেওঁৰ তাত হোৱা বৈঠকীবোৰত এই কিতাপৰপৰাও কিছুমান পাঠ কৰা হৈছিল। তেওঁ কলেজ হোষ্টেলৰপৰা আঁতৰি আহি মাণিকতলা বজাৰৰ ওচৰত ভাৰাঘৰত থাকোঁতেও ১৯৪৩-৪৪ চনত এই কিতাপ তেওঁৰ হাতত আছিল। এই সময়ত দুৱৰা থকাৰ অলপ দূৰৰে মেছ্ এটাত যোৰহাটৰ স্বৰ্গীয় অমূল্য বৰুৱা আছিল। দুৱৰাৰ তালৈ তেওঁ প্ৰায়ে আহি থাকে। অমূল্যৰ শোকাবহ দুৰ্ঘটনাই দুৱৰাৰ শৰীৰ আৰু মনত এটা জোকাৰ দিলে। ইয়াৰ অলপ দিনৰ পাচতেই তেওঁ কলিকতা একেবাৰে এৰি থৈ আহে আৰু কানৈ কলেজত যোগ দিয়ে।

দুৱৰাৰ হাতত আৰু এখন কিতাপ আছিল, Russian Vignettes, ৰুছ্ ভাষাত লিখাত বাংগময় চিত্ৰ তাৰ ইংৰাজী অনুবাদ টুৰ্গেনিভকে আদি কৰি ভালেখিনি লেখকৰ ৰচিত কথা-কবিতা। দুৱৰাৰ কথা-কবিতাৰ পাতনিত ডক্টৰ কাকতীয়ে কথা-কবিতাৰ সম্পৰ্কে জানিবলগা ভালেমান কথা লিখিছে। কেৱল উল্লেখ কৰা নাই ৰুছ্ সাহিত্যত কথা-কবিতাৰ জনমজাতি।

টলষ্টয়ৰ জীৱনী, তেওঁৰ আৰু তেওঁৰ ভাৰ্যাৰ ডায়েৰী আৰু সমসাময়িক পুথি-পত্ৰৰপৰা টলষ্টয় আৰু টুৰ্গেনিভৰ সম্পৰ্কৰ কথা ভালেখিনি জানিব পাৰি। টলষ্টয়ৰ গাঁৱৰ ঘৰ সমসাময়িক সাহিত্যিক আৰু চিন্তাশীল লোকৰ আড্ডা আছিল। তেওঁৰ খোৱাৰ মেজত খোৱা-পিয়া হয়, তৰ্কা-তৰ্কি হয়, সৰু-সুৰা কাজিয়াও লাগে। কিছুমান মৌলিক বিষয়ত টলষ্টয়ৰ লগত তেওঁৰ সমসাময়িকসকলৰ মতৰ ঐক্য নাছিল, বৰং সম্পূৰ্ণ বিপৰীতহে আছিল।

টলষ্টয়ে এবাৰ দুটা নে এটা চুটি কথা-কবিতা লিখি সেইকালৰ এখন বিখ্যাত সাহিত্য পত্ৰিকাৰ সম্পাদকলৈ পঠিয়ালে, নিজৰ নামত নহয়, তেওঁৰ লগুৱা এটাৰ নামত। সম্পাদকে গ্ৰহণ নকৰি ঘূৰাই পঠিয়ালে, মন্তব্যত লিখিলে, 'লেখকৰ ৰচনাশক্তি পৈণত নৌহয়'। টলষ্টয়ে টুৰ্গেনিভক এনেজাতীয় ৰচনাত হাত দিবলৈ পৰামৰ্শ আগবঢ়ালে।

ইং ১৮৮০ চনৰ কথা। টুৰ্গেনিভ টলষ্টয়ৰ ঘৰত আলহী, পুছ্কিনৰ আশী বছৰীয়া জন্ম বাৰ্ষিকীত যোগ দিবৰ কাৰণে টলষ্টয়ক মান্তি কৰাব লাগে। টলষ্টয়ৰ মন বাৰ্ষিকী, জয়ন্তী আদি উৎসৱ-সমাৰোহৰ বিৰোধী।

আলহীসকল ৰং-ধেমালি, চিকাৰ-ভ্ৰমণ কৰি টলষ্টয়ৰ ঘৰ পালে। সকলো খোৱা টেবুলত কেউকাষে বহিল। টলষ্টয়ে ইতিপূৰ্বে দিয়া পৰামৰ্শমতে টুৰ্গেনিভে দুটামান কথা-কবিতা লিখি লৈ গৈছিল, তাতে 'কুকুৰ' বোলা অকণমান এটা পঢ়ি শুনালে। এই কথা-কবিতাত মৃত্যু, মানৱ আৰু কুকুৰৰ প্ৰতি ফুটি উঠা দৃষ্টিভংগী টলষ্টয় আৰু সেই সময়ত উপস্থিত থকা টলষ্টয়ৰ বন্ধু এজনৰ কাৰো মনঃপুত নহ'ল। তৰ্কা-তৰ্কি হ'ল, উষ্মা প্ৰকাশ পালে, দুই-এজনৰ আচৰণ অতি বালকসুলভ হাস্যম্পদো হৈছিল। অৱশ্যে খোৱা-বোৱাও হ'ল।

দুৱৰাৰ কথা-কবিতাত 'কুকুৰ'ৰ অনুবাদ ওলাইছিল। কিন্তু পাচত ডিব্ৰুগড়ৰপৰা এজন অধ্যাপকে সম্পাদনা কৰি উলিওৱা সংস্কৰণত এই অকণমান বস্তুটো 'কৰ্তন' কৰা হ'ল। এই কামফেৰা দুৱৰাৰ উপদেশমতেই কৰা হৈছিল নে নাই সম্পাদকজনৰ ইচ্ছাত হৈছিল, জানিবৰ উপায় নাই। আমি উক্ত অধ্যাপকগৰাকীলৈ লিখিছিলোঁ, দুৰ্ভাগ্যবশতঃ একো

সমিধান পোৱা নহ'ল। তুলনামূলক সাহিত্যৰ ফালৰপৰা তাৎপৰ্যপূৰ্ণ এই অকণমান ৰচনাই কি জগৰ লগালে ক'ব নোৱাৰি। আমাৰ মনেৰে কথা-কবিতাৰ নতুন সংস্কৰণ উলিয়ালে স্বত্বাধিকাৰীসকলে 'কুকুৰ'কো সামৰি ল'ব লাগে।

Russian Vignettes বোলা পুথিখনত দুৰৰাৰ কথা-কবিতাৰ প্ৰায়খিনিৰে শুৰি পোৱা যায়। অৱশ্যে মোৰ শেষ পাঠ বোলা সৰু গল্পটো 'ডড়ে'ৰপৰা লোৱা। পোহৰ, শিল্পী আদি দুটামানক কথা-কবিতা নুবুলি সৰু গল্প বুলিলেহে শুৱায়।

টুৰ্গেনিভৰ কথা-কবিতাত তেওঁৰ নিজৰ জীৱনৰ বিষাদ সংক্ৰমিত হৈছে। দুৰৰাৰ নিজৰ জীৱনৰ বেজাৰ এটাও কথা-কবিতাৰ মাজেদি বিৰিঙি আছে। বিদেশৰ এজন সাহিত্যিকৰ ৰচনাত নিজৰ জীৱনৰ সাদৃশ্য দেখা পাইছিল, সেইগুণে কথা-কবিতাত দুৰৰাৰ ব্যক্তিত্বও ওলাই পৰিছে।

দুৰৰাৰ কিতাপ-পত্ৰবোৰ কাৰ হাতত পৰিল ক'ব নোৱাৰি। তেওঁৰ উত্তৰাধিকাৰীসকলে কিবা জানে নেকি? দুৰৰাৰ লগত 'ঘনিষ্ঠভাৱে' সম্পৰ্ক থকা শ্ৰীযতিনাৰায়ণ শৰ্মায়ো বিশেষ একো ক'ব নোৱাৰিলে। 'এহেজাৰ শ্ৰেষ্ঠ কবিতা' আৰু 'ৰুছিয়াৰ চিত্ৰ' এই কিতাপখনৰ লগত দুৰৰাৰ সাহিত্যিক জীৱনৰ সম্পৰ্ক আছে। এই কিতাপ দুখন জাতীয় সম্পদ। শেষৰ দুবাৰ তেওঁৰ লগত দেখা হওঁতে এই বিষয়ে তেওঁক সুধিবলৈ কাৰ সত যাব? সোধা হ'লেও একো লাভ নাছিল।

কলিকতাত দুৰৰাৰ ঘৰত বহা বৈঠকীত তেওঁৰ ইচ্ছামতে পাঠ কৰা কবিতাটোৰ তলত দিয়া অংশ তেওঁক দুবাৰ-তিনিবাৰ ঘূৰাই ঘূৰাই পঢ়ি শুনাবলগীয়া হৈছিল।

Thou hast a home Beautiful bird, thou voyagest to thine home
Where thy sweet mate will twine her downy neck
With thine and welcome thy return with eyes
Bright in the lustre of their own fond joy
And what am I that I should linger here
With voice far sweeter than thy dying notes,
Spirit more vast than thine, jrame more attuned
To beauty, wasting there surpassing powers
In the deaf air, to the blind earth

দুৰৰাৰ কথা-কবিতাৰ পাঠকে দুই-এটা কথা-কবিতাত এই ইংৰাজী কবিতাৰ সুৰ শুনিবলৈ পাব।

## শেৱাল

শ্ৰীযুত ৰত্নকান্ত বৰকাকতী ডাঙৰীয়া কবি হিচাপে তাহানিখনৰ উষাৰ দিনৰেপৰা অসমীয়া সাহিত্যত পৰিচিত। দেশপ্ৰাণ স্বৰ্গীয় চন্দ্ৰনাথ শৰ্মা আৰু বৰকাকতী ডাঙৰীয়া দুয়ো একেলগেই উষাৰ পোহৰতে সাহিত্যিক জীৱন আৰম্ভ কৰে। শৰ্মাদেৱে বেজবৰুৱা ডাঙৰীয়াৰ পীঠ্ আখ্যা পোৱাৰ অলপ দিনৰ পাছতে সাহিত্য চৰ্চালৈ চাহ এৰা দি ৰাষ্ট্ৰনীতিলৈ গ'ল; কিন্তু আমাৰ বৰকাকতী ডাঙৰীয়া কবিতা কুঞ্জত বাঁহী বজায়ে থাকিল। বাইকৈ 'উষা' আৰু 'চেতনা'তে তেখেতৰ গীতি-কবিতাবোৰ প্ৰকাশ পাইছিল। গীতি-কবিতাৰ বাহিৰেও তেখেতে দাৰ্শনিক তথ্যমূলক প্ৰবন্ধ আৰু সাহিত্যৰ সমালোচনা আদিও লিখিছে।

কবিতা বিশ্লেষণৰ বস্তু নহয়। কবিসকলে নিজেও কোনো বস্তুক বুদ্ধিৰ (intellect) চোকা কটাৰীৰে ফালি নাচায়-- ৰসবোধেৰে অনুভৱ কৰি লোকৰ মনত সেই ৰসৰ সঞ্চাৰহে কৰে। ইংৰাজ কবি বাৰ্ডছৱাৰ্থে তেখেতৰ এটি কবিতাত কবি চৰিত্ৰ প্ৰসংগত উদ্ভিদবিদ্যা বিশাৰদ বৈজ্ঞানিক এজনক কদৰ্থনা কৰি কৈছে বোলে তুমি মৰাৰ শিচত ৰবিশালিত

ওপজা ধুনীয়া ফুলপাহিকো ছিৰিফালি তাৰ শ্ৰেণীবিভাগ কৰিহে সুখ পোৱা?

* কবিতাৰ সমালোচনাও তেনে একপ্ৰকাৰ বটানিষ্টৰহে কাম, তথাপিও আমি বৰকাকতী ডাঙৰীয়াৰ পোৱালঠৰীয়া সুকোমল শেৱালিক যিমান পাৰি আলফুলকৈ চাবৰ চেষ্টা কৰিম।

শেৱালিৰ প্ৰায় সৰহখিনি কবিতাই 'প্ৰেম' বা ভালপোৱাক কেন্দ্ৰ কৰি লিখা। এই ভালপোৱা সম্পূৰ্ণ মানৱীয়, স্ত্ৰী-পুৰুষৰ প্ৰেম বুলিলে আমি সাধাৰণতে যি বুজোঁ ই ঈশ্বৰ প্ৰেম কিম্বা Platonic love নহয়; দাৰ্শনিক তত্ত্ব বা জটিল ধৰ্মতত্ত্বৰে ঢাক খাই থকা প্ৰেমো ই নহয়। এই কবিতাবোৰত মাথোন মানৱ হৃদয়ৰ সহজ বিশ্বজনীন অনুভূতি এটিৰ বিভিন্ন অৱস্থাৰ প্ৰকাশ পাইছে। মানুহৰ জীৱনত এনে এটি বতৰ আহে, যেতিয়া শত সহস্ৰ চকুৰ দৰ্শন তত্ত্বত কোৱা দুয়া monad-অৰ নিচিনাকৈ এটি প্ৰাণী আন এটি প্ৰাণীৰ প্ৰতি আকৃষ্ট হয়।

মনে যাক চিনে চকুৱে চিনায়
সেইহে হ'বলা
তোমাৰ চকুত
ইমান মউ?
বতাহ হ'লেই নুফুলে তো ফুল
বসন্তৰ বা
লাগিলে ফুলৰ
উঠে যি ঢউ।
সকলো চকুতে নাইতো উল্লাস
সকলো তৰাৰে
সমান শোভা
নভত সউ
(সি দুটি চকু)

এই মিলনে সময়ৰো অপেক্ষা নকৰে। এটি বিজুলীৰ সঞ্চাৰতে দুটি প্ৰাণ একীভূত হয়।

খন্তেক মাথোন হায় চকু চোৱা-চুই
প্ৰাণ-মন হই যোৱা এক, গুচি দুই।

এই প্ৰসংগত এলিজাবেথান্ কবি Marlowe-অৰ "Whoever loved that loved not at first sight" কথাষাৰলৈ স্বাভাৱিকে মনত পৰে।

*যিদিনাই প্ৰিয়জনে তেওঁৰ হিয়া অধিকাৰ কৰি ল'লে, সেইদিন অবধি প্ৰিয়াৰ সংযুক্ত সকলো বস্তুকেই তেওঁৰ অভিনৱ দৃষ্টিৰে দেখা পালে। প্ৰিয়াৰ যি চকুলো সিও "ভাষাৰ গীত" নহয়, শব্দশূন্য গানহে। তেওঁৰ প্ৰিয়টি যেন বুজিব নোৱৰা, বুজাব নোৱৰা কিবা এটি, যাৰ উপমা নাই — বিজুলীৰ লহৰ নে সাগৰৰ ঢৌ, ফুলৰ ঘ্ৰাণনে কুহুৰ ধ্বনি তেওঁ ঠিক ধৰিব পৰা নাই। নাইবা তেওঁৰ অন্তৰৰ আকুলতাই বাহিৰত "তুমি" ৰূপে দেখা দি হিয়াত হুতাহুৰ জুই জ্বলাই দিলে?*

বস্তুৰ সৌন্দৰ্য প্ৰীতি-সাপেক্ষ। এজনে এটি বস্তুক ভালপোৱাৰ বাবেহে সেই বস্তুটি তেওঁলৈ সুন্দৰ। ৰবীন্দ্ৰনাথৰ এটি ছনেটত লিখিছে বোলে নাৰী কেৱল বিধাতাৰে সৃষ্টি নহয়; পুৰুষে নিজৰ অন্তৰৰপৰা সৌন্দৰ্য সৃষ্টি কৰি প্ৰিয়তমাৰ গাত আৰোপণ কৰাতহে নাৰী সুন্দৰী। কবিসকলে চিৰদিন সোণৰ উপমা-সূতাৰে কাপোৰ বৈ বৈ তেওঁবিলাকক পিন্ধাব লাগিছে। ইংৰাজ কবি Congreve-এ তেখেতৰ নাটৰ স্ত্ৰী-চৰিত্ৰ এটিৰ মুখেদি কোৱাইছে : You are no longer

handsome when you have lost your lover, your beauty dies upon the instant, for beauty is the lover's gift. it is he bestows your charms, your glass is all a cheat

কবিয়েও তেওঁৰ প্ৰিয়তমাতে বিশ্বৰ সকলো সৌন্দৰ্য ঢালি দি তেওঁক তিলোত্তমা কৰিবলৈ যাওঁতে নিজলৈ বিশ্বপ্ৰকৃতিৰ একো সৌন্দৰ্যই নোহোৱা হ'ল।

যিদিন হন্তে
চকু চাঁট মাৰি
তুমি উজ্জ্বলিলা মোৰ
সেই দিন ধৰি
যেন নিলা হৰি
তিল তিলকৈ, সকলোবোৰ .
ফুলৰ হৃদয়
কৰিলা হৰণ
লুটিলা তাৰ
লাৱণ্য, বৰণ
তৰাক পেলালা জাঁয় (বিশ্বহৰণ)
পুলক ভৰা
চৰাইৰ গান
নালাগে মোৰ যিমান ভাল,
সকলো চৰাইৰ গানৰ গান
তোমাৰ মাতত পাওঁ যি তাল। (তোমাৰ পৰশ)

কবিয়ে কেতিয়াবা তেওঁৰ প্ৰিয়তমাৰ লগত আত্মাৰ মিলন বিচাৰিছে দেহাৰ মিলনৰ ভিতৰেদি।

আত্মাই মিলিব খোজে মোৰ
তোমাৰ আত্মাৰ,
নোৱাৰে ধৰিব লগ ঘনে
মায়াই আগুৰে।

সেই কাৰণে তেওঁ শ্বিন্ বাৰ্ণে কোৱাদি প্ৰিয়তমাক কৈছে —

যদি তুমি হোৱা হ'লে
পদুম এপাহ,
মই যদি ৰিব্ ৰিব্ মলয়া বতাহ,
ধীৰে ধীৰে গই চকুটি মুদাই
কৰিলোঁহেঁতেন স্নেহ শত চুমা খাই। (যদি)

কিন্তু আত্মাৰ যদি অতৃপ্ত আকাংক্ষা কেৱল দৈহিক মিলনত, তেন্তে জানো তাৰ তৃপ্তি সম্ভব?

আৰু বাৰু হওঁ যদি
ভেঁট ফুল এটি,
তুমি যদি চন্দ্ৰমাৰ

হই মৃদু সুধাকৰ
আবেগ অন্তৰে মোক
ধৰাহি সাৰটি
অতৃপ্ত প্ৰেমৰ তেওঁ হ'বনে তৃপিতি? (তেওঁ)

ঠিক এনে কথাকেই মৈথিলী কবি বিদ্যাপতিয়ে গাইছিল, —

লাখ লাখ যুগ হিয় হিয় ৰাখনু
তয়ো হিয় ঝুৰন গেল।

আৰু এনে ভাৱতেই ব্ৰাউনিঙে বিষাদৰ সুৰেৰে গুমুনিয়াহ পেলাইছিল ঃ

'Only I dıscern
Infinıte Pussıon and the Paın
of finıte hearts that ycarn'

শেৱালিৰ প্ৰেমৰ কবিতাবোৰত প্ৰেমৰ কেৱল আনন্দ-উচ্ছ্বাসেই নহয়, প্ৰেমৰ মধুৰ সন্দেহ, গভীৰ ব্যথা, কৰুণ নিৰাশা প্ৰভৃতিৰো আবেগময় প্ৰকাশ আছে। প্ৰিয়তমাই কবিক ভাল পায়নে নাপায় তেওঁ সেইটো সুধিব নোখোজে, তেওঁ যে ভাল পাব পাৰিছে, তেওঁৰ পক্ষে সেয়ে যথেষ্ট।

ভাল পায়নে নাপায়
সুধি কাম নাই,
নুসুধিবা হায়
টুকি চকুপানী। (সান্ত্বনা)

প্ৰিয়তমাৰ বিৰহতো কবিয়ে বিৰহ-শিখাৰে ৰঙা হিয়াখনকে তেওঁলৈ অৰ্পণ কৰিছে। কবিৰ প্ৰেম অন্তৰৰ এগছি অখণ্ড প্ৰদীপ, সি কোনো ইন্দ্ৰিয়গ্ৰাহ্য বস্তু নহয়। তেওঁৰ অন্তৰত অনন্ত ধাউতি প্ৰদীপৰদৰে জ্বলি জ্বলি তেওঁৰ অন্তৰ্জীৱন পোহৰাই থৈছে। (উপহাৰ)

কবিৰ আৰাধ্য বস্তু মায়ামৃগৰদৰে অকস্মাতে অন্তৰ্ধান হোৱা সত্ত্বেও কবিৰ মানসীয়ে মূৰ্তিমতী হৈ ধৰা নিদিলেও ব্ৰহ্মাণ্ডৰ সকলো বস্তুতেই তেওঁ প্ৰিয়াৰ ৰূপ দেখা পাইছে।

এতিয়া নাই আকাৰ তোমাৰ
সৰ্ব বিয়পি গ'লা,
সৰ্ব ৰূপতে এতিয়া তোমাক
পিন্ধাম ডিঙিৰ মালা। (সৰ্বৰূপত)

কোনো এটা মানসিক অৱস্থাত কবিয়ে খোৰাছন্ন খৈয়ামিমৰদৰে ভাবে ঃ

ফুলনি শুৱাই ফুলে যেবে ফুল
নুশুচেতো মোৰ
তেতিয়াও ভুল
দেখোঁ যে সিহঁত কলিজাৰ তেজ
নিৰাশ প্ৰেমেৰে
ৰাঙলী ফুল। (সুন্দৰ)

বিৰহ দগ্ধ কবিয়ে তেতিয়া নিজকে এইবুলি সান্ত্বনা দিয়ে, —

মোৰ ই হিয়াত তুলি যি কঁপনি
আঁতৰিলা তুমি, মোৰ নউ,
মোৰ কঁপনিয়ে তোমাৰ হিয়াত
পাৰিবনে বাৰু নুতুলি ঢউ?

পাৰিলে পাৰক, নাই নোৱাৰিলে
মনোমন্দিৰত পূজিম শিৱ,
অ' মোৰ গৰ্ব, অ' মোৰ সাধনা
অ' মোৰ স্বৰ্গ, অ' মোৰ প্ৰিয়। (সুন্দৰ)

'বিৰহৰ গৌৰৱ' বোলা কবিতাত কবিয়ে বিৰহৰ জয়-গান গাই কৈ উঠিছে — বিৰহ-বিষাদ নোহোৱা হ'লে জগতত ইমান গীত, ইমান কবিতা ক'ৰপৰা হ'লহেঁতেন? 'একো ৰসঃ করুণ এব'।

শাওণৰ ঘন ঘোৰে
মোৰ অত চকুলোৰে
ঢালি ঢালি ধাৰাসাৰে
তিয়ালেহেঁতেন কত তপত হৃদয়
আবেগত ভাগি-ছিগি, ধুমুহা বতাহ লাগি
এচুকৰ এই হৃদি
নহ'লহেঁতেন অত
বিৰাট প্ৰণয়।

কবিৰ প্ৰথম যৌৱনৰ প্ৰণয়ৰ আশা-নিৰাশা, আনন্দ-উচ্ছ্বাস, বিষাদ-গীত, সকলোৰে অৱসান 'ঘৰ-জেউতি' (Angel in the House)ত। বৈবাহিক জীৱনত প্ৰৱেশ কৰা কবিয়ে তাৰকাৰ ধাউতি পৰিহাৰ কৰি মানবীৰূপিণী দেৱীক আদৰি লৈছে। তেওঁৰ অনন্তৰ সৰ্বব্যাপিণী বালাই ঘৰতে দেখা দিলে।

সেই বিশ্ববিলীনা স্বৰ্গললনা
দিঠকতে আজি মধুৰ স্বপ্নসখী
তনু ধৰি ধৰা দিলোঁ নেকি মোক
মানুহৰ বেশে অতনু পৰাণ পখী। (ধৰা পৰা)

প্ৰণয়ৰ বিভিন্ন ভাৱৰ প্ৰকাশ হিচাপে বৰকাকতী ডাঙৰীয়াৰ প্ৰেমৰ গীতি-কবিতাখিনিয়ে অসমীয়া সাহিত্যত এখন নিজস্ব ঠাই অধিকাৰ কৰিছে।

প্ৰেমিক আৰু কবিৰ ভিতৰত অনেকখিনি মিল আছে, এইষাৰ কথা সকলোৱে জানে, অন্ততঃ মহাকবি ছেক্সপীয়েৰে সেই সম্পৰ্কে লিখা কবিতাফাকি। শেষালিৰ কেইটামান কবিতা কবি-চৰিত্ৰ, কাব্যৰ স্বৰূপ, প্ৰভৃতি কথা লৈ লিখা। কেইবছৰমানৰ আগেয়ে বৰকাকতী ডাঙৰীয়াই 'আলাপ' বোলা dialogue এটিত কবিৰ প্ৰকৃতি লৈ আলোচনা কৰিছিল। জগতৰ পৰশত কবিৰ মনোবাণীত যি ঝংকাৰ উঠে, সেয়ে কাব্য। কবিসকলৰ অনুভূতি অতি তীব্ৰ, সৰ্বসাধাৰণৰ মনক যি ঘটনা বা দৃশ্যই স্পৰ্শ কৰিব নোৱাৰে, কবিয়ে তাতেই অভিভূত হৈ আবেগ প্ৰকাশ কৰে। 'সকিয়নি' কবিতাত অকবিক সম্বোধন কৰি কবিয়ে সুধিছে,

মোক যে সদায় সকিয়াই থাকে

'প্ৰকৃতি' খনে
তোমাক নো একো বাতৰি তাৰ
নিদিয়ে নে?
নকৰে তোমাক বকুলে আকুল,
তোমাৰ মনৰ বনৰ ফুল
নাইঁহে এদিনো লগাই ভুল?
নাগায় কোকিলে গান?
জোনৰ মধুৰ হাঁহিৰ ৰেখা
মেঘৰ আঁৰেদি নোপোৱা দেখা
নজ্বলে বিজুলী আবেগ লেখা
নকঁপে তৰাৰ প্ৰাণ?

কবিৰ 'চিন্তা'ত আকৌ কবিয়ে গাইছে –

যি সুৰত সউ জোনালী সভাত
নাচিছে লক্ষ তাৰক ইন্দু
বাগৰি পৰিছে ধৰাত সিন্ধু,
যি সুৰতে মোৰ
ক্ষীণ তনুটিৰো
শিৰে শিৰে আজি
লহৰী বাগৰি
নাচিছে শোণিত বিন্দু।
ইমান মাধুৰী ইমান ৰস
নোবাৰোঁ যে মই
অকলে কৰিব পান।
সেইহে ইমান অন্ধ আতুৰ
চাতকী প্ৰাণ,
গুজৰি গুমৰি বন্ধ বিমোৰ
হিয়াৰ গান।

সৃষ্টিৰ সকলো বস্তুৰ প্ৰকাশৰদৰে কবি হৃদয়েও আপোন আবেগৰ প্ৰকাশ বিচাৰে, দুষ্প্ৰকাশ ৰুদ্ধ আবেগ কবি জীৱনৰ ডাঙৰ ট্ৰেজেডি। সেইহে 'প্ৰকাশবাধা'ত কবিয়ে বেজাৰ কৰিছে,

প্ৰকাশ পাইছে কোকিলকণ্ঠ
শত বসন্ত ব্যাকুল কৰি,
ই জীৱন কিয় হতাশ বন্ধ
ৰুদ্ধকণ্ঠ গুমৰি মৰি?

আকৌ কেতিয়াবা প্ৰকাশৰ পুলকত কবিয়ে চিঞৰি উঠিছে –

পোহৰৰ সোঁতে আজি

চোৰা সউ
আকাশ গঙ্গা,
গিৰ্ গিৰ্ নামি আহে
জলঙ্গৰ ভাঙ্গি ছিণ্ডি জওথা।
হৃদি ভেদি মোৰ সউ
সুনীলৰ কৈলাশ গঙ্গা। (মুক্তি)

সুনীল গগনৰ মেঘ, গান গোৱা বতাহ, তৰাৰে লেখা স্বৰ্গৰ আখৰে কবিক আমন্ত্ৰণ কৰিব লাগিছে, সেই কাৰণেই তেওঁ 'উন্মনা'। বাহ্য প্ৰকৃতিয়ে কবিক এটি অনিৰ্দিষ্ট, সুদূৰ অনন্তৰ সংকেত দি তেওঁক চঞ্চল কৰি তোলে।

আহিলে পোহৰ
উজ্জ্বলি ভুবন
উথলি উঠোঁ
আবেগে হায়,
চিৰবঞ্চিত
চিৰ সঞ্চিত
মুখনি আজিও
নাপালোঁ হায় (পদুলি মুৰত)

আকৌ —

লৰিছে যিপিনে চন্দ্ৰ-সূৰ্য
বজাই তূৰ্য্য
মন্দ্ৰসুৰ,
বতাহে যিপিনে ধৰিছে হাল
উৰিছে মেঘৰ ধৱল পাল,
যিপিনেই তোৰ
গভীৰ আতুৰ
অনাদি যাত্ৰা
সুদূৰ দূৰ। (কেনি?)

ইংৰাজ কবি টেনিছনৰ ইউলিছেছ, ভয়েজ, মাৰ্লিন প্ৰভৃতি কেইটামান কবিতাত অনন্ত সুদূৰৰ প্ৰতি এটি অদম্য আকাংক্ষা প্ৰকাশ পাইছে, কিন্তু সেই আকাংক্ষা কৰ্ম-জীৱনৰ আকাংক্ষা। বৰকাকতীদেৱৰ কবিতাত সেই কৰ্ম-প্ৰেৰণা নাই, তেখেতৰ কেনি প্ৰভৃতি কবিতাত ৱাৰ্ডছৱাৰ্থৰ Stepping westward-অৰ লগতহে সামঞ্জস্য বেছি। যি হওক, সুন্দৰৰ লগত অনিৰ্দিষ্ট আৰু অজ্ঞেয়ৰ এই সমাবেশ (যাক কোনো সমালোচকে Celtic touch নাম দিছে) বৰকাকতী ডাঙৰীয়াৰ কবিতাত ফুটি ওলাইছে।

কবি উদাসী, তেওঁ সংসাৰত নিৰ্লিপ্ত, চিৰচঞ্চল, অতল প্ৰেমৰ অন্তৰ্লীন সত্তাৰ প্ৰয়াসী তেওঁ। দেখাত নিষ্কৰ্মা হ'লেও আচলতে কবিয়েহে বিশ্ব-প্ৰকৃতিৰ লগত নিজৰ আচল সংযোগ ৰাখে।

কিয় তেন্তে পুৱাতে ইমান
পখীৰ ৰৱ নদীৰ গান
বিপুল পুলক হায়।
সোণৰ সুৰত নাচে আকাশ,

বতাহে কাৰ দিয়ে আভাস,
হৃদয় ওপচায়। (কিয়?)

ব্যৱহাৰিক জগতৰ কাৰণে কবিৰ আৱশ্যক নহ'বও পাৰে, অৰ্থনৈতিক বা ৰাষ্ট্ৰনৈতিক সমস্যাৰ সমাধান পোনপটীয়াকৈ কৰিবলৈ কবি অসমৰ্থও হ'ব পাৰে। তেওঁ সাধাৰণতে নিৰ্জনতাপ্ৰিয়। বিশ্ব-জগতৰ নিৰ্জীৱ-সজীৱ সকলো প্ৰাণীৰে মাজত যি এটি মিলনৰ স্বৰ্ণ-সূত্ৰ আছে তেওঁ সেইটি ধৰা পেলায়। কবিৰ ৰাজত্ব বাহ্যিক জগতত নহয়, হৃৎজগতত, তেওঁৰ বুদ্ধিৰে ঢুকি নোপোৱা ৰহস্যৰো সম্ভেদ পায়, তেওঁ বুজে Things more true and deep than we mortals dream

অসীম তত্ত্ব অনাদি কালৰ
অভেদ মধুৰ ৰহস্য দ্বাৰা
মোকোলাই ধৰে মুকলি কবিযে
মুকলি হিয়াৰ বজাই তাঁৰ।

কবিৰ জীৱন এটি সাধনা, তেওঁ তাপস। দুখ-দৈন্যৰ বহ্নিত দগ্ধ হোৱা হিয়া তেওঁৰ হোমৰ হবি।

আলৌকিক আনন্দেৰ ভাৰ
বিধাতা যাহাৰে দেয়, তাৰ বক্ষে বেদনা অপাৰ,
তাৰ নিত্য জাগৰণ, অগ্নিসম দেৱতাৰ দান
উৰ্দ্ধ শিখা জ্বালি চিত্তে অহোৰাত্ৰ দগ্ধ কৰে প্ৰাণ।(ৰবীন্দ্ৰনাথ)

কবিৰ ধৰ্ম লৌকিক ধৰ্ম নহয।

মই পূজোঁ কাৰোবাক ক'বকে নোৱাৰোঁ
এই দেখোঁ এই নাই ভুলোকে দ্যুলোকে
নিতে নৱৰূপ তাৰ
নিতে অগোচৰ,
বিচাৰি তাকেই বয় চকুলো পলকে
লক্ষ ধাৰে লক্ষ সুঁতি
অলক্ষ্য সাগৰ। (মোৰ পূজা)

কাৰুণ্যই যি স্থলত কবিতাৰ শ্ৰেষ্ঠতম উপাদান, আত্মীয়জনৰ বিয়োগত কবি হৃদয় যে বাজি উঠিব, স্বাভাৱিক। তিনিটি (Elegy) শোক-কবিতাই শেৱালিত ঠাঁই পাইছে। 'অৰ্থ' বোলা কবিতাটিত কবিয়ে তেখেতৰ এটি শিশুকন্যাৰ মৃত্যুত সংসাৰৰ এনে নিষ্ঠুৰতাৰ অৰ্থ বিচাৰিছে। 'ভাইটি' নামৰ কবিতাত কবিয়ে মৃত ভায়েকৰ সোঁৱৰণি সুঁৱৰি সন্দেহৰ সুৰেৰে কৈছে —

জীৱনৰ সিপাৰত ওলাব এদিন যদি
ডিঙিত সাৱটি ধৰি চুমা এটি খাম।

কিন্তু দেশপ্ৰাণ চন্দ্ৰনাথ শৰ্মাৰ বিয়োগত লিখা কবিতাই মনুষ্য আত্মাৰ অবিনশ্বৰতা সম্বন্ধে কবিৰ দৃঢ় বিশ্বাস প্ৰকাশ কৰিছে। প্ৰকৃততে তেওঁৰ মৃত বন্ধু তেওঁৰপৰা হেৰোৱা নাই, বিশাল অনন্ত সাগৰৰ এটি ক্ষুদ্ৰ ঢৌ মাথোন সাগৰত মাৰহে গৈছে। "আবৰ্ত্ত বুদ্বুদতৰঙ্গময়ান্ বিকাৰান্ অম্ভো যথা সলিলমেব তু তৎ সমগ্ৰম্" (ভৱভূতি)। নতুন দেশত কোনো জনমত বন্ধুৰ লগত দেখা হ'লে জননান্তৰ সৌহাৰ্দ্য পুনৰ জাগ্ৰত হ'ব।

হয়তো তেতিয়া দক্ষিণ বতাহে

পূৰ্বৰ স্মৃতি হঠাৎ গই
জ্বলাব হিয়াত লওঁতে জিৰণি
দুয়ো অকলে কেনেবাকৈ।

প্ৰাচীন কাব্য আৰু ঐতিহাসিক জগতৰ দুই-এটি কৰুণ কাহিনীও কবিৰ হৃদয়ত প্ৰতিধ্বনিত নোহোৱাকৈ থকা নাই। কাব্যৰ উপেক্ষিতা ৰামায়ণৰ উৰ্মিলাৰ চৰিত্ৰই তেওঁক বিশেষকৈ স্পৰ্শ কৰিছে। ৰবীন্দ্ৰনাথৰ এই বিষয়ে লিখা প্ৰবন্ধই আমাৰ শেৱালিৰ কবিক ভাব যোগাব পাৰে, তথাপি অব্যক্ত বেদনা উৰ্মিলাৰ কাহিনীটি কবিতাত মৰ্মস্পৰ্শী হৈছে। শকুন্তলাৰ চতুৰ্থ অংকৰ মৃদু কৰুণ ৰসেৰে পূৰ্ণ শ্লোককেইটিৰ ভাঙনিও মনোৰম হৈছে। 'তাজমহল'ত ৰবীন্দ্ৰনাথৰ প্ৰভাৱ থাকিলেও বিশ্বকবিৰ ছাহজাহানৰপৰা কবিতাৰ ভাৱধাৰা কিছু পৃথক। 'তাজমহল' নেদেখাকৈয়ে কবিয়ে এই কবিতা লিখিছে, তাজমহল দেখি কি লিখিলেহেঁতেন জানিবৰ মন যায়।

দূৰণি আৰু অতীতৰ কথাৰ উপৰি জীৱনৰ বিবিধ গভীৰ সমস্যাই কবিসকলৰ অন্তৰ্জগত আন্দোলিত নকৰাকৈ নাথাকে। সৃষ্টিৰ নানান প্ৰশ্ন, সংসাৰৰ দ্বিধা-দ্বন্দ্ব প্ৰভৃতি জীৱনৰ অভিজ্ঞতাৰ poetic interpretation দিয়াও কবিসকলৰ কাম, নচেৎ তেওঁবিলাকক কেৱল idle singer of an empty day বোলা যাব।

মানুহৰ ভুল-ভ্ৰান্তি, ব্যৰ্থতা, নিৰাশা প্ৰভৃতিও মানুহৰ অনন্ত জীৱনৰ অনন্ত উন্নতিৰ পথৰ ক্ৰম মাথোন।

নহয়, নহয়, নহয় ভ্ৰম,
ভ্ৰম যে তোমাৰ সৃষ্টিক্ৰম,
তুমি ক্ৰমৰ পাহি
ফুলাই ফুলাই
আত্মা মেলা
ভ্ৰমৰ হাঁহি
তুলাই তুলাই
খেলা খেলা।

মানুহে সাধাৰণতে জীৱনত যিবোৰ ভুল, ভ্ৰম বা ব্যৰ্থতা বুলি ভাবে, সিহঁত হয়তো তেনে হ'বও পাৰে।

অপ্ৰকাশত কিজানিবা একো
হোৱা নাই মোৰ ভুল।
নুফুলি জীৱন ফুল।
মোৰ জীৱনৰ ফুল
নুফুলি নুফুলি
ফুলিব পাৰে,
ভাঙি দি হঠাৎ মোৰ
নজনা নুগুনা ভুল,

কাঁইটেৰে বেৰা মোৰ
এই জীৱনৰ ফুল।

এইকেইটা পংক্তিয়ে Matthew Arnold-অৰ We cannot kindle when we will-লৈ মনত পেলায়।

বাস্তৱিকে ভুল কৰাৰ স্বাধীনতাই মানুহৰ শ্ৰেষ্ঠত্ব, মনুষ্যত্বৰ জন্তু বা পদাৰ্থৰ কৰ্ম কৰিবৰ স্বাধীনতা নাই, প্ৰকৃতিয়ে সিহঁতক যিমানলৈকে নিয়ে সিমানলৈকেহে সিহঁত যাব পাৰে। সীমাবদ্ধ সিহঁতৰ কৰ্মৰ স্বাধীনতা।

"From our point of view, life appears in its entirety as an immense wave, which, starting from a centre, spreads outwards, and which on almost the whole of its circumference is stopped and converted into oscillation, at one single point the obstacle has been forced-- the impulsion has passed freely It is this freedom that the human form registers Everywhere but in man consciousness has had to come to a stand, in man alone it has kept on its way Man then continues the vital movement indefinitely (Bergson)

কবিয়ে কয় —

সিবোৰ গাইছে সহজে
বইছে সহজে
নাচিছে সহজে
সহজত নাই ভুল;
মানুহে নাগায় সহজে
নকয় সহজে
নানাচে সহজে
সহজ নহয় বিকাশ মনুষ্য ফুল।
তাতেহে তাৰ শ্ৰেষ্ঠ গৰ্ব
তাতেহে ইমান মোল,
তাতেহে ঘটে পদে পদে তাৰ
হেজাৰ হেজাৰ ফুল।

মানুহৰ ক্ষমতা যি স্থূলত সীমাবদ্ধ নহয়, মানুহে নিজৰ সাধনাৰে পৃথিৱীক স্বৰ্গত পৰিণত কৰিহে বন্ধুভাৱে ঈশ্বৰৰ কাষ চাপিব। মানুহে ঈশ্বৰক সমিধান দিব দান কৰি হে, গ্ৰহণ কৰি নহয়।

প্ৰত্যুত্তৰ যদি তাৰ পাৰোঁ মই দিব
স্বৰ্গ সাজি মৰতত সোণৰ বৰণ,
আপোন মনৰ মোৰ মাধুৰী ৰাশিৰে
পাৰোঁ যদি জগতক কৰিব বৰণ।
স্বৰ্গস্ৰষ্টা ৰূপে মই তেতিয়াহে ধাতা
সখিত্ব গৌৰৱে আহা তোমাৰ লগত,
মিলনৰ গৰ্ব লৈ মিলন মিলন কৈ
মিলি যাম মিলনৰে মহান বিশ্বত।

এই সংগ্ৰহত 'একেটি ঘৰ' আৰু 'দুটি মানুহ' বুলি দুটি সৰু ৰূপক কবিতা আছে। কেৱল বুদ্ধিৰ জীৱন যে (intellectual life) অন্তৰ প্ৰকাশৰ বিৰোধী, প্ৰথম কবিতাত তাকে ৰূপকৰ সহায়েৰে দেখুৱা হৈছে যেন লাগে; দ্বিতীয়টিয়ে

বেদৰ —

'দ্বা সুপৰ্ণা সখায়া সমানং বৃক্ষং পৰিষস্বজাতে' লৈ আৰু ৰবীন্দ্ৰনাথৰ 'দুটি পাখি'লৈ মনত পেলায়।

কবিয়ে দাৰ্শনিক তত্ত্বৰ প্ৰণালীবদ্ধ ব্যাখ্যা নকৰে, তেওঁ দাৰ্শনিক তত্ত্ববোৰ কিদৰে কবিতাত ব্যক্ত কৰে সেইটোহে মন কৰিবলগীয়া। এই হিচাপেও বৰকাকতী ডাঙৰীয়াৰ কবিতাৰ দান অতি সামান্য নহয়।

"ৰবীন্দ্ৰদৰ্শন" কবিতাত বৰকাকতী ডাঙৰীয়াই বিশ্বকবি ৰবীন্দ্ৰনাথক 'বৈকুণ্ঠ বিহংগ' আখ্যাৰে শ্ৰদ্ধাঞ্জলি দিছে। বৰকাকতী ডাঙৰীয়াৰ কবিতাত ৰবীন্দ্ৰনাথৰ প্ৰভাৱ কিছু পৰিমাণে ধৰিব পাৰি। বৰ্তমান জগতৰ ভিতৰত আইকে ভাৰতীয় প্ৰাদেশিক ভাষাবিলাকৰ ভিতৰত শ্ৰেষ্ঠ কবিয়ে প্ৰভাৱ বিস্তাৰ কৰা অতি স্বাভাৱিক। ৰবীন্দ্ৰনাথৰ কবিতাত পূৱ-পশ্চিমৰ সংযোগৰ ফলত যি এটি নতুন সুৰ বাজি উঠিছে, সি এটি অপূৰ্ব বস্তু আৰু অনুকৰণৰ যোগ্য। তথাপি, বৰকাকতী ডাঙৰীয়াৰ প্ৰকাশৰ ৰীতি সম্পূৰ্ণ স্বাধীন।

ভাব, ভাষা আৰু ছন্দ সকলোফালৰপৰাই বৰকাকতী ডাঙৰীয়াৰ শেৱালি বৰ্তমান যুগৰ অসমীয়া সাহিত্যলৈ এটি মোহন উপহাৰ।

# ৰবীন্দ্ৰনাথ আৰু অসমীয়া কাব্য

অসমীয়া সাহিত্যত ৰবীন্দ্ৰনাথৰ প্ৰথম প্ৰভাৱ সূৰ্যকুমাৰ ভূঞাৰ কবিতাত স্পষ্টকৈ ধৰিব পাৰি। ৰবীন্দ্ৰনাথৰ —

আমি ঢালিব করুণাধারা,  
আমি ভাঙিব পাষাণকারা,  
আমি জগৎ প্লাবিয়া বেরাব খাহিয়া  
আকুল পাগল-পারা। (নির্ঝরের স্বপ্নভংগ)

এই স্তৱকটোৰ লগত ভূঞাৰ 'নিৰ্মালি'ৰ (১৯১৬)

মই নোৱাৰোঁ কৰিব নাগ,  
মই নোৱাৰোঁ মেলিব প্ৰাণ,  
মোৰ হিয়াৰ তন্ত্ৰী উগুলি-থুগুলি  
ধৰিছে বিশ্বতান।

এই স্তৱকটো মিলাই পঢ়িলে সজাগ কাণ মাত্ৰই এই দুয়োটাৰ ছন্দৰ সমধৰ্মিতা। দুয়োটা স্তৱক একেটা সাঁচতে ঢলা। আকৌ —

গগনে গরজে মেঘ ঘন বরষা,  
কূলে একা বসে আছি, নাহি ভরষা,  
রাশি রাশি ভারা ভারা,  
ধান-কাটা হল সারা,  
.. .  
কাটিতে কাটিতে ধান এল বরষা (সোণার তরী ৩০৮)

এই স্তৱকটোৰ লগত ভূঞাৰ —

নেলাগে উলটি চাব, যোৱা আঁতৰি।

মাতিছোঁ তোমাক আজি মিনতি কৰি,
মোৰ এই হিয়াতল,
সুশীতল সুবিমল,
পুনু তাত হলাহল যাতনা ভৰি,
নেলাগে উলটি চাব, যোৱা আঁতৰি। (নিৰ্মালি)

এই ষ্টেঞ্জাটো মিলাই পটিলে দুয়োটাৰে সাংগীতিক ঐক্য সহজে ধৰিব পাৰি, যদিও দুয়োটাৰ মাজত বিষয়-বস্তুৰ কোনো মিল নাই।

আকৌ আন এজন জীৱিত আধুনিক কবিৰ কবিতাৰপৰা এচকল-দুচকল আনি চোৱা যাওক।

কোন দূৰ শতিকাৰ বুৰঞ্জী-বিস্মৃত কোন
সোণালী ক্ষণত,
কোননো অপ্সৰী আহি ভাঙিলে তপস্যা কৰি
এটি কটাক্ষত। (পৃথিৱী ঃ দেৱকান্ত)
ষষ্ঠীত প্ৰতিষ্ঠা কৰা দেৱীক বিসৰ্জো আমি
বিজয়াৰ বিফল সন্ধ্যাত। (তুমি নুবুজিবা ঃ দেৱকান্ত)

ইয়াৰ লগতে ৰবীন্দ্ৰনাথৰ এটি স্তৱক পটি চাওঁহক।

বিদেশেৰ ইতিবৃত্ত দস্যু বুলি কৰে পৰিহাস
অট্টহাস্য ৰাব,
তব পুণ্যচেষ্টা যত তাকৰেৰ নিষ্ফা প্ৰয়াস
এই জানে সবে। (শিবাজী)

কবিতাৰ অল্পবোধ থকা যিকোনো পাঠকেই এই উদ্ধৃতিবোৰৰ মোৰ ('পেটাৰ্ণ') যে একে, অতি সহজে বুজিব পাৰিব। অৱশ্যে ৰবীন্দ্ৰনাথেও এই সম্পৰ্কত ব্ৰাউনিঙৰ আৰ্হি লোৱা বুলি কয়।

ৰত্নকান্ত বৰকাকতীৰ সকলোৰে জনা এটা কবিতাৰ এটা বা দুটা শ্লোক পটি চাওঁহক —

এটি ঘৰত দুটি মাথোন
দুটি মানুহ ধৰে,
এটি খেলে লুকাই সপোন
এটি জ্বলি মৰে।
এটি মুক্ত শিশুৰ প্ৰাণত
নাচে আকাশ জুৰি,
ইটি যুক্ত আপোন কামত
মৰে দেই-পুৰি। (দুটি মানুহ ঃ বৰকাকতী)

ইয়াৰ লগতে ৰবীন্দ্ৰনাথৰ কেইটামান পংক্তি মিলাই চাওঁ —

ঘুমেৰ দেশে ভাঙিল ঘুম।

উঠিল কলাৰৱ,
গাছেৰ শাখে জাগিল পাখি
কুসুমে মধুকৰ।
জাগিন পথে প্ৰহৰী দল,
দুয়াৰে জাগে দ্বাৰী;
আকাশে চেয়ে নিৰখে বেলা
জাগিয়া নৰনাৰী। (সোণাৰ তৰী)

দুয়োটা মিলাই শুনিলে ফৰ্ম্মা দুটা প্ৰায় একে যেন নালাগেনে?

এই তীৰ্থ দেৱতাৰ ধৰণীৰ মন্দিৰ প্ৰাঙ্গণে
যে পূজাৰ পুষ্পাঞ্জলি সাজাইনু সযত্ন চয়নে
সায়াহ্নেৰ শেষ আয়োজন, যে পূৰ্ণ প্ৰমাণখানি
মোৰ সাৰা জীৱনেৰ অন্তৰেৰ অনিৰ্বাণ বাণী (গীতালি)

ওপৰত উদ্ধৃত কৰা ৰবীন্দ্ৰনাথৰ কবিতা কেইশাৰীৰ প্ৰভাৱ শব্দচয়ন আৰু ছন্দৰ চলন-ফিৰণত নিৰ্মালিত থকা আপোন সুৰ আৰু আন আন কেইবাটাও কবিতাত্ ধৰিব পাৰি। সম্পূৰ্ণ প্ৰাসংগিক নহ'লেও ইয়াত উনুকিয়াব পাৰি যে ভূএগৰ আমিনা বোলা গল্পটোৰ ৰবীন্দ্ৰনাথৰ লগত সম্পৰ্ক ৰবীন্দ্ৰনাথৰ গল্পৰ পাঠক মাত্ৰেই গম পায়। ডঃ ভূএগৰ কলেজীয়া জীৱন ১৯১১-১৬ কলিকতাৰ প্ৰেচিডেন্সী কলেজৰ ইডেন হোষ্টেলত অতিবাহিত হৈছিল, সেই কালতেই ৰবীন্দ্ৰনাথৰ সৰ্বভাৰতীয় তথা আন্তৰ্জাতিক খ্যাতি।

শব্দৰ চয়ন আৰু ছন্দৰ গাঁথনিত অজ্ঞাতসাৰেই বহুত ক্ষেত্ৰত ৰবীন্দ্ৰনাথৰ ছাঁ সাধাৰণ পাঠকৰ চকুতো পৰি যায়, উদাহৰণস্বৰূপে –

কে বলে ৰয়েছে স্থিৰ ৰেখাৰ বন্দনে,
নিস্তব্ধ ক্ৰন্দনে। (বলাকা)
ৰেখাময় বান্ধোনত যি কান্দোনে
ধৰা দিয়া নাই
অৰ্থ তাৰ নাই? (দেৱকান্ত)

ৰবীন্দ্ৰনাথৰ প্ৰতিষ্ঠিত কাব্যাদৰ্শৰ লগত অসমীয়া কবি কেইবাগৰাকীয়েও ৰবীন্দ্ৰৰ অলপ অনুসৰণো কৰিলে আৰু 'স্ব-ছন্দে' লিখিবলৈকো সাহ আৰু প্ৰেৰণা লাভ কৰিলে। ভাৰতৰ সকলো প্ৰাদেশিক সাহিত্যকেই ৰবীন্দ্ৰনাথৰ এই প্ৰভাৱে সূক্ষ্মভাৱে প্ৰভাৱ পেলাই কাণ আৰু মনৰ ৰুচিৰ পৰিৱৰ্তন সাধিছে।

বেজবৰুৱাই তেওঁৰ সাহিত্যিক জীৱনৰ প্ৰথমৰপৰাই কলিকতাত আৰু ৰবীন্দ্ৰনাথৰ প্ৰতিভাৰ সান্নিধ্যত কটালেও তেওঁৰ ওপৰত ঠাকুৰৰ প্ৰভাৱ সীমিত। ৰবীন্দ্ৰনাথৰ প্ৰভাৱ পৰাপক্ষত নল'বলৈ তেওঁ সচেতন আৰু সচেষ্ট আছিল। অসমীয়া মানুহৰ চুৱা আৰু বাহিচুৱাৰ ধাৰণাই বেজবৰুৱাকো অলপ নহয় অলপ চুইছিল। তদুপৰি অসমীয়া ভাষা-সাহিত্যৰ স্বাতন্ত্ৰ্যৰ প্ৰতিনিধিত্ব কৰি থকা বেজবৰুৱাৰ পক্ষে সি স্বাভাৱিক আছিল। দ্বিতীয় বছৰৰ বাঁহীৰ (১৯১১) কোনোবা এটা সংখ্যাত প্ৰথমে অসমীয়ালৈ বেজবৰুৱাই ভঙা ঠাকুৰৰ গান এটা প্ৰকাশ হৈছিল – "সখী কোনেনো বজায়......... " ইত্যাদি।

বেজবৰুৱাৰ সমসাময়িক 'জোনাকী' দলৰ আগৰৱালা, হেম গোসাঁই, কমলাকান্ত এইসকলৰ দিনত ৰবীন্দ্ৰনাথৰ প্ৰভাৱ বংগ দেশতেই বৰকৈ বহল হ'ব পৰা নাছিল। এওঁলোকৰ দুই-এটা কবিতাৰ দুই-এঠাইত ৰবীন্দ্ৰনাথৰ ভাব আৰু শব্দৰ

লগত সাদৃশ্য থাকিলেও সেইখিনি ৰবীন্দ্ৰনাথৰ সম্পৰ্কৰপৰা নহে সেই যুগৰ সাধাৰণ স্বাধীন বতৰৰ ফচল বুলি ক'ব পাৰি। মাইকেল, হেম বন্দোপাধ্যায় আদি কবিসকলৰ 'ইমপেক্ট' সেই সময়ৰ আমাৰ কবিসকলে লাভ কৰিছিল। তেওঁলোক ৰবীন্দ্ৰনাথৰ ভাব-পৰিধিৰ ভিতৰুৱা নহয় যেন। তেওঁলোকৰ কবিতাত মৃদু ব্যঞ্জনাতকৈ বাচাল 'জনজনা'হে সৰহ। উল্লেখযোগ্য যে সেই দলৰ এজন গুৰিয়াল পদ্মনাথ গোহাঞিবৰুৱাই ৰবীন্দ্ৰৰ 'কণিকা' অনুসৰণ কৰি অকণ অকণ কেইটিমান ধুনীয়া শ্লোক ৰচনা কৰিছিল।

প্ৰায় গোটেই জীৱন কলিকতা মহানগৰীত কটোৱা সূৰ্যকুমাৰ ভূঞাৰ সমসাময়িক দুৱৰা কবিৰ কাব্যত ৰবীন্দ্ৰনাথৰ ছাঁ নাই বুলিলেই হয়। তেওঁৰ আপোনসুৰীয়া কবিতাত ছন্দৰো বৈচিত্ৰ্য নাই, তেওঁৰ প্ৰেৰণাও ভাৰতবৰ্ষৰ বাহিৰৰপৰা পোৱা। 'জেতুকাপাত' উপমাৰ বাহিৰে তেওঁৰ কবিতাত অসমীয়া বুলিবলৈ একো নাই, নাৱৰীয়া প্ৰতীকটোও ইংৰাজী কবিতাৰপৰা লাভ কৰা।

সকলোৰে জনা কথা, আধুনিক অসমীয়া কবিসকলৰ মাজত বৰকাকতীৰ ওপৰতেই ৰবীন্দ্ৰনাথৰ প্ৰভাৱ অধিক। বৰকাকতীয়ে কোনো এটা প্ৰশস্তি-কবিতাত ৰবীন্দ্ৰনাথক বৈকুণ্ঠ-বিহংগ বুলি বৰ্ণনা কৰিছে। ধিঙৰ ৰত্নকান্ত জোড়াসাঁকো আৰু বোলপুৰৰ মন্ত্ৰশিষ্য। ৰবীন্দ্ৰনাথৰ জীৱন দৰ্শন আৰু সাহিত্য দৰ্শন বৰকাকতীয়ে গ্ৰহণ কৰিছিল। ভাৰতীয় উপনিষদৰ যি প্ৰতিহ্য ৰবীন্দ্ৰনাথৰ সাহিত্যত মূৰ্ত হৈ উঠিছিল, তাৰ কিছু অংশ বৰকাকতীৰ কবিতাতো প্ৰকাশ পাইছিল। একমাত্ৰ বৰুৱা ভ্ৰাতৃ দুজনৰ (ভগৱতীপ্ৰসাদ-পাৰ্বতিপ্ৰসাদ) বাহিৰে অসমীয়া মানুহৰ ভিতৰত সেই কালৰ একমাত্ৰ বৰকাকতীহে ৰবীন্দ্ৰ সাহিত্যৰ একনিষ্ঠ ছাত্ৰ আছিল। বৰকাকতীৰ কাব্যৰ বিষয়-বস্তুত ৰবীন্দ্ৰনাথৰ ছাঁ অনেক ঠাইত সিঁচৰতি হৈ আছে— ৰবীন্দ্ৰনাথৰ কিছুমান বাক্য আৰু বাক্যাংশও তেওঁৰ লিখাৰ মাজত সোমাই আছে। কোনো কোনো সমালোচকে এইটো বৰকাকতীৰ দোষ বুলিয়েই ধৰে। কিন্তু ৰবীন্দ্ৰনাথৰ ৰচনাৰ লগত ইমান আত্মীয়তা লাভ কৰিব পৰাটোও কম কথা নহয়। ইংৰাজ কবি গ্ৰেৰ ওপৰত মিল্টনৰ এনে প্ৰভাৱ দোষৰ কথা বুলি নকয়। ঘাইকৈ ৰবীন্দ্ৰনাথৰ প্ৰেৰণাতে বৰকাকতীৰ কবিতাৰ ছন্দবৈচিত্ৰ্য আৰু বিষয়-বস্তুৰ সমৃদ্ধি (Varied from a rich content)।

পদ্মশ্ৰী নলিনীবালা দেৱীৰ সকলোবোৰ কবিতাৰ মূল্য সমান নহয়— কেইটিমানত ভাব আৰু ভাষাৰ অনুপম পৰিণয়- - আনহাতে বহুতো কবিতা সাধাৰণ শ্ৰেণীৰ। ৰবীন্দ্ৰনাথ এগৰাকী মিষ্টিক-অতীন্দ্ৰিয়বাদী আৰু বিশ্বানুভূতিৰ অধিকাৰী। ৰবীন্দ্ৰনাথৰ অতীন্দ্ৰিয়বাদৰ ছাঁ নলিনীবালা দেৱীৰ কবিতাতো ঠায়ে ঠায়ে পৰি গৈছে। ডিম্বেশ্বৰ নেওগৰো ভালেখিনি কবিতাত ৰবীন্দ্ৰনাথক অনুসৰণ কৰাৰ চেষ্টা ধৰা পৰে। পাৰ্বতিপ্ৰসাদৰ নীতি কবিতাৰ বাহন হ'ল অসমৰ লোকগীতিৰ সুৰ—তাৰ মাজত ৰবীন্দ্ৰনাথৰ কিছুমান প্ৰতীক, কিছুমান প্ৰতিধ্বনি গুলায়, যেনে ডাৱৰৰ সুকণ্ঠা ৰূপহী সূতী, সোণৰ হৰিণা। ৰবীন্দ্ৰনাথৰ অতি প্ৰিয় শৰৎ কালটোও পাৰ্বতিপ্ৰসাদৰ গীতত পাওঁ। শুকুলা ডাৱৰ আৰু কঁহুৱা ফুল দুয়োটাই ৰবীন্দ্ৰনাথৰ কবিতাতো জিলিকি আছে। সোণৰ সোলেং অলপ মেটাৰলিংক, অলপ ৰবীন্দ্ৰনাথ। গীত হ'লেই গীতি-কবিতা নহয়— কাব্যত আকৃতি আৰু প্ৰকৃতি দুয়োটা লাগে।

মুঠ কথা, ৰবীন্দ্ৰনাথৰদৰে প্ৰভাৱশালী মিষ্টিক গীতিকাৰ আৰু দাৰ্শনিক-সাহিত্যিকৰ প্ৰভাৱ ভাৰতবৰ্ষৰ এই যুগৰ কোনো কবিয়েই এৰাব পৰা নাই।

# একেজন ৰামসৰস্বতী

আজি কিছুকালৰ আগতে ৰামসৰস্বতী আৰু অনন্ত কন্দলি একেজন মানুহেই নে দুজন, সেই কথা লৈ বিতৰ্ক হৈ আছিল। শেষত তেওঁলোক দুজন বেলেগ বেলেগ মানুহ বুলিয়েই একপ্ৰকাৰ সিদ্ধান্ত হ'ল। সেই সাহিত্যিক খৰিয়ালৰ শাম কাটিবলৈ পাইছেহে, এতিয়া আকৌ প্ৰশ্ন উঠিছে, ৰামসৰস্বতী এজন নে এজনতকৈ অধিক?

সাহিত্যিক-প্ৰকাশক শ্ৰীযুত হৰিনাৰায়ণ দত্তবৰুৱাই অসমীয়া মহাভাৰতৰ পদবিলাক সংগ্ৰহ কৰি ছপা কৰি উলিয়াইছে। অসমীয়া মহাভাৰতৰ প্ৰায় তিনি পোৱাই ৰামসৰস্বতীৰ ৰচিত। কোনো কোনো অংশ ৰামসৰস্বতীৰ সমসাময়িক আৰু পৰৱৰ্তী-পূৰ্বৱৰ্তী কবি কেইগৰাকী- মানেও লিখিছে। ৰামসৰস্বতীৰ ৰচিত বুলি জানিব পৰা পুথিবিলাকৰ সম্পৰ্কে শ্ৰীযুত দত্তবৰুৱাই কয় —

"ৰামসৰস্বতীৰ উপাধিৰ এজনা কবি নহয়, দুজনা। এজন ব্ৰাহ্মণ বংশত জন্মগ্ৰহণ কৰা ৰামসৰস্বতী আৰু আনজনা শূদ্ৰ বংশত জন্মগ্ৰহণ কৰা ৰামসৰস্বতী। আদিপৰ্ব, সভাপৰ্ব, উদ্যোগপৰ্ব, ভীষ্মপৰ্ব, দ্ৰোণপৰ্ব আৰু কৰ্ণপৰ্বৰ ৰচক আছিল ব্ৰাহ্মণ কুলৰ ৰামসৰস্বতী, বনপৰ্ব আৰু বনপৰ্বৰ অন্তৰ্গত আদি বনপৰ্ব, পুষ্পহৰণ বনপৰ্ব, মণিচন্দ্ৰ ঘোষ বনপৰ্ব আৰু বিজয় পৰ্বৰ ৰচক হৈছে শূদ্ৰ বংশৰ ৰামসৰস্বতী। বনপৰ্বৰ আখ্যান কিছুমানক অৱলম্বন কৰি লিখি উলিওৱা খটাসুৰ বধ, জংঘাসুৰ বধ, অশ্বকৰ্ণ বধ, বঘাসুৰ বধ, কুলাচল বধ প্ৰভৃতি বধকাব্যবোৰ আৰু যজ্ঞপৰ্ব, সিন্ধু-যাত্ৰা প্ৰভৃতি পৰ্ববোৰৰ ৰচকো হৈছে শূদ্ৰ বংশৰ ৰাম সৰস্বতী। দুয়োজন কবিৰ নাম অনিৰুদ্ধ আৰু উপাধি ৰামসৰস্বতী, কিন্তু ব্ৰাহ্মণ ৰামসৰস্বতীয়ে দ্বিজ অনিৰুদ্ধ বুলিহে ভণিতা পেলাইছে।"

শ্ৰীযুত দত্তবৰুৱাৰ এই উক্তিৰ মূলত হ'ল মণিচন্দ্ৰ ঘোষ বনপৰ্বৰ এটা পদ —

'শূদ্ৰকুলে জাত হুয়া পটিলো শাস্ত্ৰক।'

শ্ৰীযুত দত্তবৰুৱাই পাতনিত উল্লেখ কৰিছে যে বনপৰ্ব মহাভাৰত ছপা কৰি থাকোঁতে এদিন হঠাৎ এজনা অপৰিচিত শিক্ষিত লোকে সাঁচিপাতৰ পুষ্পহৰণ বনপৰ্ব (?) পুথি এখন আনি তেওঁক দিয়ে। শ্ৰীযুত দত্তবৰুৱাই হঠাৎ পোৱা পদফাকি দলিল হিচাপে ব্যৱহাৰ হ'ব পৰাকৈ সেই পদফাকি থকা পুথিৰ পাতটোৰ এটা 'ফটো' তুলিও ছপাই দিছে।

তেখেতে আমাৰ মনেৰে এই অপৰিচিত লোকজনৰপৰা হঠাৎ পোৱা পুথিৰ পাঠৰ ওপৰতে নিৰ্ভৰ নকৰি আৰু অচিন কাঠৰ থোৱাৰ ওপৰতে নিৰ্ভৰ নকৰি আন আন পুথিৰ পাঠবিলাকো মিলাই চাব লাগিছিল। কিয়নো লিপিকাৰৰ প্ৰমাদত মূল পুথিৰ অনেক পৰিবৰ্তন, পৰিবৰ্ধন আৰু মাজত অনেক কথা প্ৰক্ষিপ্ত হোৱাও দেখিবলৈ পোৱা যায়। আমাৰ হাতলৈ অহা ভোজকট বধ, বিজয় পৰ্ব, কুলাচল বধ, ব্যাসাশ্ৰম আদি ৰামসৰস্বতীৰ ৰচিত পুথিত বেলেগ বেলেগ ঠাইত বেলেগ বেলেগ কাকতীৰ হাতত পৰি অনেক যোগ-বিয়োগ, সাল-সলনি হোৱা দেখা গৈছে।

বধকাব্যসমূহ সামৰি থোৱা বিয়াগোম বনপৰ্বৰ ৰচক অনিৰুদ্ধ, ৰামসৰস্বতী, ভাৰতচন্দ্ৰ, কবিসৰস্বতী, ভাৰতভূষণ, কবিচন্দ্ৰ আদি বিভিন্ন নাম থকা একেজন লোকেই। এই কথা এতিয়ালৈকে সকলোৱে স্বীকাৰ কৰা কথা, শ্ৰীযুত দত্তবৰুৱায়ো তাকে মানি লৈছে।

বনপৰ্ব বঘাসুৰ বধৰ আৰম্ভতে পাওঁ :

যিটো কথা মোৰ মনত নাটয়
তাকো দিয়া কৃপা কৰি,
দ্বিজ অল্পমতি হেনয় কাকুতি
কৃষ্ণৰ চৰণে ধৰি। (দত্তবৰুৱা সংস্কৰণ, বঘাসুৰ বধ, পৃঃ ২)

আকৌ বনপৰ্ব সিন্ধুযাত্ৰাত দেখা যায় —

জয় ধৰ্মনাৰায়ণ পৰম বৈষ্ণৱজন
যাৰ ৰাজ্যে বঞ্চোহো আনন্দে;
বিপ্ৰত বৎসল ধীৰ যিটো স্বৰ্গ নৃপতিৰ
বাক্যামৃতে থাকো অপ্ৰমাদে
তাহান ৰাজ্যত থাকি ৰচিলো পয়াৰ আমি

বনপৰ্ব সিন্ধুযাত্ৰা নাম .. (দত্তবৰুৱা সং, সিন্ধুযাত্ৰা, পৃঃ ৭৫)

ওপৰত উদ্ধৃত কৰা বঘাসুৰ বধ আৰু সিন্ধুযাত্ৰাৰ পদখিনিৰ কথাৰ লগত দেখোন শ্ৰীযুত দত্তবৰুৱা ডাঙৰীয়াই হঠাতে পোৱা পুথিৰ 'শূদ্ৰকুলে জাত হুয়া পটিলো শাস্ত্ৰক' কথাৰ বিৰোধিতা হয়। তেনেহ'লে মণিচন্দ্ৰ ঘোষ পৰ্বৰ গ্ৰন্থকাৰ সিন্ধুযাত্ৰা, বঘাসুৰ বধ আদি বধকাব্যৰ কবি নহয় জানো? অথচ আভ্যন্তৰীণ প্ৰমাণৰপৰা স্পষ্ট যে বধকাব্য যুক্ত সমগ্ৰ বনপৰ্ব একে কবিৰ কল্পনা।

সিন্ধুযাত্ৰাৰ দৰে উদ্যোগপৰ্ব আৰু কৰ্ণপৰ্বও ৰামসৰস্বতীয়ে ধৰ্মনাৰায়ণৰ (বলিনাৰায়ণৰ) ৰাজত্বকালত লিখা।

আমাৰ আশিস বৰে যাবচ্চন্দ্ৰ দিবাকৰে
ধৰ্মনাৰায়ণ চিৰঞ্জীৱ।
সধৰ্মে পালিয়ো প্ৰজা হুয়ো একছত্ৰ ৰাজা
সদা বৰ দিয়ন্তোক শিৱ।। (উদ্যোগ পৰ্ব, পদ ৬৪৮)
শ্ৰীধৰ্ম নাৰায়ণ জয়যুত হোৱন্তোক
পিতাপুত্ৰে হৌক চিৰঞ্জীৱ।
পৰম উদাৰ জানি বিপ্ৰৰ আশিস বাণী
সদা বৰ দেন্ত সদাশিৱ।
মোৰ আশীৰ্বাদ বৰে যাবচ্চন্দ্ৰ দিবাকৰে
একছত্ৰে হুয়োক নৃপতি। (কৰ্ণপৰ্ব, পদ ১৮০-৮১)

আদিপৰ্ব, সভাপৰ্ব, সমগ্ৰ বনপৰ্ব, উদ্যোগপৰ্ব, ভীষ্মপৰ্বৰ কিয়দংশ, দ্ৰোণপৰ্ব, কৰ্ণপৰ্ব এই সকলোখিনি একেজন কবি ৰামসৰস্বতীৰ ৰচিত। তেৱেঁই অনিৰুদ্ধ (অনিৰুদ্ধ দ্বিজ), ভাৰতচন্দ্ৰ, ভাৰতভূষণ, কবিচন্দ্ৰ, কবি সৰস্বতীও। এওঁক এজন নহয় দুজন বুলি এতিয়াও ভাবিবৰ জোখাৰে সমল পোৱা নাই। অৱশ্যে তেওঁৰ ৰচনাৰ মাজে মাজে কংসাৰি পাঠক, গোপীনাথ আদিৰ ৰচনাও সুমাই লৈছিল। দৰং ৰাজবংশাৱলীতো নৰনাৰায়ণ ৰজাই এজন ৰাম সৰস্বতীকহে মহাভাৰতৰ পদ ৰচনা কৰিবলৈ কোৱা বুলি সকলোৱে জানে। এই ৰামসৰস্বতীয়েই নৰনাৰায়ণৰ শুক্লধ্বজৰ পাঠক আৰু পাছলৈ ৰঘুদেৱ, পৰীক্ষিত আৰু ধৰ্মনাৰায়ণৰ পৃষ্ঠপোষকতা লাভ কৰা মহাভাৰতী কবি।

দ্বিতীয় আৰু পঞ্চম স্কন্ধ ভাগৱতৰ পদ কৰোঁতা ভক্ত কবি অনিৰুদ্ধকেই শ্ৰীযুত দত্তবৰুৱাই দ্বিতীয়জন ৰামসৰস্বতী পাতি লৈছে। এই কবিজন কুলত কায়স্থ আৰু ৰঘুদেৱ ৰজাৰ বৰ বিশ্বাসৰ পাত্ৰ। শ্ৰীযুত দত্তবৰুৱা ডাঙৰীয়াই তেখেতৰ সম্পাদিত ভাগৱতৰ পাতনিত এইজন কবিক মহাভাৰতৰ আদি আৰু সভাপৰ্বৰ ৰচক বুলিও কৈছিল, মহাভাৰতৰ পাতনিত অৱশ্যে তেখেতে এই কথা কোৱা নাই। পঞ্চম স্কন্ধ ভাগৱতৰ পদমতে এইজনা অনিৰুদ্ধ মাধৱদেৱৰ সম্বন্ধত নাতি আৰু তেওঁ মাধৱ পুৰুষৰপৰা ধৰ্ম গ্ৰহণ কৰিছিল। এই সম্বন্ধে পঞ্চম স্কন্ধ ভাগৱতৰ আৱশ্যকীয় অংশ তুলি দিয়া হ'ল —

পাছে দৈৱগতি আমি কৃষ্ণৰ কৃপাত।
নামত শঙ্কৰদেৱ জন্মিলা সাক্ষাত।।
অল্প বয়সতে জগন্নাথক্ষেত্ৰে গৈলা।
বহুদিন তৈতে হৰি চৰণ সেৱিলা।।
তথাতে পাইলন্ত জ্ঞান ভকতি বিশেষ।
আজ্ঞা পায়া পাছে আসিলন্ত নিজ দেশ।।

নানা দেশ হন্তে সব পণ্ডিত আসিলা।
ভাগবত দুগ্ধময় সাগৰ মন্থিলা।।
অমৃতৰ ভাণ্ড ভক্তি উদ্ধাৰিলা আনি।
পিয়াইলা লোকক সবে দেশত আপুনি।।
আছিলা মাধৱদাস তান মুখ্য শিষ্য।
পৰম বৈষ্ণৱ সৰ্বকাৰ্যত বিশিষ্ট।।
মকৰিলা বিহা কৰি ইন্দ্ৰিয় নিগ্ৰহ।
সম্বন্ধত আমাৰ কনিষ্ঠ পিতামহ।।
তান অনুসঙ্গে মোৰ দ্ৰৱিল হৃদয়।
কৃষ্ণৰ চৰণে মই গৈলোঁহো বিক্ৰয়।।

(দত্তবৰুৱা সংস্কৰণ, ভাগবত, পঞ্চম স্কন্ধ)

নৃপ ৰঘুবৰ সৰ্বগুণধৰ ৰূপে কামদেৱসম।
ধৰ্মত নিৰত বৈৰৰ মধ্যত সিংহৰ যেন বিক্ৰম।।
তানে মুখ্যতম বিশ্বাসী পৰম কায়স্থদলৰ পতি।
গুৰুৰ চৰণে পদচয় ভনে অনিৰুদ্ধ শিশুমতি।।
বেদপক্ষ বাণ শশাংক শকৰ আশ্বিন কৃষ্ণপক্ষত।
সপ্তমী গোচৰে বৃহস্পতিবাৰে পদ বৈলা সমাপত।।

(দত্তবৰুৱা সংস্কৰণ, ভাগবত, পঞ্চম স্কন্ধ)

ৰামসৰস্বতীৰ মহাভাৰতত কিন্তু মাধৱদেৱৰ কোনো উল্লেখ নাই। মহাপুৰুষ শংকৰদেৱ প্ৰচাৰিত ভাগৱতী ধৰ্মৰ অৱশ্যে দুই-এঠাইত উল্লেখ আছে। কুলাচল বধৰ শেষত থকা "শ্ৰীমন্ত শংকৰ আপুনি ঈশ্বৰ. ." প্ৰভৃতি পদ কেইশাৰীও অপ্ৰাসংগিক আৰু অসংলগ্ন যেন বোধ হয় আৰু প্ৰক্ষিপ্ত যেনহে লাগে।* সি যি নহওক, ৰাম সৰস্বতীৰ বনপৰ্ব কাব্যসমূহৰ একাধিক ঠাইত মুকুন্দ গুৰুৰ বৰ্ণনা পোৱা যায়, যেনে — 'প্ৰণমো মুকুন্দদেৱ মোৰ নিজগুৰু।' পঞ্চম স্কন্ধ ভাগবতৰ ৰচক অনিৰুদ্ধই ৰামসৰস্বতীও হোৱা হ'লে তেওঁৰ মহাভাৰতত নিজগুৰুৰ অন্ততঃ উল্লেখ থাকিলহেঁতেন।

শ্ৰীযুত দত্তবৰুৱা ডাঙৰীয়াৰ অসমীয়া ভাৰতৰ পদ প্ৰকাশ অতি প্ৰশংসনীয় ডাঙৰ কাম। তেখেতে নিশ্চয় গাত যথেষ্ট বল-শক্তি থাকোঁতেই মহাভাৰতখন সম্পূৰ্ণকৈ উলিয়াবৰ মনেৰে আন পুথি নিমিলোৱাকৈ লৰালৰিকৈ সম্পাদন কৰি উলিয়াই ৰাইজৰ হাতত দিছে। পাঠান্তৰৰ কথা তেখেতে বোধহয় বৰকৈ চিন্তা কৰা নাছিল, জাতীয় সাহিত্য প্ৰকাশ কৰাৰ কথাহে বৰকৈ ভাবিলে। স্বদেশপ্ৰেমিক তেখেতলৈ আমাৰ শ্ৰদ্ধা। কিন্তু মহাভাৰতৰদৰে এখন গ্ৰন্থ পাব পৰা বিভিন্ন পুথিৰ পাঠ মিলাই যথাসম্ভৱ বিজ্ঞানসম্মতভাৱে সম্পাদন কৰি উলিওৱা আমাৰ সাহিত্য অনুষ্ঠানবোৰৰ এতিয়াও কৰ্তব্য হৈ আছে। পুৰণি পুথিৰ বেলেগ বেলেগ পাঠ পোৱা নগ'লে বহুত কথাৰ আলোচনা আৰু মীমাংসা কৰিব নোৱাৰি। যথেষ্ট উপাদান নোহোৱাকৈ কথাৰ মইমতীয়া শেষ সিদ্ধান্ত (dogmatic finality) হ'ব নোৱাৰে। শ্ৰীযুত দত্তবৰুৱাৰ সাহিত্য প্ৰেমৰ শলাগ লৈয়ো এইটো কথা ক'বই লাগিব যে চৌধ আখৰা পদ এফাকিৰ বলত এজন মানুহক দুজন কৰিব নোৱাৰি। পুৰণি অসমত যি কবি সৰস্বতীয়ে 'বেদগান গালে', তেওঁক আমি একেজন লোক বুলিয়েই ধৰিম, যেতিয়ালৈকে যথেষ্ট পদ প্ৰমাণ পোৱা নহয়। সূতাৰ সাঁকোত থিয় হৈ এটা সিদ্ধান্ত কৰাও সহজ নহয়।

এই প্ৰবন্ধ লিখাৰ পাছত শ্ৰীযুত অতুলচন্দ্ৰ বৰুৱাই লিখা সমালোচনা পুথিৰ কুলাচল বধ প্ৰবন্ধত দেখিলোঁ, তেওঁ এই পদ কেইফাকিৰ সম্বন্ধে সন্দেহ ভাব পোষণ কৰিছে।

# কালিদাস শৈৱ নে বিষ্ণুভক্ত?

কালিদাস শিৱভক্ত বুলিয়েই সকলোৱে জানে। তেওঁৰ বিখ্যাত নাটক অভিজ্ঞান শকুন্তলাৰ নান্দী শ্লোকত অষ্টমূৰ্তি শিৱৰ বন্দনা। সেই নান্দী শ্লোকৰ অতি সৰল ভাঙনি হ'ল এই ঃ

প্ৰজাপতি হিৰণ্যগৰ্ভৰ আদি সৃষ্টি হ'ল, বিধিমতে প্ৰদান কৰা আহুতি দেৱতালৈ বহন কৰোঁতা অগ্নি, যজ্ঞকাৰ্য সম্পন্ন কৰোঁতা হোতা (যজমান), কালক দিন-ৰাতি কৰি ভাগ কৰি দিয়া দেৱতা চন্দ্ৰ-সূৰ্য, বিশ্বব্যাপী শব্দ বাহক আকাশ, সকলো বীজৰে প্ৰকৃতি মাতৃ পৃথিৱী, সকলো প্ৰাণীক প্ৰাণৱন্ত কৰোঁতা বায়ু — এই অষ্টমূৰ্তিৰূপে যি মহেশ্বৰ প্ৰত্যক্ষ হৈ আছে, সেই সদাশিৱ প্ৰসন্ন হৈ আপোনাসকলক ৰক্ষা কৰক।

অভিজ্ঞান শকুন্তলাৰ সামৰণিত থকা ভৰত কাব্যতো (মুক্তিমংগল) শিৱৰেই বন্দনা —

প্ৰকৃতিপুঞ্জৰ হিতৰ কাৰণে ৰজা তৎপৰ হওক,
বেদবিদ্ জ্ঞানী লোকৰ বচনে সমাজত সমাদৰ পাওক,
শক্তি সংযুক্ত নীলকণ্ঠ শিৱই নাট্যকাৰৰো পুনৰ্জন্মৰ ক্লেশ নিবাৰণ কৰক।

পণ্ডিত মণিয়াৰ বিলিয়ামছে এই সম্পৰ্কত কৰা এটি মন্তব্য মন কৰিবলগীয়া। তেওঁ কয়, কালিদাসৰ জন্মস্থান উজ্জয়িনী নগৰত শিৱৰ এটা বৃহৎ মন্দিৰ আছিল। বিক্ৰমাদিত্যৰ ৰাজধানীও তাতে আছিল। কালিদাসে নাটৰ আৰম্ভণি আৰু সামৰণিত শিৱৰ বন্দনা কৰি দৰ্শক-নাগৰিকসকলৰ মনত সন্তোষ লগাবলৈ চেষ্টা কৰিছিল। ভাৱৰীয়া আৰু দৰ্শকমণ্ডলীয়ে বোধহয় এই প্ৰাৰ্থনাত যোগ দিয়ে। (আজিকালি চিনেমাৰ শেষত জাতীয় সংগীত গোৱাৰদৰে)।

মালবিকাগ্নিমিত্ৰ নাটকতো নান্দী শ্লোকত প্ৰাৰ্থনা কৰিছে, অষ্টমূৰ্তি শিৱই যেন দৰ্শকসকলক সন্মাৰ্গ অৱলম্বন কৰিবলৈ শক্তি দিয়ে। বিক্ৰমোৰ্বশী নাটকতো আৰম্ভণিতে ঈশ্বৰৰূপী শিৱৰ বন্দনা। ৰঘুবংশৰো জয়ে জয়ে পাৰ্বতী পৰমেশ্বৰৰ (অৰ্দ্ধ নাৰীশ্বৰ) বন্দনা। কাব্যৰ ৰস প্ৰকাশক উপযুক্ত বাক্য-ৰচনাৰ ক্ষমতা লাভ কৰিবলৈ বাক্য আৰু অৰ্থৰদৰে সংযুক্ত শিৱ-পাৰ্বতীক বন্দনা কৰিছে। মেঘদূত কাব্যতো শিৱক পৰম শ্ৰদ্ধাৰে উল্লেখ কৰিছে। তেনে শ্ৰদ্ধাৰেই কুমাৰসম্ভৱৰ দ্বিতীয় সৰ্গৰ ব্ৰহ্মাক কৰা স্তুতি।

সৃষ্টিৰ আগতে তুমি একৰূপে বিদ্যমান আছিলা অকলে,
সৃষ্টিৰ প্ৰবৃত্তি হ'ল যেতিয়া তোমাৰ সত্ত্ব-ৰজ-তমো গুণে গতিপথ ল'লে।
সৃষ্টি-পাতনিৰ পূৰ্বে তুমিয়েই সৃষ্টি-স্থিতি সংহাৰৰ,
ত্ৰিবিধ অৱস্থালৈ অনন্ত শকতি নিজে কৰিলা বিকাশ,
তিনি অৱস্থাৰ হ'লা তুমিয়েই কাৰণ প্ৰধান,
তোমাতেই সৃষ্টি-স্থিতি-প্ৰলয়ৰ হৈছে প্ৰকাশ।

(কুমাৰসম্ভৱ ২য় সৰ্গ — পদ্মশ্ৰী আনন্দ বৰুৱাৰ ভাঙনি)

আকৌ কুমাৰসম্ভৱৰ সপ্তম সৰ্গত চাওক ঃ

সেই এক পৰিপূৰ্ণ অকল নিৰ্জন, তিনিমূৰ্তি তেওঁৰেই ব্ৰহ্মা, বিষ্ণু, শিৱ,
তিনিও অভেদ এক সৃষ্টিৰ কাৰণ; প্ৰথম, দ্বিতীয় আদি বিভাগ বিচাৰ,
সৰু-বৰ একো ভেদ নোলায় কেনিও- তিনিও একেই হয় য'ৰেপৰা চোৱাঁ।

(কুমাৰ, ৭ম — পদ্মশ্ৰী বৰুৱাৰ ভাঙনি)

এই শ্লোকে স্বাভাৱিকে পুৰাণৰ কথালৈ মনত পেলায় —

যো বৈ ব্ৰহ্মা স বৈ বিষ্ণুঃ,
যো বৈ বিষ্ণুঃ স বৈ শিৱঃ।

ভাৰতীয় চিন্তাত শিৱ-বিষ্ণু-ব্ৰহ্মাৰ ভেদ নাই। কালিদাস সেই ঐক্যৰ প্ৰকাশক মহাকবি। ৰঘুবংশত থকা অনন্তশায়ী বিষ্ণুৰ স্তুতিৰ মাজেদিও সেই ভাবেই প্ৰকাশ পাইছে। বিষ্ণুক প্ৰথমতে 'অবাঙ্মনসগোচৰ' বুলি বৰ্ণনা কৰিছে। ৰঘুবংশত থকা সেই স্তুতিৰ কেইটামান শ্লোকৰ অৰ্থ এনেকুৱা :

বেদ আৰু সাংখ্য দৰ্শনৰ নানা পথত সাধনা কৰি সাধকে নদীৰ পানীয়ে শেষত সাগৰ পোৱাৰ দৰে তোমাকেই পায়।

যিসকল স্থিতপ্ৰজ্ঞ লোকে তোমাতে কৰ্মফল সমৰ্পণ কৰি তোমাতে চিত্ত নিবেশ কৰিছে, সেইসকলৰ তুমিয়েই আশ্ৰয়, তেনে লোক সংসাৰলৈ ঘূৰি নাহে।

তুমি নিত্যতৃপ্ত। তোমাৰ পাবলগীয়া একো নাই, তথাপি লোকৰ অনুগ্ৰহৰ অৰ্থে জন্মগ্ৰহণ কৰা আৰু কৰ্ম কৰা।

তোমাক স্মৰণ কৰিলেই পৱিত্ৰ হয়, দৰ্শনাদি কাৰ্যৰদ্বাৰা কেনে ফল হ'ব তাক ইয়াৰপৰাই বুজিব পাৰি।

গীতা পাঠ কৰোঁতাই এই শ্লোক কেইটাত গীতাৰ প্ৰতিধ্বনি আছে বুলি সহজে ধৰিব পাৰিব। এঠাইত মহিম্ন স্তোত্ৰৰ প্ৰভাৱৰ ইংগিতো আছে। স্থিতপ্ৰজ্ঞ, লোকসংগ্ৰহ, কৰ্মদান ত্যাগ আদি গীতাৰ মূল শিক্ষা এই শ্লোককেইটাৰ মাজেদি প্ৰকাশ পাইছে। শকুন্তলা নাটকৰ মাছ বেচোঁতা আৰু নগৰৰক্ষীৰ দৃশ্যত থকা এই শ্লোকত গীতাৰ "সহজং কৰ্ম কৌন্তেয় সদোষমপি নত্যাজেৎ" এই বাক্যৰ স্পষ্ট প্ৰতিধ্বনি আছে।

কালিদাসৰ ওপৰত গীতাৰ প্ৰভাৱ গভীৰ। তেওঁ শৈৱ হয়নে নহয় ক'ব নোৱাৰি, কিন্তু মহাভাৰত তথা গীতাই তেওঁৰ কবিমনত বাৰুকৈয়ে ৰেখাপাত কৰিছে। গীতাৰ উদাৰতা কালিদাসে সেই যুগতেই তেওঁৰ নাট-কবিতাৰ মাজেদি প্ৰকাশ কৰি গৈছে।

# ডাক চক্ৰৱৰ্তীৰ ঘৰ

আহোম ৰাজত্বৰ শেষৰফালে ৰাজধানী ৰংপুৰৰপৰা যোৰহাটলৈ তুলি আনিবলগীয়া হোৱাত ৰাজসভাৰ পণ্ডিত কেইঘৰমানো তাৰপৰা ৰজাই তুলি আনিলে। এনেকৈ উঠি অহা কেইবাটাও পৰিয়ালক যোৰহাট নগৰৰ উত্তৰে আঠ মাইলমান দূৰৰ ৰংদৈ নামে ঠাইত মাটি-বাৰী, খাট-পাম দি বহুৱালে। সেই পৰিয়ালবোৰৰ নাতি-পুতিসকলৰ ভিতৰত স্বৰ্গীয় গংগাগোবিন্দ ফুকন, ৰায়বাহাদুৰ স্বৰ্গীয় পৰশুৰাম খাওন্দ, স্কুল পৰিদৰ্শক স্বৰ্গীয় যজ্ঞেশ্বৰ বৰুৱা, স্বৰ্গীয় গোলোকচন্দ্ৰ বৰুৱা কাব্যবিনোদ, শ্ৰীযুত ৰবীন্দ্ৰৰাম খাওন্দ (অৱসৰপ্ৰাপ্ত উপায়ুক্ত) এইসকল অসমীয়া সমাজত সুপৰিচিত। এইদৰে ৰংদৈত থিতাপি লোৱাসকলৰ ভিতৰত আন এঘৰ হ'ল ডাক চক্ৰৱৰ্তীৰ ঘৰ। আৰু এই ডাক চক্ৰৱৰ্তীৰ ঘৰেই আছিল ৰজা শিৱসিংহ আৰু বৰৰজা ফুলেশ্বৰীৰ (প্ৰমথেশ্বৰ, ৰত্নকান্তি) সভাৰ পণ্ডিত কবি ৰামনাৰায়ণ বা কবিৰাজ চক্ৰৱৰ্তী। জাতুকৰ্ণ গোত্ৰৰ এই ব্ৰাহ্মণ পৰিয়ালৰ বংশধৰসকলৰ দুঘৰমান বৰ্তমান যোৰহাট নগৰত, এঘৰ গোলাঘাটত আৰু দুঘৰ নে এঘৰ ডিব্ৰুগড় মহকুমাৰ কোনো ঠাইৰ বাসিন্দা হৈ আছে।

জয়ধ্বজ সিংহ ৰজাৰ দিনত ৰামানন্দ নামে এগৰাকী গুণৱন্ত আৰু সদাচাৰী ব্ৰাহ্মণ আছিল। এই ৰামানন্দই মহামোহকাব্যৰ ৰচয়িতা বুলি ভাবিবৰো কাৰণ আছে। এওঁৰ পাণ্ডিত্য আৰু কবিত্ব গুণত তুষ্ট হৈ জয়ধ্বজ সিংহ ৰজাই তেওঁক ডাক চক্ৰৱৰ্তী উপাধি দিয়ে। ৰজাই গোবিন্দপ্ৰিয়া নামে এক ব্ৰাহ্মণ কন্যাৰ লগত তেওঁৰ বিয়া পাতি দি শাস্ত্ৰ চৰ্চা আৰু কাব্য ৰচনাৰ কাৰণে সা-সুবিধাৰ যোগান ধৰে। তেওঁৰে পুত্ৰ হ'ল ৰামনাৰায়ণ আৰু এওঁ কবিত্ব গুণৰ কাৰণে

কবিৰাজ চক্ৰৱৰ্তী আখ্যা লাভ কৰে, সাহিত্যৰ বুৰঞ্জীত কবিৰাজ চক্ৰৱৰ্তী নামেৰেই এওঁ জনাজাত, কিন্তু ঠায়ে ঠায়ে নিজকে দ্বিজবৰ কবিৰাজ বিপ্ৰ আৰু কবিৰাজ দ্বিজবৰ বুলিও পৰিচয় দিছে। এওঁ ভাস্বতী নামে সংস্কৃতত লিখা জ্যোতিষৰ পুথিও অসমীয়া গদ্যলৈ অনুবাদ কৰে, এই পুথিৰ শেষত কবিৰাজ চক্ৰৱৰ্তীয়ে নিজকে শ্ৰীমন্ত ডাক সৰস্বতীৰ আত্মজ শ্ৰী কবিৰাজ চক্ৰৱৰ্তী বুলি বৰ্ণনা কৰিছে।

দুষ্মন্ত চৰিত্ৰ বা শকুন্তলা কাব্যত কবিৰাজ চক্ৰৱৰ্তীয়ে তেওঁৰ বংশৰ উপৰিপুৰুষৰ কথা এনেকৈ বৰ্ণাইছে —

জাতুকৰ্ণ মুনিৰ বংশত বিপ্ৰবৰ।
সদাবৰ নাম ভৈল বিষ্ণুৰ কিঙ্কৰ।।
তাহান বংশত ভৈল চতুৰ্ভুজ নাম।
শাস্ত্ৰত পণ্ডিত বিপ্ৰ বাসুদেৱ।
গুণৱন্ত যাৰ হৰিবিনে নাহি কেৱ।।
নামত পৰমানন্দ তাহান তনয়।
বিষ্ণুৰ ভকত সদাচাৰী মহাশয়।।
উদয় আদিত্যসিংহ সৌমাৰ পীঠত।
পৰম প্ৰচণ্ডৰাজা আছিল পূৰ্বত।।
যিটো বিপ্ৰে সেহি নৃপতিক উপাসিয়া।
ভুঞ্জিলা বিবিধ সুখ ধন উপাৰ্জ্জিয়া।।
ৰামানন্দ নামে ভৈল তাহান সন্ততি।
যিটো গুণৱন্ত সদাচাৰী মহামতি।।
যাহাৰ গুণত জয়ধ্বজ নৰপতি।
তুষ্ট হৈয়া দিলা নাম ডাক সৰস্বতী।।

সদাবৰ
↓
চতুৰ্ভুজ
↓
বাসুদেৱ
↓
পৰমানন্দ (উদয়াদিত্য সিংহৰ দিনত)
↓
ৰামানন্দ (ডাক চক্ৰৱৰ্তী) (জয়ধ্বজ সিংহৰ দিনত)
↓
ৰামনাৰায়ণ (কবিৰাজ চক্ৰৱৰ্তী) (ৰুদ্ৰসিংহ আৰু শিৱসিংহৰ দিনত)

শাস্ত্ৰত নিপুণ আৰু কবিকৰ্মত কুশল কবিৰাজ চক্ৰৱৰ্তীৰ পৰা ৰুদ্ৰসিংহ ৰজায়ো শাস্ত্ৰজ্ঞান লাভ কৰিছিল। ১৬৩৬ শকত ৰুদ্ৰসিংহ ৰজা স্বৰ্গী হোৱাত তেওঁৰ প্ৰথম পুত্ৰ শিৱসিংহ ৰজা হৈ কবিৰাজ চক্ৰৱৰ্তীক তেওঁৰ ৰাজসভাত ৰাখি শাস্ত্ৰ-চৰ্চা আৰু কাব্য-ৰচনাত সৰ্বপ্ৰকাৰে উদ্‌গনি দিয়ে। পাণ্ডিত্য আৰু কবিত্বৰ পৃষ্ঠপোষকতাত শিৱসিংহৰ প্ৰধান মহিষীৰ

উৎসাহ-উদ্‌গনিও ৰজাতকৈ কম নাছিল। শাক্তলোকৰ প্ৰতি বিশেষ পক্ষপাতিত্ব থকা বুলি অনেকে অভিযোগ কৰা ফুলেশ্বৰী কুঁৱৰীয়ে বৈষ্ণৱ বংশজাত দক্ষিণপাট সত্ৰৰ শিষ্য-সেৱকীয়া বিষ্ণুৰ কিংকৰ এই কবিজনাৰ হতুৱাই কেইবাখনো কাব্য ৰচনা কৰাইছিল।

কবিৰাজ চক্ৰৱৰ্তীৰ ৰচনাসমূহৰ ভিতৰত শকুন্তলা কাব্য বিশেষ উল্লেখযোগ্য। আজি প্ৰায় আঢ়ৈকুৰি বছৰৰ আগতে স্বৰ্গীয় দুৰ্গাধৰ বৰকটকীদেৱে যোৰহাট অঞ্চলত পোৱা কোনো এখন সাঁচিপতীয়া পুথিৰপৰা নকল কৰাই শকুন্তলা কাব্য ছপা কৰি প্ৰকাশ কৰে। ইতিমধ্যে আৰু দুই-এখন সাঁচিপতীয়া পুথি পোৱা গৈছে আৰু এতিয়াহে ছপা পুথিত থকা ভালেখিনি ভুল ধৰা পৰিছে। আহোম ৰাজত্বৰ কালত ৰচনা কৰা কাব্যবিলাকৰ ভিতৰত শকুন্তলা কাব্য কেইবাটাও কাৰণত লেখত ল'বলগীয়া। কাব্যৰ কোনো ঠাইতে কবিজনাই পূৰ্বসুৰীৰূপে কালিদাসৰ নাম উল্লেখ কৰা নাই। তেওঁ কেৱল লিখিছে —

আদিপৰ্ব ভাৰতক কৰিয়া বিচাৰ।
দুষ্মন্ত চৰিত্ৰ পদ কৰিলা প্ৰচাৰ।।

আকৌ — আদিপৰ্ব ভাৰতক বিবেচিয়া অতি।
দুষ্মন্ত চৰিত্ৰ পদবন্ধে নিগদতি।।

মহাকবি কালিদাসৰ কাব্য অসমত যে প্ৰচলিত নাছিল আৰু ইয়াৰ যে পঠন পাঠন অসমৰ ঠায়ে ঠায়ে নহৈছিল, সেইটো সম্ভৱ নহয়। কিন্তু অসমত কাব্য আদি ৰসপ্ৰধান সাহিত্যতকৈ পুৰাণ আৰু ধৰ্মশাস্ত্ৰৰ চৰ্চা অধিক হৈছিল যেন মনে ধৰে। পিছে প্ৰয়োগৰত্নমালা ব্যাকৰণত কাব্যৰ উদাহৰণ অনেক আছে, আৰু সেই ব্যাকৰণ অসমৰ সংস্কৃত শিক্ষাৰ আৰু শিক্ষাৰ্থী-সকলৰ উদ্দেশ্যেই ৰচিত হৈছিল আৰু আজিও অসমৰ টোলবিলাকত প্ৰয়োগৰত্নমালাৰ অধ্যাপনা হৈ আছে।

সি যি নহওক, অসমত ৰামায়ণ, মহাভাৰতৰ প্ৰচাৰ অতি প্ৰাচীন কালৰপৰাই চলি আছিল আৰু শাসনবিলাকত ৰামাযণ, বিশেষকৈ মহাভাৰতৰ বহুত উল্লেখ পোৱা যায়। ভাৰতৰ আঞ্চলিক ভাষাবিলাকত যেনেকৈ ৰামায়ণ-মহাভাৰতৰ আখ্যানৰ নতুন নতুন ৰূপ দেখা গৈছিল, তেনেকৈ অসমতো মহাকাব্যবিলাকৰ পৰিবৰ্তন আৰু সংযোজন হৈ আছিল। এইটোও হ'ব পাৰে যে অসমত প্ৰচলিত কোনো এখন আদিপৰ্ব ভাৰতত মূল ভাৰতৰ শকুন্তলা আখ্যানৰ ঠাইত কালিদাসৰ শকুন্তলা আখ্যান সাময়িক আৰু আঞ্চলিক ৰুচি অনুযায়ী পৰিবৰ্তিত হৈ অসমত প্ৰচলিত আদিপৰ্বৰ ভিতৰুৱা হৈ পৰিছিল।

এই প্ৰসংগত দ্বিজ অনিৰুদ্ধৰ (ৰামসৰস্বতী) ৰচিত আদিপৰ্ব মহাভাৰতৰ কথা উনুকিয়াব পাৰি। এই আদিপৰ্বতো দুষ্মন্ত-শকুন্তলাৰ আখ্যান কোৱা হৈছে। ৰামসৰস্বতীয়ে দুষ্মন্তৰ জন্মৰ এটা নতুন আখ্যান ৰচনা কৰি দুষ্মন্ত নামৰ সাৰ্থকতা দেখুৱাইছে। এওঁৰ মতে দুষ্মন্ত মৃগয়াপ্ৰিয় ৰজা নহয়েই, বৰং মৃগহন্তা হিৰণ্যগৰ্ভক বধ কৰি মৃগপশুবিলাকক ৰক্ষা কৰিলে। এই কাৰ্যত বনলৈ যাওঁতেহে তেওঁ কণ্বমুনিৰ আশ্ৰমত প্ৰৱেশ কৰে। শকুন্তলাই সম্ভ্ৰান্ত বংশৰ গহীন জীয়ৰী ছোৱালীৰ উপযুক্ত সংযমৰ পৰিচয় দিছে। কণ্বই দুষ্মন্তৰ লগত শকুন্তলাক শাস্ত্ৰমতে বিয়া দিয়ে। মুনিৰ আশ্ৰমত শকুন্তলাৰ দেৱ-লক্ষণযুক্ত পুত্ৰৰ জন্ম হয় আৰু মুনিয়ে কৰ্ণবেধ, চূড়াকৰণ আদি সংস্কাৰ কৰি ভৰত নাম হয়। দুষ্মন্ত আশ্ৰমলৈ শকুন্তলাক নিবলৈ নহাত কণ্বমুনিয়ে নিজে শকুন্তলা আৰু ভৰতক লৈ ৰাজসভাত উপস্থিত হয়। ৰজাই ভৰতৰ হাতত নাৰায়ণচক্ৰ আৰু ভৰিত পদ্মচিহ্ন দেখি পুত্ৰ-ভাৰ্যাক গ্ৰহণ কৰে। মূল ভাৰতৰদৰে ইয়াত কোনো দেৱবাণীৰ আৱশ্যক হোৱা নাই। ৰামসৰস্বতীৰ কাব্যত ভাগৱতৰ যি প্ৰভাৱ ধৰিব পাৰি, তেওঁৰ শকুন্তলা আখ্যানতো ভাগৱতত সংক্ষেপে বৰ্ণোৱা শকুন্তলা আখ্যানৰ দুটামান কথা বহলকৈ ওলাই পৰিছে।

কবিৰাজ সৰস্বতীয়ে শকুন্তলা কাব্যৰ কেইবা ঠাইতো আদিপৰ্ব ভাৰত তেওঁৰ কাব্যৰ গুৰি বুলি ক'লেও এইটো ঠিক

যে মূল মহাভাৰতৰ বা ৰামসৰস্বতীৰ শকুন্তলা আখ্যানতকৈ কালিদাসৰ গ্ৰথিত কথাবস্তুৰ লগতহে তেওঁৰ আখ্যানৰ মিল অনুসূয়া, প্ৰিয়ংবদা, দুৰ্বাসাৰ অভিশাপ, কাশ্যপৰ আশ্ৰমত ভৰতৰ জন্ম আৰু দুষ্মন্ত-শকুন্তলাৰ পুৰ্নমিলন আদি কালিদাসৰ উদ্ভাৱনাবোৰ কবিৰাজ সৰস্বতীৰ আখ্যানতো আছে। কবিৰাজ সৰস্বতীৰ উদ্ভাৱিত সুনন্দা অপ্সৰীৰ অৱতাৰণাই আখ্যানটোৰ আকস্মিকতা (surprise) হ্ৰাস কৰি দিছে। গোটেই কাহিনীয়েই যেন মেনকাৰ পৰিকল্পিত এটা লীলা।

অষ্টাদশ শতিকাৰ আহোম ৰাজসভাৰ আৰু সমসাময়িক ৰসিক সমাজৰ ৰুচিৰ প্ৰীতি সাধন কৰিবলৈ যাওঁতে মহাকবি কালিদাসৰ কবিত্ব আৰু গাম্ভীৰ্যৰ অতি অলপমানহে অসমীয়া কবিজনৰ আখ্যানত দেখিবলৈ পোৱা যায়। তথাপি অসমীয়া কাব্যত মহাকবি কালিদাসৰ চিহ্ন বহন কৰা কাব্য হিচাপে কবিৰাজ চক্ৰৱৰ্তীৰ কাব্যখনেই একমাত্ৰ কাব্যপুথি। কবিয়ে নিজে ইয়াক দুষ্মন্ত চৰিত্ৰ নামহে দিছে।

কবিৰ পূৰ্বপুৰুষসকল বৈষ্ণৱ মতাৱলম্বী, কবিয়েও নিজকে বিষ্ণুৰ কিংকৰ, হৰিদাস আদি আখ্যা দিছে। বৈষ্ণৱ কবিসকলৰ ৰীতি অনুসৰি প্ৰতি আখ্যাৰে আৰম্ভণিতে বিষ্ণুৰ বন্দনা আৰু শেষতো বিষ্ণুকীৰ্তনৰ মহিমাৰ কথা। পুৰণি অসমীয়া কাব্যত ব্যৱহাৰ হোৱা সকলোবিলাক ছন্দৰ ওপৰত কবিৰ অধিকাৰ দেখা যায। দুৰ্গাবৰী কাব্যৰ প্ৰভাৱো ঠায়ে ঠায়ে দেখা যায়। বৈদেশিক দৰ্শন শাস্ত্ৰত থকা উপমাৰ ব্যৱহাৰ আদিয়ে তেওঁৰ ভাৰতীয় দৰ্শনৰ লগত ঘনিষ্ঠ পৰিচয় থকা বুজায। অসমৰ বাহিৰৰ বৈষ্ণৱ কবিৰ কাব্যৰ প্ৰতিধ্বনিও শকুন্তলা কাব্যৰ ঠায়ে ঠায়ে শুনা যায়। বিৰহ-সন্তপ্ত দুষ্মন্ত ৰজাক প্ৰবোধ দিবৰ কাৰণে অৱতাৰণা কৰা সুদীৰ্ঘ চন্দ্ৰকেতু-কামকলা উপাখ্যানে সেই সময়ৰ উত্তৰ-ভাৰতত মুছলমানী প্ৰভাৱৰপৰা প্ৰচলিত হোৱা আমনিলগা ৰোমাঞ্চ কাহিনীৰ লগতো কবিৰ পৰিচয় বুজায়। সেই উপাদানবিলাকৰ যথাযোগ্য ব্যৱহাৰো তেওঁৰ কৃতিত্বৰ নিদৰ্শন। বিৰহ-প্ৰধান আদিৰসৰ সৃষ্টিতো এই পক্ষী কাহিনীয়ে যথেষ্ট সহায় কৰিছে। কাব্যৰ মাজত বাৰমাহী গীতৰ সংস্থান মূল ৰসৰ পৰিপোষক হৈছে। আহোম ৰাজসভাত লিখা এই কাব্যখনত প্ৰাচীন ভাৰতীয় সাহিত্যৰ লগত নানা আঞ্চলিক আৰু মৌলিক উপাদানৰ সমন্বয় ঘটিছে। ৰুদ্ৰসিংহ ৰজাই অসমৰ লগত যি সৰ্বভাৰতীয় সম্পৰ্ক কল্পনা কৰিছিল ক্ষীণকৈ হ'লেও তাৰ সাহিত্যিক ৰূপ শকুন্তলা কাব্যত দেখা যায়। স্বৰ্গীয় হেমচন্দ্ৰ গোস্বামী ডাঙৰীয়াই হাতেলিখা পুথিৰ তালিকাত 'গীতৰ পুথি' বুলি এখনি গীত-সংগ্ৰহৰ এটি টোকা দিছে। তাত ৰুদ্ৰসিংহ আৰু শিৱসিংহ ৰজাই ৰচনা কৰা গীতৰ বাহিৰেও কবিৰাজ চক্ৰৱৰ্তী আৰু আন আন কবিৰ ৰচিত গীতো আছে। গীত ৰচনা আৰু শংখচুড বধ প্ৰভৃতি পুথিৰ চিত্ৰই সেই সময়ৰ চাৰু কলা চৰ্চাৰ আভাস দিয়ে।

এই কবিজনাৰ কবিকৃতিৰ ভিতৰত ব্ৰহ্মবৈবৰ্তপুৰাণৰ কৃষ্ণ জন্মখণ্ডৰ অসমীয়া গদ্য, অনুবাদ, শংখচূড বধ, জয়দেৱৰ গীতগোবিন্দৰ পদ্য অনুবাদ এইকেইখন এতিয়ালৈকে তেওঁৰ ৰচিত বুলি কোৱা হয়। ডিম্বেশ্বৰ নেওগ ডাঙৰীয়াই তেখেতৰ অসমীয়া সাহিত্যৰ বুৰঞ্জীত গীতগোবিন্দৰ ভাঙনি কবিৰাজ চক্ৰৱৰ্তীৰ ৰচিত হ'ব পাৰেনে নোৱাৰে সেই বিষয়ে সন্দেহ কৰিছে, কিয়নো গীতগোবিন্দত কবিয়ে নিজকে দ্বিজবৰ বুলিহে উল্লেখ কৰিছে। কবিয়ে কেইবাঠাইতো কবিৰাজ বিপ্ৰ বা দ্বিজবৰ বুলি উল্লেখ কৰিছে। মাধৱ-সুলোচনাৰ আখ্যানতো কবিয়ে দ্বিজবৰ বুলি পৰিচয় দিছে। মাধৱ-সুলোচনাৰ আখ্যানত শকুন্তলা কাব্যৰ দুটামান পদ হুবহু পোৱা যায়, গতিকে ডঃ শৰ্মাই মাধৱ-সুলোচনাৰ* কবিয়েই শকুন্তলা কাব্যৰ কবি হ'ব পাৰে বুলি কৰা অনুমান সমৰ্থন কৰিব পাৰি।

তাহান ভৈলেক জায়া অতি সুললিত কায়া
ৰত্নকান্তি নামে মহামতি,
হেন মহা নৃপতিৰ ৰত্নকান্তি মহিষীৰ
আদেশ ৰত্নক শিৰে ধৰি।
কবিৰাজ দ্বিজবৰ পদবন্দি মাধৱৰ
বিৰচিলা ভাষাবন্ধ কৰি।।

শংখচুড় বধকাব্যও ব্ৰহ্মবৈবৰ্তপুৰাণৰ এটা কাহিনী অৱলম্বন কৰি লিখা। তুলসীৰ জন্ম; শংখচূড়ৰ লগত বিবাহ, কৃষ্ণই শংখচূড়ৰ ৰূপ ধৰি তুলসীৰ লগত কৰা কাম-ক্ৰীড়া আদিৰ বৰ্ণনা ইয়াত পুৰাণৰ অনুসৰণ কৰিয়েই দিয়া হৈছে। তুলসী বিষয়ক এনে কাব্য আৰু দুই-চাৰিখন পোৱা যায়। মাধৱ-সুলোচনাত গংগাতীৰ্থৰ মাহাত্ম্য, শংখচূড় বধত তুলসীৰ মাহাত্ম্য। দেৱ-দেৱী, তীৰ্থ, তুলসী আদিৰ মাহাত্ম্য-কীৰ্তন এই দুখন সাহিত্যৰ এটা বিশিষ্টতা; কিন্তু ইয়াৰ ওপৰত এটা আদিৰসৰ আৱৰণ। কবিৰাজ চক্ৰৱৰ্তীক এই যুগৰ প্ৰতিনিধিত্ব কৰিব পৰা কবি বুলি ক'ব পাৰি।

এওঁৰ পিছত ডাক চক্ৰৱৰ্তীৰ ঘৰৰ কোনো সাহিত্যিক অৱদান থকাৰ কথা গম নাপাওঁ, তেওঁৰ পো-নাতি কোনোবাই ৰাজসভাত সাহিত্য আৰু শাস্ত্ৰৰ চৰ্চা কৰি থাকিলেও তাৰ কোনো লিখিত বুৰঞ্জী আমাৰ হাতলৈ অহা নাই। আহোম ৰাজত্বৰ শেষভাগৰ তেওঁৰ বংশধৰসকল ৰাজধানীৰ পৰা উঠি আহি ক্ৰমে অখ্যাত হৈ পৰিল। ডাক চক্ৰৱৰ্তীৰ ঘৰৰ যে এজন কৃতী কবি আৰু পণ্ডিত আছিল কবিৰ বৰ্তমান বংশধৰসকলৰ বহুতেই গম নাপায়। কবি আৰু তেওঁৰ পৰিয়াল সম্বন্ধে কিবা নতুন কথা জানিব পাৰোঁ বুলি আমি এবাৰ কবিৰ বংশধৰসকলৰ বাসভূমি ৰংদৈ গাঁৱলৈ গৈছিলোঁ, তাত কেৱল এজন তেওঁৰ বংশধৰক লগ পোৱা হ'ল। বাকীসকল কৰ্তব্যৰ আহ্বানত বেলেগ বেলেগ ঠাইলৈ উঠি গৈছে। যিজনক লগ পালোঁ তেওঁ আমাক ক'লে, "আমাৰ পিতামহৰপৰা শুনিছিলোঁ, ৰজাই দিয়া এটা সোণখটোৱা পেৰা আৰু এখন তামৰ ফলি আমাৰ ঘৰত আছিল। সোণৰ আশাত চোৰে বাকচটো আৰু লগতে তামৰ ফলিও চুৰ কৰি নিলে। পোন্ধৰ বছৰমানৰ পাছত পিতনিৰ বোকাত পচা বাকচটো পোৱা গ'ল, তামৰ ফলিৰো আমাৰ নিঃচিহ্ন হৈ গ'ল।" তেওঁৰ উপৰিপুৰুষ এজন যে ইমান ডাঙৰ কবি আৰু পণ্ডিত আছিল সেই কথাত তেওঁ অতিশয় গৌৰৱ অনুভৱ কৰিলে, কিন্তু সেইজনৰ জীৱনী আৰু কাৰ্যৰ সম্বন্ধে কিবা সমল আমাক যোগাব নোৱাৰি বৰ বেজাৰ পালে।

এনেকৈয়ে বহুত কবি সাহিত্যিক লোকৰ কীৰ্তি-চিহ্ন অসম দেশৰ বুকুৰপৰা লোপ পাইছে।

# ভাঁৰতৰ প্ৰতিনিধিত্ব কৰিব পৰা গ্ৰন্থ ধম্মপদ

ইংৰাজী সাহিত্যৰ এজন বিখ্যাত সমালোচকে কৈছে বোলে আন্তৰ্জাতিক কবিতা সম্মিলন যদি ইংৰাজী সাহিত্যৰ মাজৰপৰা এটি মাত্ৰ কবিতাক প্ৰতিনিধিত্ব কৰিবলৈ দিয়া হয়, তেন্তে তেওঁ ৱাৰ্ডছৱাৰ্থৰ 'ছলিটেৰী ৰীপাৰ' বোলা কবিতাটিকে সেই সন্মান দিব। সেই কথাৰ আৰ্হি লৈয়ে বোধহয় এজন নাম থকা ভাৰতীয় পণ্ডিতে এঠাইত লিখিছে যে জগত সভাত ভাৰতৰ প্ৰতিনিধিত্ব কৰিব পৰা গ্ৰন্থ যদি এখন মাত্ৰ বাছিবলগা হয়, তেন্তে সেই গ্ৰন্থ হ'ব ধম্মপদ।

ভাৰতীয় সংস্কৃতিৰ বিশ্বজনীন ৰূপ এটা ধম্মপদৰ মাজেদি প্ৰকাশ পাইছে। পালি ভাষাত 'পদ' শব্দই পথ বা বাট বুজায় আৰু বাক্যও বুজায়, বিশেষকৈ ধৰ্ম সম্পৰ্কীয় বাক্য বা উপদেশ। পাছলৈ আঞ্চলিক প্ৰাকৃত ভাষাত লিখা কথাও বুজোৱা হৈছিল। যেনে, দশমৰ পদ।

বুদ্ধদেৱৰ মহাপৰিনিৰ্বাণৰ কিছুকালৰ পাছত বৌদ্ধসকলৰ ধৰ্ম সাহিত্য তিনি ভাগত ভাগ কৰি 'ত্ৰিপিটক' নাম দিয়া হয়। সেই তিনি পিটকৰ নাম হ'ল বিনয় পিটক, সুত্ত পিটক আৰু অভিধম্ম পিটক। ভিক্ষু আৰু ভিক্ষুণীসকলৰ আচৰণীয় নীতি-নিয়ম বান্ধি দিয়া গ্ৰন্থখনিক বিনয় পিটক নাম দিয়া হ'ল। বুদ্ধৰ উপদেশ আৰু তেওঁৰ পন্থাৰ কথা থকা গ্ৰন্থসমূহ সুত্ত পিটক আৰু বৌদ্ধ ধৰ্মৰ দাৰ্শনিক আলোচনা থকা গ্ৰন্থবিলাকক অভিধম্ম পিটক আখ্যা দিয়া হ'ল।

এই তিনিটা পিটকৰ মাজত সুত্ত পিটকৰ গুৰুত্ব সকলোতকৈ সৰহ, কিয়নো বুদ্ধদেৱ আৰু তেওঁৰ লগৰীয়া অনুগামী প্ৰচাৰকসকলৰ কৰ্মবৃত্তান্ত আৰু উপদেশসমূহ সুত্ত পিটকতেই থুপ খাই আছে। এই সুত্ত পিটকক পাঁচ ভাগত ভাগ কৰি একোভাগৰ 'নিকায়' নাম দিয়া হ'ল। তাৰে এটা ভাগ 'খুদ্দক নিকায়'। ধম্মপদ আৰু জাতক এই খুদ্দক নিকায়ৰ

ভিতৰতে সোমাই আছে।

হিন্দুসকলে যেনেকৈ গীতাক শ্ৰীকৃষ্ণ ভগৱন্তৰ মুখ-পদ্ম-বিনিসৃত বুলি বিশ্বাস কৰে, সেইদৰে বৌদ্ধ ধৰ্মাৱলম্বীসকলেও ধম্মপদৰ কথা বুদ্ধদেৱৰ নিজ মুখৰপৰা ওলোৱা পবিত্ৰ বাণী বুলি গ্ৰহণ কৰে।

অশোকৰ আগতে যিখিনি বৌদ্ধ ধৰ্মশাস্ত্ৰ ৰচনা কৰা হৈছিল তাৰ পৰিমাণ সৰহীয়া নাছিল। অশোকে তেওঁৰ অনুশাসনত সাতখন ধৰ্মপুথিৰ কথা কৈছে, তাৰ মাজত ধম্মপদো নিশ্চয় এখন হ'ব। ভগৱান বুদ্ধদেৱে বেলেগ বেলেগ সময়ত বেলেগ বেলেগ সভাত শিষ্যৰ আগত দিয়া উপদেশবিলাক পাছলৈ সংগ্ৰহ কৰি ছন্দোময় ভাষাত গাঁথি থোৱা হ'ল আৰু ধম্মপদ নাম দিয়া হ'ল।

বুদ্ধদেৱে নিজে কোশল আৰু মগধৰ ভাষাত প্ৰচাৰ কৰিছিল, সেই ভাষা আছিল মাগধী-প্ৰাকৃত। পালি ভাষা কোশল-মগধৰ প্ৰাকৃত নহয়। ভাষাতাত্ত্বিকসকলে কয় বোলে পালি ভাষা পশ্চিম ভাৰতৰ কোনো অঞ্চলৰ কথিত ভাষাৰ মাৰ্জিত ৰূপ। ধম্মপদৰো মাগধীৰপৰা সংস্কৃত আৰু পালি ভাষালৈ ৰূপান্তৰ ঘটিল।

পণ্ডিতসকলে আৰু কয়, অশোকৰ ৰাজত্বৰ সময়ত বা তাৰ আগতেই ধম্মপদৰ সংকলন আৰু প্ৰচাৰ হৈছিল। মিলিন্দি পঞহ নামে বিখ্যাত বৌদ্ধগ্ৰন্থত ধম্মপদৰ উল্লেখ আছে আৰু তাৰপৰাই সেইকালত ধম্মপদ প্ৰথিতযশা পুথি বুলি ধৰিব পাৰি। অশোকৰ সমসাময়িক আন দুই-এখন গ্ৰন্থতো ধম্মপদৰ বাহিৰে আন ঠাইত নথকা শ্লোক কিছুমান পোৱা যায়। এনেবিলাক কাৰণত ধম্মপদ বুদ্ধদেৱৰ তিৰোভাৱৰ অলপ কালৰ পিছতে সংকলন কৰা গ্ৰন্থ বুলি ধৰিব পাৰি।

ৰবীন্দ্ৰনাথে ভাৰতৰ ইতিহাসৰ ধাৰা আলোচনা কৰি কৈছে বোলে মহাভাৰতৰ কেন্দ্ৰীভূত জ্যোতি ভগৱদগীতা। বৌদ্ধধৰ্মৰ সাৰমৰ্মও সেইদৰে ধম্মপদত কেন্দ্ৰীভূত হৈ আছে। ধম্মপদক অকল বৌদ্ধগ্ৰন্থ বুলিলেই সম্পূৰ্ণ কথাটো কোৱা নহয়। ভাৰতীয় সংস্কৃতিৰ আধাৰ মহাভাৰত, গীতা, উপনিষদ, পুৰাণ আদিৰ সাৰকথা সৰহভাগেই ধম্মপদত সোমাই আছে। এই গ্ৰন্থসমূহৰ ভালেখিনি কথাই বুদ্ধদেৱৰ মাহাত্ম্যমণ্ডিত হৈ ধম্মপদত জিলিকি আছে।

ন কহাপণবস্সেন তিত্তি কামেসু বিজ্জতি।
অপ্পস্সাদা দুকখা কামা ইতি বিঞঞায় পণ্ডিতো।।

— সোণৰ মোহৰৰ বৰষুণ হৈ থাকিলেও কামনাৰ তৃপ্তি নহয়, কামনাৰ ক্ষুদ্ৰ সুখ আৰু সি প্ৰকৃততে দুখৰ হেতু বুলি তাক যি জানে তেৱেঁইহে পণ্ডিত।

ধম্মপদৰ এই বাণীৰ লগত উপনিষদৰ 'ন বিত্তেন তৰ্পণীয়ো মনুষ্যঃ' এই কথাফাকিৰ সাদৃশ্য বিশেষ লক্ষ্য কৰিবলগীয়া।

ধৰ্মপদত আছে —

অক্কোধেন জিনে কোধং অসাধুং সাধুনা জিনে।
জিনে কদৰিয়ং দানেন সচ্চেন অলিক বাদিনং।।

এই শ্লোকৰ লগত মহাভাৰতৰ এই শ্লোক মিলাই চোৱা যাওক —

অক্ৰোধন জয়েৎ ক্ৰোধম্ অসাধুং সাধুনা জয়েৎ।
জয়েৎ কদৰ্যং দনেন জয়েৎ সত্যেন চানৃতম্।।

এনে অলেখ উদাহৰণ দিব পাৰি। ইয়াৰপৰা বুজা যায় যে ভাৰতীয় পুৰাতনী প্ৰজ্ঞাৰ বাণীয়েই ধম্মপদৰো বাণী।

সংযম আৰু ত্যাগৰ বাণী গীতাৰ ধৰ্মতো আছে, ভাগৱতত বৰ্ণিত সাৰ্ববৰ্ণিক ধৰ্মতো আছে। ধম্মপদৰ শিক্ষাত দেৱদেৱী কিংবা বিশেষ ধৰ্ম-সম্প্ৰদায়ৰ কথা নাই। নিজৰ আধ্যাত্মিক চিন্তাৰ প্ৰতি চিৰসতৰ্ক হৈ পবিত্ৰতা আৰু ত্যাগৰ

জীৱন যাপন কৰাটো বুদ্ধদেৱৰো মূল শিক্ষা। বৌদ্ধসকলৰ বৈশিষ্ট্য হ'ল, তেওঁলোকে কোনো দেৱতা বা ঈশ্বৰৰ অৱতাৰতকৈ ব্যক্তিগত জীৱনৰ অপ্ৰমাদী প্ৰৱাসৰ ওপৰত মূল্য দিয়ে।

আধ্যাত্মিক জীৱনযাপনৰ বিশ্বজনীন নীতিসমূহ বুদ্ধদেৱৰ লগত সম্পৃক্ত হৈ ধম্মপদত শোভা পাই আছে। সৰল ভাষা, অতি পৰিচিত সহজ উপমা, সৰল সুমিষ্ট ছন্দই ধম্মপদৰ শিক্ষা জগতৰ হৃদয়স্পৰ্শী কৰিছে। আধুনিক কালৰ মহাপুৰুষ ৰামকৃষ্ণ পৰমহংসদেৱৰ উপদেশসমূহৰ কথা এই প্ৰসংগত মনত পৰে।

ধৰ্মপদৰ কেইটামান বাছকবনীয়া শ্লোকৰ ভাঙনি দি আমাৰ আলোচনা শেষ কৰিম।

* যিজনে বহুত কথা কয়, তেৱেঁই পণ্ডিত নহয়। যিজন ক্ষেমংকৰ বৈৰীহীন, তেওঁকেই পণ্ডিত বোলা হয়।

* অপ্ৰমাদ অমৃতৰ পথ, প্ৰমাদ মৃত্যুৰ। অপ্ৰমত্তৰ মৰণ নাই, প্ৰমত্ত লোক জীয়াতে মৰাৰ তুল্য।

* শত্ৰুতাৰে শত্ৰুতা শাম কটাব নোৱাৰি, অশত্ৰুতাৰেহে শত্ৰুতা শান্ত হয়– এয়ে খিলঞ্জীয়া নীতি।

* আনৰ গৰুৰ গণ্তিকাৰকে যেনেকৈ সেই গৰুৰ গৰাকী বুলি দাবী কৰিব নোৱাৰে, তেনেকৈয়ে শাস্ত্ৰ-সংহিতা পাঠ কৰি সেইমতে আচৰণ নকৰা লোককো ভকত বুলিব নোৱাৰি।

* সুন্দৰ ৰংচঙীয়া গন্ধহীন ফুলৰ যেনেকৈ মূল্য নাই, ধৰ্মপথে নচলা লোকৰ ভাল কথাও তেনেকৈয়ে নিষ্ফল। ('নিৰ্গন্ধা ইব কিংশুকাঃ')

* হেতাখনে আঞ্জাৰ জোলৰ চৰুত বুৰ গৈ থাকিলেও জোলৰ সোৱাদ নাপায়। মূৰ্খলোকে গোটেই জীৱন জ্ঞানীৰ মাজত থাকিলেও জ্ঞান লাভ কৰিব নোৱাৰে।

* অধৰ্মৰ পথেদি প্ৰথমতে দেখাত মানুহে ঐশ্বৰ্য লাভ কৰে, শত্ৰুকো জয় কৰে আৰু মংগল হোৱা যেন লাগে। সেই পথে যোৱা লোকৰ শেষত সমূলি বিনাশ হয়।

* বাৰে বাৰে জন্ম লোৱাটো বৰ ক্লেশৰ কথা। ঘৰ নিৰ্মাণ কৰাজনক বিচাৰি বিচাৰি অলেখ জনম গৈছে। হে গৃহ নিৰ্মাতা, এইবাৰ তোমাক লগ পালোঁ। আৰু ঘৰ নিৰ্মাণ নকৰিবা। তুমি সজা চতি-মাড়লি ভাগিল, ঘৰৰ মূধচ এৰাই গ'ল। মোৰ চিত্ত এতিয়া সংস্কাৰহীন, তৃষ্ণাও ক্ষয় হ'ল।

* পাপ কৰ্মৰ পৰিহাৰ, মংগলজনক কামৰ সম্পাদন আৰু নিজৰ চিত্তশুদ্ধি – এয়ে বুদ্ধৰ উপদেশ।

* বৈৰীৰ মাজত অবৈৰী হৈ সুখেৰে জীয়াই থাকিম, আতুৰৰ মাজত অনাতুৰ হৈ থাকিম, আসক্তৰ মাজত অনাসক্ত হৈ জীৱন যাপন কৰিম। যাৰ আসক্তি নাই তেওঁ জ্যোতিধৰ দেৱতাসকলৰদৰে সুখেৰে বিচৰণ কৰে।

* কামৰপৰা শোক আৰু ভয় ওপজে। যিজন কামৰপৰা সম্পূৰ্ণ মুক্ত, তেওঁৰ শোক নাই, কোনো ঠাইৰপৰা ভয়ো নাই। (গীতাৰ 'সঙ্গাৎ সঞ্জায়তে কামঃ )

* বাটৰপৰা বাগৰি যোৱা ৰথক যি নপৰাকৈ ৰখাব পাৰে, তেওঁকে সাৰথি বোলে, ইয়াক কৰিব নোৱাৰা মানুহক 'লেকাম ধৰা' মানুহহে বুলিব লাগে।

* লোহাক মামৰে ধৰি লোহাকেই খায়। ধৰ্মৰপৰা আঁতৰি যোৱা লোকক নিজৰ কৰ্মই দুৰ্গতি ভুঞ্জায়।

* ধৰ্মদান সকলো দানৰ ওপৰত; ধৰ্মৰসে সকলো ৰসকে জিনে; ধৰ্মৰতিয়ে সকলো ৰতিকে জয় কৰে; তৃষ্ণাক্ষয় হ'লে সকলো দুখেই আঁতৰি যায়।

* নিজেই নিজক প্ৰেৰণা দিয়া; নিজেই নিজক বিচাৰ-বিশ্লেষণ কৰা, হে ভিক্ষু, আত্ম-ত্ৰাণ কৰি সজাগ হৈ তুমি সুখেৰে জীৱন-যাপন কৰা।

# সাহিত্য সভাৰ কেইগৰাকীমান সভাপতিৰ অভিভাষণ

সাহিত্যিকসকলেই নিৰ্বাচন কৰি দিয়ক বা সাহিত্য সভাৰ সভ্যসকলেই ভোট দি বাছি দিয়ক, অসম সাহিত্য সভাৰ সভাপতিসকল যে লেখত ল'বলগীয়া আগৰণুৱা সাহিত্যিক, ইয়াত সন্দেহৰ থল নাই। গোহাঞিবৰুৱা, বেজবৰুৱাকে আৰম্ভ কৰি চৌধাৰী, দুৱৰা, ভূঞা, শৰ্মালৈকে যিসকল লোক এই আসনখনত বহিছিল, সেই সকলোৱেই বৰ্তমান অসমীয়া সাহিত্যৰ একো একোগৰাকী দিক্‌পাল। এইসকল পুৰুষে এনে উচ্চ আসনৰপৰা অসমীয়া জাতি আৰু সাহিত্যিকসকলক যি বাণী শুনাইছিল, সাহিত্যৰ লক্ষণ, প্ৰকৃতি, উদ্দেশ্য সম্বন্ধে তেখেতসকলৰ চিন্তাধাৰা কোনফালে বৈছিল, সেইবোৰ কথা নাজানিলেও জানিবৰ আৰু জানিলেও পুনৰাই সুঁৱৰিবৰ মন যোৱাটো স্বাভাৱিক।

মানুহে প্ৰতি মনটোৰ দৰে এই অভিভাষণসমূহতো নিজৰ সাধনা আৰু ব্যক্তিগত আদৰ্শৰ ছাঁ পৰিছে। সেইগুণে ইয়াত কবিতা, দৰ্শন, সমাজ-সমস্যা আৰু বুৰঞ্জীৰপৰা বহুবালিলৈকে সকলোৰে ছাট পৰা দেখা পাওঁ।

আমি সৰহভাগ মানুহেই সাহিত্যৰ মূল কথাবোৰৰ বিষয়ে চিন্তা কৰাতকৈ অসমীয়া ভাষাৰ মুখৰ আগত পৰা বৰ্তমান সমস্যাসমূহ, অসমৰ ৰাজ্যভাষা, বিদেশী পমুৱা সমস্যা, লিপিৰ কথা, পাঠ্যপুথিৰ কথা, দেশৰ অৰ্থনৈতিক আৰু শিক্ষা সমস্যাৰ কথাতহে ৰস পাওঁ আৰু এইবিলাক কথাইহে অভিভাষণৰ সৰহখিনি ঠাই সামৰে। মহাপুৰুষসকলৰ মৃত্যু তিথি উপলক্ষে চৰিত্ৰ তোলাৰ দৰে অভিভাষণবোৰতো পুৰণি অসমীয়া ভাষা-সাহিত্যৰ বুৰঞ্জীৰ অলপ-অচৰপ স্মৰণ কৰা হয়। অভিভাষণত বহুত জানিবলগীয়া, শিকিবলগীয়া কথা থাকে, কিন্তু সভাপতিৰ অভিভাষণখন শেষলৈকে শুনিবলৈ সৰহভাগ শ্ৰোতাৰ ধৈৰ্য নাই। সভাপতি ডাঙৰীয়াৰ অভিভাষণৰ মাজৰ্কঁকাল পাওঁতেই ৰাইজ দিহাদিহি যায়— ৰভা একপ্ৰকাৰ উৰুঙা। আমাৰ মানুহৰ গহীন কথা শুনাৰ ধৈৰ্য যে এতিয়াও নৌ হয় তাৰ প্ৰমাণ ইয়াতকৈ আৰু কি লাগে? অথচ অসমীয়া ভাষা আৰু সাহিত্যৰ নামত পুলকিত হৈ হালিজালি চাপৰি বজাওঁ।

যি কেইগৰাকী সভাপতিৰ অভিভাষণ আমি পাইছোঁ, তাৰে ভিতৰৰ দুখনমান বাছি লৈ ওপৰে ওপৰে জৰীপ কৰি চাওঁহক। অভিপ্ৰায হ'ল, তেখেতসকলৰ অভিভাষণত সাহিত্যৰ সম্পৰ্কে কি কৈছে আৰু তাৰপৰা অসমীয়া সমালোচনা সাহিত্যিকে কি বৰঙণি পায়, তাকে চোৱা। পোনেই ওলাইছে নগেন্দ্ৰ চৌধুৰীৰ অভিভাষণ। তেখেত জমিদাৰ মানুহ- - কাব্য-সাহিত্য, সংগীত কলাৰ ভক্ত আৰু পৃষ্ঠপোষক। আমি কলিকতাত পঢ়া সময়ত তেখেত দক্ষিণ কলিকতাত আছিল আৰু চমজদাৰ ছাত্ৰ আৰু ভদ্ৰলোকক তেখেতৰ থকা ঠাইলৈ নিমন্ত্ৰণ কৰিছিল। তেতিয়া তেখেতে আৱাহন উলিয়াইছে। তেখেতেই বোধহয় প্ৰথম 'বিশ্বসাহিত্য' কথাষাৰ ব্যৱহাৰ কৰে। প্ৰকৃত সাহিত্য যে ভৌগোলিক সীমাৰ মাজত আবদ্ধ হৈ নাথাকে, সাহিত্যিক যে বিশেষ কাল বা সমাজৰ নহয়, সকলো দেশ আৰু কালৰ, তেখেতে সেই কথা আলোচনা কৰে। "দেশ-কাল-পাত্ৰৰ একাধিপত্য নোহোৱা ভাবময় নিখুঁত মূৰ্তিয়েই বিশ্বসাহিত্য"। সেই সাহিত্য চিৰন্তন, যাক 'ক্লাছিক' বুলি কয়। অস্থায়ী সাহিত্যই সাময়িকভাৱে ৰূপৰ মোহ আৰু চাঞ্চল্য সৃষ্টি কৰিব পাৰে।

যতীন্দ্ৰনাথ দুৱৰা কবি মানুহ। তেওঁ কাব্যৰ এটা সূত্ৰ দিছে। তেওঁৰমতে যিখিনি নাপায় (unrealised) সেইখিনি কল্পনাৰে কবিয়ে পূৰণ কৰি লয়। কল্পনা জগতত নিজৰ অপূৰ্ণটো পৰিপূৰ্ণভাৱে লাভ কৰে, কবিতাতে সপোনে পূৰ্ণ প্ৰকাশ পায়। দুৱৰাৰ অভিভাষণতেই আধুনিক কবিতাৰ দোষবোৰৰ ৰাজহুৱাকৈ প্ৰথম আলোচনা হয়।

সুপণ্ডিত সন্দিকৈ ডাঙৰীয়াই সজীৱ সাহিত্য সৃষ্টিৰ কাৰণে বিচিত্ৰ, বিস্তীৰ্ণ আৰু গভীৰ অভিজ্ঞতাৰ ওপৰতে গুৰুত্ব দিয়ে। তেখেতৰ ভাষাতেই ক'বলৈ গ'লে সাহিত্য কেৱল অভিজ্ঞতাৰ কেট্‌লগ বা যাদুঘৰ নহয়।

কবি ৰঘু চৌধাৰীয়ে কবিতাৰ উৎপত্তি সম্পৰ্কে ক'বলৈ গৈ উপনিষদৰ উপমা ব্যৱহাৰ কৰিছে — "মকৰাই যেনেকৈ জাল বয় মুখৰ লেলাউটি দি, তেনেকৈ কৃষ্টিৰ পূজাৰীসকলে ৰসপ্ৰধান কল্পনাশক্তিৰ বলত, সহজ ভংগীত, বাক্যৰ সহযোগত সুচাৰু কলাৰ প্ৰাণ প্ৰতিষ্ঠা কৰে। কল্পনা, সত্য, অনুভূতি আৰু সহজ অন্তৰ্দৃষ্টি থাকিলে প্ৰকৃত সাহিত্য সৃষ্টি হয়। সংযত অৱস্থাৰ মাজেদি কবিসকলৰ ভাবৰ স্ফূৰণ হয়। পৰিদৃশ্যমান জগতত সচৰাচৰ ঘটি থকা ইন্দ্ৰিয়গ্ৰাহ্য বিষয়বিলাকৰ অনুশীলন কৰি লোৱা ভাৱসমষ্টিৰ পৰিকল্পনাই কাব্য। প্ৰাণৰ উদ্দাম আকুলতা সংযতভাৱে ৰাখি নিৰ্মল প্ৰেমৰ উপাসনা কৰাসকলেই মহাকবি। কাব্য ব্যক্তিৰ অখণ্ড চৈতন্যৰ সৌম্যমূৰ্তি।"

অসমীয়া সাহিত্যই বিশ্বসভাত ঠাই ল'ব পৰা হোৱা নাই দেখি তেখেতে আক্ষেপ কৰিছে ঃ "যি সুগভীৰ অন্তৰ্দৃষ্টিৰ প্ৰভাৱত বিশ্বসাহিত্য গঢ়ি উঠিছে, তেনে সাহিত্য আমাৰ দেশত কিমান? অকল ঘৰখনৰ ভিতৰতে শিৰোমণি ভূএগ হ'লেই নহ'ব।"

ৰায়চৌধুৰীৰ কবিতাৰ দুটা ভাগ — এভাগে সামাজিক আৰু অৰ্থনীতিক বিষয়ে চিন্তা কৰে, আনভাগে 'তুমি' আৰু 'মই'ৰ সম্বন্ধৰ কল্পনা কৰে। তেওঁ বাস্তৱবাদ আৰু মিষ্টিচিজিমৰ সংমিশ্ৰণ। সাহিত্যক তেওঁ জীৱনৰ 'লীলায়িত প্ৰতিবিম্ব' আখ্যা দিছে। "সীমাৰেখাত আবদ্ধ হৈ আমাৰ অসীম আত্মাৰ মিলন ঘটোৱা ৰসময় প্ৰচেষ্টাৰ আকুল আবেগত প্ৰস্ফুটিত হৈ উঠা জীৱন সৌন্দৰ্যৰ জাতিস্মাৰ ৰূপ— এয়ে সাহিত্য। সাহিত্যিকৰ জীৱনৰ অনুপাতে সাহিত্য সৃষ্টি হয়— দুৰ্বল, নীচ, ভীৰু অন্তৰৰপৰা উচ্চ সাহিত্যৰ সৃষ্টি হ'ব নোৱাৰে।" ৰায়চৌধুৰীয়ে সাহিত্যৰ সংস্কাৰধৰ্মিতাৰ ওপৰতো গুৰুত্ব দিয়ে, আন বহুতৰ দৰেই।

গোহাঞিবৰুৱাৰ অভিভাষণত দুটামান কথা লক্ষ্য কৰিবলগীয়া। তেওঁৰ মতে সংসাৰৰ যাৱতীয় বিষয়ৰ জ্ঞানমূলক ভাবৰ লিপিবদ্ধ বিৱৰণকে সাহিত্য বোলে। জনসাধাৰণৰ মাজত জ্ঞান বিস্তাৰ কৰাই সাহিত্যৰ মুখ্য উদ্দেশ্য। এই উদ্দেশ্য সিদ্ধি হ'লেহে সমাজৰ উন্নতি হয়। উন্নত সমাজৰ সমষ্টিৰেহে জাতীয় জীৱন গঢ়িবলৈ সমল পোৱা যায়।

কালীৰাম মেধি ডাঙৰীয়াই কাব্য সম্পৰ্কে কৈছিল — "প্ৰকৃতিদেৱীৰ ওৰণি গুচাই অলৌকিক ৰূপলাৱণ্য প্ৰকাশ কৰা, স্বৰ্গীয় আভাৰ জিলিকনি দেখুৱা, অকল্পিতৰ কল্পনা আয়ত্তাধীন কৰা, অসম্ভৱক সম্ভৱ কৰা, বাস্তৱ ৰাজ্যত মায়াকানন সৃষ্টি কৰা কবিতাৰ কাম। আমাৰ বহুত কবিতাই পুতলাৰদৰে লৰাচৰা কৰে, কিন্তু প্ৰাণ নাই।" তেখেতৰ মতে সমাজৰ ব্যাধি নিৰ্ণয় কৰা আৰু চিকিৎসাৰ ব্যৱস্থা কৰা উপন্যাসহে আমাক লাগে।

হেম গোঁসায়ে কিন্তু কৈছিল — আমাৰ দেশত উপন্যাসৰ নিচিনা সাহিত্যৰ দ্বাৰাই কেতিয়াও পটুৱৈ সমাজ গঢ়িব নোৱাৰি। অসমীয়া মানুহ স্বভাৱতে গহীন। কিন্তু আজি অসমীয়া মানুহ সিমান গহীন হৈ থকা নাই। অসমীয়া সৰ্বসাধাৰণ পাঠকে যদি কিবা পঢ়ে তেন্তে উপন্যাসহে পঢ়ে (পা-ফু আৰু গোলাইসহ)। তেখেতে আৰু এটা কথা কৈছিল বোলে হোজা গাঁৱলীয়া মানুহৰ ভাষাহে আমাৰ নিভাঁজ জাতীয় ভাষা।

সাময়িক প্ৰসংগ যথেষ্ট থাকিলেও বেজবৰুৱাৰ অভিভাষণ পঢ়ি সাহিত্য সাহিত্য লাগে। আমি কটন কলেজত সোমোৱা বছৰতে গুৱাহাটীৰ অধিৱেশনত বেজবৰুৱাই সভাপতিত্ব কৰে। সেইবাৰ গোহাঞিবৰুৱা, সত্যনাথ বৰা, ৰজনী বৰদলৈ, হেম গোঁসাই, হিতেশ্বৰ বৰবৰুৱাকে মুখ্য কৰি অসমৰ বিশিষ্ট সাহিত্যিকসকলক একে ঠাইতে দেখা পোৱাৰ সৌভাগ্য ঘটিছিল। বেজবৰুৱাৰ পঢ়াৰ ঠাঁচ, সভা জিনিব পৰা গহীন মাত, মাজে মাজে হাঁহিৰ সমল যোগোৱা কথা — এই আটাইখিনি লগলাগি এটা বিশেষ আকৰ্ষণৰ সৃষ্টি হৈছিল। কোনো কথাৰ প্ৰসংগত উদাহৰণস্বৰূপে ৰবীন্দ্ৰনাথৰ দুই নে এটা গানো সুমাই দিছিল আৰু সেই গান তেওঁৰ জীয়ৰী এগৰাকীয়ে গাইছিল — তাৰদ্বাৰা মানুহেও আমনি নাপাইছিল আৰু সভাপতিয়ে অলপ সকাহ পাইছিল। সেই সভাত বিলাই দিয়া অভিভাষণ আৰু বৰ্তমান সাহিত্য সভাই প্ৰকাশ কৰা অভিভাষণত অলপ পাৰ্থক্য লক্ষ্য কৰিব পাৰি। কোনোৱাই অলপ নাপিতালি কৰিলে নেকি?

বেজবৰুৱাৰ অভিভাষণত থকা কবিতাৰ তিনিধাৰাৰ কথাটো খুব সম্ভৱ নলিনী গুপ্তৰ লিখাৰপৰা লোৱা, কিন্তু সেই কথাখিনি তেখেতে অসমীয়া কাব্যৰ উদাহৰণ দি সম্পূৰ্ণ নিজাকৈ নতুন ৰূপ দি প্ৰকাশ কৰিছিল। কাব্যৰ সম্পৰ্কে এনে ধৰণৰ আলোচনা এয়ে প্ৰথম। বেজবৰুৱাৰ কথামতে কাব্য বিশ্বমানৱৰ প্ৰাণৰ আকাৰ-ইংগিত। কাব্য সাহিত্যই দুই পাখি মেলি অনন্ত অসীমক আঁকোৱালি ধৰে। কবিৰ উদ্দেশ্য সৃষ্টি, তেওঁ একো প্ৰমাণ কৰিবলৈ নাযায়, বিশ্লেষণ বা ব্যৱচ্ছেদ নকৰে। কবি ঋষি — কবিয়ে সকলোৰে ভিতৰত গভীৰ চিৰন্তন সত্য, অনিৰ্বচনীয় সৌন্দৰ্য প্ৰকাশ কৰে। কাব্য ঐশ্বৰিক শক্তিৰ খেলা।

এই অকণমান প্ৰবন্ধত অভিভাষণসমূহৰ দীঘলীয়া বিশ্লেষণ বা আলোচনা কৰিবলৈ যত্ন কৰা নাই। এই চমু জৰীপত গোটেই অভিভাষণবোৰ সামৰিব পৰাও সম্ভৱ নহয়। এই বহুমূলীয়া ৰচনাবোৰত অসংখ্য কথা আছে। জিজ্ঞাসু কৌতূহলী পাঠকে ইয়াত আনন্দ আৰু জ্ঞান দুয়োটাৰে মিহলি পকা জলপান খাবলৈ পাব। আমাৰ আগৰ পুৰুষৰ কৃতী সাহিত্য-সাধকসকলে সাহিত্য সম্পৰ্কে কি চিন্তা কৰিছিল, সেইবোৰৰ বাতৰি ইয়াত পাব। সাহিত্যৰ ছাত্ৰই বিগত যুগৰ সাহিত্য চিন্তাৰ লগত আজিৰ ডেকা ভাইসকলৰ মন মিলাই ল'ব পাৰিব আৰু পশ্চিমীয়া আৰু ঘৰুৱা ঐতিহ্যৰ প্ৰভাৱবোৰো চালি-জাৰি চাব পাৰিব।

# অকৃতকাৰ্য, অকথিত বাণী, অগীত গান

## (কবি ৰত্নকান্ত বৰকাকতীৰ সোঁৱৰণত)

আমি যোৰহাটৰ চৰকাৰী স্কুলত পঢ়ি থাকোঁতে সেই সময়ৰ হেড্ মাষ্টৰ স্বৰ্গীয় ৰামেশ্বৰ বৰুৱা ডাঙৰীযাৰ মুখে প্ৰথম ৰত্ন বৰকাকতী ডাঙৰীয়াৰ কথা শুনোঁ। বৰকাকতীৰ 'আলাপ' বোলা সৰু কিতাপ এখন সেই সময়ত নগাঁৱৰ স্বৰ্গীয় শুকদেৱ গোস্বামীয়ে (পাছত আনন্দৰাম ঢেকিয়াল ফুকন কলেজৰ প্ৰতিষ্ঠাপক অধ্যক্ষ) প্ৰকাশ কৰিছিল। কিতাপখনৰ বিষয়বস্তু ভালকৈ বুজিব নোৱাৰিলেও আমি কিনি পঢ়িছিলোঁ। বৃত্তিৰ পইচা দুটামান সাঁচি থৈ 'বাঁহী' আলোচনীৰ গ্ৰাহক হোৱা আৰু দুই-চাৰিখন অসমীয়া কিতাপ কিনাটো আমাৰ ধৰ্ম আছিল। তেনেতে অসহযোগ আন্দোলনত দেশ তল-ওপৰ। আমাৰ সজাগ আৰু সহানুভূতিশীল আৰু ভাৱপ্ৰৱণ মনৰ প্ৰতি এই আন্দোলনৰ আবেদন ব্যৰ্থ হোৱা নাছিল। স্কুলত অনুপস্থিত হৈ কানিৰ দোকানৰ সন্মুখত কানীয়াক বাধা দিয়া আৰু বিলাতী কাপোৰ পোৰা অপৰাধত মোৰ বৃত্তি বন্ধ কৰি থৈছিল আৰু আমাৰ সহপাঠী সমবয়সী কেইবাজনৰো হাতত জিলাৰ বৰচাহাবে মৰা বেতৰ কোব এতিয়াও পাহৰা নাই। তাৰ মাজৰ দুই-এজন উচ্চ চৰকাৰী বিষয়া আৰু শিক্ষাবিদ এতিয়াও আছে। সেই আন্দোলনতে যোৰহাটৰ আহোম ভাষাবিদ ৰায়চাহাব স্বৰ্গীয় গোলাপ চন্দ্ৰ বৰুৱাৰ পুত্ৰ সু-সাহিত্যিক স্বাধীনচেতা স্বৰ্গীয় বিপিনচন্দ্ৰ বৰুৱাদেৱে চৰকাৰী স্কুলৰ শিক্ষকতা এৰি বুকাৰ বাহিংটনৰ আৰ্হিৰে জাতীয় স্কুল এখন খুলিবলৈকো কল্পনা কৰিছিল।

এনে সময়তে ৰত্ন বৰকাকতীয়ে মহাত্মা গান্ধীৰ ইণ্ডিয়ান্ হ'ম্ ৰুল্ (Indian Home Rule) নামে বীজ গ্ৰন্থখন অসমীয়ালৈ তৰ্জমা কৰি প্ৰকাশ কৰে। দেউতাক ৰায়চাহাব স্বৰ্গীয় ভূধৰ বৰকাকতী ডাঙৰীয়া থিং মৌজাৰ মৌজাদাৰ। পুতেকৰ এনে অকৰ্ম বা দুষ্কৰ্মৰ বাবে দেউতাক মৌজাদাৰকে চৰকাৰৰ ঘৰে দায়ী বুলি ভাবিছিল। ৰত্ন বৰকাকতীয়ে মহাত্মাৰ প্ৰতি শ্ৰদ্ধাঞ্জলিস্বৰূপে এটা ছনেট কবিতাও লিখিছিল — সেই ছনেট পৰৱৰ্তী কালত শেৱালিৰ অন্তৰ্ভুক্ত হৈ প্ৰকাশিত হয়। সেই ছনেট কবিতা সম্ভৱতঃ বৃটিছ চৰকাৰৰ পাচনীসকলৰ চকুত পৰা নাছিল; পৰিছিল যদিও পুলিচৰ বুদ্ধি সেই কবিতাৰ মৰ্ম উদঘাটন কৰিবলৈ অসমৰ্থ হৈছিল। মহাত্মা গান্ধী প্ৰবৰ্তিত আন্দোলনে বৰকাকতীৰ কবি মনত

প্ৰথমছোৱাত বিশেষ প্ৰভাৱ বিস্তাৰ কৰিছিল। অসমত অসহযোগ আন্দোলনৰ এজন প্ৰধান গুৰি ধৰোঁতা দেশভক্ত বাগ্মীবৰ তৰুণ ফুকনৰ বাগ্মিতাৰ ভূয়সী প্ৰশংসা কৰিও তেওঁ এটি ছনেট ৰচনা কৰিছিল। মহাত্মাৰ শিষ্যৰ সৰহভাগেই মহাত্মা প্ৰদৰ্শিত পথৰপৰা ফালৰি কাটি মাহনিত সোমোৱা দেখিহে ৰত্নকান্ত বৰকাকতী পাছলৈ হতাশ হৈছিল, কোনো সময়ত ভাৰতীয় সংস্কৃতিৰ ভেটিত থিয় হোৱা হিন্দু মহাসভাৰ ফালে তেওঁ ঢাল লৈছিল, যদিও পংকিল ৰাজনীতিত নামিবলৈ তেওঁৰ পাছত মন নগ'ল।

অসহযোগ আন্দোলন আৰম্ভ হোৱাৰ পাছত এই লেখকে ছাত্ৰাবস্থাতে কৰা মহাত্মা গান্ধীৰ গাইড্ টু হেল্‌থ (Guide to Health) বোলা পুথিখনৰ কেইটামান আধ্যাৰ অসমীয়া ভাঙনি দেশপ্ৰেমিক কবি স্বৰ্গীয় অম্বিকাগিৰী ৰায়চৌধুৰী সম্পাদিত 'চেতনা'ত প্ৰকাশ পায়। ৰত্ন বৰকাকতীৰ পৰা এই ভাঙনিৰ বাবে শলাগনি পোৱাটোৱেই তেখেতৰ লগত মোৰ প্ৰথম পত্ৰ পৰিচয়।

স্কুলত পঢ়ি থকা অৱস্থাতে বৰকাকতীক ৰবীন্দ্ৰনাথৰ প্ৰতিভাই মুগ্ধ কৰিছিল। তেওঁৰ সমসাময়িক ছাত্ৰ-বন্ধুসকলৰ ভিতৰত স্বৰ্গীয় মহীচন্দ্ৰ বৰা আদি কেইবাজনেও লগলাগি সাহিত্য- চৰ্চা কৰিছিল আৰু এখন হাতেলিখা আলোচনীও উলিয়াইছিল। বৰকাকতী এই চক্ৰৰ চক্ৰবৰ্তী আছিল বুলি ক'ব পাৰি। লোকসেৱক স্বৰ্গীয় হলধৰ ভূঞা, বাউলী কবি স্বৰ্গীয় কমলাকান্ত ভট্টাচাৰ্যৰ মুখে শুনা কথা।

কলিকতাৰ কলেজত পঢ়া কালত বৰকাকতীৰ ৰবীন্দ্ৰনাথৰ প্ৰতি আকৰ্ষণ আৰু গভীৰ হয়। কলেজত ৰুটিন্-মাফিক পৰীক্ষা পাছ কৰিবলৈ কৰা পঢ়াশুনাতকৈ কাব্য-সাহিত্যৰ চৰ্চাত তেওঁ অধিক মনোযোগ দিছিল। কবিগুৰুৰ দৰেই তেওঁৰো মামুলী শিক্ষা-পদ্ধতিৰ প্ৰতি এফেৰাও অনুৰাগ নাছিল। আমাৰ অভিভাৱকে স্বাভাৱিকে ল'ৰাক শিক্ষা দিওঁতে যি ধন খটুৱায় তাৰ লাভ-লোকচানৰ হিচাপ ততালিকে বিচাৰে। বৰকাকতীয়ে লাভৰ ঘৰত একোকে দেখুৱাব নোৱাৰি আত্মীয়-স্বজনক নিৰাশহে কৰিলে। মৌজাদাৰ ৰায়চাহাবৰ ল'ৰাই বি-এটো পাছ কৰাহেঁতেন বুজন বিধৰ চৰকাৰী চাকৰি এটা নোপোৱাৰ কথাই নাছিল। দেউতাক অলপ বিতুষ্ট হৈছিল, কিন্তু চাৰিওৰ বিখ্যাত বৰকাকতী বংশৰ সংস্কৃতিসম্পন্ন ধৰ্মপ্ৰাণ স্বৰ্গীয় ভূধৰ বৰকাকতীয়ে তেওঁৰ বৰল'ৰাৰ কবি-চৰিত্ৰ সহানুভূতিৰে বুজিবলৈ চেষ্টা কৰিছিল। কিন্তু অসমীয়া মধ্যবিত্ত পৰিয়াল এটাই আৰু সেই কালৰ অসমীয়া সমাজে কাব্য বা সুকুমাৰ শিল্প বিকাশৰ কাৰণে উপযোগী পৰিবেশ সৃষ্টি কৰিব নোৱাৰিছিল আৰু এতিয়াও পৰা নাই।

ইংৰাজী ১৯২২-২৩ চনৰ কোনোবা এসময়ত বৰকাকতীৰ কলিকতীয়া জীৱনৰ সমসাময়িক বন্ধু বুৰঞ্জীসাধক শ্ৰীবেণুধৰ শৰ্মাদেৱৰ এজন ভায়েকৰ বিয়ালৈ নিমন্ত্ৰণৰ উত্তৰস্বৰূপে তেওঁ শৰ্মাদেৱলৈ এখন চিঠি লিখিছিল। সেই চিঠিত তেওঁৰ সাহিত্যিক জীৱনৰ অন্ধকাৰ ৰাত্ৰিৰ (Dark night of the soul) অলপ আভাস দিছিল। তেতিয়া এই লেখকৰ সেই চিঠি পঢ়াৰ সুযোগ হৈছিল। সেই চিঠিত উদ্ধৃত কৰা ৰবীন্দ্ৰনাথৰ এফাকি কথা মোৰ মনত ৰৈ গৈছিল — 'অকৃতকাৰ্য, অকথিত বাণী, অগীত গান'। ইয়াৰ দুবছৰমানৰ পাছত ৰবীন্দ্ৰনাথৰ কাব্য ভালকৈ পঢ়াতহে বৰকাকতীয়ে কৰা এই উদ্ধৃতিৰ মৰ্ম বুজিব পাৰিছিলোঁ। বৰকাকতীৰ জীৱনৰ এয়ে মূল সুৰ।

ধাৰ-ঋণ আদি আৰ্থিক অসুবিধাই তেওঁক আগুৰি আছিল। দেউতাকৰ মৃত্যুৰ পাছত মৌজা চলোৱাৰ ভাৰো তেওঁৰ ওপৰতে পৰে। বৈকুণ্ঠ বিহংগৰ অনুগামী শেৱালিৰ কবিয়ে হাফ্‌পেন্ট পিন্ধি ঘোঁৰাত উঠি, গৰুগাড়ীত উঠি খাজনা আদায় কৰি ফুৰিবও লগা হৈছিল। নগৰত থকা ঘৰ-বাৰীও বিক্ৰী কৰিব লগাত পৰিল, যদিও জীৱনৰ শেষৰ কালে সাহিত্য-সাধনা কৰিব পাৰিব বুলি নগাঁও চহৰত অনুষ্টুপীয়াকৈ ঘৰ এখন কৰিছিল। কবি আৰু সাহিত্য-সাধকক যিখিনি পৰিবেশ লাগে, যেনে সংগ লাগে — সেইখিনিৰ পৰা তেওঁ প্ৰায় বঞ্চিতেই আছিল। তথাপি টিমিক্-টামাক্‌কৈ হ'লেও অখণ্ড প্ৰদীপ গছ জ্বলাই ৰাখিছিল। তেওঁ সাহিত্য-ব্ৰত ভংগ নকৰিলে। চিৰকাল শিশুসুলভ সৰলতাই তেওঁক এৰা নিদিলে।

ভাৰতীয় আদৰ্শবাদৰ বাহকৰূপে ৰত্ন বৰকাকতীৰ এখন বিশিষ্ট আসন আছে। He could not speak out, তেওঁ ভাষা দিব নোৱাৰিলে সম্পূৰ্ণকৈ। যিখিনি পাৰিলে দিলে — দিয়াখিনিও একেবাৰে কম নহয়।

# পূজা, নাটঘৰ আৰু মই

আধুনিক অসমীয়া নাট আৰু ৰংগমঞ্চৰ গুৰিতে দুৰ্গাপূজা বুলি ক'লে একো বঢাই কোৱা নহয়। আজি কিছুকালৰ আগলৈকে কেৱল নগৰতহে দুৰ্গাপূজা হৈছিল, আজিকালি অনেক ঠাইত দুৰ্গাপূজা অনুষ্ঠিত হয় — চাহবাগিচাবিলাকত প্ৰায় হয়েই, তাৰ বাহিৰেও আন আন ঠাইতো। পূজা অনুষ্ঠান হোৱা প্ৰায় সকলো ঠাইতে নাটকৰ অভিনয় হয় আৰু আজিকালি অসমীয়া মৌলিক নাটক পালে সাধাৰণতে বিদেশীৰপৰা অনুবাদ কৰা নাটৰ অভিনয় কৰিবলৈ মানুহে ইচ্ছা নকৰে। কোনো এখন নাটক অভিনয় কৰিবলৈ হ'লে কেইবাটাও 'কপি'ৰ আৱশ্যক হয়। গতিকে অসমীয়া নাট পূজাৰ সময়ত দুই-চাৰিখন বিক্ৰী হয় আৰু নাট্যকাৰ বা প্ৰকাশকসকলে অন্ততঃ এইদৰেই ছপাৰ খৰচটো পায়েই; ওপৰঞ্চি হিচাপেও দুপইচা পায়।

বেজবৰুৱাৰ এটা সকলোৱে জনা ব্যংগ কবিতাৰ এঠাইত লিখিছে ঃ

ৰাজহুৱা পূজাত ওজা,
ঘৈণীৰ ওপৰত ৰজা,
হিংসাত সিজা মনটো যেন
তেলত বেঙেনা ভজা।

প্ৰত্যেক ৰাজহুৱা অনুষ্ঠান, সভা-সমিতি, পূজা-সবাহত দুজন-এজন ওজা থাকিবই লাগিব, ওজা বুলিলেই ঘৈণীৰ ওপৰত ৰজা হ'ব বা হিংসুক হ'ব, এনে নহয়। বেজবৰুৱাই নগৰত হোৱা বাৰোৱাৰী বা ৰাজহুৱা দুৰ্গাপূজাৰ কথাকে কৈছে। পূজাৰ ওজাগৰাকীয়ে পূজা, বলি আৰু পূজাৰ আনুষংগিক আমোদ-প্ৰমোদৰ আয়োজন কৰে।

দুই-এঠাইত ঘৰুৱাহীকৈ কৰাৰ বাহিৰেও প্ৰত্যেক নগৰত ৰাজহুৱা পূজা অন্ততঃ এভাগ হৈছিল আৰু সেই ৰাজহুৱা পূজা মণ্ডপৰ লগালগিকৈ পূজাৰ প্ৰায় অপৰিহাৰ্য অংগ হিচাপেই আগতে কিছুকাল দেৱগএগ্ৰা নাচ-গান, যাত্ৰা-ভাওনা আৰু পাছলৈ থিয়েটাৰ পতা হৈছিল।

ৰবীন্দ্ৰনাথে কোনো এঠাইত লিখিছে বোলে বাৰোৱাৰী পূজাত ভক্তিতকৈ বাহ্যিক আড়ম্বৰ সৰহ। কথাটো সঁচা হ'বও পাৰে, নহ'বও পাৰে। ভক্তিৰ জোখ-মাপ পোৱাটো সহজ নহয়; কিন্তু আড়ম্বৰ যে থাকে দেখা কথা। যিবিলাক পুৰাণত দেৱী পূজাৰ কথা আছে সেই পুৰাণতো দুৰ্গোৎসৱত উৎসৱৰ পৰিমাণ শাস্ত্ৰবিহিততকৈও বেছি হ'ব পাৰে বুলি কোৱা হয়।

সি যি হওক, দুৰ্গাপূজাৰ আলম লৈ আধুনিক অসমীয়া থিয়েটাৰ আৰম্ভ হ'ল। আৰু তাৰ কাৰণে প্ৰথমে অস্থায়ী ৰংগমঞ্চৰো আৱশ্যক হ'ল। দুৰ্গাপূজা মণ্ডপৰ লগালগিকৈ ৰভা সাজি তাৰ এমূৰে চালপীৰা-তক্তাপোচ, তক্তা জোৰা দি 'ষ্টেজ' নিৰ্মাণ কৰা হয় — এখৰৰ পাটনাদ, এখৰৰ জৰী। ঔপন্যাসিক ৰজনীকান্ত বৰদলৈয়ে ভোলাই শৰ্মা ছদ্মনাম লৈ লিখা দ্বিতীয় কি তৃতীয় বছৰৰ 'বাঁহী'ত ওলোৱা আত্মবিনোদক থিয়েটাৰ দল নামে প্ৰবন্ধত পূজা উপলক্ষে কৰা থিয়েটাৰৰ প্ৰচেষ্টাটোৰেই যে এটা ধেমেলীয়া অভিনয় সেই কথা মনোমোহাকৈ বৰ্ণনা কৰিছে। স্বৰ্গীয় বৰদলৈৰ প্ৰবন্ধটিয়ে আধুনিক ৰংগমঞ্চৰ আৰম্ভণিকালৰ এটা উপভোগ্য চিত্ৰ দাঙি ধৰিছে। ছেক্‌ছপীয়েৰৰ 'মিডচামাৰ নাইট্‌ছ ড্ৰীম'

নাটকত ঠিক এনে প্ৰচেষ্টাৰ বৰ্ণনা পোৱা যায়।

এনে অস্থায়ী ৰংগমঞ্চ পূজাঘৰৰ কাষে কাষে বছৰি কেইদিনমানলৈ থাকে, আকৌ নাইকিয়া হয়, আকৌ শাৰদীয় পূজাৰ সময়ত দেখা দিয়ে। এই অস্থায়ী বস্তুৱেই ক্ৰমে ৰাজহুৱা বৰঙণি আৰু ব্যক্তিগত লোকৰ দানৰ ফলত স্থায়ী 'ষ্টেʼজ' আৰু 'হল'ৰ গঢ় লয়। প্ৰায় সকলো নগৰতে পূজাঘৰৰ কাষে কাষে থিয়েটাৰ। হয়বৰগাঁৱৰ বীণাপাণি থিয়েটাৰ আমি জনাত বয়োজ্যেষ্ঠ, তাৰপাছত বোধহয় তেজপুৰৰ বাণ ষ্টেʼজ।

দেৱনাথ বৰদলৈৰ বিদেহী বিচ্ছেদৰ পৰা আৰম্ভ কৰি পূৰ্ণকান্ত শৰ্মাৰ সীতাহৰণ, গোহাঞিবৰুৱাৰ গাঁওবুঢ়া, গদাধৰ, চন্দ্ৰধৰ বৰুৱাৰ মেঘনাদ বধ, ৰাজৰ্ষি, ভাগ্যপৰীক্ষা, দুৰ্গেশ্বৰ শৰ্মাৰ পাৰ্থ-পৰাজয়, বালিবধ, ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ শ্ৰীবৎসচিন্তা, দণ্ডীনাথ কলিতাৰ সতীৰ তেজ, কমলানন্দ ভট্টাচাৰ্যৰ নগাকোঁৱৰ, বৃন্দাবন গোস্বামীৰ থানুবাপু, ঠাকুৰৰ যক্ষৰাজ, গোপালচন্দ্ৰ গোস্বামীৰ মকতমা, মিত্ৰদেৱ মহন্তৰ বিয়া-বিপৰ্যয়, কুকুৰীকণা, স্বৰ্গ প্ৰতিমা, গণেশ গগৈৰ শকুনি, আনন্দ বৰুৱাৰ বিসৰ্জন, অতুল হাজৰিকাৰ কেইবাখনো নাট, সাৰদা বৰদলৈৰ মগ্ৰীবৰ আজান আদি বিচিত্ৰ ৰস আৰু বৰ্ণৰ নাট পূজাৰ উৎসাহ আৰু প্ৰেৰণাতে ৰচিত আৰু অভিনীত হৈছিল।

*আমি সৰুতে স্কুলীয়া অৱস্থাত স্বৰ্গীয় ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, স্বৰ্গীয় হৰিহৰ পূজাৰী, সৰু মাষ্টৰ, স্বৰ্গীয় চন্দ্ৰধৰ শৰ্মা* (ষ্টাৰৰ), মথুৰা বৰুৱা, মিত্ৰদেৱ মহন্ত আদি গুণী খ্যাতনামা অভিনেতাসকলৰ অভিনয় চাবলৈ আগ্ৰহেৰে বাট চাই থাকোঁ। সেইদৰে বহুত নাট্যামোদী লোকেই বছৰেকৰ মূৰত পূজাৰ ভিতৰত অন্ততঃ এৰাতি দূৰৰপৰা আহি, ৰাতি খপি, মিতিৰ-কুটুমৰ ঘৰত আলহী থাকি থিয়েটাৰ এখন চাই লয়। গৰু বা মʼহৰ গাড়ীত উঠি জিলালৈ অহা কামিজৰ ওপৰত ধুতি আৰু তাৰ ওপৰত খোলা বুকুৰ কোট পিন্ধি ভৰিত দীঘল মোজা আৰু বুটজোতা লগাই অহা মানুহেৰে 'হল' ভৰি পৰে। বিশেষকৈ নৱমীৰ ৰাতি মানুহ চম্ভালিব নোৱৰা হয়। টিকট কিনিব নোৱাৰি মানুহ হতাশ হয়। দৰ্শকে অলপ চিঞৰ-বাখৰ কৰিলে বৰঠাকুৰ আৰু বৰপূজাৰীয়ে তৰোৱাল দুখন লৈ ষ্টেʼজলৈ ওলাই আহে, কোঢ়াল শাম কাটে।

আধুনিক নাটঘৰৰ আদি পৃষ্ঠপোষক দুৰ্গাপূজা, তাৰ পাছতহে ৰাইজ।

## ৰাসোৎসৱৰ কথা

সংগীত শাস্ত্ৰত ৰাসৰ কথা আছে নৃত্য-বিশেষৰ নাম ৰাস।

নৰ্তকীভিৰনেকাভিঃ মণ্ডলে বিচৰিষ্ণুভিঃ।।
যত্ৰৈকো নৃত্যতি নটঃ তৎ বৈ হল্লীকশং বিদুঃ।।
তদেবেদং তালবন্ধগতিভেদেন ভুয়সা।
ৰাসস্যান্নস নাহেকপি বৰ্ত্ততে কিং পুৰ্ণৰ্ভুৱ।

অৰ্থাৎ মণ্ডলাকাৰে নৃত্য কৰা বহুত নৰ্তকীৰ মাজত এজন নটে নৃত্য কৰিলে হল্লীশক নৃত্য বোলে। এই নৃত্যই যদি বিবিধ আৰু বিচিত্ৰ তালবদ্ধ আৰু গতিযুক্ত হয় তেতিয়া তাক ৰাসনৃত্য আখ্যা দিয়া হয়। পৃথিৱীত থকা নৰমনুষ্যৰ কথাই নাই, স্বৰ্গৰ দেৱতাসকলেও এই ৰাসনৃত্যৰ ভু নাপায়।

ভাগৱতৰ টীকাকাৰ ভক্তমনীষী শ্ৰীধৰ স্বামীয়েও ৰাসৰ কথা ব্যাখ্যা কৰোঁতে 'বহুনৰ্তকীযুক্তো নৃত্য-বিশেষঃ" বুলি কৈছে। 'হৰিবংশ'ত ৰাসৰ প্ৰসংগত এই নৃত্যক "হল্লীশক" বুলি উল্লেখ কৰিছে। কোনো কোনো দেৱতাৰ পূজা-পদ্ধতিতো হল্লীশকৰ আৱশ্যকতাৰ কথা জানিব পাৰি। তান্ত্ৰিক পূজাৰ লগত ইয়াৰ বিশেষ সম্পৰ্ক থকা বুলি অনুমান কৰিবৰ কাৰণ আছে। মূল ভাগৱতৰ শ্লোকৰ কোনো কোনো ঠাইতো কোনো দেৱতাৰ বীজমন্ত্ৰৰ ইংগিত আছে।

দৃষ্টব কুমুদ্বন্তমখণ্ডমণ্ডলং ৰমামানাভং নবকুঙ্কুমাৰুণম
বনঞ্চ তৎ কোমনগোভিৰঞ্জিতং জগৌ কগং বামদৃশাং মনোহৰম।
নিশস্য গীতং তদনঙ্গবৰ্দ্ধনং ব্ৰজ স্ত্ৰিয়ঃ কৃষ্ণগৃহীতমানসাঃ।
আজগ্মু ৰন্যোন্যমনক্ষিতোদ্যমাঃ স যত্ৰ কান্তো জবনোনকুণ্ডলাঃ।। (ভাগৱত ১০।৩।৪)

শ্ৰীমন্ত শংকৰে এইদৰে পদ ৰচনা কৰিছে —

অখণ্ড মণ্ডল চন্দ্ৰ দেখিলন্ত হৰি।
কুঙ্কুমে অৰুণ লক্ষ্মী-মুখপদ্মসৰি।।
বনকো কৰিম চন্দ্ৰ ৰশ্মিয়ে ৰঞ্জিত।
সুস্বৰ মধুৰ কৰি হৰি গাইল গীত।।
শুনি কামে উত্ৰাৱল হুয়া গোপীগণে।
দিলেক লৰৰ গীতধ্বনি নিৰীক্ষণে।।
কৰ্ণত কুণ্ডল দোলে বেগতে হাণ্টিতে।
চিত্তত ধৰিলে কৃষ্ণে চলে অলক্ষিতে।।

ওপৰত শ্লোকত কোৱা 'অনঙ্গ বৰ্দ্ধন' গীতৰ ব্যাখ্যা কৰি ভাগৱতৰ এগৰাকী টীকাকাৰে আদি ৰসোদ্দীপক গীত বুলি কৈছে। তেওঁ আৰু কৈছে যে এই ৰাগ মৌড (মাহুৰ?) ৰাগ হ'ব — যি ৰাগ সন্ধ্যাকালৰ উপযোগী শৃংগাৰ ৰসৰ মাধ্যম আৰু ঋ-ধ-বৰ্জিত (অয়ং সায়ং তু গাতব্যঃ শৃংগাৰে ঋধবৰ্জিতঃ)।

এই নৃত্য-নাটকৰ আশ্ৰয়স্বৰূপ শৰৎকাব্য-কথা সাধক বৈষ্ণৱ তথা কাব্যামোদীৰ এটি বিশেষ আকৰ্ষণ।

জ্যোতিষীয়ে কয় যে ৰাসোৎসৱে কেইবাহাজাৰ বছৰৰ আগৰ নৱবৰ্ষ উৎসৱৰ স্মৃতি বহন কৰি আজিও অতীতৰ লগত আমাক সাঙুৰি থৈ দিছে। এসময়ত কাৰ্তিকী পূৰ্ণিমাৰপৰা বছৰ গণনা কৰা হৈছিল। নৱবৰ্ষৰ উৎসৱত ৰজোগুণপ্ৰধান নৃত্য-গীতৰ প্ৰাচুৰ্য অতি স্বাভাৱিক কথা।

কাৰ্তিকী পূৰ্ণিমাত সূৰ্য বিশাখা নক্ষত্ৰত থাকে। বিশাখাৰ নিকটতম নক্ষত্ৰ অনুৰাধা (ৰাধাৰ পিছৰ)। বিশাখা নক্ষত্ৰ সেইগুণে ৰাধা নক্ষত্ৰ। বেদত বিশাখা নক্ষত্ৰ ৰাধা বুলিও উল্লেখ আছে। সূৰ্যই এঘৰৰ পাছত সিঘৰকৈ আঠাইশটা নক্ষত্ৰৰ ঘৰত অনন্তকাল ঘূৰি ফুৰিছে। কাৰ্তিকী-পূৰ্ণিমাত ৰাধাৰ সমীপত সূৰ্য উপস্থিত। বিৰাট নভোমণ্ডলেই সূৰ্যৰ ৰাসমঞ্চ বা ৰাসমণ্ডল।

জ্যোতিষীয়ে কৃষ্ণলীলাক সূৰ্যৰ আকাশলীলাৰ পৃথিৱীত কৰা অনুকৰণ বুলি ভাবে। বৈষ্ণৱ ধৰ্মৰ বুৰঞ্জীয়ে বেদৰ সূৰ্যই ক্ৰমে বিষ্ণু-নাৰায়ণ-বাসুদেৱ-কৃষ্ণত পৰিণত হোৱা বুলি কয়। শ্ৰীকৃষ্ণই অৰ্জুনৰ আগত গীতা-ধৰ্মৰ কথা কওঁতে কৈছিল —

ইদং বিবস্বতে যোগং প্ৰোক্তবানহমব্যয়ম
বিবস্বান মনবে প্ৰাহ

(এই যোগৰ কথা মই প্ৰথমে সূৰ্যক ক'লোঁ, সূৰ্যই মনুক ক'লে )

সেই গীতাতেই শ্ৰীকৃষ্ণই অৰ্জুনক কৈছে :

আদিত্যানামহং বিষ্ণুঃ ....

(দ্বাদশ আদিত্যৰ মাজৰ বিষ্ণু ময়েই)

গতিকে সূৰ্য আৰু বিষ্ণু-কৃষ্ণৰ অভিন্নতা এইবিলাকৰপৰা বুজা যায়। "কৃষ্ণ সূৰ্য ভৈলন্ত উদিত" এই ঘোষা সকলোৰে পৰিচিত।

শ্ৰীকৃষ্ণৰ যমুনাতীৰৰ শৰৎ পূৰ্ণিমাৰ ৰাসলীলা ব্ৰহ্মাণ্ডৰ কেন্দ্ৰস্বৰূপ সূৰ্যৰ চিৰন্তন বিৰাট নৃত্যৰ (Cosmic dance)

প্ৰতীক মাথোন।

সূৰ্য আৰু নক্ষত্ৰৰ সম্পৰ্কৰ কথা বা কৃষ্ণ আৰু গোপীসকলৰ প্ৰেমভক্তিৰ কথা স্মৰণ কৰি সন্তসকলৰ মন অসীমৰ ফালে ঢাল খাব, ইয়াত বিচিত্ৰতা একো নাই। সাধক, বৈষ্ণৱ, কবি, দাৰ্শনিক আৰু ভাবুকসকলে শ্ৰীকৃষ্ণৰ প্ৰেমৰ লীলাক যিভাবে গ্ৰহণ কৰে প্ৰকৃতজনে তেনেভাবে ল'ব নোৱাৰিব পাৰে। কিন্তু শ্ৰীকৃষ্ণৰ আদৰ্শই যদি লোকৰ অন্তৰত সংসাৰৰ মাজত থাকিও অকণমান ত্যাগ, আৰু জনহিতকৰ কাৰ্যৰ কাৰণে আসক্তি জন্মায়, সিও পৰম লাভ। সেয়ে স্বধৰ্ম।

"একালত ভাৰতবৰ্ষত ধৰ্ম আৰু মোক্ষৰ সামঞ্জস্য আছিল। তেতিয়া যুধিষ্ঠিৰ, অৰ্জুন, ভীষ্ম আদিৰ লগে লগে ব্যাস, শুক, জনক আদিও আছিল। বৌদ্ধ যুগৰপৰা ধৰ্ম একেবাৰে বাদ পৰিল, মোক্ষই প্ৰধান হ'ল। দেশৰ দুৰ্গতিৰ কথা যে মুখে মুখে শুনিছোঁ, সেইটো ধৰ্মৰ অভাৱেই।

বৌদ্ধসকলে ক'লে, "মোক্ষৰ দৰে বস্তু আৰু কি আছে? গোটেই দুনিয়াই মুক্তি পাবি, ব'ল ওলা। বোলো সেইটো হ'ব পাৰে জানো? তুমি গৃহস্থী মানুহ, তোমাৰ ইমান ডাঙৰ কথাৰ দৰকাৰ নাই। তুমি তোমাৰ স্বধৰ্ম আচৰণ কৰা। ইয়াকে হিন্দু শাস্ত্ৰই কয়। মানুহক এমুঠি ভাত দিবলৈ অপাৰগ, বাইজৰ এটা হিতকৰা কাম কৰিব নোৱৰা, তাৰ ওপৰত আকৌ মোক্ষ মুক্তিৰ কথা ধৰ্ম কাৰ্যমূলক। ধাৰ্মিকৰ লক্ষণ অনবৰত কৰ্মশীলতা। গীতাশাস্ত্ৰৰ ভগৱন্ত শ্ৰীকৃষ্ণই দেখোন ইয়াকেহে চিঞৰি চিঞৰি ক'লে। ভগৱন্ত শ্ৰীকৃষ্ণৰ মুখৰ প্ৰথম প্ৰধান কথা হ'ল— পাৰ্থ, ক্লৈব্য পৰিহাৰ কৰা। এই স্বধৰ্মৰ আদৰ্শ নোহোৱাতেই দেশৰ অধঃপতন।" (বিবেকানন্দ— প্ৰাচ্য ও পাশ্চাত্য)

গীতাৰ যি মৰ্মকথা ৰাসলীলাৰো সেয়ে — অৰ্থাৎ, ভগৱন্তৰ প্ৰীতিৰ কাৰণে নিস্বাৰ্থভাৱে নিৰ্ভয়ে কাম কৰা। ৰাস-উৎসৱৰ যদি কিবা বাণী আছে, তেন্তে এয়ে। হিতায় লোকস্য তব প্ৰিয়াৰ্থং- লোকৰ হিত আৰু তোমাৰ প্ৰীতিৰ অৰ্থে।

# গৰু বিহু

## (বসন্তায় নমস্তভ্যম্)

ভাৰতীয় তথা গোপাল সংস্কৃতিত প্ৰকৃতি আৰু গো-পূজাই অতীত কালৰপৰা বিশিষ্ট ঠাই অধিকাৰ কৰি আহিছে। ভাগৱতৰ দশম স্কন্ধত দেখা যায়, শ্ৰীকৃষ্ণৰ জন্মৰ লগে লগে নন্দপুৰত যি জন্মোৎসৱ হৈছিল তাত গৰুক মাহ-হালধি সানি পুষ্প-অলংকাৰ পিন্ধোৱাৰ কথা উল্লেখ কৰিছে।

গাবো বৃষা বৎসতৰা হৰিদ্ৰাতৈলৰূষিতাঃ।
বিচিত্ৰ ধাতুৰ্বহস্ৰক বস্ত্ৰ কাঞ্চনমালিনঃ। (দশম স্কন্ধ ভাগৱত ৬-৭)
গোৱাল গণতৰৰ আনন্দ মিলিল।
ধেনু-বৎসবৃষকো হালধি তৈল দিল।। (শংকৰদেৱ, দশম)

ইন্দ্ৰক উপেক্ষা কৰি পৰ্বত আৰু গৰুকহে পূজা কৰিব লাগে বুলি লোৱা সিদ্ধান্ত আৰু সেইমতে কাৰ্য কৰা তথা ভাগৱতৰ গোবৰ্ধন ধাৰণ প্ৰসংগত বৰ্ণনা কৰা আছে।

তস্মাদ্ গাবং ব্ৰাহ্মণানাং আদ্ৰঃ আৰভতাং মখঃ।
য ইন্দ্ৰ যাগসম্ভাৰাঃ তৈঃ অয়ং সাধ্যতাং মখঃ।।
উপহৃত্য বলীন্ সাৰ্বন্ আদৃত্য যবসং গবাম্।
গোধনানি পুৰস্কৃত্য গিৰিং চক্ৰুঃ প্ৰদক্ষিণম্।। (দশম স্কন্ধ — ২৪)

দশম স্কন্ধৰ আৰম্ভতেই পৃথিৱীয়ে গোৰূপ ধৰি চকুলো টুকি টুকি কান্দি পৃথিৱীত দানৱৰ অৰ্ত্যাচাৰৰ কথা ব্ৰহ্মাক নিবেদন কৰিছে। (ভাগৱত দশম - ১)

উপজিল ৰাজাহুয়া দৈত্য অসংখ্যাত।
বলৰ দৰ্পত কৰে সন্তক বিঘাত।।
তাৰ ভাৰ সহিবে নপাৰি বসুন্ধৰী।
ব্ৰহ্মাত শৰণ লৈলা ধেনুৰূপ ধৰি।। (শংকৰদেৱ)

সংস্কৃতত 'গো' শব্দই পৃথিৱীকো বুজায়। কালিদাসৰ কাব্যক গোৰূ ধাৰিণী, উৰ্বী, যজ্ঞৰ কাৰণে গাইক (পৃথিৱীক) দোহন কৰা আদি কথাই গৰুক পৃথিৱীৰ প্ৰতীকৰূপে ব্যৱহাৰ কৰা প্ৰমাণ কৰে। ধৰ্মকো চতুষ্পদী গোৰূপে অনেক ঠাইত বৰ্ণনা কৰা হৈছে।

ৰঙালী বিহু বিশ্বজনীন বসন্ত উৎসৱৰ এটা প্ৰকাশ। আমাৰ সমাজৰ কৃষি-শিল্প-সংগীত সকলোটি ইয়াৰ লগত জড়িত। ইয়াত গুৰু-ভকতৰ কাৰণেও সম্মানৰ ঠাই আছে। মানুহ আৰু দেৱতা দুয়ো ইয়াত মিহলি হৈ আছে। নামঘৰ আৰু বিহুতলী দুয়োকে বিহুৱে লগ লগাইছে। ক্ষন্তেকলৈ হ'লেও গাঁও আৰু নগৰৰো মিলন ঘটাইছে।

গীতাত শ্ৰীকৃষ্ণই অৰ্জুনক কৈছে, ঋতুবিলাকৰ মাজত কুসুমাকৰ বসন্তময়েই। এই ঋতুৰ বিবিধ বৰ্ণনা, ইয়াৰ প্ৰভাৱ প্ৰাচীন কালৰপৰা আজিলৈকে সাহিত্যত বিচিত্ৰ ফুলৰ মালাৰদৰে জিলিকি আছে। ভাগৱতত অৱশ্যে বসন্ত কালক বৰ আমোল দিয়া নাই — শৰৎ কালৰহে প্ৰাধান্য ইয়াত। বসন্ত কালত মানুহৰ মনত বিহু লাগে, ইয়াত উন্মাদনা আছে। শৰৎ কাল গহীন, গম্ভীৰ, আনন্দও বেলেগ। পশ্চিম জগতৰ শৰৎ কাল নিৰাভৰণ আনন্দ। আধুনিক পশ্চিমীয়া সাহিত্যত শৰৎকালে আদৰ পাইছে। পশ্চিমীয়া কবিৰ মন তাৰ শৰৎকালৰ লগত মিলে।

হিন্দুসকলৰ একোদ্দিষ্ট শ্ৰাদ্ধত ঋতুবিলাকক পূজা কৰে।

বসন্তায় নমস্তভ্যং নমস্তে শিশিৰায়চ। . কালিদাসৰ ৰচনা বুলি প্ৰচলিত ঋতুসংহাৰ কাব্যৰ 'বসন্ত বৰ্ণনা' ৰূপ-ৰস-গন্ধ আদিৰে পৰিপূৰ্ণ এটা সোণৰ পাত্ৰ। 'বসন্ত কালং সমুপাগতং প্ৰিয়ে' বুলি তৰুণ সম্ভোগবাদী কবিয়ে বসন্তৰ এটা পূৰ্ণ চিত্ৰ আঁকি থৈছে। আঞ্চলিক বাৰমাহী গীতবোৰতো বসন্ত কালত ওপজা বিৰহৰ করুণ সুৰ এটি শুনা যায়।

"বসন্ত কালৰ জাগ্ৰত দেৱতা দুৱাৰমুখত থিয় দিছে। তোমাৰ অৱগুণ্ঠিত আৰু কুণ্ঠিত জীৱনত তেওঁক অনাদৰ নকৰিবা"— এজন সাৰ্বভৌম কবিয়ে এনেকৈ গাইছে।

## এগৰাকী সৰস্বতী দুষ্টা

সৰচতী, সৰচতী, কণ্ঠে কলাপী, ভোগে বিলপী,
মকৰা চন্দন।
লোকে বোলে সৰচতী, আমি বোলোঁ আই,
যিখিনি পাহৰোঁ দিবা সোঁৱৰাই।
আঠিয়া কলে মেলিলে ডিল
আই সৰচতী মোক নুখুৱাবা কিল।
আমি সৰুতে গাওঁ।

চেকনীৰ আগত বিদ্যা, ই আমাৰ চিৰকলীয়া পটন্তৰ। পণ্ডিতৰ এচাৰিৰ কোবৰ লগত সৰস্বতীৰ সম্বন্ধৰ কথা সৰু কালৰেপৰা জানি আহিছোঁ ভালকৈ। এছিয়োৰ মেপত কামচ্‌কাট্‌কা শুদ্ধকৈ দেখুৱাই দিব নোৱাৰিলে কঠিন-কোমল মোক্ষ পণ্ডিতৰ এচাৰিৰ কোব পাহৰা নাই, এতিয়াও ফৰ্‌ফৰাই আছে। বিদ্যালাভতকৈও বেত্ৰভয়বিমোচনৰ কাৰণেহে সৰস্বতীৰ চৰণত প্ৰাৰ্থনা কৰি আহিছোঁহক — খঙাল পিতাকৰ শাস্তিৰপৰা মাকৰ ওচৰত আশ্ৰয় বিচৰাৰদৰে। স্কুলৰ লগত সৰু ল'ৰাৰ সম্পৰ্কটো যে (এতিয়া অলপমান কমিছে হ'বলা) ভয়ৰ সম্বন্ধ, সেই কথা অনেক দেশত অনেক কালত প্ৰকাশ পোৱা দেখা যায়। জীৱনৰ সাতোটা দশাৰ বিষয়ে ছেক্‌ছপীয়েৰে তেওঁৰ এটি ভাৱৰীয়াৰ মুখেদি তেনে এটা কথা ৰৰ ধুনীয়াকৈ কোৱাইছে ঃ Creeping like snail, unwilling to school- এখুজি-দুখুজিকৈ, যাওঁ-নাযাওঁকৈ খেৰো-গেৰোকৈ শামুকৰ গতিৰে স্কুললৈ যোৱা। সেইটো তেওঁৰ নিজৰে অভিজ্ঞতা। ডাঙৰ ডাঙৰ মানুহবোৰে নিয়ম-কানুন আৰু ৰুটিনৰ মাজেদি পৰিবেশন কৰা সৰস্বতীৰ কাষ চাপিবলৈকে সুবিধা নাপায়, সেইবুলি হৃদয়ৰ ভাৱ-ভক্তি অকণো কম নহয়। কিম্বদন্তিমতে কালিদাস অজ্‌গৌ, ছেক্‌ছপীয়েৰৰ 'স্মল লেটিন, লেছ্‌ গ্ৰীক্'। ৰবীন্দ্ৰনাথৰ একাডেমীলৈ নিস্পৃহা আৰু ঘৃণা অথচ নিজাকৈ বাহিৰে বাহিৰে বিশ্ব সাহিত্যৰ ভুৰি ভোজন, গৰীব কেৰেণী লেম (Lamb)-অৰ সাহিত্যপ্ৰীতি, চকলাটেঙাৰ বৰকেৰেণী, বৰবৰুৱাৰ কবিকৰ্ম, ৰংমহলৰ সোণাৰাম চৌধুৰীৰ অনুসন্ধিৎসা। দেৱমন্দিৰৰ বাহিৰতো দেৱতাৰ পূজা কৰে, সেইসকল পৰিচাৰকেই নহয় — বৰপূজাৰীও।

বাক্ অতি প্ৰাচীন দেৱতা। ঋগ্বেদত বাক্‌সূক্ত আছে — দেৱীসূক্তও বোলে। পণ্ডিতসকলে দেৱীপূজা আৰু দেৱীৰ কল্পনাৰ গুৰি বিচাৰি ইয়াতেই পাইছে। বাগ্‌দেৱী দুৰ্গাদেৱী একেজনাই— দুৰ্গা পূজাত সৰস্বতীৰ পূজাও হয়। সাধকসকলে মহাশক্তিৰ তিনিটা ৰূপৰ বাস্তৱ কল্পনা কৰে— মহাকালী, মহালক্ষ্মী, মহাসৰস্বতী। সপ্তসতী বা চণ্ডী স্তোত্ৰৰো এয়ে ঘাই কথা। আমাৰ ইয়াত বহুতে যেনেকৈ সৰস্বতী পূজাৰ দিনা ল'ৰা-ছোৱালীৰ বিদ্যাৰম্ভ কৰায়, দাক্ষিণাত্যৰ ফালে বোলে নৱৰাত্ৰি বা দুৰ্গাপূজাৰ সময়তহে সেই কাম সম্পন্ন কৰে।

আমাৰ সকলো বাক্য-বচন, মাত-কথাৰ গৰাকীও সৰস্বতীয়েই। দেৱী সৰস্বতীক ফুল-চন্দন নিদিয়াকৈ, তেওঁৰ স্তুতি নকৰাকৈ কোনো পবিত্ৰ পুথিৰ পাঠ হ'ব নোৱাৰে, কাব্যকলা-সংগীতৰ অধিষ্ঠাত্ৰী দেৱীও তেঁৱেই। জয়দেৱে তেওঁৰ কোমল-কান্ত পদাৱলীক 'জয়দেৱ সৰস্বতী' বুলি বৰ্ণাইছে। মহাকবি কালিদাসে তেওঁৰ 'অভিজ্ঞান শকুন্তলা' নাটকৰ মোখনি মাৰোঁতে মুক্তি মংগল শ্লোকত জ্ঞানী পুৰুষসকলৰ সৰস্বতী বা বাক্যৰ প্ৰাধান্য আৰু মাহাত্ম্যৰ জয় কামনা কৰিছে। যদিও আজিৰ যুগত কেউফালে ৰাজনীতি আৰু ধনৰ ক্ষমতাহে প্ৰধান — পুথি খোচৰা টোকোনা পণ্ডিত শক্তিমন্তৰ ওচৰত থোঙোনা-মোঙোনা আৰু গালি-গালাজ পাই নীৰৱ অসন্তোষত দিন কটায়। দেৱতাৰ মন্দিৰৰ ভিতৰখন সাধাৰণতে আন্ধাৰ, মাত্ৰ এগছি প্ৰদীপহে বিগ্ৰহৰ সমুখত জ্বলি থাকে। ৰাজনীতিৰ মন্দিৰত সিও নাই, তালৈ বলি দিবলৈ নিয়া বন্দীসকলে ঘোৰ আন্ধাৰতে বলিশালত ডিঙি পাতিব লাগে।

আকৌ যাওঁ সৰস্বতীৰ কথালৈ। আমাৰ প্ৰাচীন কবিসকলে কাব্যৰ মংগলাচৰণ কৰোঁতেই দেৱী সৰস্বতীক সেৱা এটি জনাই থয়। কবিৰ ইষ্টদেৱতা অনুসৰি এই প্ৰথাৰ অৱশ্যে তাৰতম্য ঘটে। তথাপি সৰস্বতীক নাপাহৰে। অৱশ্যে কোনো কোনো বৈষ্ণৱ কবিয়ে অকল নাৰায়ণকহে চিনে, তেওঁৰ জায়া সৰস্বতীক বেলেগে বন্দনা নকৰে। শ্ৰীশংকৰদেৱে হৰমোহনত এবাৰ সৰস্বতীৰ উল্লেখ কৰিছে কিন্তু। পিউৰিটান কবি মিল্টনে গ্ৰীক মহাকাব্য অনুসৰণ কৰিলেও তেওঁৰ 'পেৰেডাইজ লষ্ট' কাব্যত জয়ে জয়ে খ্ৰীষ্টীয় 'মিউজ'হে আহ্বান কৰিছে। অসমীয়া লৌকিক সাহিত্যত সৰস্বতীৰ আসন পাতি থোৱা আছে। বৰফুকনৰ গীত জোৰোঁতেই অজ্ঞাতনামা টুকৰীয়াই (টোকাৰি বজাই গোৱা মানুহ, minstrel) 'অ আই বেতনি দেৱী পাৰেৱতী' বুলি শৰাই আগবঢ়াই লৈছে বাইজৰপৰা আধলিটি আশা কৰে।

সকলোৰে জনা এটি উদ্ভট শ্লোকত সৰস্বতী গোঁসানীক মুখৰা বুলি বৰ্ণনা কৰিছে — একভাৰ্যা প্ৰকৃতি মুখৰা — চঞ্চলাচ দ্বিতীয়া। মুখৰা — কথাচহকী, মুখচোকা, লাওপাত-কচুপাত, দন্দুৰী। পবিত্ৰতাৰ প্ৰতীক, সৰ্বশুক্লা, সাত্বিক দেৱী

সৰস্বতীৰ অপযশ এই প্ৰথম শুনা হ'ল। মধ্যযুগীয়া লৌকিক সাহিত্যত লাহে লাহে এগৰাকী দুষ্টা সৰস্বতীৰো সৃষ্টি হ'ল। এইগৰাকী গোঁসানীয়ে মানুহৰ কণ্ঠত আৰু বুদ্ধিত থিত দি বেয়া বাক্য বোলায়, বেয়া ভাবনা ভবায় — সেইবোৰেই শেহত অপকৰ্ম বা দুষ্কৰ্মও কৰায়, সৰস্বতীৰ পুত্ৰ বুলি একমতে জনাজাত নাৰদকো এনে দুই-এটা কামত কবিসকলে খটুৱাই লোৱা দেখা যায়। আমাৰ এগৰাকী প্ৰাচীন কবি হেমসৰস্বতীৰ প্ৰহ্লাদ চৰিত্ৰতো এইগৰাকী সৰস্বতীৰ মহিমা দেখা পাওঁ। মেক্‌বেথৰ তিনি ডাইনীও এক প্ৰকাৰ দুষ্টা সৰস্বতীৰ প্ৰকাশ নহয় জানো? বীৰ মেক্‌বেথৰ অন্তৰত দুৰাকাংক্ষাৰ বীজ আগৰেপৰা থাকিলেও এওঁলোকৰ দুষ্ট ইংগিততে গুটিয়েই গজালি আৰু শেষত বিৰাট বৃক্ষ নহ'লনে? মেক্‌বেথৰ অৰ্ধাংগিনী বা 'বেটাৰ হাফ'কনো কি আখ্যা দিব? আনহাতে সেই ৰাজঘাতক বন্ধুঘাতকৰ মুখেদিয়েই যিবোৰ কবিত্বময় সুন্দৰ সুন্দৰ বচন ওলাইছে, সেইবোৰ যাইজনা সৰস্বতীৰো অতি মৰমৰ বস্তু আৰু কাব্যামোদীসকলৰ কাৰণে অম্লান পংকজমালা।

এই দুষ্টা সৰস্বতীয়ে কণ্ঠত থিত দি মুনিৰো মতিভ্ৰম জন্মায়, অশোভন ভাষণ দিয়ায়, মানুহৰ বিৰুদ্ধে 'বেনামী' লিখায় — জাতিয়ে জাতিয়ে, সম্প্ৰদায়ে-সম্প্ৰদায়ে, মানুহে-মানুহে কাজিয়া লগাই দি জগতত অশান্তিৰ জুই জ্বলায়। 'ভিলেইন আয়াগ'ও এওঁৰে বৰ বিখ্যাত ভকত হ'বপায়। অথচ এই শকুনি নোহোৱা হ'লে জগতে এখন মহান ট্ৰেজেডি হেৰুৱালেহেঁতেন। ছেক্‌ছপীয়েৰৰ পেটমচা নাটক 'টেমপেষ্ট'ত এটা অতি মৃৎপিণ্ডবুদ্ধি চৰিত্ৰ সৃষ্টি কৰিছে, সি কোনো ভাষাকে নাজানিছিল। প্ৰচ্‌পেৰই তাক ভাষা শিকালে, তাৰ ফলত কি হ'ল?

Coliban –
(to Prospero) -- You taught me language, and my profit on it
Is, I know how to course, the red plague rid you
For learning me your language
(তোমাৰ ভাষা শিকালা; লাভত মই শাও দিবলৈ শিকিলোঁ। তামাৰু মাম্লাই নিয়ক)

আমাৰ পুৰাণৰ গৰুড় পক্ষী ওপজোঁতেই বিশ্বগ্ৰাসী ক্ষুধা লৈ আহে। শেষত জানিবা বিষ্ণুৰ বাহন হৈ 'জগদ্ধিতায়' জীৱন উচৰ্গা কৰিলে। ভাষাও সেইদৰে গুৰু-ভকতত নালাগিলে, তাৰে দুষ্টা সৰস্বতীক ভোগ চৰাব পাৰিব। গুৰু-ভকতত নালাগিলে ভাষাও চুৱাপাতনিৰ বস্তু বা অবস্তু। বৈষ্ণৱসকলে বৈষয়িক কাব্য সংগীতকো — যিমানেই চিত্ৰ-বিচিত্ৰ নহওক — কাউৰীৰ উচ্ছিষ্ট, বিলাস খাদ্যৰ লগত বিজাইছে, ৰাজহংস মানস সৰোবৰৰ হে যাত্ৰী। এই প্ৰসংগত 'গৰ্ব পৰ্বতত উঠা' কাহিনীও নিশ্চয় আপোনালোকে মন কৰিছে। আমাৰ শাস্ত্ৰকাৰ মুনিসকলেও 'কাব্যালাপ বৰ্জন' কৰিবলৈকে যত্নমান দিছিল। পিচত কাব্যৰসিক আৰু কাব্য-সমৰ্থকসকলে 'শিৱেতৰক্ষতয়ে' অমংগলৰ ঘাতক আৰু প্ৰিয়তমাৰ মৃদু ভৰ্ৎসনাযুক্ত উপদেশৰ নিচিনা বুলি কৈ কাব্যৰ হৈ ওকালতি কৰিছে। প্লেটই তেওঁৰ ৰিপাব্লিকত কবিসকললৈ এছিকটাও ঠাই নাৰাখিছিল, পাচলৈ যিহওক অলপ কোমল কাটিলে।

আমাৰ 'কবিটিলিকা' বহুতো আজিকালি কাব্যৰ নামত কেঁচুৱা ল'ৰাই পৰমায় খাব নাজানি গোটেই গাতে লেও দিয়াৰদৰে দি আমাক ৰং দেখুৱাইছে আৰু মাকহঁতৰ কাম বঢ়াইছে। অৱশ্যে 'আপুনি বয়স ভৈলে বুদ্ধি হৈবে ভাল' — ইমানতেই আশা। চিকিৎসা বিজ্ঞানৰ 'পেথলজী' কাব্যত নিবিচাৰে, কাব্যত কাব্য বিচাৰে— খবৰ কাতবিৰ কেট্‌লগো নিবিচাৰে। অৱশ্যে বজাৰ চাইহে পণ্য তৈয়াৰ হয়। দুজন-এজন 'নিৰামুহীয়া' কবি-সাহিত্যিকত বাজে সকলোৰে লোণ তেলৰ চৰতীয়াটোও বিচাৰেই। এনে ব্যৱস্থা চিৰস্থায়ী নহ'ব যেন লাগে, কাৰণ কলা আৰু ৰুচি বুৰঞ্জীত এনে যুগ আহি বৈ থাকে। মানুহে কোনোপধ্যে বিশ্বাস কৰিব নোৱৰা পঁজাৰৰতে শুধ সোণৰ অলংকাৰ থাকেই আৰু সেইবোৰ বিকনৰা মাহে নহয়। ঘৰে ঘৰে 'যেবী' কৰিও ফুৰিব নালাগে।

দুষ্টা সৰস্বতীৰ আমোলত এনেকৈয়ে বহুত তল-ওপৰ হয়। ইয়াত যি যিমান ভোট কিনিব, যাৰ মাত যিমান ডাঙৰ সিয়েই দেখাত জয়ী — কালজয়ী নহ'বও পাৰে। বাৰবছৰ গুৰুকুলত থকা প্ৰকৃত স্নাতকতকৈও এমাহ জেল খাটি দেশী প্ৰেমৰ প্ৰমাণ-পত্ৰ পোৱা মানুহ এই ৰাজ্যত — দুষ্টা সৰস্বতীৰ জনপদত — বেছি। ইয়াত পাপ-পুণ্য, শ্ৰেয়-প্ৰেয়, শিক্ষা-পৰীক্ষা, পাঠ্য-ন'ট, গান্ধী-শ্ৰেষ্ঠী, গৰুগু-টিপচী, regular secular এইবোৰৰ কোনো বাচ-বিচাৰ নাই।

আমাৰ পূজাবিলাকত জ্ঞানৰ লগতে অজ্ঞান, বৈৰাগ্যৰ লগত অবৈৰাগ্যৰ, লক্ষ্মীৰ লগত অলক্ষ্মীৰ পূজা কৰে। দুষ্টা সৰস্বতীৰ নামত ফুল এটা জানিবা পেলালাই, তাত কি ক্ষতি, বন্ধু! দুষ্টা হ'লেও সৰস্বতী দিয়কচোন। কিন্তু কোন, ক'ত আৰু কেনে, জানি থোৱা ভাল। নেচাই ডেলে গালৈকে ঘাটি। সত্যনাৰায়ণ পূজাৰ ঘোলতো বিহ থাকে, ফেঁটী সাপৰ বিষতো থাকে 'লেকেচিচ'।

# ত্বমেব মাতা

প্ৰাচীন কালৰ প্ৰসিদ্ধ বুৰঞ্জীলেখক টাকিটুছে (Tacitus) এঠাইত উল্লেখ কৰিছে যে সকলো জাৰ্মান জাতীয় লোক এটা বিষয়ত এক। সেইটো হ'ল আই পৃথিৱীৰ (Nerthus) পূজা। প্ৰাচীন গ্ৰীকসকলেও Rhea নামে পূজা কৰিছিল পৃথিৱীক। সেইদৰে ৰোমানসকলেও Cybele নাম দি পূজিছিল। বেদত "মাতা পৃথিৱী মহীয়ং" বুলি বিশাল উদাৰ পৃথিৱীৰ উল্লেখ কৰিছে।

দ্যৌ আৰু পৃথিৱীক একেলগে আৰু বেলেগেও বেদত বন্দনা কৰিছে।

ভূৰিং তে আচৰন্তি চৰন্তং।
পদন্তং গৰ্ভমপদী দধাতে।

বেদৰ এটা মন্ত্ৰত মৃতকক উদ্দেশ্য কৰি কৈছে ঃ

"তুমি সৰ্বব্যাপিণী সুন্দৰী জননী পৃথিৱীৰ ওচৰলৈ যোৱা।"

পৃথিৱীক উদ্দেশ্য কৰি এটা স্তুতিশ্লোকত কোৱা হৈছে ঃ "হে পৃথিৱী! এই মৃতকক পীড়াকষ্ট নিদিবা, মাকে পুতেকক কাপোৰেৰে যেনেকৈ আচ্ছাদন কৰি ৰাখে তুমিও এওঁক তেনেকৈ ৰাখা।"

আমি জন্ম ল'লে ভূমিষ্ঠ হোৱা বুলি কওঁ। সৰ্বং সহা পৃথিৱী মাতৃয়ে চিৰকাল আমাৰ সকলো অত্যাচাৰ নীৰৱে সহ্য কৰি নিজৰ বুকু ছিৰি বিবিধ শস্য-সম্পদ আৰু সৌন্দৰ্যৰাশি দান কৰিছে। শেষত তেওঁৰ বুকুত সকলো লীন হয়।

আকাশ পিতা, পৃথিৱী মাতা। উভয় সংযোগত বিশাল আৰু বিচিত্ৰ সৃষ্টি। Male divinity is a sky power fertilising Mother Earth

প্ৰাচীন গ্ৰীক নাট্যকাৰ এস্কিলাছে কৈছে —

The pure sky yearns
With love to wound
the Earth,
The loving Earth yearns
likewise
to be wed
And from the heavenly
bridegroom showers
descend

Upon the bride, who
brings forth for
mankind
The gazing cattle
Demeter's corn
With precious moisture
riping the fruits
To Autumn fulness

স্বভাৱ-হেলেনিক ইংৰাজ কবি কীটছ্‌ৰ Ode to Atumn (শৰৎ ভট্টিমা) বোলা কবিতাটো অনেকেই পঢ়িছে। সেই কিতাপৰ প্ৰথম কেই পংক্তিত এস্কিলাছ্‌ৰ ওপৰত উদ্ধৃত কৰা কথাখিনিৰ প্ৰতিধ্বনি শুনা যায় —

Season of mists and
mellow fruitfulness,
Close bosom-friend of the
maturing sun,
Conspiring with him how to
load and bless
With fruit the vines

And fill all fruits with ripeness

আকাশৰ আত্মা সূৰ্য দেৱতাৰ বুকুৰ বান্ধৈ শাৰদীয়া পৃথিৱীয়ে সূৰ্যৰ লগত গোপন মন্ত্ৰণা কৰিহে শৰৎকালক ফল-পুষ্পৰে সমৃদ্ধ কৰি তুলিছে।

এই দ্যৌ-পৃথিৱীকেই পৰৱৰ্তী কালত সাংখ্যৰ প্ৰকৃতি-পুৰুষৰ কল্পনাৰদ্বাৰা পৰিপুষ্ট হৈ শিৱ-শক্তিৰূপে দেখা গৈছে।

শাৰদীয় শক্তি-পূজা আই পৃথিৱীৰো পূজা। শ্ৰীচণ্ডীত সেয়েহে দেৱীক স্তুতি কৰি কৈছে—

আধাৰভূতা জগতস্তমেকা
মহীস্বৰূপেন যত স্থিতাসি।

মহীস্বৰূপা মাতৃয়ে শাকম্ভৰী ৰূপ ধৰি ক্ষুধাৰ্ত জগতক পালন কৰে।

পৃথিৱীৰ সন্তানে এদিন আই-পৃথিৱীক যি কোনো পদ্ধতিৰেই হওক স্মৰণ কৰে। কবি-কল্পনাতো এই পৃথিৱী মাতৃয়ে স্পন্দন তুলিছে। ইংৰাজ কবি স্বিনবাৰ্ণৰ 'Hertha' আৰু ৰবীন্দ্ৰনাথৰ "বসুন্ধৰা" নামৰ কবিতা এই প্ৰসংগত স্মৰণীয়।

# সাহিত্য আৰু ভোজন ধৰ্ম

সকলো বৈষ্ণৱৰ সু-পৰিচিত এটি ঘোষাৰ 'পেৰডি' কৰি বেজবৰুৱা ডাঙৰীয়াই লিখি গৈছে-

পেট-সূৰ্য ভৈলন্ত উদিত।
ভোজন-ধৰ্ম কৰিলা বিদিত।।

এই পেটাই দেৱতা আৰু তেওঁৰ পূজাৰ উপকৰণৰ কথা সাহিত্যৰ ঠায়ে ঠায়ে সিঁচৰতি হৈ আছে। কেতিয়াবা সেইবোৰ সুঁৱৰিবৰ মন যায়। আজিকালি কেউফালে খাদ্যবস্তুৰ অভাৱ-নাটনিৰ দিনত স্মৰণকো ভোজনৰ ভক্তিজাক বুলি

ভাবিব লাগিব।

অন্নং ব্ৰহ্মেতি ব্যজানাৎ— ব্ৰহ্ম-অন্বেষণৰ প্ৰথম প্ৰয়াসত অন্নসুধাকেই মানুহে চিনি পায়, কিয়নো ই জাগ্ৰত দেৱতা ক্ষুধাৰূপেন সংস্থিতা। পোনেই চাউল কঠা, তাৰ পাচতহে হৰি কথা, অসমীয়া লোকবাণীয়েও এই অতি পুৰণি কথাৰে প্ৰতিধ্বনি কৰিছে। গভীৰ গীতা-শাস্ত্ৰয়ো সাত্বিক, ৰাজসিক, তামসিক গুণ অনুসৰি বেলেগ বেলেগ ভোজনৰ কথা আলোচনা কৰিবলৈ পাহৰা নাই।

আমাৰ শাস্ত্ৰত সেইগুণে অন্নদানৰ গতিময় প্ৰশংসা। বাপুসকলৰ চাউল কঠাৰ কাৰণেই হৈছিল ব্ৰহ্মোত্তৰ, দেৱোত্তৰ আদি। ভূমিদানৰ সেই তামৰ ফলিবোৰ থকাৰ জহতে আজি হাটে-বজাৰে, বাটে-পথে অতবোৰ ডাক্তৰ চিকিৎসা। আমাৰ সমাজত জন্মত ভোজনী, নামত ভোজনী, পূজাত ভোজনী, হোমত ভোজনী, ৰোগত আৰু ভোগত ভোজনী। অভ্যুদয়িকা নান্দীমুখ কৰিব নোৱাৰিলেও অনেকেই ন-পুৰুষৰ নামত এটা ভোজনীকে আগবঢ়ায়।

সংস্কৃত নাটকবোৰত দেখা যায়, য'তে হাস্যৰসৰ কথা আছে, তাতেই ভোজন ৰস। খকুৱা বামুণ বিদুষকেই এই হাস্যৰসৰ আধাৰ। এইবোৰ পটি হাঁহি নুঠিলেও অলংকাৰ শাস্ত্ৰই সিহঁতক হাস্যৰসৰ ভিতৰুৱা কৰি থৈছে। তথাপি নৱৰসৰ ভিতৰত হাস্যৰস অন্ত্যজ, জাতত নৰম, শাৰীৰ মূৰত নামঘৰৰ এচুকত পাত এখন পায়।

দশম পুথি মেলি চালে পাব, ভগৱন্ত শ্ৰীকৃষ্ণই আভীৰ বালকৰ সৈতে ঋষিপত্নীসকলৰ প্ৰস্তুত অন্নব্যঞ্জন খাইহে তৃপ্তি পালে, সেইবাবেই হ'বলা অসমীয়া হিন্দু মানুহে আজিও ল'ৰা-ছোৱালীক নবীয়াত পৰিলে গৰখীয়া ল'ৰাক চাউল একঠা খুৱাবলৈ টোপোলা বান্ধে। ঋষিসকলৰ ভূতদয়াহীন যাগ-যজ্ঞ ক'ৰবাতে থাকিল। বিপ্ৰপত্নীসকলে,

কৰে আস্ত-বেস্ত অতি চিত্ত উত্ৰাৱল।
গোবিন্দক লাগি অন্ন আনক সুগন্ধি।
বিচিত্ৰ পত্ৰত ভৰি লৈলন্ত প্ৰবন্ধি।
বহুবিধ ব্যঞ্জন অনেক ষড়ৰস।
ইক্ষু আখৈ চিড়া লাড়ু গুড়ৰ কলস।
সুগন্ধি কদলি দধি দুগ্ধ মধু ঘৃত।
পিঠা-পনা পনস পায়স পঞ্চামৃত।
ঘনক্ষীৰ খিৰিসা শাকৰ শুক্লা চিনি।
ঘৃতৰ সন্দেশ সব লৈল ভিনি ভিনি।।

মন কৰিবলগীয়া এইটো — খাদ্যৰ বহল বৰ্ণনা অসমীয়া বৈষ্ণৱ কবিৰহে, মূল ভাগৱতত মাথোন চাৰিবিধ অন্ন বুলিহে উল্লেখ কৰা আছে। আমাৰ অসমৰ ধৰ্মাচাৰ্যসকল নিৰামিষভোজী, কিন্তু চৰিত্ৰ পুথিত বৰ্ণোৱা মতে বৈষ্ণৱসকলৰ আমিষ গ্ৰহণত কোনো বাধা নাছিল যেন লাগে। আতৈসকলৰ কোনো কোনো গৰাকীয়ে মাংস নহ'লেও মৎস্য ভক্ষণ কৰাৰ উল্লেখ আছে। আমিষ-নিৰামিষ সম্পৰ্কে অসমত সিমান ধৰাবন্ধা মানাহি নাছিল। 'হংস পাৰাৱতো ভক্ষাঃ কামৰূপনিবাসিনঃ'। তেনেহ'লে মাংস্যস্য কা কথাহ অসমৰ বৈষ্ণৱ কবি আৰু সন্তসকলে নীতি সদাচাৰপৰা অকণমান ইফাল-সিফাল হোৱাও সহ্য নকৰিছিল আৰু 'স্ত্ৰীমদ্য-মাংস সেৱাৰ' কথা আলোচনা কৰা দুৰ্ভগীয়াহঁতক দুৰ্ঘোৰ নিন্দা কৰিছিল, আৰু অনাচাৰী লোকক উদ্দেশ্য কৰি কৈছিল —

অন্ন-যোনি কিছু নকৰে বিচাৰ
জাতিকুল ভৈল ভ্ৰষ্ট;
বৈষ্ণৱৰ বেশ ধৰিয়া ফুৰয়
বেদপথ কৰি নষ্ট।

প্ৰাচীন কামৰূপৰ আন এজন কবি অনন্ত কন্দলিয়ে তেওঁৰ ডেকাকালত লিখা কুমৰহৰণ কাব্যত সুখাদ্যৰ এখন লোভনীয় 'মেনু' থৈ গৈছে। সখী চিত্ৰলেখাই অনিৰুদ্ধ কোঁৱৰক যে দ্বাৰকাৰ পৰা আনি দিলেই, ন দৰা-কন্যাক ৰান্ধি-বাঢ়িও এসাজ খুৱালে। কন্দলি কবিয়ে ভোজনৰ সামগ্ৰী বৰ্ণাই লিখি যোৱা পদখিনি ইয়াত তুলি দিব পৰাহ'লে ভাল পালোঁহেঁতেন। কিন্তু কুমৰহৰণ কাব্য সম্প্ৰতি মোৰ কিতাপবোৰৰ মাজত নাই, কোনোবাই পঢ়িবলৈ নি পুনৰ ওলোটাই নিদিয়াটোকে ভাল বুলিলে। উৎসুক পাঠকে সুবিধা হ'লে পঢ়ি চাব। কন্দলিৰ চিত্ৰলেখাৰ সখী কেৱল কলাৱতী, শিপিনী আৰু নাচনীয়েই নহয়, পাঁকৈত ৰান্ধনীও — ৰন্ধন বিদ্যাত সুশিক্ষিতা, পটু। বৈষ্ণৱযুগৰ আদৰ্শ ৰান্ধনীৰ নমুনা চিত্ৰলেখাত পাব। ভাব মিত্ৰৰ ভাব প্ৰকাশৰ কথাও অসমীয়া ৰাসায়নিকসকলৰ অবিদিত নাছিল যেন লাগে। বংগদেশৰ মংগল কাব্যবোৰতো এনে পদ ঠায়ে ঠায়ে আছে। শাস্ত্ৰসম্মত খাদ্যৰ কথা ডাকৰ বচনতো আছে, এই বচনসমূহৰ ৰচোঁতা আৰু ৰচনাৰ কাল সম্পৰ্কীয় আহুকলীয়া প্ৰশ্নলৈ নগৈ, দুফাকিমান তুলি দিওঁ।

সোকোতাৰ পাত বেশুৱাৰ জোল।
তেলৰ ওপৰে দিয়া আৰু তোল।
পোৰোনা শাক ৰোহিত মাছ।
ডাকে বোলে সেই ব্যঞ্জন সাঁচ।
মাগুৰ মাছৰ চিৰ কুটিয়া।
হালধি মৰিচ হিঙ্গক দিয়া।
তৈল লোণ দিয়া কৰিব পাক।
ভাল ব্যঞ্জন বোলা তাক।
কাৱৈ মাছক চিৰ কুটিয়া।
ত্ৰিকুট তৈল দিয়া ভাজিয়া।
চেঙা চেঙেলি জামিৰ ৰসে।
কাঁহদি দিয়া যেবে পৰিশে।
মুখৰ অৰুচি দূৰক যায়।
আচোক নৰ দেৱ মোহ যায়।
কচ বচ চিতগৰ আদখান।
নেমু লোণ দি বুজি পৰিমাণ।
আক খাই পাই তোষ প্ৰচুৰ।
আন ব্যঞ্জন কৰিব দূৰ।
পকা তেতেলি, বুঢ়া বড়ালি।
বিস্তৰ কৰিয়া দিবাহা জাগি।
কাটি থৈয়া দিবা টেঙা জোল।
খাইবাৰ চেনা মুণ্ড নাতোল।

এনে ব্যঞ্জনৰ বাটি আগত পালে বুকুত গোৰ মাৰিলেও উঠি নাহিব।

মহাভাৰতৰ ভীম খাবৈয়া মানুহ। তেওঁ খাবও পাৰিছিল এমুঠি, ৰান্ধিবও পাৰিছিল ভাল। এই বিদ্যাৰ জহতে অজ্ঞাত কালৰ চাংমাইশালৰ বৰুৱাৰ বাবটোও গৈ আহিল। সকলোৰে সুপৰিচিত ভীমচৰিত পুথিখন ৰামসৰস্বতীৰ ৰচনা বুলি

চলি গৈছে। মোৰ কিন্তু সন্দেহ। আমাৰ সাহিত্যত যুগে যুগে ৰামসৰস্বতী কেইবাগৰাকীও ওলাইছে যেন লাগে। ভীমচৰিত পুথিখন একপ্ৰকাৰ অসমীয়া শিৰায়ন, খোৱা-খুবুনীৰ উপাখ্যান, মুখভঙা মন্ত্ৰ আৰু ভীমৰ ভৃত্য হোৱা কাহিনীৰে সানমিহলি। ভীমচৰিতৰ ভীম গৃহস্থৰ ঘৰত ভাতকাপুৰীয়া হৈ থকা হালোৱাৰ প্ৰতিনিধি। কপুৰাই পেট ভৰাই এমুঠি খাবলৈ নাপায় — "তোমাসাৰ ঘৰে আই বৰ দুখ পাওঁ।" ভীমচৰিতৰ কোনো কোনো অংশ মান-মৰাণৰ দিনৰ বিপ্লৱ আৰু আকালৰ সময়ত কোনোবা গাঁৱলীয়া কবিয়ে ৰচা পদ যেন লাগে।

ভীমে আনে আলুকা ঢেকিয়া কোঞ্চাই।
কতো দিন খায়, কতো উপবাসে যায়।

মান-মৰাণৰ উপদ্ৰৱত ঘৰ-বাৰী এৰি পলৰীয়া হৈ ফুৰা মানুহৰ অৱস্থাৰ ই এক 'ডকুমেন্টৰি'। পিতৃ বুঢ়াগোহাঁইৰ দিনতো এনে দুৰ্দিন হৈছিল।

গাঁৱলীয়া বহুৱাৰ মালিতাতো ৰন্ধা-বঢ়া, খোৱা-বোৱাৰ কথা আছে। বুঢ়াৰ মুখখন লুতুৰা, মাছ একণ নহ'লে ভাতমুঠি খাই জুতি নালাগে। ইফালে বুঢ়ী হ'ল হাতধৰা, মাছত খৰচ কৰা অপব্যয় বুলি ভাবে। বুঢ়ীয়ে বাৰী চুকৰ বন-শাকেৰেই বুঢ়াক খুৱাব খোজে। এনেস্থলত ট্ৰেজিক সংঘৰ্ষ নহ'লেও, সংঘৰ্ষ অনিবাৰ্য। বহুৱাৰ মুখত শুনক দাম্পত্য জীৱনৰ কথা।

বুঢ়া গ'ল হাটলৈ, বুঢ়ীয়ে ধৰিলে পাছ।
মোৰ মুৰ খোৱা বুঢ়া তই, নিকিনিবি মাছ।
মাছ কিনোতে মাছ কিনোতে ধনৰ হ'ল ব্যয়।
মৰগীয়াৰ খাৰসুপি অমৃত যেন হয়।

আকৌ সেই বহুৱাই দাঙি ধৰা আন এটি চিত্ৰ —

সৰুজনীয়ে বুলিলে, বৰজনী বাই
ন আলহী আহিছে, কিহেৰে ভাত খায়?
নকৰিবা চিন্তা ভনী, নকৰিবা চিন্তা।
বাৰীৰ পাছপাৰে বন্ধাই থৈছোঁ মিতা।

বহুৱাৰ এইবোৰ ভাও আমি নিজ চকুৰে দেখা, নিজ কাণে শুনা। গাঁৱলীয়াৰ সাধাৰণ জীৱনৰ প্ৰকৃত পট বহুৱাৰ পদতহে পায়, আৰু পায় বনঘোষাত। বিহুনামৰ মৰহি যাব খোজা সোন্দাকলৰ ৰস আৰু গোন্ধ কোনে পাহৰে?

বেজবৰুৱাই তেওঁৰ লিখাৰ অনেক ঠাইত বহুৱালিৰ উল্লেখ কৰিছে। গল্প-কবিতা-প্ৰবন্ধত বেজবৰুৱাই খোৱা-বোৱাৰ কথা সুবিধা পালেই উলিয়াইছে। তিতাবৰৰ গোঁফীয়া গোঁসাইৰ গোঁফত লাগি থকা পিঠাগুৰিও তেওঁৰ চকুত সাৰিব পৰা নাই। সৰু কালত দিখৌৰ পাৰত খোৱা জগা গাইৰ ফেঁহু আৰু ৰোজমৰীলেনত আমিষ আৰু নিৰামিষ আহাৰৰ গ্ৰন্থকৰ্ত্ৰীয়ে যতনাই দিয়া তেলাল ইলিহি মাছৰ কথা তেওঁ উনুকিয়াইহে এৰিছে। হিংসাত সিজি থকা মনটো তেলত ভজা বেঙেনাৰ লগত তুলনা কৰিছে। জনমভূমিৰ লগত সম্বন্ধটোও অসমীয়া খাদ্যৰ সৌৰভৰাশিৰ লগত জড়িত।

ক'ত আছে এনে চাউল পানীত দিলে ভাত?
ক'ত এনে কুঁজী থেকেৰা টেঙাই যায় দাঁত?
ক'ত পাবা পকা খৰিচা, ক'ত ঢেকীয়া শাক?
এঠা দৈ ক'ত এনে নেবায় ধুলে যাক?

সাৰথিৰ গ্ৰন্থকাৰ শহীদ সত্যনাথ বৰায়ো পেটুৱাক লৈ অলপ ৰহইহু কৰি গৈছে। এই পেটুৱাৰ ধেমেলীয়া গান স্বৰ্গীয় লক্ষ্মীৰাম বৰুৱাৰ সংগীতকোষত বিচাৰিলে পাব। আধুনিক অসমীয়া সংগীতবিদ্যাৰ আগবঢ়ুৱা বৰুৱা ডাঙৰীয়াৰ

পুথি দুখন দ্বিতীয়বাৰ ছপা হোৱা নাই। অসমীয়া সংগীতৰ ইতিহাস জানিব খোজা লোকে এই দুখন নপঢ়িলেই নহয়।

অবান্তৰ কথাবোৰ কোৱা হ'ল ইমান পৰে, আচলতে খাদ্যৰ কথাও ক'ৰলগীয়া আছিল। এই বিষয়ে অনেক কথা আছে, গোটালে এখন 'থেছিছ' হ'ব। কৰা লোকে এইবোৰ অনুসন্ধান কৰি আছে। পকাতেল, শুকান খৰিচা, পোৰামাছ, পঁইতা ভাত, ডৰিকণা মাছ পাতত দিয়া, চুঙাপিঠা জুইত দিয়া ইইঁতৰো দিন আহিছে। তাদেৰ দাবী মানতে হবে, 'এষ্ট্ৰনমী' আৰু গ্ৰেষ্ট্ৰনমীৰ সমান অধিকাৰ। উই আৰ্ হৱট বা ইট ডআৰ্মী মুভচ্ অন্ ডবেনী— অতএব ভোজ্যেভ্যো নমঃ।

# আই সৰস্বতী

মাঘমহীয়া শ্ৰীপঞ্চমী তিথিত সৰস্বতী গোঁসানীৰ পূজা আজিকালি গাঁৱে-নগৰে সকলো ঠাইতে হয়। বিদেশী কুমাৰে সজা বীনাপাণিৰ দ্বিভুজা মূৰ্তি পূজা কৰে। ছাত্ৰ-ছাত্ৰীইঁতে নিজেও খোৱা-বোৱা কৰে, নিমন্ত্ৰিতসকলকো খুৱায়। গান-বাজনা, বিচিত্ৰানুষ্ঠান আদিও হয়। স্কুল-কলেজৰ বাহিৰে ৰাজহুৱাকৈ দুই-এঠাইত পূজা কৰে, ঘৰুৱাহীকৈযো মাজে মাজে হয়। দুৰ্গাপূজাৰ আড়ম্বৰ ইয়াত নাই, কিন্তু ছাত্ৰ-ছাত্ৰী সকলোৰে এই উৎসৱ। সৰস্বতী পূজাৰ পাছদিনা গধূলি গুৱাহাটীৰ জজফিল্ডত যিমানবিলাক প্ৰতিমা গোট খায়, তাৰপৰা এই পূজাৰ প্ৰভাৱৰ গম ধৰিব পাৰি। সৰস্বতী পূজাৰ এক প্ৰতিদ্বন্দ্বী হ'ল বিশ্বকৰ্মা পূজা, — কল-কাৰখানা, বিজুলী কাৰ্যালয, গড়কাপ্তানী আৰু ডাক-তাঁৰ বিভাগ, সৰু-সুৰা মিস্ত্ৰীৰ দোকান, ছপাখানা, এইবিলাকৰ বিশ্বকৰ্মা পূজা বৰ খিতাপ কৰি পতা হয়। অতি শীঘ্ৰে বিশ্বকৰ্মাই আন পূজা-উৎসৱক অতিক্ৰম কৰি যাব যেন পাইছোঁ।

আজিকালি গাঁৱলীয়া প্ৰাথমিক স্কুলবিলাকতো সৰস্বতী পূজা হয়। আমি সৰুতে দেখা মনত পৰে, বহুত আওহতীয়া গাঁৱত সৰস্বতী সবাহহে পাতিছিল আৰু সেই উপলক্ষে নাম-কীৰ্তন হৈছিল। ল'ৰা-ছোৱালীয়ে দোৱাত-কলম আৰু দুই-এখন কিতাপ আনি বৰ শ্ৰদ্ধাৰে নামৰ ওচৰত থৈছিল। এতিয়া গাঁৱতো প্ৰাথমিক, মজলীয়া আৰু মাধ্যমিক স্কুলত ক'তো সৰস্বতী পূজা নোহোৱাকৈ নাথাকে। পূজা কৰিব পৰা দেউসকল বহি থাকিব নালাগে, পূজাৰীৰ অভাৱহে হয়। জনাশুনা পণ্ডিত পুৰোহিতে নগৰৰ হাইস্কুল আৰু কলেজবিলাকলৈ নিমন্ত্ৰণ পায়। স্কুল-কলেজ আৰু হোষ্টেলবিলাকৰ ভিতৰত 'গেট্' আৰু প্ৰতিমা লৈ প্ৰতিদ্বন্দিতা হয়— কোনে কিমান নতুনত্ব দেখুৱাব পাৰে।

আজিকালি সৰস্বতী প্ৰতিমাবিলাকৰ যেন দেৱতাৰ ভাবতকৈ অপ্সৰী বা মানুষীৰ ব্যঞ্জনাহে ফুটি ওলায়। অৱশ্যে কোনো কোনো ঠাইত প্ৰাচীন ভাৰতীয় আৰ্হিত প্ৰতিমা নিৰ্মাণৰ চেষ্টাও দেখা গৈছে।

## সৰস্বতী প্ৰতিমা চতুৰ্ভুজা, ত্ৰিলোচনা

দেৱতা মাত্ৰেই কোনো শক্তি। দেৱী সৰস্বতীও এটা শক্তি। সৰ্বসাধাৰণ মানুহৰ ধাৰণাৰ কাৰণে নিৰাকাৰ শক্তিৰ এটা প্ৰতিমা বা প্ৰতীকৰ আৱশ্যক হয়। ধাতু, শিল, কাঠ বা মাটিৰ প্ৰতিমা আগত ৰাখি আৰাধ্যশক্তিৰ উপাসনা কৰা হয়— ছবিতো কৰা হয়। প্ৰতিমা দেৱতাৰ ইংগিত বা আভাস। শকুন্তলা নাটকৰ শেষত কালিদাসে বেদবিদ্‌সকলৰ সৰস্বতী অৰ্থাৎ জ্ঞানৰ কথা কৈছে। গীতগোবিন্দ কাব্যত জয়দেৱ-সৰস্বতী অৰ্থাৎ জয়দেৱৰ কাব্য প্ৰতিভাৰ কথা কৈছে। সৰস্বতী জ্ঞান, বিদ্যা, প্ৰতিভা, কবিত্ব আদিৰ শক্তি। এই শক্তিবিলাক বুজাবৰ কাৰণে পুস্তক, লেখনী, কমণ্ডলু (জ্ঞানামৃত) আদি প্ৰতিমাত থাকে আৰু ধ্যানতো এইবিলাকৰ বৰ্ণনা আছে।

কালিকা পুৰাণ একাদশ শতাব্দীমানত অসমত ৰচনা হৈছিল বুলি কয়। এই পুৰাণৰ সৰস্বতী মালা-কমণ্ডলুধাৰিণী, বীণাপুস্তক হস্তা। বৃহৎ ধৰ্মপুৰাণৰ সৰস্বতী শুক্লবৰ্ণা, ত্ৰিনেত্ৰা, ইন্দুকৃতশেখৰা, সুধাবিদ্যামুদ্ৰা-জপমালীহস্তা। অগ্নিপুৰাণত

বৰ্ণনা কৰা সৰস্বতী চতুৰ্ভুজা, পুস্তক, অক্ষমালা আৰু বীণাযুক্তা। অগ্নিপুৰাণৰ আন এঠাইত সৰস্বতী চতুৰ্ভুজা, ত্ৰিলোচনা- - এহাতে পুস্তক, আনহাতে অক্ষসূত্ৰ, আন দুহাতত বৰদাভয় মুদ্ৰা। বৃহৎ তন্ত্ৰসাৰত দিয়া এটা ধ্যানমতে বাগিশ্বৰী শ্বেতবৰ্ণা, হংসবাহিনী, অক্ষসূত্ৰ, কমণ্ডলু, পুস্তকহস্তা। সেই তন্ত্ৰৰে আন এটা ধ্যানত সৰস্বতী শুক্লা, পদ্মাসনা; হাতত জপমালা, পুস্তক আৰু দুটি পদ্ম। শ্ৰীশংকৰাচাৰ্যই মালা, কমণ্ডলু আৰু শুকপক্ষীহস্তা সৰস্বতীৰ প্ৰতিমা প্ৰচলন কৰে বুলি জনা যায়। ময়ূৰবাহনা সৰস্বতীও আছে, পাশ-অংকুশহস্তা প্ৰতিমাও আছে। সিংহবাহিনী সৰস্বতীৰ ধ্যান আছে, অষ্টভুজা, নৃত্যৰতা সৰস্বতীও আছে। তন্ত্ৰ, পুৰাণ আৰু শিল্পশাস্ত্ৰত সৰস্বতীৰ বিবিধ মূৰ্তিৰ বৰ্ণনা পাওঁ। ষোড়শ শতাব্দীত বংগদেশৰ ৰঘুনন্দন ভট্টাচাৰ্যই শাৰদাতিলক তন্ত্ৰৰপৰা সৰস্বতীৰ ধ্যান প্ৰচাৰ কৰে, আমাৰ ইয়াতো সেই ধ্যানেই প্ৰচলিত। এই ধ্যানত সৰস্বতী দ্বিভুজা — এহাতে লেখনী, এহাতে পুস্তক। সকলো ধ্যানতেই সৰস্বতী চতুৰ্ভুজা, বীণাও কোনো দুই-এটাতহে আছে। আমি ধ্যানৰমতে প্ৰতিমা নিৰ্মাণ নকৰোঁ। সৰস্বতীৰ বীণাপাণি নামো শব্দকোষত নাই।

বৰাহমিহিৰৰ বৃহৎসংহিতাত প্ৰতিমাৰ লক্ষণ আছে; তাত কিন্তু সৰস্বতীৰ প্ৰতিমাৰ কথা নাই। মৎস্যপুৰাণতো প্ৰতিমাৰ লক্ষণ আছে। তাত লক্ষ্মী প্ৰতিমাৰ কথা আছে, কিন্তু সৰস্বতী প্ৰতিমাৰ উল্লেখ নাই। অৱশ্যে মৎস্যপুৰাণত সাৰস্বত নামে এটা ব্ৰতৰ কথা আছে, সেই ব্ৰতৰ অৰ্চিতা দেৱী গায়ত্ৰী। কৌটিল্যৰ অৰ্থশাস্ত্ৰৰ নগৰ নিৰ্মাণৰ প্ৰসংগত নানা মন্দিৰ ৰচনাৰ কথা আছে — অশ্বিনীকুমাৰ, কুবেৰ, কাৰ্তিক, লক্ষ্মী, ব্ৰহ্মা, শিৱ আদি দেৱতাৰ, কিন্তু তাৰ ভিতৰত সৰস্বতী মন্দিৰৰ কথা নাই। বোধহয় লক্ষ্মীপূজাৰ প্ৰচাৰৰ পাছতহে সৰস্বতী পূজা ভাৰতত ব্যাপকভাৱে অনুষ্ঠিত হ'বলৈ ধৰে। কিন্তু ব্ৰহ্মবৈৱৰ্তপুৰাণকে আদি কৰি কিছুমান পুৰাণত সৰস্বতীৰ মাহাত্ম্য, পূজা আৰু স্তুতিৰ কথা আছে। প্ৰথমতে সম্ভৱ লক্ষ্মীপূজাৰ প্ৰচলনহে বেছি হৈছিল।

## শ্ৰীপঞ্চমী

সৰস্বতী পূজা মাঘৰ শুক্লা-পঞ্চমীত। পঞ্জিকাতো সেই কথা শ্ৰীপঞ্চমী বুলি লিখা থাকে, আমিও সেই দিনটো শ্ৰীপঞ্চমী বুলি কওঁ, 'শ্ৰী' মানে সৰস্বতীকে বুজোঁ। আচলতে 'শ্ৰী' শব্দই সৰস্বতীক বুজোৱা ক'তো নাই। 'শ্ৰী' মানে লক্ষ্মীহে। মহাভাৰতত শ্ৰীপঞ্চমী মানে লক্ষ্মী পঞ্চমী, শ্ৰীদেৱী দেৱ-সেনাপতি স্কন্দ বা কাৰ্তিকৰ পত্নী। এই কথিত স্কন্দৰ লগত লক্ষ্মীৰ মিলন হৈছিল।

কালিকাপুৰাণৰ এঠাইত আছে — *মাঘমাহৰ শুক্লা-পঞ্চমীত শিবাৰ (শিবানী, দুৰ্গা) পূজা কৰিব। সেই পুৰাণৰে আন* ঠাইত শ্ৰীপঞ্চমীৰ লক্ষ্মীপূজা কৰ্তব্য বুলি কৈছে।

## লক্ষ্মী-সৰস্বতী-দুৰ্গা

ব্ৰহ্মপুৰাণৰ লক্ষ্মীতীৰ্থ-মাহাত্ম্য সম্পৰ্কত কোৱা হৈছে —

ব্ৰহ্মশ্ৰীশ্চ তপঃ শ্ৰীশ্চ যজ্ঞশ্ৰীঃ কীৰ্তি সংজ্ঞিতা।
ধনশ্ৰীশ্চ যশশ্ৰীশ্চ বিদ্যা প্ৰজ্ঞা সৰস্বতী।।
ভুক্তি শ্ৰীশ্চায় মুক্তিচ স্মৃতিৰ্লজ্জা ধৃতিঃ ক্ষমা।
সিদ্ধিস্তুষ্টিস্তথাপুষ্টি শান্তিৰাপস্তথামহী।
যৎকিঞ্চিত বিদ্যতে লোকে লক্ষ্ম্যা ব্যাপ্তং চৰাচৰম্।।

ব্ৰহ্মশ্ৰী, তপশ্ৰী, যজ্ঞশ্ৰী, ধনশ্ৰী, যশশ্ৰী, কাৰ্তি, বিদ্যা, প্ৰজ্ঞা, সৰস্বতী, ভুক্তি, মুক্তি, স্মৃতি, লজ্জা, ধৃতি, ক্ষমা, সিদ্ধি, তুষ্টি, পুষ্টি, শান্তি, জল, স্থল, পৃথিৱী — জগতত যি আছে সকলোতে লক্ষ্মী ব্যাপ্ত।

দেৱীপুৰাণত দুৰ্গাৰ আন আন নামৰ ভিতৰত লক্ষ্মী-সৰস্বতীও আছে। ভদ্ৰকালীও সৰস্বতীৰ আন এটা নাম। ঋগ্বেদৰ বাকসূক্তত যিজনা বাগ্‌দেৱীক স্তুতি কৰা হৈছে তেওঁ সৰ্বব্যাপিনী, সৰ্বদেৱময়ী আদ্যাশক্তি। এই বাক্‌সূক্ততেই সপ্তশতী চণ্ডী-মাহাত্ম্যৰ মূল বীজ; আনহাতে বাক্‌দেৱীও সৰস্বতী। ভাৰতৰ কোনো কোনো অঞ্চলত শাৰদীয় পূজাৰ (নৱৰাত্ৰি) সময়ত সৰস্বতী পূজা হয়, তেতিয়া ল'ৰা-ছোৱালীৰ বিদ্যাৰম্ভ কৰায়।

ঋগ্বেদৰ অগ্নিসূক্তবিলাকত অগ্নিত যিবিলাক শক্তি আৰোপ কৰা হৈছে, চণ্ডী বা দুৰ্গাতো সেইবিলাক শক্তিয়েই। অগ্নি যিদৰে তেজস্বন্ত, দুৰ্গাদেৱীও সেইদৰে সকলো দেৱতাৰ তেজৰ সমাবেশ। এখন উপনিষদত দুৰ্গাক অগ্নিবৰ্ণা, নিজৰ শক্তিৰে উজ্জ্বল বুলি বৰ্ণোৱা হৈছে। আন এখন উপনিষদত অগ্নিৰ সপ্তজিহ্বা বৰ্ণনা কৰি, কালী, কৰালী, মনোজৱা আদি আখ্যা দিছে। সৰস্বতীক কোনো স্তুতি-ধ্যানত 'বহ্নিবল্লভা' বুলি কোৱা হৈছে। মহাভাৰতৰ বনপৰ্বত সৰস্বতীয়ে নিজকে 'যজ্ঞস্বৰূপা' বুলি বৰ্ণনা কৰিছে।

ইয়াৰপৰা লক্ষ্মী, দুৰ্গা, সৰস্বতী ভাবৰ ঐক্যই প্ৰমাণিত হয়। একে মহাশক্তিয়েই বেলেগ বেলেগ উপলক্ষে বেলেগ নামেৰে পূজা পাইছে।

## বেদৰ সৰস্বতী

সৰস্বতী বাক্য আৰু জ্ঞানৰ দেৱতা গুণে আমি তেওঁৰ পূজা কৰোঁ। বেদত তেওঁ বিশেষকৈ নদীৰূপে পূজিতা। আজিও হিন্দুসকলে তীৰ্থ আৱাহন কৰোঁতে 'গঙ্গেচ যমুনে চৈব গোদাবৰী সৰস্বতী' বুলি সৰস্বতীক স্মৰণ কৰে। ইয়াৰ অনুৰূপ শ্লোক ঋগ্বেদত আছে। বৈদিক যুগত সৰস্বতী অতি পবিত্ৰ নদী। সৰস্বতী আৰু দৃষদ্বতীৰ মাজৰ ভূ-খণ্ডক ব্ৰহ্মাবৰ্ত বোলা হৈছিল। তাৰ অধিবাসীসকল চৰিত্ৰৰ গুণত পৃথিবীৰ সকলো মানৱৰ আদৰ্শ শিক্ষকস্বৰূপ আছিল। সৰস্বতীৰ তীৰত যাগ-যজ্ঞ হৈছিল, সত্ৰৰ অধিবেশন হৈছিল। সৰস্বতীৰ পবিত্ৰ তীৰত ঋষিসকলে বেদৰ মন্ত্ৰ দৰ্শন কৰিছিল। গতিকে সৰস্বতী নদীৰ ওপৰত সেই যুগৰ আৰ্যসকলৰ গভীৰ শ্ৰদ্ধা অনুমান কৰিব পাৰি। বেদত সৰস্বতীক পবিত্ৰকাৰিণী, নদীশ্ৰেষ্ঠ, মাতৃশ্ৰেষ্ঠ, দেৱীশ্ৰেষ্ঠ বোলা হৈছে। ভৰতবংশীয় ৰজাসকলে সৰস্বতীৰ তীৰতেই ৰাজত্ব কৰিছিল আৰু সেই বংশৰ কুলদেৱতা ভাৰতী আৰু সৰস্বতী দুয়ো ক্ৰমে এক হৈ পৰিছিল। নদী সৰস্বতী কালক্ৰমত জ্ঞান-বিদ্যা-কবিত্ব, সুকুমাৰ শিল্পৰ অধিষ্ঠাত্ৰীৰূপে কেনেকৈ গোটেই ভাৰততে পূজিতা হ'ল, ইয়াৰ অনুসন্ধান ভাৰতৰ সাংস্কৃতিক বুৰঞ্জীৰ এটা মনোগ্ৰাহী বিষয়।

শংকৰাচাৰ্য প্ৰতিষ্ঠিত মঠবিলাকত সৰস্বতীৰ প্ৰতিমা প্ৰতিষ্ঠিত আৰু পূজিত। তেওঁৰ প্ৰতিষ্ঠিত সম্প্ৰদায়ৰ সন্ন্যাসীৰ উপাধি সৰস্বতী, ভাৰতী ইত্যাদি।

কালিকাপুৰাণ অসমতে ৰচনা হৈছিল বুলি পণ্ডিতসকলে কয়। তাত সৰস্বতী পূজা আৰু সৰস্বতীৰ মূৰ্তিৰ কথা আছে। অসমত তাৰ আগৰপৰাই সৰস্বতী পূজা প্ৰচলিত হৈ আছিল বুলি ধৰিব পাৰি।

একান্ত বৈষ্ণৱ কবিসকলৰ বাহিৰে পুৰণি অসমৰ প্ৰায় কবিয়ে সৰস্বতীৰ বন্দনা কৰিছে। আগৰ দিনৰ ল'ৰা-ছোৱালীয়ে দৈনিক ফলি-পুথি লওঁতেই 'সৰস্বতী সৰস্বতী কণ্ঠে কলাপী' গায়।

সৰস্বতী গোঁসানীক এঁৰা গাখীৰ আৰু আখৈ দিয়ে। সৰস্বতী পূজাত নলগোৱাকৈ কণৰী মুখত নিদিয়ে।

প্ৰাচীন ভাৰতৰ পুৰাণ আখ্যান অগাধ অৰণ্যৰদৰে। তাত সোমালে পৰস্পৰবিৰোধী কাহিনী পঢ়ি অলপধতুৱা মানুহ বিভ্ৰান্ত হয়। আজিকালি কোনো কোনো পণ্ডিতে জ্যোতিষ, বেদ আৰু পুৰাণ মিলাই দুৰ্গাপূজা, ৰাসযাত্ৰা, লক্ষ্মীপূজা, সৰস্বতী পূজা, ফাকুৱা, জুলনযাত্ৰা, জন্মাষ্টমী আদি পৰ্ববোৰৰ আকাশৰ গ্ৰহ-নক্ষত্ৰৰ লগত সম্বন্ধ উলিয়াবলৈ যত্ন কৰিছে। এইবোৰ গণিত-জ্যোতিষৰ কথা, সাধাৰণে বুজিবলৈকো টান পায়। সৰস্বতী পূজাৰ উৎপত্তি সম্বন্ধেও জ্যোতিষীয়ে ব্যাখ্যা দাঙি ধৰিছে। বিবিধ পুৰাণত বিবিধ আখ্যানো আছে।

লক্ষ্মী-সৰস্বতীক বিষ্ণুৰ ভাৰ্যা বুলিয়েই সৰল বিশ্বাসী মানুহে জানে। বিষ্ণুক স্তুতি কৰাৰ যি ভাষা তাৰো গৰাকী সৰস্বতীয়েই।

কিবা স্তুতি-নতি কৰিবো তোমাক যাৰ ভাৰ্যা সৰস্বতী।

স্তুতি কৰিবলৈকো সৰস্বতীৰ সহায় লাগে। ধন-বস্তুৰ কাৰণে লক্ষ্মীৰ কৃপা লাগে। বেদৰ এটা মন্ত্ৰত সৰস্বতীৰ ওচৰত পুত্ৰ প্ৰাৰ্থনা কৰাৰ কথা আছে। বেদৰ অনেক কালৰ পাছতহে সত্যনাৰায়ণ পূজাৰ প্ৰচাৰ। ষষ্ঠী পূজাৰো।

# সাহিত্য-সংস্কৃতিৰ প্ৰবাহ

## দ্বিতীয় খণ্ড



শ্ৰীযজ্ঞেশ্বৰ শৰ্মা

# ক'বলগীয়া

'সাহিত্য সংস্কৃতিৰ প্ৰবাহ'ৰ প্ৰথম খণ্ডই অনাদৰ নোপোৱা যেন দেখি দ্বিতীয় খণ্ডও আগবঢ়ালোঁ। তৃতীয় খণ্ডও উলিয়াব পৰা হৈ আছে। এই প্ৰবন্ধখিনি লিখোঁতে বিৰেলৰ 'অবিটাৰ্ ডিক্‌টা' আৰু হাক্‌স্‌লীৰ 'অন ডা মাৰ্জ্জিন'ৰ আদৰ্শ মনত আছিল।

প্ৰবন্ধকেইটিৰ কেইটামান অসম সাহিত্য সভা পত্ৰিকা, দৈনিক অসম, প্ৰকাশ আদি আলোচনীত ওলাই গৈছে। 'কবিতাৰ মোখনী' প্ৰবন্ধৰ অংশ বিশেষ নগাঁও সাহিত্য সভাত পাঠ কৰা হৈছিল বহু বছৰৰ আগতে।

নগাঁৱৰ জনগণ প্ৰেছৰ স্বত্বাধিকাৰী শ্ৰীবুদ্ধীন্দ্ৰ কুমাৰ বৰুৱাই বিশেষ যত্ন লৈ লাভলৈ নাচাই যথাসম্ভৱ সোনকালে পুথিখনি ছাপা কৰাত সহায় কৰিছে। সেই বাবে কৃতজ্ঞ।

আমাৰ প্ৰাক্তন ছাত্ৰ অধ্যাপক যোগেন্দ্ৰ নাৰায়ণ ভূঞায়ো নানপ্ৰকাৰ সহায় কৰিছে। তেওঁলৈ আশীৰ্ব্বাদ।

বন্ধুবান্ধৱ, আত্মীয়-কুটুম্ব বহুতেই এই প্ৰবন্ধ সংগ্ৰহৰ ঘনাই বুজ লৈ থাকে। তেওঁলোকৰ শলাগ লবলৈ যোৱাটো অন্যায় হব।

ছপাৰ ভুল কেইটামান থাকিলযে থাকিলেই। সৰু শুধৰণী এখন দিয়া হল।

আঘোণ, ১৮৯৯ শক। শ্ৰীযজ্ঞেশ্বৰ শৰ্ম্মা

* * * *

# অসমীয়া মহাভাৰতত মহিষাসুৰ

শাৰদীয়া দুৰ্গাপূজা মহিষমৰ্দিনীৰ পূজা। পুৰাণ- কাহিনী আৰু শিল্প কলাত মহিষমৰ্দিনীৰ প্ৰভাৱ স্পষ্ট। মহিষাসুৰ পাপ আৰু পৰ-পীড়নৰ প্ৰতীক। এই মহিষাসুৰক দমন কৰিবৰ কাৰণে সৰ্বদেৱতাৰ তেজ-সম্ভূতা মহাশক্তিৰ আৱিৰ্ভাবৰ প্ৰয়োজন হৈছিল। মাৰ্কণ্ডেয় পুৰাণৰ সপ্তশতী অধ্যায়ত মহিষাসুৰ বধৰ বৰ্ণনা আছে, আৰু এই সপ্তশতীৰ আবৃত্তি দুৰ্গাপূজাৰ অপৰিহাৰ্য্য বিশেষ অংগ।

মাৰ্কণ্ডেয় পুৰাণৰ বাহিৰেও কেইবাখন পুৰাণতো মহিষাসুৰৰ বৃত্তান্ত ভাৰতীয় সাহিত্যৰ এটি অতি প্ৰাচীন কাহিনী যেন লাগে। কোনো কোনো পণ্ডিতে কয়, অনেক কালৰ পূৰ্বে ৰুদ্ৰদেৱতাৰ প্ৰীতিৰ্থ অৰ্থে শৰৎকালত যজ্ঞ কৰা হৈছিল, সেই যজ্ঞই কালক্ৰমত আহি দুৰ্গাপূজাৰ ৰূপ লৈছে। মহিষাসুৰৰ কল্পনা সুদীৰ্ঘ অভিব্যক্তিৰ ফল।

মহাভাৰতত মহিষাসুৰৰ আখ্যানে অলপ বেলেগ ৰূপ লৈছে। একেটা মূল উপাখ্যানকে বেলেগ বেলেগ কালত বেলেগ পুৰাণকাৰে বেলেগ ৰূপ দিয়াটো স্বাভাৱিক। মহাভাৰতক সৰ্বসাধাৰণে মহাকাব্য বুলি কলেও মহাভাৰতত পুৰাণৰ স্বভাবহে সৰহ। মহাভাৰততো ইয়াক ইতিহাস আৰু পুৰাণ বুলিহে কোৱা হৈছে। বাল্মীকিৰ ৰামায়ণ আলংকাৰিক আদৰ্শমতে যি ধৰণৰ কাব্য, সেই আদৰ্শত মহাভাৰত তেনে কাব্য নহয়, ইয়াত বাৰহাত গছৰ তেৰহাত লতা। নীতি কথা, পৌৰাণিক কাহিনী আদিয়ে মহাভাৰতৰ মূল ঘটনাক একেবাৰে হেঁচা মাৰি ধৰি আছে। এনে বহুত পৌৰাণিক কাহিনীৰ ভিতৰত মহাভাৰতৰ মহিষাসুৰৰ কাহিনীও এক। এই কাহিনী বনপৰ্বত আছে, মাৰ্কণ্ডেয় মুনিয়ে বনবাসী যুধিষ্ঠিৰৰ আগত কৈছে। মন কৰিবলগীয়া যে সপ্তশতীও মাৰ্কণ্ডেয় পুৰাণৰে অন্তৰ্গত। কাহিনীটো সংক্ষেপে এই— অসংখ্য দানৱ সৈন্য তৰ্জন-গৰ্জন কৰি শংকৰ প্ৰভৃতি দেৱতা সকলৰ ফালে আগবাঢ়ি আহি নানা অস্ত্ৰ-শস্ত্ৰ দলিয়াবলৈ ধৰিলে। দেৱতাৰ সেনাবিলাক বিশৃংখল হৈ পলাবলৈ আৰম্ভ কৰিলে। তেতিয়া দেৱৰাজ ইন্দ্ৰই নিজৰ সেনাবোৰ দানৱৰ ভয়ত পলোৱা দেখি উৎসাহ দি ক'লে, হে বীৰসকল, তোমালোকে ভয় নাখাবা, অস্ত্ৰ-শস্ত্ৰ লৈ দানৱহঁতক ধ্বংস কৰোঁ, আহাঁ। ইন্দ্ৰৰ আশ্বাসত দেৱতাবিলাকে বহুত দানৱ সৈন্য বধ কৰিলে। দানৱবিলাকেও বহুত দেৱসৈন্য নাশ কৰিলে।

ইতিমধ্যে অসুৰ-বাহিনীৰ মাজৰপৰা মহিষ নামে এটা ভয়ংকৰ দৈত্য হাতত প্ৰকাণ্ড পৰ্বত লৈ দেখা দিলে। তাক দেখি দেৱসৈন্য আকৌ পলাবলৈ ধৰিলে। মহিষাসুৰে পাচে পাচে খেদি লৈ দেৱসৈন্যৰ ওপৰত পৰ্বত পেলাই দি অসংখ্য দেৱসেনা বধ কৰিলে। দেৱসেনাৰ মনত অত্যন্ত ভয় সোমাল, আৰু ইন্দ্ৰৰ সৈতে পলাবলৈ ধৰিলে। 'পলায় বাসৱ পাছুক নচাই।'

তেতিয়া মহিষাসুৰে ৰুদ্ৰৰ ৰথৰ ধুৰাত ধৰি জোকাৰিবলৈ আৰম্ভ কৰিলে। দেৱতা আৰু ঋষিসকল অতি ভীত হৈ পৰিল। অসুৰবিলাকে ভাবিলে, এইবাৰ সিহঁতৰ জয় সুনিশ্চিত।

এনে অৱস্থাত ৰুদ্ৰ দেৱতাই মহিষাসুৰক সংহাৰ কৰিবৰ নিমিত্তে স্কন্দক কাৰ্ত্তিকেও স্মৰণ কৰিলে। স্কন্দও সোণবৰণীয়া জলমলাই থকা ৰথত আৰোহণ কৰি তাত উপস্থিত হৈ মহিষাসুৰৰ মূৰ কাটি পেলালে আৰু সেই মূৰ ষোড়শ যোজন দীঘল এটা পৰ্বতৰ দৰে হৈ পৰিল। স্কন্দই অন্য দানৱ সেনাবোৰকো মাৰি শেষ কৰিলে।

সৰ্বসাধাৰণে জানে, তাৰকাসুৰৰ বধৰ কাৰণে স্কন্দৰ জন্ম। কিন্তু মহাভাৰতত স্কন্দই মহিষাসুৰক বধ কৰাহে দেখুৱাইছে। স্কন্দৰ উৎপত্তি আদিৰ বিৱৰণো আন পুৰাণ কাহিনীৰ লগত মহাভাৰতৰ বিভিন্নতা আছে। শ্ৰীমন্ত

শংকৰদেৱৰ দিনত তেখেতৰ গৰিহণা পোৱা কামৰূপৰ জনাজাত কবি পীতাম্বৰ দ্বিজই প্ৰথমতে চণ্ডী আখ্যানৰ পদ ৰচনা কৰে। বৈষ্ণৱ যুগৰ কবি ৰামসৰস্বতীয়েও মহিষাসুৰ বধৰ কাহিনী ৰচনা কৰিছে। কোচৰজাসকলৰ সভাকবি ৰামসৰস্বতীয়ে মূল মহাভাৰতৰ পৰ্ববিলাকৰ অসমীয়া পদ্য অনুবাদ কৰাৰ উপৰি কিছুমান কাহিনী নিজে উদ্ভাৱন কৰি বনপৰ্বৰ ভিতৰুৱা কৰি দিছে। মহাভাৰতৰ আখ্যানবোৰ মুখে মুখে বাগৰি ভাৰতৰ বাহিৰলৈকো গৈছিল। এনে বিস্তাৰৰ ফলস্বৰূপে মহাভাৰতৰ কাহিনীৰ সংবৰ্ধন আৰু পৰিবৰ্তনো হৈছিল। ৰামসৰস্বতীৰ মহাভাৰতত, বিশেষকৈ বনপৰ্বত, এনে সংযোজনৰ দৃষ্টান্ত পোৱা যায়। বধকাব্যবোৰ ইয়াৰ প্ৰমাণ। এইবোৰ অসমৰ নিজা অৱদান বুলিব লাগে। ভাৰতৰ আন কোনো আঞ্চলিক ভাষাতে এই কাহিনীবোৰ পোৱা নাযায়।

ৰামায়ণ-মহাভাৰতৰ কাহিনীৰ ওপৰত ধৰ্মীয় ৰহন সানিবলৈ সদায় চেষ্টা হৈ আছিল। ৰামসৰস্বতীৰ বনপৰ্বৰ ভিতৰুৱা বধকাব্যবোৰতো বৈষ্ণৱীকৰণৰ স্পষ্ট প্ৰমাণ। এই পৰ্ববোৰক বৈষ্ণৱপৰ্বও বোলে। বিষ্ণুৰ অৱতাৰ কৃষ্ণৰ সহায়ত দানৱ-দমন কৰাই এই কাব্যবোৰৰ মূল কথা। অৰ্জুনৰ মুখেদি এই ভাব ৰামসৰস্বতীয়ে প্ৰকাশ কৰিছে। অৰ্জুনে যুধিষ্ঠিৰৰ আগত কৈছে—

ৰাক্ষসক ডৰে নুফুৰিবো ইটো বন। ক্ষত্ৰিয় জাতিৰ ইটো গৰিহা বচন।।
দুষ্ট দৈত্য-দানৱক আমি নবধিলে। পাছশ লাগিয়া ঘোৰ দুৰ্যশ ৰহিলে।।
বনবাসে গৈলা পাণ্ডৱৰ পঞ্চ ভাই। দৈত্য দানৱক ভয়ে ফুৰিলা পলাই।
হেনয় কুযশ সবে কৰিবে আমাৰ। তাকে লাগি দদা বাক্য বোলা হেন সাৰ।
কৃষ্ণৰ চৰণ সেৱা অনুগ্ৰহ পাই। মহা পুণ্যতনু পাণ্ডৱৰ পঞ্চ ভাই।।
মাধৱ বান্ধৱ দেৱতাৰ প্ৰসাদত। ৰাক্ষস দানৱ সৱ দেখো তৃণৱত।

(যোৰহাটৰ পুথি আৰু ১৩৪৩৩-১৩৪৩৬- দত্ত বৰুৱা সংস্কৰণ)

ৰামসৰস্বতীৰ আখ্যানত থকা মহিষাসুৰ বধৰ কাহিনী সংক্ষেপে এই— উত্তৰ দিশত গান্ধৱ ঋষিৰ আশ্ৰমৰ ওচৰত ব্যঞ্জন নামে দুৰ্জয় পৰ্বত আছিল। তাত থকা দুষ্ট দানৱবিলাকে ব্ৰাহ্মণ তপস্বী মাৰি খাই শেষ কৰিলে। তাত জনবসতি নোহোৱা হ'ল। পাণ্ডৱবিলাক সেই পৰ্বতলৈকে যাবলৈ স্থিৰ কৰিলে। আৰু বহুদূৰ গৈ সেই পৰ্বত পালে। তাতে মহিষদানৱ থাকে। তাক ভোজ্যকট দানৱ বুলিও কয়।

তাৰ জন্মৰ কথা। সত্যযুগত সত্যজিত নামে ধাৰ্মিক ৰজা আছিল। তেওঁৰ পুত্ৰ মদগৰ্বী ধৰ্মজিত। সেই ৰাজ্যত মেধাতিথি নামে কৃষ্ণ-ভক্ত ঋষি আছিল। এদিন ধৰ্মজিতে ঋষিৰ আশ্ৰমত প্ৰৱেশ কৰি ঋষিক দুই হাতে ধৰি দূৰলৈ দলি মাৰি পঠিয়ালে। আধামৰা হৈ ঋষিয়েও মুখে তেজ বৈতিয়াবলৈ ধৰিলে।

কতো কতো দুষ্ট ৰাজা আছে ধৰণীত। নাহি ৰাজ্য চিন্তা পেট পুষি থাকে নিত।।
ধনক আশ্ৰয় পুত্ৰ ভাৰ্য্যাক পোষয়। ৰাজ্যৰ কুশল কদাচিতো নিচিন্তয়।
কিঞ্চিতেক হিতকৰ্ম্ম নিচিন্তে লোকৰ। প্ৰজাৰ হিতক অল্পমানো নচৰায়।
আপোন প্ৰবন্ধে মাত্ৰ ভোগক কৰয়। প্ৰজাৰ অহিত চিন্তিবেক ৰাত্ৰি দিন।
হেনয় নৃপতিগণ হৈবেক বিহীন।

মেধাতিথি ব্ৰাহ্মণৰ প্ৰতিশোধ ল'বৰ মন গ'ল মেধাতিথি ব্ৰাহ্মণে ম'হৰ পালৰ পৰা চেউৰী এজনী ধৰি আনি ৰেতঃ স্থাপন কৰিলে। বাৰ বছৰৰ মূৰত ম'হজনীয়ে এটা ভয়ংকৰ জন্তুৰ জন্ম দিলে— মূৰটো ম'হৰ, হাত-ভৰি মানুহৰ।

হাত ভৰি মনুষ্যৰ মাথা মহিষৰ। দুই গোটা শৃঙ্গ তাতে বাঢ়ে ভয়ংকৰ।
দিগম্বৰ বেশ ঘোৰ আটাস পাৰয়, ত্ৰৈলোক্যৰ লোকৰ লাগিল মহাভয়।
ব্ৰাহ্মণ তপস্বী গুৰু যতমান পায়, মহাপেটে ৰৱক্ষুধা গোটেকে চোবায়।

সত্যজিত ৰজাই নগৰত এটা অন্নযজ্ঞ কৰিছিল, তদুপলক্ষে পৰ্বত-সমান অন্ন-ব্যঞ্জন ৰান্ধিবাঢ়ি হৈছিল। সকলোকে তাঁলৈ নিমন্ত্ৰণ কৰিছিল। সেই সময়ত মহিষাসুৰ ৰজাৰ নগৰ সোমাই হাজাৰ হাজাৰ প্ৰজা খাই পেলালে।

ৰাজাৰ অন্তেষপুৰে পশিলেক যাই। স্ত্ৰী বাল্য বৃদ্ধ যুৱা পেলাইলেক খাই।।
যেন কোনো মনুষ্যে কড়াই চোবাবয়। সেহি মতে দানবে যে সেনাক খাবয়।।
মৰমৰি চোবায়া নিৰন্ত হস্তী ঘোৰা। তিনিদিনে প্ৰজা খাই কৰিলন্ত ওৰা।।

(যোৰহাটৰ পুথি)

সত্যজিতৰ ৰাজধানী নগৰৰ জীৱ-জন্তু খাই শেষ কৰিলে। অসুৰে ভাবিলে, গোটেই পৃথিৱীখন শেষ কৰিম, শেষত স্বৰ্গ আক্ৰমণ কৰিম। ইতিমধ্যে এটা কথা হ'ল। ৰজাৰ নগৰৰ সোঁ-মাজত ডাঙৰ দেৱী-মন্দিৰ আছিল। অসুৰে দেৱীৰ মন্দিৰ ভাঙি-ছিঙি লণ্ড-ভণ্ড কৰিলে। দেৱীৰ খং উঠি তেতিয়া তাক শাপ দিলে বোলে এই অন্নব্যঞ্জন পৰ্বতত পৰিণত হ'ব, তই ইয়াতে থাকিবি। পৰ্বতৰ পৰা একপ্ৰহৰৰ বাটৰ বাহিৰ হ'লেই তোৰ মৰণ হ'ব।

এই পৰ্বতলৈকে পাণ্ডৱসকল আগবাঢ়ি আহিল। মানুহৰ গোন্ধ পাই মহিষদানৱে চাই পঠিয়ালে।

আকাশ লঙ্ঘিয়া মাথা মেঘত লাগিল। মহিষ অসুৰ যেন যম নিকলিল।।
থুলন্তৰ দুই হাতে পৰিঘ ত্ৰিশূল। কাল পৰ্ব্বতেক যেন মাথাগোট থূল।।
দুই গোটা শৃঙ্গ তাৰ শালবৃক্ষময়। সেহি খুছি মাৰে তাক অস্ত্ৰ মলগায়।।

ইতিমধ্যে দ্ৰৌপদী আৰু যুধিষ্ঠিৰক লৈ নকুল পৰ্বতৰপৰা বহুত দূৰলৈ আঁতৰি গ'ল। বাকী তিনি পাণ্ডৱ মহিষদানৱক নিৰাপত্তা মণ্ডলৰ (safety zone) বাহিৰত ৰাখিবলৈ চেষ্টা কৰিলে, কিয়নো, পৰ্বতৰ কাষ চাপিলেই দানৱ অবধ্য হৈ পৰে। যুদ্ধ আৰম্ভ হ'ল, দুয়োপক্ষৰে পৰা বিভিন্ন মাৰণাস্ত্ৰ প্ৰয়োগ কৰা হ'ল। কোনো এক মুহূৰ্তত ভীমক দানৱে গিলি পেলালে। অৰ্জুন-সহদেৱ দুয়ো শোকত বিহ্বল হৈছিল যদিও, পুনৰ দেৱবাণীৰ দ্বাৰা উৎসাহিত হৈ ব্ৰহ্মবাণ মাৰি দানৱক বধ কৰিলে। ভীম দানৱৰ পেটৰ পৰা জীয়াই জীয়াই ওলাই আহিল।

যুদ্ধৰ বিৱৰণ আমাৰ নিমিত্তে আমনি লগা হ'লেও সেইকালৰ শ্ৰোতাৰ মনোৰঞ্জনৰ কাৰণে দীঘলীয়া বৰ্ণনাৰ আৱশ্যক আছিল। অৱশ্যে বৈষ্ণৱী আদৰ্শত অতিৰিক্ত যুদ্ধৰ বৰ্ণনা অবৈষ্ণৱ।

মূল মহাভাৰতত স্কন্দক মহিষাসুৰ-বধৰ সন্মান দিয়া হৈছে। ৰামসৰস্বতীয়ে সেই গৌৰৱ অৰ্জুনক দিছে। ৰামসৰস্বতীৰ বধকাব্যবিলাকত কৃষ্ণাৰ্জুন বা নৰনাৰায়ণৰ কথা বাৰে বাৰে উল্লেখ কৰিছে। একালত নৰনাৰায়ণক কেন্দ্ৰ কৰি এটা কাল্ট্ (cult) অথবা ধৰ্মমতৰ প্ৰতিষ্ঠা হৈছিল, একো অসম্ভৱ নহয়। তাৰে প্ৰতিধ্বনি ৰামসৰস্বতীৰ কাব্যত পোৱা যায় নেকি?

অন্যায়-উৎপীড়ন আৰু ব্ৰহ্মদ্বেষী শক্তিৰ প্ৰতীক মহিষাসুৰ। শাক্ত, বৈষ্ণৱ, শৈৱ সকলোৰে পক্ষেই এই আসুৰী শক্তি প্ৰতিৰোধৰ বিষয়। অসম কামৰূপৰ আঞ্চলিক লোক সাহিত্যতো এই ভাৱৰ প্ৰকাশ পাইছে ৰামসৰস্বতীৰ ৰচনাৰ মাজেদি। 'মামনুস্মৰ যুধ্যস্ব'— মোক স্মৰণ কৰা আৰু যুদ্ধ কৰা— গীতাৰ এই বৈষ্ণৱ আদৰ্শ প্ৰচাৰত ৰামসৰস্বতীৰ অৱদান যথেষ্ট। ভক্তিমাৰ্গ কেৱল অনুভূতিয়েই নহয়, আত্ম-প্ৰতিষ্ঠাৰ কাৰণে অনাসক্তি যোগ ৰসাধন ভক্তিমাৰ্গৰ ভিতৰুৱা। দুৰ্বলৰ কাৰণে ভক্তি নহয়, মানৱ-বিৰোধী শক্তিক প্ৰতিৰোধ কৰাও ভক্তিৰ প্ৰধান অংগ। ভাৰত, পুৰাণ আৰু লৌকিক কাব্যক সামৰি লৈ ৰামসৰস্বতীয়ে পুৰণি অসমীয়া সাহিত্যত অমূল্য অৰিহণা দি গৈছে।

---

Winternitz : History of Indian Lit. II
Gauhati University : Ramasarasati (J. Sarma)-
Aspects of Early Assamese Lit.
Dr B. K. Kakati · পুৰণি অসমীয়া সাহিত্য।

# অসমত তুলসীদাস

অসমৰ প্ৰসিদ্ধ কবি হিতেশ্বৰ বৰবৰুৱাই এখন সাঁচিপতীয়া পুথিৰ নকল নিজহাতে ইং ১৯২১ চনতে কৰে। সেই পুথি তুলসীদাসী হিন্দী ৰামায়ণ ৰামচৰিত-মানসৰ লংকাকাণ্ডৰ অসমীয়া পদ্য অনুবাদ। অসমীয়ালৈ ভাঙনি কৰোতা সেই কবিজন আছিল শ্ৰীকান্ত সূৰ্যবিপ্ৰ। তেওঁ নিজকে বেলেগ বেলেগ পদৰ ভণিতাত শ্ৰীকান্ত, শ্ৰীকান্ত মূঢ়, শ্ৰীকান্ত বিপ্ৰ, শ্ৰীকান্ত সূৰ্যবিপ্ৰ বুলি চিনাকি দিছে।

আহোম ৰাজত্বৰ শেষৰ ভাগত ৰাজত্ব কৰা কমলেশ্বৰ সিংহৰ দিনত তেওঁৰ বিচক্ষণ মন্ত্ৰী 'পিতৃ বুৰা গোহাই' পূৰ্ণানন্দৰ পৃষ্ঠপোষকতাত প্ৰগ্ৰাকাৰে এই পুথি অসমীয়া পদবন্ধত ৰচনা কৰে। মূল পুথিখন যোৰহাট অঞ্চলৰ কোনো মানুহৰ হাতত আছে বুলি গম পাইছোঁ। কবিজনৰ আঁতিগুৰিৰ বিষয়ে অনুসন্ধান কৰি আমি এতিয়ালৈকে সঠিক নিৰ্ভৰযোগ্য বিৱৰণ পাব পৰা নাই। এওঁ যোৰহাট অঞ্চলৰে লোক হ'ব।

হিন্দী সাহিত্যৰ লগত অসমৰ সংযোগ কেনেকৈ হ'ল, সেই বিষয়ে কোনেও অনুসন্ধান কৰা নাই। আহোমৰ ৰাজত্বকালত বুদ্ধিমন্ত পণ্ডিত খাওন্দসকলে অসমৰ বাহিৰত ভ্ৰমণ কৰি দেখি-শুনি নিশ্চয় হিন্দী কাব্যৰ সোৱাদ — বিশেষকৈ ৰামাযণৰ ভক্তিৰস একণ অসমীয়া মানুহক দিবলৈ চেষ্টা কৰিছিল। অসমৰ বাহিৰৰ পৰা অহা সংগীত আৰু বাদ্যযন্ত্ৰৰ প্ৰচলনৰ কথা বুৰঞ্জীত পাওঁ, হিন্দী সাহিত্যৰ প্ৰচলনৰ কথাহে পোৱা নাই। খাওন্দ আৰু কটকীসকলে এই সম্পৰ্কে কিবা কৰিছিল নে, তাকো সঠিককৈ ক'বৰ উপায় নাই। মোৱামৰীয়া বিদ্ৰোহৰ কালত কেপ্টেইন্ ৱেল্‌ছৰ লগত অহা হিন্দুস্থানী চিপাহী আৰু সামৰিক বিষয়াসকলেও তুলসীদাসী ৰামাযণৰ কথা কিছু পৰিমাণে অসমত প্ৰচাৰ কৰি যাব পাৰে।

আহোম স্বৰ্গদেউসকলে, কুঁৱৰীসকলে, বিষযাসকলে আৰু আনকি বিষয়াৰ পত্নী গাভৰুসকলেও অসমীযা সাহিত্যৰ পৃষ্ঠপোষকতা কৰাৰ কথা আমি জানো। স্বৰ্গদেওসকলৰ ৰাজসভাত ৰাজকবিও আছিল। শকুন্তলা কাব্যৰ কবি কবিৰাজ চক্ৰবৰ্ত্তী আৰু তেওঁৰ পূৰ্ব্বপুৰুষ সকলৰ কথা সাহিত্য- বুৰঞ্জীৰ ছাত্ৰ মানেই জানে। তুলসীদাসী ৰামায়ণৰ অসমীয়া অনুবাদো তেনে পৃষ্ঠপোষকতাৰে ফল। কমলেশ্বৰ সিংহ আৰু মন্ত্ৰী পূৰ্ণানন্দৰ দিনত শ্ৰীকান্ত সূৰ্যবিপ্ৰই অনুবাদ কৰিছিল যেতিয়া, সেই সাহিত্যকৰ্ম অষ্টাদশ শতাব্দীৰ শেহত অথবা ঊনবিংশ শতাব্দীৰ নিচেই গুৰিত হ'ব লাগিব। সেই পুথিৰপৰা দুই-এটা নমুনা তলত দিয়া হ'ল। পুথিখন কমলেশ্বৰ সিংহ ৰজাদেৱৰ প্ৰশস্তিৰে আৰম্ভ। সেই কালৰ কাব্য আৰম্ভৰ তেনে ৰীতি আছিল।

জয়তি কমলেশ্বৰ সিংহ মহাৰাজ।
যাৰ কীৰ্ত্তি-ইন্দু ৰাজে পৃথিৱীৰ মাজ।।
গহীন গম্ভীৰ ইটো সুকুমাৰ তনু।
ভ্ৰূবযুগ প্ৰকাশয় যেন কামধনু।।
জলদ গম্ভীৰ ধ্বনি বাক্যামৃত বৃষ্টি।
অমাত্য-চাতকে বাঞ্ছি থাকে উৰ্দ্ধদৃষ্টি।।

মহামন্ত্ৰী পূৰ্ণানন্দৰ কথা কবিয়ে এনেকৈ বৰ্ণাইছে —

তান মহামন্ত্ৰী পূৰ্ণানন্দ মহাধীৰ।
বুৰাগোহাই পাত্ৰস্থিত পৰম সুস্থিৰ।।
মহামন্ত্ৰী কুলে জন্মি প্ৰবীণতা ভৈল।

ৰাজমন্ত্ৰী হুয়া তেহে প্ৰকাশিয়া ৰৈল।।
অগাধ জলত মগ্ন নৌকা বিতোপণ।
যেন কোন সুবুদ্ধে কৰিলা উত্তাৰণ।।
যেন মতে ভগ্নৰাজ্য কৰিলা বিচাৰ।
বুদ্ধিবলে ইটো দেশ কৰিলা উদ্ধাৰ।।

সমসাময়িক বুৰঞ্জী-লেখক এগৰাকীৰ তুংখুঙীয়া বুৰঞ্জীতো পূৰ্ণানন্দ বুৰাগোহাঁই সম্পৰ্কে অনুৰূপ প্ৰশংসা-উক্তি পোৱা যায়।

অসমীয়া কবিয়ে তুলসীদাসৰ কথা এনেদৰে কৈছে —

ভক্ততো উত্তম ৰামচৰণৰ দাস।
তুলসীদাস যে নাম জগতে প্ৰকাশ।।
পশ্চিমা ভাষায়ে সিটো গ্ৰন্থ ৰামায়ণ।
নানা ছন্দে প্ৰবন্ধে কৰিলা বিৰচন।।
তান ভাষাকৃত লঙ্কাকাণ্ড ৰামায়ণ।
পদবন্ধে নিবন্ধিয়া কৰিযা যতন।।

অসমীয়া কবি শ্ৰীকান্তৰ ৰচনাৰ নমুনা —

শুক-তুণ্ড শোভে নাসিকা সুন্দৰ।
থকিত আছন্ত কবি নাহি পটন্তৰ।।
যেন মৃগী দীপ দেখি ঘঁটা শব্দে ধায়।
সেহি মতে চতুৰ্দ্দশ নাৰী খেদি যায়।।

অসমৰ লগত হিন্দী সাহিত্যৰ সম্পৰ্ক এটি বিস্তৃত আলোচনাৰ বিষয় হৈ আছে। উত্তৰ ভাৰতৰ কোটি কোটি জনৰ অতিপ্ৰিয় কবি তুলসী দাসৰ ভক্তিৰসত সিজা কাব্যৰ সোৱাদ অসমীয়া জন সাধাৰণেও পাব পৰা হৈছিল শ্ৰীকান্ত দ্বিজৰ অনুবাদৰ যোগেদি। তুলসীদাসৰ ছন্দৰ মাধুৰী অৱশ্যে হিন্দীৰ বাহিৰে আন ভাষাত প্ৰকাশ কৰা সাধাৰণতে সম্ভৱ নহয়। এটা ভাষাৰ কাব্য আন এটা ভাষালৈ নিলে মূল বস্তুটো জীয়াই নাথাকে।

# ভাৰতীয় লোকৰ কবি কালিদাস

কালিদাস দেখাত ৰাজসভাৰ কবি। ৰাজধানী আৰু ৰাজ-কাৰেঙৰ লাহ-বিলাহ, কলা-কৃষ্টি তেওঁৰ কাব্যৰ মাজেদি প্ৰকাশ পাইছে। তথাপি তাৰ ভিতৰতেই ভাৰতৰ জীৱন-দৰ্শন, আধ্যাত্মিক দৃষ্টিভংগী ভাস্বৰ হৈ আছে। ভাৰতীয় সভ্যতাৰ মূল বস্তু ত্যাগ আৰু সংযমৰ আদৰ্শ কালিদাসৰ কবিতাতেই বিশেষকৈ ফুটি উঠিছে। উপবনৰ কথা যেনেকৈ আছে, তপোবনৰ বৰ্ণনাও তেনেকৈ কালিদাসৰ লেখাত উজ্জ্বল হৈ আছে। তেওঁৰ তপোবনো দুখন, এখন কণ্বমুনিৰ, পৃথিৱীৰ মাটিত, আনখন মাৰীচৰ, স্বৰ্গৰ কাষত। মাৰীচ কঠোৰ সাধক, স্থিতপ্ৰজ্ঞ। কণ্বও মুনি, কিন্তু তেওঁ সাধাৰণ মানুহৰ বেছি ওচৰত। এজন প্ৰখ্যাত পণ্ডিতে ক'বৰদৰে, কণ্ব এটি মধুৰ সৃষ্টি। তেওঁ দোষ-গুণেৰে মিহলি মানুহৰ প্ৰতি অত্যন্ত সহানুভূতিশীল।

কালিদাসে এঠাইত লিখিছে, — ৰাজা প্ৰকৃতিৰঞ্জনাৎ — প্ৰকৃতিপুঞ্জ অৰ্থাৎ প্ৰজা সাধাৰণৰ মনোৰঞ্জন কৰিব পৰাৰ গুণেই 'ৰজা' বোলা হয়। তেওঁৰ কবিতাত কিন্তু জনসাধাৰণৰ জীৱনৰ উল্লেখ ক'ৰবাত দুই-এঠাইতহে পোৱা যায়।

ৰঘুবংশৰ দ্বিতীয় সৰ্গত ৰঘু ৰজাক বশিষ্ঠ মুনিৰ আশ্ৰমলৈ যাওঁতে গুৱালবিলাকে বাটত নতুন ঘিউ-মাখন হাত-ভেটি লৈ সম্মান জনাইছে। ৰজাই সেই প্ৰজাবিলাকৰ লগত দুই-এষাৰ কথা পাতিছে। এইখন মহাকাব্যৰে এঠাইত খেতি ৰখীয়া ছোৱালীহঁতে ৰজাৰ গুণ-গৰিমা বৰ্ণাই লোকগীত গাইছে। মেঘদূতত উদয়ন ৰজাৰ সাধু ক'ব-পৰা গাঁৱলীয়া ককাদেউতাৰ উল্লেখ আছে।

শকুন্তলা নাটৰ অকণমান দৃশ্য এটাৰ কথা ইয়াতে উনুকিয়াব পাৰি। মাছমৰীয়া এটাই জালত উঠা বৌ মাছৰ পেটত হীৰা-পটোৱা আঙঠি এটা পাই বেচিবলৈ গ্ৰাহক বিচাৰি ফুৰোতেই ৰজাঘৰীয়া ৰক্ষী মানুহে তাক ধৰি আনিছে, ৰক্ষী দুটাই তাক সুধিছে ঃ

— হেৰৌ চোৰটো, তই এই ৰজাঘৰীয়া বস্তুটো কেনেকৈ চুৰ কৰিলি, ক'চোন।

মাছমৰীয়া — (ভয়ত কাওঁ-বাওকৈ) ডাঙৰীয়াসকল, মই এনে অপকৰ্ম কৰা নাই।

ৰক্ষী — তেনেহলে তোক বামুণ বুলি ৰজাই দান কৰিলে?

মাছমৰীযা — দেউতাসকল, মোৰ কথা শুনকচোন। মই নৈৰ পাৰত থকা মাছমৰীয়া মানুহ।

ৰক্ষী — কটা চোৰ, তোৰ জাত-পাতৰ কথা কোনে সুধিছে?

ৰক্ষী-প্ৰধান — বাৰু, তাৰ ক'বলগীয়া কথা ক'বলৈ দিয়াচোন।

ৰক্ষী— ভিন্‌দেউৰ যি আজ্ঞা।

মাছমৰীয়া — মই জাল-বৰশীৰে মাছ-পুঠি এটা ধৰি ল'ৰা-তিৰোতাক পোহ-পাল দিওঁ।

প্ৰধান — (ঠাট্টাৰ সুৰত) হেৰ', তোৰ জীৱিকাৰ উপায় অতি সজ। অতি সাধু, অতি ভকতীয়া।

মাছমৰীয়া — প্ৰভু, এনেকৈ আমাক নিন্দা নকৰিব। যাৰ জাত-ব্যৱসায় যিটো, সেই ব্যৱসায় তাৰপক্ষে বৰ্জনীয় হ'ব নোৱাৰে। যজ্ঞত পশু-বধ কৰিলেও ব্ৰহ্মনিষ্ঠ ব্ৰাহ্মণৰ অন্তৰ মৰম-চেনেহেৰে ভৰপূৰ।

প্ৰধান — (মাছমৰীয়াৰ কথাত জব্দ হৈ) বাৰু, বাৰু, তাৰ পিচত?

মাছমৰীযা — আজি পুৱা মাছ এটা পাই কাটোতে তাৰ পেটত জলমলাই থকা আঙঠি এটা পালোঁ। তাকে বেচিবলৈ ঘূৰি ফুৰোঁতেই ৰক্ষীহঁতে মোক ধৰি আনিছে। প্ৰভু, কাটকেই বা মাৰকেই — এয়ে কথা।

প্ৰধান— কেছেমাকেছেম্ গোন্ধাইছে, ই মাছমৰীয়া হয় সঁচা। ইয়াক ৰজাৰ ওচৰলৈ নিব লাগে।

ৰক্ষী — ৰজাৰ ওচৰলৈ ব'ল, বন্দী পোলাকটা।

ৰজাই আঙঠি পাই মাছমৰীয়াক আঙঠিৰ দামৰ সমান ধন দিলে। মাছমৰীয়া হোজা মানুহ, সি পুৰস্কাৰৰ আধাখিনি ৰক্ষীবোৰক মদ খাবলৈ দিলে। ফটিকাৰ বাটি আগত লৈ ৰক্ষীহঁতে মাছমৰীয়াৰ লগত প্ৰথম বন্ধুত্বৰ উদ্বোধনী কৰিলে।

এই দৃশ্যটি নিচেই অকণমানি হ'লেও ইয়াৰ যোগেদি কবিয়ে ভালেখিনি কথাৰ সম্ভেদ দিছে। ৰাজ-বিষয়াৰ চৰিত্ৰৰ এটি চিত্ৰ আঁকি দেখুৱাইছে, সেই চিত্ৰ আজিও পুৰণি হোৱা নাই। তাতোকৈ ডাঙৰ কথা হ'ল, মাছমৰীয়াৰ আত্ম-মৰ্যাদাবোধ। যি দেশত, যি কালত সাধাৰণ মাছমৰীয়ায়ো গীতাৰ কৰ্মযোগৰ শিক্ষা লাভ কৰি সেই আদৰ্শ নিৰ্ভীকভাৱে প্ৰকাশ কৰিব পাৰিছে, সেই দেশ, সেই কালৰ আদৰ্শ সকলো যুগতে সকলো কৰ্মীৰে আদৰ্শ। ৰীতিমতে কৰিলে কোনো কৰ্তব্যই নিন্দনীয় নহয়।

কালিদাসৰ কবিতাত সমগ্ৰ ভাৰত একেডাল সূতাৰে বান্ধ খাই আছে। ৰঘুৰ দিগ্বিজয়ৰ প্ৰসংগত, অযোধ্যালৈ প্ৰত্যাবৰ্তন কৰোঁতে ৰামৰ মুখৰ বৰ্ণনাত আৰু মেঘদূত কাব্যত সমগ্ৰ ভাৰতৰ বিভিন্ন ঠাই, পৰ্বত, নদী আৰু প্ৰাকৃতিক দৃশ্যৰ অসংখ্য মনোহৰ বাংগয় চিত্ৰ কবিয়ে আঁকি থৈছে। প্ৰয়াগৰ ত্ৰিবেণী-সংগম দেখা লোকেহে গংগা-যমুনাৰ সংগমৰ বৰ্ণনাৰ সৌন্দৰ্য উপভোগ কৰিব পাৰিব। মেঘে আৱৰি থোৱা গিৰি-শৃংগ, মাকৰদৰে সাবটি ল'বলৈ হাত দাঙি থকা সৰযূ— এনে বিভিন্ন ছবিৰে কালিদাসৰ কাব্য পৰিপূৰ্ণ। উপমাবোৰৰো প্ৰত্যেকটিয়েই একোটাইত অনুপম চিত্ৰ। কালিদাসৰ কাব্য বৃহত্তম জাতীয় চিত্ৰশালা। মহাকবিৰ কাব্যৰ কেইবাঠাইতো হাতীৰ উপমা আৰু উল্লেখ আছে। হাতীৰ দেশ অসমতো কালিদাসে এভূমুকি মাৰি গৈছিলনেকি?

ভাৰতৰ বিভিন্ন অঞ্চলত পোৱা শিলালিপি আৰু তাম্ৰ-শাসনবোৰত কালিদাসৰ কবিতাৰ বাক্য-বাক্যাংশ পোৱা যায়। কামৰূপৰ শাসনবোৰতো আছে। কালিদাসৰ খ্যাতিৰ কথা ইয়াৰ পৰাই বুজিব পাৰি। ভাৰতৰ আঞ্চলিক সাহিত্যবিলাকত কালিদাসৰ স্পষ্ট প্ৰভাৱ, অসমীয়া সাহিত্যত কিবা কাৰণত এই প্ৰভাৱ ক্ষীণ।

কালিদাসৰ সাহিত্যিক আদৰ্শও অতি উদাৰ। পুৰণি হ'লেই সাহিত্য সাধু নহয় আৰু নতুন হ'লেই নিন্দনীয় নহয়। জ্ঞানীলোকে পৰৰ মতত পতিয়ন নগৈ নিজে পৰীক্ষা কৰি চায়; কেৱল অজ্ঞজনে আনৰ কথাত প্ৰত্যয় যায়। সাহিত্য সমালোচনাৰ এই আদৰ্শ চিৰন্তন আৰু উন্নত আদৰ্শ।

ৰঘুবংশ মহাকাব্যত এটা জাতিৰ, এটা ৰাজবংশৰ উত্থান-পতনৰ বুৰঞ্জী থৈ গৈছে। দিলীপ, ৰঘু আদি ৰজাই সংযম আৰু সাধনাৰে যি বংশৰ কীৰ্তি উজ্জ্বল কৰিলে, সেই বংশৰ পাচৰ ৰজাবিলাকে ব্যসন আৰু অসংযমৰ বশীভূত হৈ তাৰ শোচনীয় অৱসান ঘটালে।

Aurobindo · Kalidas
ৰবীন্দ্ৰনাথ ঃ প্ৰাচীন সাহিত্য

# তুলনামূলক সাহিত্য

তুলনামূলক সাহিত্য বুলি কথা এটা আজি কালি সাহিত্যামোদী ৰাইজে নিশ্চয় শুনিছে। ইংৰাজী 'কম্পাৰেটিভ্ লিটাৰেচাৰ' (Comparative Literature)-ৰ পৰা এই কথাটো ওলাইছে। ৰবীন্দ্ৰনাথে অৱশ্যে ইয়াক বিশ্ব সাহিত্য নাম দিছিল। "ইংৰাজীতে আপনাবা তাঁহাকে Comparative Literature নাম দিয়াছেন। বাংলায় আমি তাহাকে বিশ্ব সাহিত্য বলিব।"

আজি কালিৰ যুগত পৃথিৱী এৰি থৈ মহাকাশৰ আন আন গ্ৰহলৈ যোৱাৰ কথা ওচৰ-চুবুৰীয়াৰ ঘৰলৈ যোৱাৰদৰে হৈ পৰিছে। এনে দিনত এইটো অসমীয়া সাহিত্য, এইটো বঙালী সাহিত্য, সেইটো ইংৰাজী বা জাৰ্মান সাহিত্য, এইবুলি ভবাটোৱেই সংকীৰ্ণ গাঁৱলীয়া মনৰ পৰিচয় দিয়ে। সাহিত্য বিশ্বজনীন বস্তু, ভাষাত বা প্ৰকাশভংগীত ই বেলেগ বেলেগ যেন হ'ব পাৰে, কিন্তু ভিতৰৰ প্ৰাণবস্তু সকলোতে একেটাই। এনেকৈ চাব পৰাটোৱেহে প্ৰকৃত সাহিত্য- দৃষ্টি। সকলো সাহিত্যতে একে বিশ্বমানৱ আৰু বিশ্ব মনৰ প্ৰকাশ, যদিহে প্ৰকৃত সাহিত্য হয়।

তুলনামূলক সাহিত্য কথাষাৰ জাৰ্মান মানবিকবাদী কবি-মনীষী গ্যেটেই প্ৰথমে ব্যৱহাৰ কৰে। দুটা কথাই এই তুলনামূলক সাহিত্যৰ ভাব আৰু আন্দোলন আগবঢ়াই দিছিল, প্ৰথমটো হ'ল যোৱা শতাব্দীৰ ইউৰোপত ৰোমাণ্টিক আন্দোলনৰ ফলস্বৰূপে হোৱা বিশ্বজনীন ভাব, আৰু দ্বিতীয়টো হ'ল বৈজ্ঞানিক মনোভাৱৰ অগ্ৰগতি। প্ৰথমটোৱে সংস্কৃতি আৰু নন্দনতত্ত্বৰ ক্ষেত্ৰত মানুহৰ মনৰ উদাৰতাৰ সৃষ্টি কৰে। দ্বিতীয়টোৱে বিজ্ঞানৰ বিভিন্ন বিষয়ৰ ক্ষেত্ৰত তুলনামূলক আলোচনা পদ্ধতিৰ আৰম্ভ কৰে। বপ্ প্ৰভৃতি জাৰ্মান পণ্ডিতৰ তুলনামূলক ভাষা-বিজ্ঞানৰ (Comparative Philology) আৰম্ভও এই আন্দোলনৰে ফল। এজন চুইজাৰ্লেণ্ডৰ পণ্ডিত আৰু এজন জাৰ্মানীৰ পণ্ডিতে মধ্যযুগৰপৰা আৰম্ভ কৰি দক্ষিণ আৰু পশ্চিম ইউৰোপৰ সাহিত্য এগোট এগোট বুলি ধৰি লৈ তাৰ সামগ্ৰিক অধ্যয়ন কৰে। ইংলণ্ডৰ বিখ্যাত সমালোচক মেথিউ আৰ্ণল্ডে গত শতাব্দীৰ মাজভাগতে সাহিত্য-সমালোচনা প্ৰসংগত তুলনামূলক সাহিত্যৰ উল্লেখ কৰে।

ইংৰাজী সাহিত্যৰ বুৰঞ্জীলেখক আৰু ইউৰোপীয় সাহিত্যত বিদগ্ধ পণ্ডিত ছেইণ্ট্‌ছবেৰীয়ে (Saintsbury) তুলনামূলক সাহিত্য কথাটো পছন্দ নকৰিছিল, তেওঁ 'তুলনামূলক সমালোচনা' নামটো গ্ৰহণ কৰিব লাগে বুলিহে পৰামৰ্শ

দিছিল। তেওঁৰ কথাটো যুক্তি নথকা নহয়। বেলেগ দেশৰ, বিভিন্ন কালৰ সাহিত্য তুলনা কৰি চোৱাৰ এটা পদ্ধতি আছে, সেই পদ্ধতি সমালোচনাৰ পদ্ধতি।

যোৱা শতাব্দীৰ বিজ্ঞানৰ অভ্যুদয়ৰ ফলস্বৰূপে কোনো কোনো ঐতিহাসিক পণ্ডিতে সাহিত্যক কেৱল জাতি আৰু যুগৰ পৰা উৎপন্ন হোৱা বস্তু বুলি ধৰি লৈ সাহিত্যৰ ইতিহাস লিখিছিল আৰু সাহিত্যৰ ব্যাখ্যা কৰিছিল। সেইমতে সাহিত্য সমাজ-বুৰঞ্জীৰ আৰু সমাজতত্ত্বৰ কিছুমান আহিলা-পাতি মাত্ৰ। এই বিষয়ত Taine বোলা ফৰাছী পণ্ডিত আগৰণুৱা আছিল। তেওঁৰ ইংৰাজী সাহিত্যৰ বুৰঞ্জীৰ এটা আকৰ্ষণ আছে।

বৈজ্ঞানিক পদ্ধতিৰ প্ৰভাৱে সাহিত্য-ক্ষেত্ৰতো নতুন নতুন দিশলৈ আঙুলিয়ালে। ইয়াৰ ফলত অতি প্ৰাচীন কাব্য, লোকসাহিত্য, পুৰাণ, সাধুকথা আদি মৌখিক সাহিত্যৰ অনুসন্ধান আৰু গৱেষণা আৰম্ভ হ'ল। এইবিলাক বিষয়-বস্তুৰ মাজত যে গোটেই জগততে এটা ঐক্য আছে সেইটোকে প্ৰমাণ কৰিবৰ চেষ্টা হৈছে। ছন্দ আৰু কাব্য ৰচনাৰ প্ৰকৃতি সম্পৰ্কেও তুলনামূলক আলোচনা যথেষ্ট হৈছে। ইয়াৰ উপৰি কোন দেশৰপৰা কোন দেশলৈ সাহিত্যৰ সংক্ৰমণ হৈছে, কোন সাহিত্যিকে কোন সাহিত্যিকক কিদৰে প্ৰভাৱ কৰিছে, এইবোৰৰ অধ্যয়নো তুলনামূলক সাহিত্য অধ্যয়নৰ বিশেষ অংগ হৈ পৰিল।

পৃথিৱীৰ সাহিত্যত নৱজাগৃতি (ৰেণেছাঁ), পেট্ৰাৰ্কিজম্, ৰোমাণ্টিচিজম্ আদিৰ অধ্যয়নো বৰ্তমান কালত তুলনামূলক সাহিত্যৰ একোটা বিশেষ বিষয় হৈ পৰিছে। ভাৰতৰ কোনো কোনো বিশ্ববিদ্যালয়তো তুলনামূলক সাহিত্য (Comparative Literature) অধ্যাপনাৰ ব্যৱস্থা হৈছে। এই পাঠ্যসূচীবিলাকত ঘাইকৈ ভাৱধাৰাৰ বুৰঞ্জীৰহে প্ৰাধান্য দেখা যায়। ৰবীন্দ্ৰনাথে তুলনামূলক সাহিত্যক বিশ্বসাহিত্য বুলি অভিহিত কৰি পৃথিৱীৰ বিভিন্ন সাহিত্যৰ অন্তৰ্নিহিত ঐক্য-অনুভূতিৰ ওপৰত গুৰুত্ব দিছে, পণ্ডিতসকলে সাহিত্যতকৈ সমালোচনা আৰু বুৰঞ্জীৰ ফালটোত বেছি গুৰুত্ব দিছে; তেওঁ বোলাকে বুৰঞ্জী আৰু যুগ পৰিবৰ্তনৰ লগত সাহিত্যৰ সম্পৰ্কৰ কথা আলোচনা কৰে। সাহিত্য অধ্যয়ন-অধ্যাপনাৰ ক্ষেত্ৰত অন্তৰংগ আলোচনা মুখ্য, বহিৰংগ আলোচনা গৌণ। কিন্তু দুয়োটাই আৱশ্যকীয়। তুলনামূলক সাহিত্যৰ অধ্যয়নে মনক গ্ৰাম্য সংকীৰ্ণতাৰ পৰা মুক্তি দিব বুলি আশা কৰা যায়।

ইংৰাজ কবি কীট্‌চৰ 'নাইটিংগেল' বোলা কবিতাৰ আৰম্ভণীটো ভৱভূতিৰ এটা কবিতাৰ লগত তেনেই মিলি যায়। ভৰ্তৃহৰিৰ এটা কবিতাত ছেক্‌ছপীয়েৰৰ জীৱনৰ সপ্তদশাৰ (Seven ages of man) কথাখিনি আছে। মধ্য এছিয়াত প্ৰবাদ আছে বোলে উট-গিৰি ভাগ্যৱন্ত। অসমীয়া ফকৰাত আছে- বাঁহ নাই যাৰ, সাহ নাই তাৰ, যাৰ নাই গৰু, সবাতোকৈ সৰু। এই কবিতা আৰু প্ৰবাদবোৰত কাৰো প্ৰভাৱ ক'তো পৰা সম্ভৱ নাই। তথাপি বেলেগ বেলেগ দেশকালৰ মানুহৰ মনৰ ঐক্য বুজাও এটা আনন্দৰ অভিজ্ঞতা।

আণ্টিগনে, শকুন্তলা, উত্তৰ ৰামচৰিত, লীয়েৰ, হেম্‌লেট্, ডল্‌ছ হাউছ, গ'ষ্ট, কণামানুহ (মেটাৰলিংক), ছেৰী অৰ্ছাৰ্ড মিছ্ জুলী গোটেইবোৰ মিলাই চালেহে নাটকৰ সামগ্ৰিক ৰূপ এটা পাব পাৰি। যি অকলে অসমকহে চিনে, তেওঁ অসম-অসমীয়াৰ কথা একো নাজানে। অসমীয়া কাব্য চিনিবলৈকো উপনিষদ, অডীছী, ৰঘুবংশ, ছাহ্‌নামা, আডবাৰ গীত, তুলসীদাস, মেঘনাদবধ, ৰেষ্টলেগু সকলোৰে লগত চিনাকি হ'ব লাগিব।

---

Matthew Arnold Essays in Criticism
World Literature Guerard
ৰবীন্দ্ৰনাথ : সাহিত্য।
G Braudes Main Currents in European Literature.
Possett- Comparative Literature

# কবিতাৰ মোখনি

কবিতাৰ জোৰণি আৰু মোখনি এই দুটাৰ এটা নিৰীক্ষা কৰিবৰ মন যায়। প্ৰাচীন কবিতাত আৰম্ভণীৰ নিয়ম এটা বন্ধা আছিল, সাহিত্যদৰ্পণ, কাব্যাদৰ্শ আদি অলঙ্কাৰ শাস্ত্ৰৰ পুথিত। ইষ্টদেৱতাৰ বন্দনাৰে কাব্য আৰম্ভ হয়; পাৰ্বতী-পৰমেশ্বৰ, বা শিৱ অথবা বিষ্ণুৰ বন্দনা। ভাগৱতত প্ৰথমতে মায়া অপসাৰণকাৰী সত্যৰ বন্দনা — সত্যং পৰং ধীমহি (Absolute Truth)। পশ্চিমীয়া প্ৰাচীন কাব্যৰ ভিতৰত হ'মাৰৰ কাব্য গ্ৰীকপুৰাণৰ জ্ঞানাধিষ্ঠাত্ৰী দেৱীৰ স্তুতিৰে আৰম্ভ। ইংলণ্ডৰ মহাকবি মিল্টনৰ 'পেৰেডাইজ লষ্ট' কাব্যৰ আৰম্ভতে Sing Heavenly Muse বুলি অ'ল্ড টেষ্টামেণ্টৰ (Old Testament) দেৱশক্তিক প্ৰাৰ্থনা জনাইছে। মিল্টন খ্ৰীষ্টান কবি।

পেৰেডাইজ লষ্টৰ আন এটা সৰ্গত আদিতে ঈশ্বৰৰ প্ৰথম সৃষ্টি জ্যোতিৰ্ৰ প্ৰতি প্ৰণতি- Hail, holy light, off spring of Heaven firstborn, শাৰীৰিক দৃষ্টিশক্তি হেৰুৱাই কবিয়ে অন্তৰ্জ্যোতি লাভ কৰিছে, যি জ্যোতি সকলো জ্যোতিৰ মূল যোগনীয়া নিজৰা- যস্য ভাসা সৰ্বমিদং বিভাতি। মিল্টনক অনুসৰণ কৰা বংগদেশৰ কবি মাইকেলেও মিল্টনৰ দৰেই ভাৰতীয় ঐতিহ্যৰ কাব্যাধিষ্ঠাত্ৰী দেৱীক সেৱা জনাইছে। মাইকেলৰ পটীত যোৱা অসমীয়া কবি ভোলানাথ দাস আৰু বৰবৰুৱাইয়ো একে সুৰতেই 'আই সৰস্বতীক' মূৰ দোঁৱাইছে। গোহাঞিবৰুৱাই আৰম্ভ কৰিছে এইদৰে —

> নাজানো পূজাৰ বিধি বন্দনাৰ ৰীতি
> বীণাপাণি বাগ্‌দেবি চৰণ তোমাৰ
> কিদৰে পূজিম হায়, বন্দিম কিমতে? (লীলাকাব্য)

বৰবৰুৱা কবিৰ জোৰণি —

> দয়া কৰাঁ, দয়ামতী হে কল্পনা, তুমি
> দুৰ্ভগাক, গাওঁ আজি বীৰত্ব কাহিনী
> বীৰ ৰমণীৰ (যুদ্ধক্ষেত্ৰত আহোম ৰমণী)

মধ্য যুগৰ বৈষ্ণৱ কবিসকলে জয়ে জয়ে ইষ্টদেৱতা বিষ্ণুৰ বন্দনা কৰি লয়। একদেৱ শৰণীয়া কবিসকলে কৃষ্ণদেউৰ বাহিৰে অন্য দেৱ-দেৱীৰ নামে জুইতো খেৰ নিদিয়ে। ৰামসৰস্বতীৰ কাব্যৰ ঠায়ে ঠায়ে কিন্তু বাগেশ্বৰীৰ বন্দনা আছে। চন্দ্ৰভাৰতীৰ কুমৰ হৰণ কাব্যৰ গুৰিতে পঞ্চদেৱতাৰ প্ৰণাম আছে, এই কুমৰ হৰণ কাব্য উত্তৰ গুৱাহাটীৰ মণ্ডপত বিশ্ৰাম লোৱা চন্দ্ৰভাৰতীয়ে ৰচনা কৰা যেন নালাগে। এইগৰাকী বৈষ্ণৱ কবিয়ে দশমত কুমৰ হৰণৰ পদ কৰি আকৌ বেলেগে কিয় সেই একেটা বিষয়ৰে পদ কৰিবলগীয়া হৈছিল সেই কথা বুজা টান। 'ৰুক্মিণী হৰণ'ৰ নিচিনাকৈ এখন সুকীয়া কাব্য ৰচনা কৰিবলৈ তেওঁৰ মন যাব পাৰে, কিন্তু 'পঞ্চদেৱতাৰ' প্ৰণামৰ সেন্দূৰ তেওঁৰ কাব্যৰ শিৰত শোভা পাব নালাগিছিল। অপ্ৰাসংগিক হ'লেও উল্লেখ কৰিব পাৰি যে শিৱসিংহ বা তেওঁৰ অব্যৱহিত পৰৱৰ্তী কোনোবা ৰাজ-সভাৰ কবিয়েহে পূৰ্ব কবিৰ ৰচনাৰ ওপৰত শৃংগাৰ ৰসৰ নতুন ৰহণ সানিলে। শিৱসাগৰৰ পুখুৰীৰ পাৰত বিষ্ণু-শিৱ-দুৰ্গাৰ দ'ল জিলিকি থকাদি এই চপল কবিগৰাকীৰ কাব্যৰ প্ৰথমতেই দেৱ-দেৱীসকলৰ প্ৰতি স্তুতিবাণী স্পষ্ট হৈ আছে। সি যিয়েই হওক, ৰেণেছাঁ আৰু ৰোমাণ্টিক্ যুগৰ কবি আত্মনিষ্ঠ আৰু স্বপ্ৰধান, সেইগুণে দেৱ-বন্দনা, বা কালিদাস ডাণ্টেৰদৰে পূৰ্বসূৰী গুৰু-বন্দনা আধুনিক কাব্যত প্ৰায়ে দেখা নাযায়। প্ৰাচীন কবিয়েহে কাব্যৰ আৰম্ভত ইষ্টদেৱতা আৰু কাব্যৰ বিষয়-বস্তু সম্পৰ্কে আভাস দিয়ে। কোনো কোনো ক্ষেত্ৰত কবিৰ পৃষ্ঠপোষকসকলৰ গুণ-গৰিমাৰ কথাও পোৱা যায়। পৃষ্ঠপোষকতাৰ দায়িত্ব ক্ৰমে ব্যক্তিৰ পৰা জনতালৈ বাগৰি আহিছে। নিজৰ গুণ সম্পৰ্কে সচেতন কবিয়ে জনতাৰ

ওপৰত নিৰ্ভৰ নকৰি নিৰবধি কাল আৰু বিপুল পৃথিৱীৰ সন্তসকলৰ বিচাৰ কামনা কৰে।

কাব্যৰ জোৰাণিতকৈও কাব্যৰ মোখনিটো আৰু তাৎপৰ্যপূৰ্ণ, আৰু মৰ্মস্পৰ্শী। কোনো কোনো ঠাইত কবিৰ লেখাই যেন বিদায়ৰ বেকা- চাৱনিৰে সৰু মহাভাৰত এখনহে কৈ যায়।

ঋগবেদৰ সূক্তবিলাকত প্ৰায়ে দেখা যায়, সেই সূক্তত ব্যৱহাৰ কৰা ঘাই ছন্দটো শেষৰ দুই-এটা ঋকত ব্যৱহাৰ নকৰি আন ছন্দহে প্ৰয়োগ কৰে। ভাৰতীয় পৌৰাণিক মহাকাব্যৰ এটা বিশিষ্টতা এই -- প্ৰত্যেক সৰ্গৰ এক, দুই বা ততোধিক ছন্দ সেই সৰ্গত ব্যৱহৃত ঘাই ছন্দৰপৰা বেলেগ। কবিসকলে বৈদিক কাব্যৰপৰা এই আদৰ্শ গ্ৰহণ কৰাটো সম্ভৱ। ছন্দৰ এই পৰিৱৰ্তনে সৰ্গৰ সমাপ্তিও বুজায় আৰু লগতে কাব্যৰ কাহিনীৰ গতি-পৰিৱৰ্তন বা নায়ক-নায়িকাৰ অন্তৰৰ অৱস্থাৰো অলপ ইংগিত দিয়ে। ৰঘুবংশৰ চতুৰ্দশ সৰ্গৰ সামৰণীত থকা শ্লোক এটা লোৱা যাওক — এই শ্লোকৰ ছন্দ পূৰ্ববৰ্তী শ্লোকবিলাকৰপৰা ভিন্ন।

সীতাং হিত্বা দশমুখৰিপুৰ্নোপযেমে যদন্যাং
তস্যা এব প্ৰতিকৃতিসখো যৎ ক্ৰতুনাজহাৰ।
বৃত্তান্তেন শ্ৰবণবিষয়প্ৰাপিনা তেন ভৰ্ত্তুঃ
সা দুৰ্বাৰং কথমপি পৰিত্যাগদুঃখং বিষেহে।।

সীতাক বনলৈ পঠিয়াই ৰামে আন স্ত্ৰী গ্ৰহণ নকৰিলে, সীতাৰ প্ৰতিকৃতি নিৰ্মাণ কৰাই যজ্ঞ সাংগ কৰিলে। স্বামীৰ কাৰ্যৰ এই বিৱৰণ কাণত পৰাত সীতাই দুৰ্বাৰ-দুঃসহ পৰিত্যাগৰ গভীৰ ক্লেশ কোনোমতে সহ্য কৰি থাকিল।

দৃশ্যকাব্য শকুন্তলাৰ সামৰণীৰ ভৰতবাক্যতো কালিদাসৰ আদৰ্শৰ অকণমান চিনাকি পোৱা যায়।

প্ৰৱৰ্তাং প্ৰকৃতিহিতায় পাৰ্থিবঃ
সৰস্বতী শ্ৰুতমহতাং মহীয্যতাম্।
মমাপি চ ক্ষপযতু নীললোহিতঃ
পুনৰ্ভবং পৰিগতশক্তিৰাত্ম ভূঃ।।

— প্ৰজা সাধাৰণৰ হিতৰ অৰ্থে ৰজাই আত্মনিয়োগ কৰিব। জ্ঞানী বেদবিদ্ সকলৰ বাক্যই যেন আদৰ পায়। শক্তিযুক্ত নীললোহিত মহাদেৱে যেন মোৰো পুনৰ্জন্মৰ নিবৃত্তি কৰে।

এই ভৰতবাক্যই কালিদাসৰ কাব্যত দাঙি ধৰা আদৰ্শ ৰজাৰ কথা; বনবাসী ঋষিসকলৰ সমাজত স্থানৰ কথা, আৰু পঞ্চম অংকত ৰজাৰ বৈতালিকে বৰ্ণনা কৰা 'স্বসুখনিৰভিলাষ' ৰজাৰ কথা সোঁৱৰাই দিয়ে। নাট্যকাৰৰ নিজৰো শিৱভক্তিৰ ইংগিত লগতে দি যায়।

মেঘদূত কাব্যৰ শেষৰ শ্লোকত বিৰহ-ক্লিষ্ট আৰু বিৰহ-কৃশ যক্ষই বাৰ্তাবাহী মেঘক দিয়া আশীৰ্বাদো মন কৰিবলগীয়া। মাভূদেবং ক্ষণমপি চতে বিদ্যুতা বিপ্ৰয়োগঃ — বিদ্যুতৰ লগত যেন তোমাৰ এক নিমিষো বিচ্ছেদ নঘটে। যক্ষই বছৰেকীয়া দীৰ্ঘ বিৰহৰ ফলত গভীৰ কষ্টৰ অভিজ্ঞতা লাভ কৰি পৰৰ দুখ-কষ্ট বুজিবলৈ সমৰ্থ হৈছে। মেঘৰদৰে এনে বিপদৰ বন্ধুৰ কথাই নাই, সাত শত্ৰুৰোৰো যেন যক্ষৰ দৰে দুৰৱস্থা নহয়।

ৰঘুবংশৰ আন এক সৰ্গৰ শেহত দশৰথ ৰজাই অন্ধক মুনিৰ পুত্ৰক নাজানি বধ কৰাৰ বাবে মুনিয়ে দিয়া অভিশাপ অন্তৰত লৈ অহাৰ বৰ্ণনা দিছে। কালিদাসে কৈছে — সমুদ্ৰই বাড়বানল বুকুত ধাৰণ কৰাদি ৰজায়ো সেই ঋষিশাপৰ অগ্নি অন্তৰত সামৰি লৈ থাকিল (ৰঘু, নৱম সৰ্গ)।

আটাইতকৈ অৰ্থপূৰ্ণ গীতাৰ শেষৰ শ্লোক-

যত্ৰ যোগেশ্বৰঃ কৃষ্ণো যত্ৰ পাৰ্থো ধনুৰ্ধৰঃ।
তত্ৰ শ্ৰীবিজয়ো ভূতিঃ ধ্ৰুবা নীতিঃ মতিঃ মম।।

— যি যি অনুষ্ঠানত জ্ঞান আৰু কৰ্মৰ বিৰোধ নাই, সমন্বয় আছে, তাতেই সৌন্দৰ্য, তাতেই বিজয়, তাতেই সম্পদ — এয়ে সাৰ্বজনীন চিৰন্তন নীতি (Perennial guide)।

গীতাৰ শেষত আচল সাৰ কথাখিনি ভুৰুকাত পৰ্বত ভৰোৱাদি ভৰাই থ'লে।

পশ্চিমীয়া সাহিত্যলৈ এবাৰ চকু ফুৰালে জগদ্বিখ্যাত নাট্যকাৰ ছেক্‌ছপীয়েৰৰ কথাই মনত পৰে। তেওঁৰ সৰু কবিতা আৰু নাটবোৰ এবাৰ চাব পাৰি। ছনেট্ বা চতুৰ্দশপদী সেই যুগত এটা কৃত্ৰিম 'কন্‌ভেন্‌ছন্', প্ৰচলিত কাব্যৰীতি। ছেক্‌ছপীয়েৰৰ ছনেটবোৰ কি পৰিমাণে আত্মজীৱনীমূলক আৰু কি পৰিমাণে সাহিত্যিক অনুশীলন, সেই সম্পৰ্কে সমালোচকসকলে ডাঙৰ ডাঙৰ প্ৰবন্ধ লিখিছে। এইখিনি কিন্তু নিশ্চিত যে তেওঁৰ বন্ধুত্ব আৰু প্ৰেমৰ বিষাদাত্মক কাহিনী ছনেট্ কিছুমানে ধৰি থৈছে। ছনেটৰ পাত্ৰটোৱেই প্ৰকাশৰ ক্ষেত্ৰত অত্যন্ত সংযম দাবী কৰে, ই কল্পনাক আৰু ভাষাক বহু পৰিমাণে পংগু কৰি থয়। ইমান হেঙাৰৰ ভিতৰত থাকিও মাজে মাজে ছনেটসমূহত কাব্যৰ বকুল-বন্দুলি ফুলি উঠিছে —

That time of year thou may'st in me behold
When yellow leaves or none or few do hang
Upon the bonghs which shake against the cold,

কিংবা

How sweet and lovely dost thou make the shame
Which like a canker in the fragrant rose
Doth spot the beauty of thy budding name,

অথবা

Not mine own fears, nor the prophetic soul
Of the wide world dreaming of things to come,
Can yets the lease of my true love control,

ছনেটবোৰৰ আৰম্ভণীৰ সহজ আৰু প্ৰয়াসহীন সৌন্দৰ্যৰ লগত শেষৰ মিলিতান্ত পয়াৰৰ মোখনি অতি সেৰেকা যেন, কৃত্ৰিম যেন লাগে— 'সমস্ত সমাজে ডাকি বোলা'ৰ নিচিনা। প্ৰচলিত কাব্যৰীতিয়ে কবিক মিলিতান্ত পয়াৰৰ দুশাৰীৰ শাসন মানি ল'বলৈ বাধ্য কৰিছে। বুদ্ধি আৰু সমগ্ৰ মানুহটোৰ লগত এখন যুদ্ধ চলি আছে। সকলো কাব্যতে বুদ্ধি, প্ৰেৰণা আৰু কল্পনাৰ চিৰকলীয়া সংগ্ৰাম আৰু সন্ধি দেখিবলৈ পায়।

ছেক্‌ছপীয়েৰৰ ট্ৰেজেডীবোৰৰ সামৰণী এবাৰ চালে বেয়া নহ'ব। তেওঁৰ কবি জীৱনৰ প্ৰথমছোৱাত লিখা নাটক জুলীয়াছ ছীজাৰ বুৰঞ্জীমূলক ট্ৰেজেডী। ব্ৰুটাছ চিন্তাশীল পণ্ডিত মানুহ, সাধু উদ্দেশ্যৰ দ্বাৰা প্ৰণোদিত। ৰাজনৈতিক জীৱনত যিবোৰ কৰ্ম সকলোৱে প্ৰায়ে আচৰণ কৰে, তেওঁৰ আদৰ্শবাদী অন্তৰে সেইবোৰ সমৰ্থন নকৰে। সাধুতা আৰু ৰাজহুৱা জীৱনৰ মাজত মিল নঘটেনেকি? গতিকে ব্ৰুটাছৰ জীৱন ব্যৰ্থই হ'ল। সেই ব্যৰ্থতাই ব্ৰুটাছৰ জীৱনৰ ট্ৰেজেডী। কিন্তু নাটকৰ শেষত বিজয়ী এণ্টনিয়ে ব্যৰ্থ নায়ক ব্ৰুটাছৰ শিৰত মাল্য অৰ্পণ কৰিছে।

This was the noblest Roman of them all
All the conspirators, save only he,
Did that thy did in envy of great Caesar;
He only, in a general honest thought
And common good to all, made one of them.

His life was gentle, and the elements
So mixed in him that Nature might stand up
And say to all the world, this was a man!

— এওঁ (ব্ৰুটাছ্) ৰোমানবিলাকৰ মাজত উন্নতমনা আৰু সাধুলোক। ষড়যন্ত্ৰকাৰীহঁতৰ ভিতৰত কেৱল এৱেঁইহে সৰ্বসাধাৰণৰ মংগলৰ কাৰণে দলত যোগ দিছিল, বাকী সকলোৱেই ব্যক্তিগত ঈৰ্ষাতহে চীজাৰক বধ কৰিলে। তেওঁৰ জীৱন কোমল-কান্ত, আৰু তেওঁৰ গাত সকলো গুণৰ আনুপাতিক সমাবেশ হৈছিল। ব্ৰুটাছ প্ৰকৃতিয়ে সৃষ্টি কৰা সম্পূৰ্ণ মানৱ।

আদৰ্শবাদী হেম্‌লেটো ব্ৰুটাছৰ সগোত্ৰী। জীৱনত কেতিয়াও আশা কৰিব নোৱৰা অভূতপূৰ্ব অভিজ্ঞতাই তেওঁক সকলো মানুহৰ ওপৰতেই বিশ্বাস হেৰুৱাবলৈ বাধ্য কৰিলে। তেওঁ কিং-কৰ্তব্য-বিমূঢ়, কোনো এটা সিদ্ধান্তলৈ তেওঁ সহজে আহিব নোৱাৰে। তেওঁৰ মনে ভাৰসাম্য হেৰুৱালে। সমপ্ৰাণ বন্ধুৰ প্ৰতি তেওঁৰ শেষ বচন—

Absent thee from felicity a while,
And in this harsh world draw thy breath in pain
To tell my story (Hamlet V 2)

— মৰণৰ পৰম আনন্দৰপৰা কেইদিনমানলৈ নিজকে বঞ্চিত কৰা, আৰু মোৰ সত্য কাহিনীটো ক'বলৈকে এই কঠোৰ জগতত অতি কষ্টেৰে হ'লেও প্ৰাণ ধাৰণ কৰি থাকা।

হেম্‌লেট নাটৰ জগতখনৰ সম্বন্ধে এই কথাষাৰ যেন এটা ভাষ্য।

সৰলমনা আৰু বিশ্বাসপ্ৰৱণ অথেল'ৰ জীৱনো স্বভাৱৰ গুণতেই ব্যৰ্থ হ'ল। কুটিল আযাগৰ জটিল চক্ৰান্ত আৰু অথেল'ৰ সৰলতা দুয়ো গোট খাই তেওঁৰ জীৱনলৈ ট্ৰেজেডী আনিলে। শেষত তেওঁৰ নিজৰ বীৰত্বৰ প্ৰতিও আস্থা হেৰুৱালে, অনুভৱ কৰিলে যেন তেওঁ ভাগ্যৰ হাতত এটা যন্ত্ৰ মাথোন। Who can control his fate? বীৰত্বৰ গৰ্ব খৰ্ব হ'ল। সংসাৰত জীয়াই থকাৰ স্পৃহা সমূলি আঁতৰিল। বীৰত্ব আৰু প্ৰেমৰ গৌৰৱ তেওঁৰ পক্ষে বিষময় হ'ল। দাম্পত্য প্ৰেমৰ সংসাৰ নিজহাতে ধ্বংস কৰি অনুতাপত দগ্ধ হৈ নিজৰ জীৱন নিজহাতে অন্ত কৰিলে।

Whip me, ye devils,
From the possession of this heavenly sight!
Blow me about in winds ! roast me in sulphur. (Othello V 2)

মেকবেথ নাটতো নায়কৰ শেষ উক্তি জীৱনৰ প্ৰতি বিতৃষ্ণাৰে পূৰ্ণ। দানৱীয় দুৰাশাই মেকবেথক প্ৰকৃতিৰ বিৰুদ্ধে আচৰণ কৰোৱালে, ফলত সংসাৰৰ প্ৰতি বিৰাগ আৰু অনুশোচনাপূৰ্ণ শ্ৰান্তি। যুদ্ধ আৰু ৰাজনীতিত আশাতীত বিজয়ৰ গৌৰৱ লাভ কৰোঁতা মেকবেথৰ পক্ষে ইয়াতকৈ আৰু গভীৰ ট্ৰেজেডী হ'ব নোৱাৰে। মেকবেথৰ শাৰীৰিক মৃত্যু প্ৰদৰ্শন কৰা দৃশ্যটো নাটকৰ পক্ষে অবান্তৰ, সাধাৰণ দৰ্শকৰ কাৰণেহে ই আৱশ্যক। মেকবেথৰ মৃত্যু ইয়াৰ আগতে ঘটিছে, যেতিয়া মেকবেথে কৈছে --

And all our yesterdays have lighted fools
The way to dusty death Out, out, brief candle!
Life's but a walking shadow, a poor player
That struts and frets his hour upon the stage
And then is heard no mone, it is a tale
Told by an idiot, full of sound and fury,
Signifying nothing

— ৰাতিৰ জুই খেদি মানুহ মৃত্যু-পংকত মজে। জীৱন এটা চলন্ত ছায়া, দৰ্শকক পৰিতোষ দিব নোৱৰা ভাৱৰীয়া; কেৱল মঞ্চৰ ওপৰত অৰ্থহীন চিএৱৰ-বাখৰ কৰে। মানুহে পাহৰি যায় তাৰ ভাও। জীৱনটো মূৰ্খই কোৱা আগ-গুৰি নোহোৱা সাধু।

'কীং লীয়েৰ'তো শেষৰ উক্তি —

The weight of this sad time we must obey,
Speak what we feel, not what we ought to say
The oldest hath borne most we that are young
Shall never see so much nor live so long

অমিত্ৰাক্ষৰ ছন্দৰ অধিকাৰী ছেক্‌ছপীয়েৰৰ এয়া মিলিতান্ত পযাৰৰ আৰু নাটকৰ ব্যাখ্যা। কিন্তু তাতোকৈ মৰ্মস্পৰ্শী লিযেৰৰ নিজৰ শেষ উক্তি।

Pray you, undo this button চোলাৰ বুটামটো সোলোকাই দিয়া।

নায়কে উশাহ-নিশাহ নোপোৱা হৈছে। সকলো নাটকতেই একে কথা, দেৱতাই হওক বা মানুহেই হওক, ধৰ্মই হওক, সমাজেই হওক – প্ৰতিকূল অৱস্থাই নিৰোধ কৰে নায়কক। সেই অৱস্থাৰ চেপাত যি আবেগময়ী ভাষা ওলায় সেযে কবিতা। ট্ৰেজেডীৰ নায়কক তেওঁলোকৰ মুখেদি ওলোৱা কবিতাই মহিমান্বিত কৰে। ব্ৰুনেটিয়াৰে নাটকক সংঘৰ্ষৰ প্ৰকাশ বুলি কয়। গ্ৰীক ট্ৰেজেডীৰ নায়ক-নায়িকা দেৱতাৰ শাসনৰ ওচৰত দুৰ্বল সহায়হীন, ছেক্‌ছপীয়েৰৰ নাটকৰো ঠাযে ঠাযে অনুৰূপ সহাযহীনতা স্বীকাৰ কৰা হৈছে।

ইংৰাজী সাহিত্যৰ আন এটা যুগৰ কবি মিল্টন। তেওঁৰ মহাকাব্যৰ বিষয় বাইবেলত থকা চয়তানৰ স্বৰ্গচ্যুতি। দেৱদ্ৰোহী চয়তানৰ প্ৰতি আন্তৰিক সহানুভূতি খ্ৰীষ্টিয়ান কবিয়েও লুকাব পৰা নাই। কাব্যৰ প্ৰথম ডোখৰত চয়তানৰ চৰিত্ৰ অংকনত কবিৰ প্ৰতিভা নিযুক্ত হৈছে। মিল্টনৰ নিজা বিদ্ৰোহী মনৰ প্ৰতিবিম্ব চয়তানৰ চৰিত্ৰত পৰিষ্কাৰ হৈ উঠিছে। ইংৰাজ কবি ব্লেকে (Blake) কোৱাৰদৰে মিল্টন অজ্ঞাতসাৰে চয়তানৰ অনুগামী। কাব্যৰ শেষৰফালে অৱশ্যে চয়তানৰ গৌৰৱ ম্লান হৈ আহিল। আত্মম্ভৰী, বীৰদৰ্পী, বিদ্ৰোহী নায়কৰ পতন অতি কৰুণ। আনহাতে খ্ৰীষ্টান শাস্ত্ৰমতে জগতৰ প্ৰথম দম্পতীৰো সমান্তৰালভাৱে স্বৰ্গচ্যুতি ঘটে।

They hand in hand with wandariny steps and slow,
Through Eden trok ther solitarie way

মিল্টনৰ কাব্য এনেদৰে শেষ হৈছে। আদি দম্পতী আদম-ঈভ দুয়ো হাতত ধৰাধৰিকৈ লাহে-লাহে স্বৰ্গ-উদ্যানৰ মাজেদি চকুলো এটুপি টুকি পৃথিৱীলৈ নামি আহিল। প্ৰলোভনত পৰি জ্ঞানবৃক্ষৰ ফল খোৱাৰ পৰিণাম।

ইংৰাজী সাহিত্যত মিল্টনৰ ছনেটসমূহৰো বিশেষ স্থান আছে। তেওঁৰ ছনেটবোৰ আন এজন কবিয়ে (Soul-animating) উদ্দীপনকাৰী বুলি মন্তব্য কৰিছে। তেওঁৰ ছনেটৰ সামৰণীও ঠায়ে ঠায়ে ভাব আৰু ভাষাৰ গাম্ভীৰ্যৰ গুণত প্ৰাণস্পৰ্শী।

And the repeated air
Of sad Electra's Poet had the power
To save the Athenian walls from ruine bare

আন এঠাইত

License they mean when thy cry liberty,
For who loves that, must first be wise and good.

আকৌ

In vain doth Valour bleed
While Avarice and Rapine share the land

এই ছনেট্‌বোৰৰ কোনোবাটো আত্মজীৱনীমূলক, কোনোটোত তেওঁৰ জীৱনৰ দুখ-কষ্ট, আশা-আদৰ্শৰ কথা, কোনোটোত তেওঁৰ প্ৰতিবাদ আৰু সাৱধান বাণী। স্বাধীন অপৰাজেয় মনৰ পৰিচয় সকলোতে আছে। মিল্টনৰ শেষ কবিকৰ্ম Samson Agonistes বোলা আত্মজীৱনী সদৃশ নাটকখন গ্ৰীক ট্ৰেজেডীৰ আৰ্হিত লিখা হ'লেও হিব্ৰু আদৰ্শহে তাত প্ৰধান হৈ উঠিছে। তেওঁৰ জীৱনাদৰ্শৰো প্ৰকাশ এই নাটত।

Just are the ways of god
And justifiable to man,

মানুহৰ প্ৰতি ঈশ্বৰৰ আচৰণত অন্যায়ৰো একোটোৱেই নাই- মিল্টনৰ নিজৰে বিশ্বাস। নাটখনৰ সামৰণীতো ক'ৰাচৰ মুখেদি কৈছে — Calm of mind, all passion spent — আত্মাৰ শান্ত, ৰাগশূন্য, সত্বস্থ অৱস্থা। All is best, though we oft doubt আমি যদিও সন্দেহ কৰোঁ, সকলো মহামংগলৰ অনুকুল।

মিল্টনৰ এটি শোক- কবিতা (elegy) আছে, নাম 'লীছিডাছ' (Lycidas); তেওঁৰ এজন সমনীয়াৰ অকাল মৃত্যু উপলক্ষে মেষপালকৰ আঁৰ লৈ প্ৰাচীন গ্ৰীক পেষ্ট'ৰেল (pastoral)-অৰ আৰ্হিত লিখা। দেখাত ব্যক্তিগত বেজাৰৰ প্ৰকাশ হ'লেও সেই কবিতাত সমসাময়িক ধৰ্ম আৰু সমাজৰ বিষয়ে ভালেখিনি কথা সোমাই আছে। সেই কবিতাৰ শেষত আছে --

Tomorrow to fresh woods and pastures new

কাইলৈ আকৌ নতুন হাবি-বননি আৰু চাঁহনিলৈ যাম। নিতৌ নতুন সৌন্দৰ্যৰ আবিষ্কাৰ আৰু উদ্‌ঘাটনেই প্ৰতিভাৰ পৰিচয়।

মিল্টনৰ পথ অনুসৰণ কৰা বাৰ্ডছৱাৰ্থেও ভালেখিনি ছনেট থৈ গৈছে। ভাব আৰু ভাষাৰ সংযমৰ মাজেদি এই ছনেটবোৰৰ সৌন্দৰ্য ঠায়ে ঠায়ে অতি অনুপম। মিল্টনৰ সৰল জীৱন আৰু স্বাধীন চিন্তাৰ আদৰ্শই বাৰ্ডছৱাৰ্থক প্ৰেৰণা যোগাইছিল আৰু সেই আদৰ্শেৰে সমসাময়িক ইংলণ্ডকো তেওঁ উদ্বুদ্ধ কৰিবলৈ চেষ্টা কৰিছিল। ইংলণ্ডৰ মানসিক আৰু নৈতিক অৱনতিৰ চৰম লক্ষণ দেখি মিল্টনৰ আদৰ্শৰ প্ৰতি শ্ৰদ্ধা জনাই লেখা তেওঁৰ ছনেট বিশেষ উল্লেখযোগ্য। নিসৰ্গ-প্ৰীতি, স্বদেশ প্ৰেম, স্বাধীনতাৰ প্ৰতি শ্ৰদ্ধা, ত্যাগ আৰু বীৰত্বৰ প্ৰশংসা তেওঁৰ ছনেটবোৰৰ বিষয়বস্তু।

অ'ৰ-ত'ৰ পৰা উদাহৰণ দিব পাৰি —

I would rather be
A Pagan Suckled in a creed outworn,
Men are we and must grieve when even the Shade
Of thar which once was great has passed away
Thy friends are exultations, agonies,
And love and man's unconquerable mind.

Thy soul was like a star and dwelt apart

We must be free or die, who speak the tongue
That Shakespeare spake faith and morals hold
Which Milton held.

ৱার্ডছৱার্থৰ 'ছলিটেৰী ৰীপাৰ্' বোলা কবিতাৰ আৰম্ভণীটো যেনে মনোগ্ৰাহী, শেষৰ খিনিও লক্ষ্য কৰিবলগীয়া—

The music in my heart I bore
Long after it was heard no more

কবিৰ হৃদয়ৰ পেৰাটো সুন্দৰ শব্দ আৰু দৃশ্যই খুন্দ খাই আছিল; সেইবোৰেই তেওঁৰ পৰমধন। বিলত ফুলি থকা ডেফডিলৰ দৃশ্যৰ সৌন্দৰ্যই তেওঁৰ অন্তৰতো আনন্দৰ ঢৌ তুলিছিল —

And then my heart with pleasure fills
And dances with the daffodils (The Daffodils)

ৱার্ডছৱার্থৰ কেইটামান কবিতাৰ মোখনি চাওঁহক —

Love had he found in huts where poor men lie,
His daily teachers had been woods and rills,
The silence that is in the starry sky,
The sleep that is among the lonely hills
(Brougham Castle)

তেওঁৰ কাব্যৰ বিষয়-বস্তু, প্ৰকৃতিৰ লগত তেওঁৰ সম্পৰ্ক, প্ৰকাশৰ সৰলতা আৰু মিতভাষিতা এই স্তবকত ওলাই পৰিছে।

O blessed bird! the earth we pace
Again appears to be
An unsubstantial fairy place,
That is fit home for thee! (To the Cuckoo)

কুলি চৰাইৰ মাত শুনি তেওঁৰ মানত বাস্তৱ জগত স্বপ্নময় কল্পলোকত পৰিণত হৈছে।

To her fair works did Nature link
The human soul that through me ran,
Have I not reason to lament
What man has made of man? (Written in Early Spring)

প্ৰকৃতিৰ লগত মানুহৰ আত্মগত সম্বন্ধ, মানুহে প্ৰকৃতিৰ আহ্বান উপেক্ষা কৰি নিজকে অমানুহ কৰিছে –

To me the meanest flower that blows can give
Thoughts that do often lie deep for tears
(Ode on Intimations of Immortality)

অতি সাধাৰণ ফুল এটিয়েও ব্যক্ত কৰিব নোৱৰা কথা মনলৈ আনে।

ৱার্ডছৱার্থৰ সহযোগী ঘনিষ্ঠ বন্ধু কল্‌ৰিজৰ কবি-কৰ্ম লেখত তাকৰ হ'লেও জোখত গধুৰ। তেখেতৰ এটা কবিতাৰ নাম Ancient Mariner, সনাতন নাৱিক। নাৱিকে সমুদ্ৰ যাত্ৰাৰ কালত জাহাজত উৰি পৰা চৰাই এটা বধ কৰি পাপৰ ভাগী হয়, আৰু তাৰ বাবে প্ৰায়শ্চিত্তও হয়। সকলোৱে জনা এটা শ্লোকেৰে এই কবিতাটো শেষ হৈছে-

He prayath best who loveth best
All things, both great and small;
for the dear God who loveth us,
He made and loveth all.

এই নীতিবাক্যৰ স্তবকটো নোহোৱা হ'লেও কবিতাটোৰ সৌন্দৰ্যৰ একো হানি নহয়, নীতি শিক্ষাটো এনেয়ে থকিব

পাৰি। এই কবিতাই বিচিত্ৰ ছন্দৰ মাজেদি কিছুমান অলৌকিক বাস্তৱৰ চিত্ৰ দাঙি ধৰিছে। তেওঁৰ আন এটা অনুপম কবিতা কুব্‌লাখান্। এইটো স্বপ্নলব্ধ কবিতা— স্বপ্নতে ৰচনা কৰিলে, কিন্তু মাজত সাৰ পোৱাত অসম্পূৰ্ণ হৈ থাকিল। অপাৰ্থিৱ সৌন্দৰ্য আৰু ছন্দৰ বৈচিত্ৰ্যৰ গুণত এই কবিতা এটা অপূৰ্ব বস্তু। কবিতাৰ শেষত আছে --

For he on honey-dew hath fed,
And drunk the milk of Paradise

"এই কবিতাত মস্তিষ্কক সম্পূৰ্ণ অৱসৰ দি কবিয়ে কেৱল তেওঁৰ স্বপ্নলোকৰ পৰা নিজে উদ্ভৱ হোৱা কুণ্ডলী পকোৱা ধোঁৱাৰদৰে অবাধ, অসংলগ্ন চিত্ৰ-সৌন্দৰ্যখিনিক বাণীময় ৰূপ দিছে।"

সেই যুগৰে কবি ছেলীৰ কবিতা To the Skylark-অত কবিৰ বিশিষ্টতাখিনি ওলাই পৰিছে। জ্যেষ্ঠ কবি ৱাৰ্ডছৱাৰ্থেও সেই একে বিষয় লৈ এটা কবিতা লিখিছিল। কিন্তু দুয়োজন কবিৰ দৃষ্টিভংগী আৰু প্ৰকাশৰ বিভিন্নতা স্পষ্ট। ডাঙৰজনা কবিৰ কবিতাৰ শেষত আছে —

Type of the wise who soar but never roam,
True to the kindred points of Heaven and home

কবিয়ে ইয়াত শিক্ষকৰ ভূমিকা গ্ৰহণ কৰি পৃথিৱীৰ প্ৰতি, সমাজৰপ্ৰতি কৰ্তব্যৰ কথা প্ৰকাশ কৰিছে, আদৰ্শ আৰু বাস্তৱৰ সমন্বয়ৰ কথা কৈছে। ছেলীৰ কবিতাত কিন্তু কবিৰ আদৰ্শ আকাশগামী, মাটিৰ সংসাৰখনৰ লগত তেওঁৰ সম্বন্ধ যেন নাই। কবিৰ আদৰ্শবাদ শেষৰ স্তৱকত ওলাই পৰিছে —

Teach me half the gladness
    That thy brain must know,
Such harmonious madness
    From my lips would flow,
The world should listen then, as I am listening now

কবিৰ মনত স্কাইলাৰ্ক পক্ষীৰ অপাপবিদ্ধ আনন্দৰ গৰাকী, তাৰ আধাখিনিমান লাভ কৰিলেও তেওঁৰ মুখৰপৰা জগতক মুগ্ধ কৰিব পৰা সংগীতৰ স্ৰোত ব'ব।

ছেলীৰ কবিতাৰ ছন্দ, উপমা সকলোবেই যেন এটি উদ্বিগ্ন মনৰ পৰিচয় দিয়ে — সেই মন এখন নতুন আদৰ্শ ৰাজ্য স্থাপনৰ কাৰণে ব্যাকুল।

এওঁৰ Ode to the West Wind স্ব-প্ৰতিভাৰ প্ৰকাশক। বছৰৰ শেষৰ ধুমুহা-বতাহ-বৃষ্টিক তেওঁ সৃষ্টি আৰু প্ৰলয়কাৰী শক্তি বুলি কল্পনা কৰিছে আৰু এই ধুমুহাৰ প্ৰভাৱ জল-স্থল-অন্তৰীক্ষত কিদৰে দেখা দিছে, তাৰ হৃদয়গ্ৰাহী বৰ্ণনা দিছে। আদৰ্শবাদী কবিৰ সাময়িক দুৰ্বলতা লোপ পাইছে, কবিতাৰ শেষত তেওঁৰ ভৱিষ্যদ্বাণী দীপ্ত হৈ উঠিছে—

Be through my lips to unawakened earth
The trumpet of a prophecy! O Wind,
If winter comes, can spring be far behind?

প্ৰলয়ংকৰী ধুমুহাৰ শক্তি তেওঁৰ মাজেদি প্ৰকাশ পাওক এই তেওঁৰ আকাংক্ষা। জগত এতিয়াও অচেতন, বজ্ৰনিনাদেৰে ভৱিষ্যদ্বাণী তেওঁৰ কাব্যৰ যোগে শুনিবলৈ পাওক— শীত আহিলে বসন্ত কাললৈ আৰু সৰহ পৰ নাই। বিভাৱৰী যদ্যৰুণায় কল্পতে। ৰবীন্দ্ৰনাথৰ বৰ্ষশেষ কবিতাও ছেলীৰ কবিতাৰ তুলনাত যেন অলপ শক্তিহীন।

মিল্টনৰ Lycidas-অৰ দৰে গ্ৰীক পেষ্টৰেল্ কাব্যৰ আদৰ্শত লিখা ছেলীৰ এটা শোক-কবিতা Adonais কীৰ্টছৰ

শোচনীয় অকাল মৃত্যু উপলক্ষে ৰচনা কৰিছিল। জন্ম-মৃত্যুৰ ৰহস্য সম্পৰ্কে কবিৰ এটা দৃঢ় বিশ্বাস হৈছিল, তাক কবিতাৰ শেষত প্ৰকাশ কৰিছে –

The one remains, the many changes and pass,
Heaven's light forever shines, Earth's shadows fly;
Life, like a Dome of many-coloured glass,
Stains the white radiance of Eternity
Until Death tramples it to frogments
* * *
That Light whose smile kindles the universe,
That Beauty in which all things work and move,
That Benedictine which the eclipsing Curse
Of birth can quench not, that sustaining love
Which through the web of being blindly wove
By man, and beast and earth, air and sea
Burns bright or dim, as each are mirrors of
The fire for which all thirst

এক তিনিও কালত সত্য, শাশ্বত আৰু স্থায়ী, বহু পৰিবৰ্তনশীল আৰু অস্থায়ী। স্বৰ্গৰ জ্যোতি চিৰকাল ভাস্বৰ, পৃথিবীৰ ছায়া চঞ্চল। সকলো বৰ্ণৰ সমষ্টি শ্বেতবৰ্ণক যেনেকৈ বেলেগ বেলেগ বৰ্ণত বিভক্ত ৰূপে দেখা যায়, তেনেকৈ জীৱনেও অনন্ত কালক খণ্ড খণ্ড কৰি দেখুৱায়। মৃত্যুৱে জীৱনক সেই অনন্তত লীন কৰে।

যি পোহৰৰ হাঁহিয়ে বিশ্ব ব্ৰহ্মাণ্ড সজীৱ কৰে; যি সৌন্দৰ্যৰ প্ৰভাৱত সকলো জীৱ নিজ নিজ বিচৰণ কৰে আৰু কাৰ্যত প্ৰবৃত্ত হৈ থাকে, যি আশীৰ্বাদ জন্মৰ অভিশাপে– ৰাহুৱে গ্ৰাস কৰিব নোৱাৰে, যি প্ৰেমে মানুহ-পশু, পৃথিবী, অন্তৰীক্ষ, সমুদ্ৰ সকলোকে 'সূত্ৰে মণি গণা ইব' গাঁথি থৈছে; সেই জ্যোতি, সেই সৌন্দৰ্য, সেই প্ৰেমৰ বহ্নি সকলোৰে অন্তৰত প্ৰজ্বলিত হৈ আছে। The Cloud বোলা আন এটি কবিতাত কবিয়ে মেঘৰ মুখেদি কোৱাইছে –

I change, but I cannot die, মোৰ পৰিবৰ্তনহে হয়– মই কেতিয়াও নমৰোঁ। Like a child from the womb/ Like a ghost from the tomb/ I arise and unbuild it again

ইয়াত ছেলীৰ নিজৰ বিশ্বাস আৰু প্লেটো'ৰ প্ৰভাৱ দুয়োটাই প্ৰকাশ পাইছে। 'হেলাছ' (Hellas) বোলা এখন নাটিকাৰ শেষত ছেলীৰ আশাবাদী মন এনেকৈ ওলাই পৰিছে –

The world's great age begins a new,
The golden years return.
The earth doth like a snake renew,
Her winter weeds outworn
The world is weary of the past;
Oh, might it die or rest at last!

জগতৰ মহান পৰিবৰ্তন আৰম্ভ হৈছে, সত্য যুগ উলটি আহিছে। সাপে মোট সলোৱাৰ দৰে পৃথিৱীয়েও নিজৰ শীতকালৰ জীৰ্ণ পোছাক সলনি কৰিছে। অতীত-ক্লান্ত জগত হয় মৰি শেষ হ'ব, নহয় ই জিৰণি ল'ব।

ছেলীৰ Prometheus Unbound অধ্যাত্ম-নাটকত (Soul drama) প্ৰমেথিউছৰ চৰিত্ৰৰ মাধ্যমত নতুন জগতৰ জয়গান গোৱা হৈছে।

To suffer woes which hope thinks infinite,
To forgive wrongs darker than death or night,
To defy Power which seems omnipotent,
To love and bear, to hope till Hope creates
From its own wreck the thing it contemplates,

অপৰিসীম সহিষ্ণুতা, ক্ষমা, দুৰ্জয় ক্ষমাক তুচ্ছ বুলি জ্ঞান কৰা, প্ৰেম আৰু ধৈৰ্য, অবিনাশী আশা– এয়ে নতুন দৃষ্টিৰ উপাদান, ছেলীৰ নাটকৰ সমাপ্তি এয়ে।

তেওঁৰ Ode to West Wind কবিতাৰো শেষত আশাৰ সুৰ। এই আশাবাদৰ কাৰণে ছেলী তেওঁৰ গুৰু আৰু শহুৰ গডৱিনৰ ওচৰত কিছু পৰিমাণে ঋণী।

বায়ৰণো সমসাময়িক জগতৰ প্ৰতি অসন্তুষ্ট। তেওঁৰ মন বিদ্ৰোহী, কিন্তু ছেলীৰ বিদ্ৰোহৰ লগত তেওঁৰ নিমিলে। বায়ৰণে ধৰ্ম-সমাজ সকলোৰে কৃত্ৰিমতা আৰু ভণ্ডামিক আক্ৰমণ কৰিছে, আদৰ্শ হ'লে একো দিয়া নাই। পৰাধীন মানুহ আৰু দেশৰ প্ৰতি তেওঁৰ সহানুভূতি কবিতা আৰু কাৰ্য দুয়োটাতে প্ৰকাশ পাইছিল। স্বাধীনতাৰ কাৰণে যুদ্ধ কৰি বন্দী হোৱা বনিভাৰ্ড নামে ত্যাগী বীৰৰ সম্পৰ্কে লিখা ছনেটটো সকলোৰে পৰিচিত। ছিলন বোলা এটা অন্ধকাৰ দুৰ্গত দীৰ্ঘকাল বনিভাৰ্ডক বন্দী কৰি থৈছিল। কবিয়ে সেই দুৰ্গক তীৰ্থ-স্থান বুলি বৰ্ণাইছে —

Chillon! thy prison is a holy place,
And thy sad floor an altar, for it was trod,
* * * * *
By Bonnivard! May none these marks efface!
For they appeal from tyranny to God

বায়ৰণে Childe Harold বোলা কবিতাত নিজৰ অসন্তুষ্ট জীৱনৰ কথা লিখিছে। সেই কবিতাৰ শেষৰ ফালে থকা সাগৰৰ বৰ্ণনা উল্লেখযোগ্য —

There is a pleasure in pathlers woods,
There is a rapture on the lonely shore,
There is society, where none intrudes,
By the deep Sea, and music in its roar

নিৰ্জন অৰণ্য আৰু সাগৰৰ তীৰত আনন্দ আছে। গভীৰ সমুদ্ৰৰ জনহীন সংগীত-মুখৰ উপকূলৰ যি সমাজ তাত কোনেও কাকো আমনি কৰিবলৈ নাযায়, হস্তক্ষেপ নকৰে।

Roll on, thou deep and dark blue Ocean-roll!
Ten thousand fleets sweep over thee in vain.

— গভীৰ নীল সমুদ্ৰৰ ঢৌ উঠিছে, নামিছে। শত সহস্ৰ নৌ বাহিনীয়ে সাগৰৰ ওপৰত কোনো চিন থৈ যাব নোৱাৰে। মানুহৰ ক্ষমতা পৃথিৱীতে সীমাবদ্ধ, সমুদ্ৰত মানুহ দুৰ্বল। অগাধ-অপাৰ জলত বৰষুণৰ টোপালৰ দৰে মানুহ নিমগ্ন হয়, সমাধিস্থলৰ চিন নাই, পুৰোহিত নাই, অন্ত্যেষ্টিক্ৰিয়া নাই — কোনো চিন পোৱা নাযায় — কাৰ ক'ত সলিল-সমাধি হ'ল।

— সমুদ্ৰৰ ওপৰত কালৰ বিক্ৰমৰ চিন নাই– সৃষ্টিৰ আদিতেই যেনে; আজিও তেনে, সদ্যোজাত আৰু চঞ্চল। শান্ত, ক্ষুব্ধ আৰু তৰংগিত- এই সকলো অৱস্থাতে সাগৰ যেন সেই অসীম, সৰ্বশক্তিমন্ত অনাদি- অনন্তৰ প্ৰতীক।

The image of eternity, the throne of the Invisible

— অনন্তৰ প্ৰতিমা, নিৰাকাৰৰ সিংহাসন।

জীৱনত ব্যক্তিগত দুখ-শোকৰ কাৰণ থাকিলেও কীট্‌ছৰ কাব্যত অসন্তুষ্টি, ক্ষোভ অলপো নাই। তেওঁৰ কবিতা কোনো তত্ত্বকথাৰে ভাৰাক্ৰান্ত নহয়। তেওঁৰ মনটো অতীতৰ গ্ৰীকসকলৰ দৰে ৰূপ-ৰস-গন্ধ প্ৰিয়, মুগ্ধ বাল্কৰদৰে জগতৰ আনন্দৰ উপাদান উপভোগ কৰে, অতীত বা ভৱিষ্যতৰ কথা সঘনে ভাবি নাথাকে। গ্ৰীক ভাষা নাজানিলেও তেওঁৰ অন্তৰে গ্ৰীক জগতখন অনুভৱ কৰিব পাৰিছিল। হমাৰৰ কাব্যৰ ইংৰাজী তৰ্জমা পঢ়ি তেওঁ এক নতুন পৃথিৱীৰ সন্ধান পাই বিস্ময়ত অভিভূত হৈ পৰিছিল। জ্যোতিৰ্বীয়ে অনেক বিনিদ্ৰ ৰজনীৰ নিৰীক্ষণৰ মূৰত হঠাতে নতুন নক্ষত্ৰ আৱিষ্কাৰ কৰি যি বৰ্ণনাতীত আনন্দ পায়, হোমাৰৰ ইংৰাজী তৰ্জমা দেখি তেওঁ সেই আনন্দ পাইছিল,– নতুন দেশ আৱিষ্কাৰ কৰি যি আনন্দ পায়, তেওঁ তেনে আনন্দত নিৰ্বাক হৈ পৰিছিল — Silent upon a peak in Darien. তেওঁৰ Endymion এখন ৰোমান্‌ছ কাব্য, গ্ৰীক পুৰাণৰ এটা কাহিনী অৱলম্বন কৰি লিখা। তাৰ আৰম্ভণীতহে আকৰ্ষণ আছে –

A thing of beauty is a joy for ever,
Its loveliness increases, it will never
Pass into nothingness, but will keep
A bower quiet for us and a sleep
Full of sweet dreams and health and quiet breathing
Therefore, on every morrow are we wreathing
A flowery band to bind us to the earth,
Spite of despondence, of the inhuman dearth
Of noble natures

সুন্দৰ বস্তু চিৰানন্দৰ মূল, তাৰ সৌন্দৰ্য নকমে, বাঢ়িহে যায়, মানুহে নিৰাশা আৰু মানৱিকতাৰ অভাৱ সত্ত্বেও পৃথিৱীৰ লগত লগন-গাঁথি লগাই বান্ধ খাই থাকে। Ode to Autumn বোলা কবিতাত কীট্‌ছে পৃথিৱীৰ ফল-পুষ্প-শস্যই দিয়া আনন্দত আপ্লুত হৈ শৰৎকালৰ ৰূপ-ৰস-শব্দ-গন্ধ উপভোগ কৰিছে, অতীতৰ স্মৃতি নাইবা ভৱিষ্যতৰ চিন্তাই তেওঁৰ মনত কোনো উদ্বেগ সৃষ্টি কৰা নাই। বৈদিক যুগৰ মানুহৰ লগত যেন ভালেখিনি মিলে।

প্ৰাচীন জগতৰ লগত, বিশেষকৈ প্ৰাচীন গ্ৰীক জগতৰ লগত কীট্‌ছৰ অন্তৰংগ সম্পৰ্ক। অতীতৰ গ্ৰীক জীৱনৰ দৃশ্য আঁকি থোৱা এটা পাত্ৰ দেখি কবিয়ে Ode to a Grecian Urn বোলা বিখ্যাত কবিতাটো লিখে। সেই নীৰৱ দৃশ্যত যেন তেওঁ প্ৰাচীন গ্ৰীক দেশ সাক্ষাৎ দেখা পাইছিল। — Heard melodies are sweet, but those unheard are sweeter — শুনা সংগীত মধুৰ, নুশুনা গীত আৰু মধুৰ। এই কবিতাটোৰ শেষতে আছে কীট্‌ছৰ প্ৰখ্যাত পংক্তি — Truth is Beauty, Beauty is Truth - সত্যই সুন্দৰ, সুন্দৰেই সত্য। দৰিদ্ৰতা, ব্যৰ্থপ্ৰেম, শাৰীৰিক ব্যাধি, বিৰুদ্ধ সমালোচনা — সকলো গোট খাই কীট্‌ছৰ জীৱন অকালতে শেষ কৰিলে। মৃত্যুৰ সময়ত তেওঁৰ একুৰি পাঁচ বছৰ মাথোন। তেওঁৰ এটি ছনেটত মৃত্যুৰ আগজাননী এনেদৰে দিছে —

When I behold, upon the night's starred face
Huge cloudy symbols of a high romance,
And feel that I may never live to trace
Their shadows with the magic hand of chance;

জীৱনৰ দুখৰ অভিজ্ঞতা আৰু কবিৰ বৈশিষ্ট্যখিনি সামৰি লোৱা আন এটা কবিতা Ode to Nightingale-অৰ শেষত আছে –

Was it a vision, or a walking dream?
Fled is that music — Do I wake or sleep?

নিদ্ৰা, নে স্বপ্ন, নে জাগৰণ? — কীট্‌ছৰ দীৰ্ঘ অথবা হ্ৰস্ব কবি জীৱনৰো ইংগিত এয়া। বড্‌লেয়াৰৰ লগত দুই-এটা কথাত মিল থকা প্ৰাচীন পৃথিৱীৰ কবি এগৰাকীয়ে যেন ভুলক্ৰমে আধুনিক জগতত জন্ম ল'লেহি।

কীট্‌ছৰ পাছৰ কবিসকলৰ মাজত টেনিছনৰ কথাকে ক'ব পাৰি। তেওঁক মহাৰাণীৰ দিনৰ প্ৰতিনিধি বোলা হয়। সেই কালৰ নীতি আৰু বিশ্বাস তেওঁৰ কাব্যৰ মাজেদি প্ৰকাশ পাইছে। 'আৰ্থাৰৰ তিৰোভাৱ' (Morte D' Arthur) নামৰ কবিতাৰ শেষত নায়কৰ উক্তি—

The old order Changeth, yielding place to new,
And God fulfils Himself in many ways... . .
* * * *
More things are wrought by prayer
Than this world dreams of Where fore, let thy voice
Rise like a fountain for me night and day,
For what are men better than sheep or goats
That nourish a blind life within the brain .

পুৰণিৰ সলনি হয়, নতুনলৈ ঠাই এৰি দিয়ে, ভগৱন্তই বিভিন্ন প্ৰকাৰে নিজৰ ইচ্ছা পূৰণ কৰি লয়। আমি সপোনতো ভাবিব নোৱৰা অনেক কাৰ্য প্ৰাৰ্থনাই সিদ্ধি কৰে। লুণীয়া সাগৰৰ পানীৰ নিজৰাৰদৰে মোৰ কাৰণে দিনে-ৰাতিয়ে কৰা প্ৰাৰ্থনাই মোৰ শান্তিয়নী হ'ব, ঈশ্বৰক চিনি পাই যদি প্ৰাৰ্থনাকে নকৰিলে, তেন্তে মানুহ আৰু পশুৰ পাৰ্থক্য থাকিল

হ'মাৰৰ কাব্যৰ নায়ক ইউলিছেছক টেনিছনে আধুনিক যুগৰ অনন্ত জ্ঞান-স্পৃহাৰ প্ৰতীক ৰূপে বৰ্ণনা কৰিছে। হ'মাৰৰ মূল কাব্যত ইউলিছেছ দেশ-বিদেশ ভ্ৰমণ কৰি পৰিশ্ৰান্ত হৈ বহু কালৰ মূৰত নিজ ঘৰলৈ ঘূৰি আহিছে। টেনিছনৰ কবিতাত কিন্তু ইউলিছেছৰ ভ্ৰমণ-স্পৃহাৰ নিবৃত্তি হোৱা নাই— নতুন নতুন অভিজ্ঞতা লাভৰ কাৰণে 'বৃদ্ধঃ ষোড়শবৰ্ষবৎ' আকৌ পুৰণি লগৰীয়াৰ লগত সমুদ্ৰ-যাত্ৰাৰ কাৰণে প্ৰস্তুত হৈছে।

One equal temper of heroic hearts,
Made weak by time and fate, but strong in will
To strive, to seek, to find and not to yield (Ulysses)

কাল আৰু ভাগ্যই জুৰুলা কৰিলেও তেওঁৰ অদম্য ইচ্ছাশক্তি আছে — পৰিশ্ৰম কৰিবলৈ, অনুসন্ধান আৰু নতুন কথা আৱিষ্কাৰ কৰিবলৈ।

টেনিছনৰ আন এটা সুন্দৰ কবিতা Choric song, এই কবিতাত প্ৰতিফলিত হৈছে পৰিশ্ৰমত ক্লান্ত হৈ জিৰণি বিচৰা মানুহৰ মনৰ ভাব। 'ইউলিছিছ্' বোলা কবিতাৰ ই বিপৰীত। ছন্দ আৰু চিত্ৰ দুয়োফালৰে পৰা এই কবিতাটি ইংৰাজী সাহিত্যৰ ভিতৰতে লেখত ল'বলগীয়া। পৃথিৱীৰ সুখ-দুখৰ প্ৰতি উদাসীন হৈ নন্দনকাননত বাস কৰা বিলাসী দেৱতাসকলৰ কথা এইদৰে বৰ্ণাইছে-

Where they smile in secret, looking over waste lands,
Blight and famine, plague and earthquake, roaring deeps
and fiery sands,

Clanging fights, and flaming towns, and sinking ships,
and praying hands.
But they smile, they find a music centred is a doleful song
Steaming up, a lamentation and an ancient tale of wrong,
Like a tale of little meaning though the words are strong

দুৰ্ভিক্ষ, মাৰি-মৰক, ভূমিকম্প, অগ্নিদাহ, যুদ্ধ-বিগ্ৰহ আদি নানা বিপৰ্যয়ৰ মাজত দিন কটোৱা দুৰ্ভগীয়া পৃথিৱীৰ অধিবাসীইঁতৰ কৰুণ বিননিঁলৈ বিলাসত মত্ত দেৱতাসকলৰ সহানুভূতি নায়েই — বৰং মানুহৰ দুখত সিবিলাকৰ আনন্দহে।

সৰুতে স্কুলত পঢ়া টেনিছনৰ The Brook বোলা কবিতাৰ অস্থায়ীটো বহুত ভাৰতীয় ছাত্ৰৰে মনত আছে –

For men may come and men may go,
But I go on for ever

মানুহ আহিছে, গৈছে, আহিছে, গৈছে, মই হ'লে চিৰকাল বৈ আছোঁ। ঠিক এই ভাবৰে আন এটা কবিতাৰ — Flow down, Cold rivulet. কবি দুৰ্গেশ্বৰ শৰ্মাই শুৱলা ভাঙনি কৰিছে—

*তোমাৰ পাৰত মোৰ নপৰিব ভৰি*
*কেতিয়াও চিৰকাললৈ।*

তে হি নো দিবসা গতাঃ – যোৱা দিন গ'ল, আৰু ঘূৰাই নাহে – কেইটিমান কবিতাৰ শেষত এই ভাবটি প্ৰকাশ পাইছে --

Deep as first love, and wild with all regret,
O Death in Life, the days that are no more. (Tears, idle tears)

আকৌ —

But the tender grace of a day that is dead
Will never come back to me (Break, Break, Break)

প্ৰথম কবিতাটিৰ ভাব লৈ দুৰৰাই লিখিছে, আপোনসুৰত আছে। লক্ষেশ্বৰ শৰ্মাবৰুৱাৰ 'কুঁহি'তো আছে। দুৰৰাৰ বিষাদ টেনিছনৰ কবিতাৰ ঠায়ে ঠায়ে পায়। তেওঁৰ 'নাৱৰীয়া'ও টেনিছনৰ পৰাই পোৱা যেন লাগে। টেনিছনে তেওঁৰ কবিতা-সংগ্ৰহৰ শেষত The sunset and the evening star বোলা কবিতাটো ছপাবলৈ নিৰ্দেশ দি গৈছে। এবাৰ জাহাজত ভ্ৰমণ কৰোঁতে লেফাফা এটাৰ ওপৰত এই কবিতাটি লিখিছিল। টেনিছনৰ জীৱন-দেৱতাৰ কথা ইয়াত কৈ গৈছে-

দেশ কাল সময়ৰ সীমা হেৰুৱাই
সোঁতে যদি নিয়ে মোক বহু দূৰলই,
ভয় নাই, নাৱৰীয়া বহি কাষতেই
নাওখনি নিব মোৰ নিজ দেশলই। (দুৰৰাৰ অনুবাদ)

দুৰৰাৰ ওপৰত টেনিছনৰ প্ৰভাৱ ভালেখিনি। টেনিছনৰ Locksley Hall কবিতাৰ প্ৰথম শাৰীৰ প্ৰতিধ্বনি দুৰৰাৰ 'পাহৰাসুৰ' বোলা কবিতাৰ আৰম্ভতে আছে — Comrades, leave me here a little খন্তেকলৈ এৰি দিয়া,

তোমালোক যোৱা গই। যোৱা কুৰিৱিলাকত Locksley Hall আৰু নজ্‌ৰুলৰ গজল কলেজীয়া ছাত্ৰৰ প্ৰিয় বস্তু আছিল। 'উদ্ভ্ৰান্ত প্ৰেম' আৰু 'যমুনাপুলিনেব ভিখাবিণী' বোলা বাংলা উপন্যাস দুখনো।

টেনিছনৰ সমসাময়িক কবি ব্ৰাউনিং। তেওঁৰ কবিতা সাধাৰণতে বুজিবলৈ টান, ভাষাও অলপ দুৰ্বোধ্য। তেওঁৰ এটা কবিতা স্কুলীয়া পাঠ্যপুথিত প্ৰায়ে থাকে — Pied Piper of Hamelin এখন গাঁৱৰ মানুহে এন্দুৰৰ উপদ্ৰৱৰ পৰা ৰক্ষাকৰা মানুহ এটাক দিবলগীয়া পাৰিশ্ৰমিক নিদিয়াত সেই পেঁপাদাৰীযে পেঁপা বজাই বজাই গাঁৱৰ ল'ৰা-ছোৱালী পানীত বুৰাই মাৰিলে। নীতিমূলক কথা। ব্ৰাউনিঙৰ কবিতা কিছুমানৰ আৰম্ভটোৱে মন আকৰ্ষণ কৰে, যেনে Just for a handful of silver he left us, (Lost Leader) — এমুঠি ৰূপৰ কাৰণে তেওঁ আমাৰ লগ এৰিলে। বিপ্লৱী ৱাৰ্ডছ্‌ৱাৰ্থে মাজ বয়সত চৰকাৰী বিষয়-বাব লৈ ৰাজকবিৰ পদবী গ্ৰহণ কৰি ৰাজভক্ত হৈ পৰিল। ব্ৰাউনিঙৰ সেইটোৰেই বেজাৰ।

আৰু এটা কবিতা আৰম্ভ হৈছে এনেদৰে —Escape me?

Never--
Beloved !
While I am I and you are you

আমাৰ কোনো কোনো কবিয়েও এই ঢংটো অনুসৰণ কৰিছে। ব্ৰাউনিং বহুগুণৰ সমন্বয়, তেওঁক উলামুলা কবিযে লগধৰা টান। আৰু এটা কবিতা আৰম্ভ হৈছে এনেকৈ — It was roses, roses, all the way মানুহজন যোৱা বাটত গোলাপ ফুলৰ বৰষুণ। কবিতাটোৰ নাম The Patriot, এজন দেশপ্ৰেমিকৰ কাহিনী। প্ৰথমতে তেওঁৰ প্ৰতি অতি সন্মান— সৰ্বমত্যন্তগৰ্হিতম্। কেইবছৰমানৰ মূৰত তেওঁক মূৰত তুলি লৈ ফুৰোৱা নাগৰিকবোৰেই তেওঁক বধ্যভূমিলৈ লৈ গৈছে— মূৰত তেওঁৰ ফুলৰ সলনি শিলগুটিৰ দলি। দেশভক্তজনৰ বিশ্বাস— তেওঁৰ নিস্বাৰ্থ কৰ্মৰ ফল নেদেখাজনে দিব। এই জন্মত তেওঁ কামৰ বেচ লোৱাহেঁতেন, সিটো জন্মত তেওঁ একো পাবলৈ আশা কৰিব নোৱাৰে। সেইকালত বিজ্ঞানৰ অগ্ৰগতিৰ ফলস্বৰূপে সন্দেহ আৰু অবিশ্বাসৰ সোঁত বৈছিল ধৰ্মৰ প্ৰতি। টেনিছন, কাৰ্লাইল, ব্ৰাউনিং— এওঁলোক এই সোঁতত উটি যোৱা নাছিল— এওঁলোক বিশ্বাসীৰ দলৰ, 'নাই' বোলা দলৰ নহয়। ব্ৰাউনিঙৰ অকণমান কবিতা এটিৰ শেষত আছে –

God's in His heaven,
All's right with the world.

ভগৱন্ত তেওঁৰ বৈকুণ্ঠতেই আছে, সৃষ্টিৰ ভিতৰতো সকলো নিয়মমতেই চলি আছে। তেওঁৰ আন এটা উল্লেখযোগ্য শ্লোক —

Oh! the world that God has made it, all is beauty
Knowing this is love, and love is duty (Guardian Angel)

ব্ৰাউনিঙৰ কবিতাত থকা আশাবাদ আৰু নিৰ্ভীকতাৰ সম্বন্ধে কবিৰ নিজৰ কথাৰেই ক'ব পাৰি —

One who never turned his back, but marched breast forward,
Never doubted clouds would break,
Never dreamed, though right were worsted, wrong would triumph,
Held we fall to rise, are baffled to fight better,
Sleep to wake.

তেওঁ কেতিয়াও পিচলৈ নোচোৱাকৈ বুকু ফিন্দাই আগবাঢ়ি গৈ আছিল, বতাহ-ধুমুহা মূৰত পাতি ল'ব লাগিব বুলি জানিও, ন্যায়ৰ সাময়িক পৰাভৱ হ'লেও অন্যায়ৰ বিজয় হ'ব বুলি সপোনতো তেওঁ বিশ্বাস নকৰিছিল, তেওঁৰ দৃঢ়

বিশ্বাস আছিল— মানুহ পৰি আকৌ উঠে, এবাৰ ব্যৰ্থ হ'লেও বেছি সাহসেৰে আৰু দক্ষতাৰে যুঁজে, সাৰ পাই উঠিবলৈহে মানুহে শোৱে।

জীৱনৰ ব্যৰ্থতাৰ ওপৰত আশা নিৰ্মাণ কৰাৰ বাণী ব্ৰাউনিঙৰ এটা বিশিষ্টতা। এজন ডেকাক তেওঁৰ প্ৰণয়িনীয়ে প্ৰত্যাখ্যান কৰিছে। প্ৰেমিকৰ মনত কোনো ক্ষোভ নাই, বিষাদ নাই। কেৱল শেষবাৰৰ কাৰণে দুয়ো ওচৰা-উচৰিকৈ দুটা ঘোঁৰাত উঠি ফুৰিব, এয়ে তেওঁৰ প্ৰাৰ্থনা। প্ৰাৰ্থনা মঞ্জুৰ হ'ল, দুয়ো ওচৰা-উচৰিকৈ ঘোঁৰাত উঠি কদমত গৈ আছে। প্ৰেমিকৰ মনত জীৱন সম্পৰ্কে নানা চিন্তা-ভাৱনাৰ উদয় হৈছে। মানুহে যিমানখিনি মনতে পাঙে, সিমান কাৰ্য সিদ্ধি হয় জানো? মানুহে যিখিনি কৰে, কৰিবলৈ থকাখিনিৰ তুলনাত সি অতি সামান্য। প্ৰণয়ৰ ক্ষেত্ৰত এই প্ৰেমিকজনৰ ব্যৰ্থতাও গ্ৰহণীয়, কিয়নো সফলতাৰ ছবি তেওঁৰ ধ্যানৰ বিষয় হৈ থাকিব। এই জীৱনতে কৃতকাৰ্যতা লাভ কৰিলে ভৱিষ্যতৰ কাৰণে আশা-আগ্ৰহ কৰিবলগীয়া একো নাথাকে। তেওঁক উপেক্ষা কৰা প্ৰণয়িনীয়ে যে তেওঁৰ লগত শেষবাৰৰ কাৰণে ওচৰা-উচৰিকৈ ঘোঁৰাত উঠি গৈ আছে— এই অশ্বাৰোহণৰ মুহূৰ্ত যেন অনন্তকালত পৰিণত হয়।

What if we still ride on, we two,
With life for ever old, yet new,
Changed not it in kind, but in degree,
The instant made eternity —

মানুহৰ আকাংক্ষা আৰু আদৰ্শৰ দ্বাৰাইহে মানুহৰ মূল্য বিচাৰ কৰিব লাগে, অকল বাহ্যিক কৃতকাৰ্যতাৰপৰাই নহয়।

Thoughts hardly to be packed
Into narrow act,
Fancies that broke through language and escaped,
All I could never be,
All men ignored in me

This, I was worth to God, whose wheel the pitcher shaped অকৃতকাৰ্য, অকথিত বাণী আৰু অগীত গানৰো মূল্য থাকে।

ব্ৰাউনিঙৰ সমসাময়িক আন এজন ইংৰাজ কবি মেথিউ আৰ্ণল্ড। পাৰস্যৰ মহাকবি ফাৰ্দুছিৰ গ্ৰন্থৰ ওপৰত নিৰ্ভৰ কৰি লিখা হ'মাৰিক উপমাৰ ফুলবছা আখ্যায়িকা কাব্য Sohrab and Rustum — পিতা-পুত্ৰৰ মাজত যুদ্ধ হ'ল আৰু নাজানি ৰুষ্টমে নিজৰ পুত্ৰকে বধ কৰে। Oxus নদীৰ পাৰত এই যুদ্ধ ঘটে আৰু পিতাৰ কৰুণ বিলাপলৈ কাণ নকৰি সেই অন্ধকাৰৰ মাজেদি নিৰ্বিকাৰ Oxus নদী বৈ থাকে। কাব্য এনেদৰে সমাপ্ত হৈছে –

And Rustum and his son were left alone
But the majestic River floated on,
Out of the mist and hum of that low land,
Into the frosty starlight, and there moved,
Rejoicing, through the hush'd Chorasmian waste
Under the solitary moon

মানৱ আত্মাৰ নিঃসংগতাৰ কথা কবিয়ে কেইবাঠাইতো কৈছে। তেওঁৰ Isolation বোলা এটা কবিতাৰ শেষত আছে

Who renders vain their deep desire?
A God, a God their severance ruled,

And bade betwixt their shores to be
The unplumbed, salt, estranging sea

বিজ্ঞানৰ যুগত সন্দেহ আৰু অবিশ্বাসে কবিৰ মনক জোকাৰিছিল, সেইহে তেওঁৰ কবিতাত প্ৰায়ে এটা কৰুণ সুৰ শুনা যায়। আধুনিক কবিতাৰ এটা ধাৰা এওঁৰ পৰাই আহিছে বুলি ক'ব পাৰি। তেওঁৰ Dover Beach নামৰ কবিতাটিৰ সামৰণী এনে —

For the world which seems
To lie before us like a land of dreams,
So various, so beautiful, so new,
Hath really neither joy, nor love, nor light,
Nor certitude, nor peace, nor help for pain,
And we are here as on a darkling plain
Swept with confused alarms of struggle and fight,
Where ignorant armies clash by night

আমাৰ মুখৰ আগত স্বপ্নৰাজ্যৰ দৰে যি জগতখন পৰি আছে, সেই জগতত নিত্য-নতুন আৰু বিচিত্ৰ সৌন্দৰ্য আছে হয়, কিন্তু আচলতে তাত নাই আনন্দ, নাই প্ৰেম-প্ৰীতি, নাই পোহৰ, নাই শান্তি, নাই যন্ত্ৰণাৰ সকাহ। ই এখন অন্ধকাৰ যুদ্ধক্ষেত্ৰ।

তথাপি আৰ্ণল্ডে প্ৰকৃতিৰ আনন্দ লাভ কৰিছিল, যদিও সেই আনন্দ সিমান গভীৰ নাছিল। অৱশ্যে তেওঁ এটা আদৰ্শত বিশ্বাস স্থাপন কৰিছিল — সেই যুগৰ আন কবি কেইজনমানৰ দৰেই।

Still doth the soul, from its lone fastness high,
Upon our life a ruling effluence send
And when it fails, fight as we will, we die,
And while it lasts, we cannot wholly end (Palladium)

— যিমান দূৰতেই থাওক আত্মশক্তিয়ে আমাৰ জীৱনত এটা নিয়ন্ত্ৰণৰ প্ৰভাৱ বিস্তাৰ কৰে, এই শক্তি নোহোৱা হ'লেই আমাৰ মৃত্যু– আমি লাগে যিমানেই যুঁজি থাকোঁ। এই আত্মশক্তি থাকে মানে আমি সম্পূৰ্ণ নিঃশেষ হৈ নাযাওঁ।

মেথিউ আৰ্ণল্ড অক্সফ'ৰ্ডৰ কাব্যৰ অধ্যাপক আৰু আগতে স্কুল পৰিদৰ্শক আছিল। সমালোচক ৰূপে তেওঁৰ বিশেষ খ্যাতি, তেওঁ সাত্ত্বিক-সংযমী (classical) সম্প্ৰদায়ৰ। আধুনিক বুলি কোৱা কবিসকলৰ কেইটামান গুণ তেওঁৰ কবিতাতো বৰ্তমান।

টমাছ হাৰ্ডিৰ উপন্যাসখনিৰ কথাহে মানুহে জানে। কাব্যতো তেওঁৰ অবদান আছে। Darkling Thrush বোলা এটি সৰু কবিতাত তেওঁ শীতকালৰ আনন্দহীন শুষ্ক পৰিবেশ বৰ্ণনা কৰি জাৰত ঠেৰেঙা হোৱা অকণমান চৰাই এটাৰ অৱস্থা দেখুৱাইছে। আধামৰা চৰাইটোৰ মুখৰ পৰা এটা মাত ওলাইছে। সেই মাতটিৰ কথা কবিতাৰ সামৰণীত কোৱা হৈছে –

At once a voice arose among
The bleak twigs overhead
In a full-hearted evensong
Of joy illimited,
An aged thrush, frail, gaunt and small,
In blast-beruffled plume,

Had chosen thus to fling his soul
Upon the growing gloom
So little cause for carollings
Of such ecstatic sound
Was written on terrestrial things
Afar or nigh around,
That I could think there
trembled through
His happy good-night air
Some blessed hope, whereof he knew
And I was unaware

কেউফালে অৱক্ষয়, ধ্বংস আৰু বিষাদৰহে চিন, এনে স্থূলত প্ৰাণৱন্ত গীতৰ কোনো উপলক্ষ্য নাই। সেই বৃদ্ধ, জুৰুলা, বতাহ-বৰফ-জাৰে কোবোৱা নাওমান চৰাইটিৰ মুখত ওলোৱা সন্ধ্যাৰ গীতটিয়ে মানুহৰ আশাবাদকো চেৰ পেলাইছে।

আকৌ আমাৰ দেশৰ কবিতাৰ মোখনিৰ কথালৈ আহোঁ। দশম-দ্বাদশ খ্ৰীষ্টীয় শতিকাত ৰচনা কৰা বৌদ্ধ সহজীয়া আচাৰ্য্যসকলৰ চৰ্যাগীতবোৰৰ শেহত এনেদৰে ভণিতা— ভুসুকু ভণই— মুঢ়া হিঅহি ন পইসই- ভুসুকেৱে (কবিয়ে) কয় — মূৰ্খলোকৰ হিয়াত (গীতৰ অৰ্থ) নোসোমায়। গুজৰাটৰ সন্তকবি নৰসিং মেহতাৰ গীত এনেদৰে সামৰিছে — বৃন্দাবনৰ গোপিনীসকলে শ্ৰীকৃষ্ণৰ প্ৰতি পৰম অনুৰক্তি হেতুকে সকলো ত্যাগ কৰিছিল, নৰসিংহই কয় — তেওঁলোকে শ্ৰীকৃষ্ণক পালে। ভক্ত দাদুৰ এটা গীতৰ শেষত আছে- "দাদু, সৃষ্টিকৰ্তাৰ অসংখ্য নাম, তাৰ ভিতৰৰ পৰা এটা বাছি লৈ নিয়মমতে জপ কৰা"। কবিয়ে কয় — "তেনে ৰণুৱা পাবলৈ নাই, কাপুৰুষ ৰণথলীৰপৰা পলাই যায়"; "বাহিৰ আৰু ভিতৰ একেটাই — আত্মজ্ঞান নহ'লে এই দ্বৈত-বুদ্ধি নাযায়- এয়ে নানকৰ কথা।" "তোমাৰ শাস্ত্ৰ মেলি চোৱা — পতিতৰ মাজৰ অনেকেই ঈশ্বৰৰ নামৰ সহায়ত উদ্ধাৰ হৈছে", তুকাই কয়। মীৰাৰ ভজনৰ কথা নক'লেও হ'ব। বিদ্যাপতি আৰু চণ্ডীদাসৰ গীতৰ সামৰণীও এনেকুৱাই।

তিমিৰ দিগ ভৰি ঘোৰ যামিনী অথিৰ বিজুৰিক পাতিয়া।
বিদ্যাপতি কহ কৈসে গমাওবহবি বিনু দিন বাতিয়া। (বিদ্যাপতি)

কহে চণ্ডীদাস বাশুলী আদেশে এইত বসের কূপ।
এক কীট হয়ে আর দেহ পায়ে ভাবিয়ে তাহার ৰূপ। (চণ্ডীদাস)

'কৃষ্ণৰ কিংকৰে শংকৰে ভনে' সদায় আছে। দাস্যভক্তিৰ এয়া নিদৰ্শন। এটাইত আছে মাত্ৰ — কায়স্থ শংকৰে এছু ভনে। আজিকালিৰ কোনো কোনো কবিয়ে নিজকে কবি বুলি যহায়; শ্ৰীমন্ত শংকৰে কিন্তু এঠাইতহে নিজকে কবি বুলি চিনাকি দিছে। মাধৱদেৱৰ ক্ষেত্ৰতো সদায় দীন মাধৱ, মূৰ্খমতি মাধৱ। পদবিলাকৰ শেষত নামধৰ্মৰ মাহাত্ম্য, উপদেশৰ সংযোজন। দুই-এঠাইত বৈৰাগ্যশতকৰ, শান্তিশতকৰ কথাও আছে। আহোম ৰজাসকলৰ সভাত থাকি যিসকল কবিয়ে ৰচনা কৰিছিল, তেওঁলোকৰ কবিতাৰ আৰম্ভত পৃষ্ঠপোষক ৰজাৰ প্ৰশস্তি, শেহতো তেনেকৈয়ে ৰজা-ৰাণীৰ ৰূপ-গুণৰ বৰ্ণনা। আহোম ৰাজত্বৰ শেষৰ ফালে মহাভাৰতৰ পদ কৰা এজন কবিয়ে সামৰণীত কৈছে —

মোত পৰে দুখী নাহি কেহো পৃথিবীত। উৰেৱা পুৰক মোক নিয়া অচিৰতে।।
এহি বাঞ্ছা কৰি আছো তযু চৰণত। উৰেৱাৰ স্থানে যেন কৰা উপনীত।।
দ্বিজ পৃথুৰামে বোলে মোৰ এহি কাম। শোক উদ্ধাৰিয়া লৈয়ো কৃষ্ণ ৰাম নাম।।

তীৰ্থস্থানত দেহ এৰিব পৰাটো ধাৰ্মিক হিন্দুৱে সৌভাগ্যৰ কথা বুলি ভাবে। ধৰ্মস্থানত শুভগ্ৰহ থকা লোকেহে 'গংগাজলে মুঞ্চতি জীৱনঞ্চ'। আহোম ৰাজত্বৰ সাহিত্যত তীৰ্থ আৰু তুলসী লেখৰ কথা।

বংগদেশৰ কবি মাইকেলৰ মেঘনাদবধ কাব্যৰ শেষত আছে সাগৰ তীৰত মেঘনাদৰ অন্ত্যেষ্টি ক্ৰিয়া আৰু সমগ্ৰ লংকাৰ শোক-সন্তপ্ত পৰিবেশৰ কথা। কবিয়ে শেষ সৰ্গ এইদৰে সামৰিছে — 'বিসৰ্জি প্ৰতিমা যেন দশমী দিৱসে' — বিজয়া দশমীৰ দিনা দেৱী-প্ৰতিমা বিসৰ্জন দিয়াৰ পাছত গৃহস্থৰ ঘৰত, বিশেষকৈ বঙালী গৃহস্থৰ ঘৰত, যেনে গভীৰ বিষাদৰ ছাঁ পৰে, মেঘনাদৰ শেষকৃত্য কৰি অহাৰ পাছত লংকানগৰীতো তেনে কালিমা।

ৰবীন্দ্ৰনাথৰ 'বিদায় অভিশাপ'ৰ সমাপ্তিত প্ৰত্যাখ্যানৰ বাবে মৰ্মাহত দেৱযানীৰ যুৱতীসুলভ অভিশাপৰ উত্তৰত কচে কৈছে —

আমি বব দিনু দেবী, তুমি সুখী হবে।
ভুলে যাবে সৰ্বগ্লানি বিপুল গৌববে।

'ব্ৰাহ্মণ' কবিতাৰ শেষৰ শাৰী- তুমি দ্বিজোত্তম, তুমি সত্যকুলজাত। 'দেবতাব গ্ৰাস'ৰ শেষত "ব্ৰাহ্মণ মুহূৰ্ত-মাঝে ঝাঁপ দিল জলে, আব উঠিলনা।" 'গান্ধাবীব আবেদন' শেষ হৈছে এনেদৰে—

তুমি হবে একাকিনী
সৰ্বপ্ৰীতি সৰ্বসেবা, জননী, গেহিনী-
সতীত্বেব শ্বেতপদ্ম সম্পূৰ্ণ সৌবভে
শতদলে প্ৰস্ফুটিযা জাগিবে গৌববে।

'কৰ্ণকুন্তী সংবাদ'ৰ শেষত কৰ্ণৰ উক্তি —

শুধু এই আশীৰ্বাদ দিযে যাও মোবে,
জযলোভে যশোলোভে, বাজ্যলোভে, অয়ি,
বীবেব সদ্‌গতি হতে ভ্ৰষ্ট নাহি হই।

ৰবীন্দ্ৰনাথৰ কেইটিমান ছনেটৰ শেষখিনিও স্মৰণীয়— 'অন্যায় যে কবে আব অন্যায় যে সহে, তব ঘৃণা যেন তাবে তৃণসম দহে।' 'অৰ্দ্ধেক মানবী তুমি অৰ্দ্ধেক কল্পনা।' 'স্তন হতে তুলে নিলে কাঁদে শিশু ডবে, মুহূৰ্তে আশ্বাস পায গিযে স্তনান্তবে।' 'অমৃত যা উঠেছিল কবে গেছ দান।'

আধুনিক যুগৰ অসমীয়া কবি ৰত্নেশ্বৰ মহন্তৰ 'বহ্বাৰম্ভে লঘুক্ৰিয়া' বোলা কবিতা এটি আছে। তাৰ শেষৰ শাৰী হ'ল এই – 'পৰ্বতে আটোপ কৰি নিগনি জগালে'। দুৰ্গেশ্বৰ শৰ্মাৰ "ৰ'দত পৃথিৱী ফাটি হয় ছিটাছিটি, কোমল পদুমো কিন্তু ৰ'দৰে নিৰ্মিত" এটা ছনেটৰ শেষৰ শ্লোক। বেজবৰুৱাৰ বৰাগী আৰু বীণ কবিতাৰ 'পুৰণি পৃথিৱী নকৈ চাই লওঁ' কথাষাৰে অসমীয়া জাতি আৰু সাহিত্যৰ নৱ জাগৃতিৰেই ইংগিত দিলে।

আজিকালিৰ কবিয়ে নিজৰ নাম মধ্যযুগৰ কবিসকলৰ দৰে নিজৰ ৰচনাত লগাই নিদিয়ে। ছেলীৰ এটা কবিতাৰ শেষত কিন্তু আছে —

Though thou art ever fair and kind,
The forests ever green,
Less oft is peace in Shelley's mind
Than calm in waters seen (The Recollection)

ইয়াৰ লগত মিলাই আমাৰ বেজবৰুৱাৰ এটি সৰু কবিতাৰ সামৰণীটো চাওক —

দুবৰি বনতকৈ সৰু তই লক্ষ্মীনাথ
ধূলিৰো তলৰে ধূলি,
তোকো নাপাহৰে প্ৰিয়তকৈ প্ৰিয়ই তোৰ
আদৰি লবহি তুলি।(সৰু আৰু বৰ)

তৃণতকৈও নীচ বুলি ভবা বৈষ্ণৱৰ আদৰ্শ আৰু ভগৱন্তৰ ভক্তবৎসলতা দুয়োটাই ইয়াৰ মাজেদি সুন্দৰকৈ ওলাই পৰিছে।

পাৰস্যৰ অমৰ কবি হাফিজৰ এটি ধুনীয়া গজলৰ শেষত পাওঁ —

All birds in the rose-garden of the king
Come singing- each one hath a different tale,
Hafiz, what song is it that thou dost sing,
Dread nightingale?
Hafiz hath nothing but a prayer to bring

ৰজাৰ গোলাপ বাৰীলৈ আহিছে সকলো পখী — প্ৰত্যেকেই নিজৰ নিজৰ গান গাই। হাফিজ, তই কি গান গাবি? হাফিজৰ দিবলৈ আন একো নাই, আছে মাথোঁ এটি বন্দনা-গীত।

প্ৰাচীন গ্ৰীক নাট এখনৰ সুত্ৰধাৰীয়ে (chorus) নাটকৰ মোখনিত কি কৈছে এবাৰ শুনি লওঁহক —

Of happiness the crown
And chiefest part
Is wisdom, and to hold
The gods in awe
This is the law
That, seeing the sticken heart
Of pride brought down,
We learn when we are old (Antigone)

— জ্ঞানী মানুহৰ দৰে আচৰণ কৰি, গোঁসাই-গোঁসানীলৈ ভয়-সংশয় কৰি থকাই সুখৰ শিৰৰ মুকুট। আহত দৰ্প-অহংকাৰৰ পৰাভৱ দেখি আমি বয়স হ'লেহে এই ধৰ্ম বুজিব পৰা হওঁ।

## সহজীয়া চৰ্যাগীত

অসমীয়া ভাষাৰ প্ৰথম অৱস্থা চৰ্যাগীতবোৰত পায়। এই চৰ্যাগীতবোৰ অসমীয়াত ৰচনা কৰা সাহিত্যৰ প্ৰথম খোজ, অৱশ্যে গায়নৰ খোজ। মহামহোপাধ্যায় হৰপ্ৰসাদ শাস্ত্ৰীয়ে নেপাল দৰবাৰৰ পুথিভঁৰালৰ পুথিৰ মাজত ইং ১৯০৭ চনত আৱিষ্কাৰ কৰা দুকুৰি সাতোটা গীতে ভাষা-সাহিত্যৰ পণ্ডিতসকলৰ মাজত এক ডাঙৰ আলোড়নৰ সৃষ্টি কৰিলে। হিন্দী-মৈথিলী পণ্ডিতৰ বাহিৰেও অসমীয়া আৰু উড়িয়াসকলেও এই গীতবোৰ নিজ নিজ ভাষা-সাহিত্যৰ এতিয়ালৈকে পোৱা প্ৰাচীনতম নিদৰ্শন বুলি দাবী কৰে। বিখ্যাত পণ্ডিত আচাৰ্য্য সুনীতিকুমাৰ চট্টোপাধ্যায়দেৱে চৰ্যাগীতবোৰৰ ভাষা প্ৰাচীন বাংলা ভাষা বুলি সিদ্ধান্ত কৰিছে। তেওঁৰমতে এই গীতবোৰ দশম-দ্বাদশ শতাব্দীত ৰচনা কৰা। যি অৱস্থাত এই গীতবোৰ নেপালৰ পুথিত পোৱা গৈছে সেই পুথি বা কেতিয়া লেখা হ'ল তাক কোনে ক'ব? তথাপি পূৰ্ব ভাৰতীয় ভাষাকেইটাৰ প্ৰাচীন ৰূপটো ইয়াত আছে। এই গীতবোৰ কেৱল মানুহৰ মুখে মুখে চলি অহাহেঁতেন আৰু কোনো অজ্ঞাতনামা লোকে লিপিবদ্ধ কৰা পুথিখন আওহতীয়া নেপালৰ পুথিৰ মাজত সোমাই নথকাহেঁতেন, নিশ্চয় গীতবোৰৰ

ভাষাৰ অনেক পৰিবৰ্তন ঘটিলহেঁতেন। অসমত ডাকৰ বচনৰ পুৰণি হাতে লিখা পুথি নাই। এই বচনবোৰ মানুহৰ মুখে মুখে কেবা শতিকাও বাগৰি অহাত ইয়াৰ প্ৰাচীন ৰূপ নাইকিয়া হৈছে — যুগে যুগে নতুন নতুন কথাও সোমাই আছে। চৰ্যাগীতবোৰে কেইবা শতাব্দীও এনে পৰিবৰ্তনৰ পৰা হাত সাৰি আছিল। সেই ৰূপতেই এতিয়া ধৰা পৰিছে। এই ৰূপটো সহজীয়া সাধকসকলে পোন প্ৰথমে ৰচনা কৰা চৰ্যাৰপৰা অলপ বেলেগ বেলেগ হোৱাটো স্বাভাৱিক।

এই সহজীয়া কবিসকলো তিনিশমান বছৰৰ ভিতৰত বেলেগ বেলেগ সময়ত জীৱিত আছিল, তেওঁলোকৰ কৰ্মস্থানো বেলেগ বেলেগ আছিল। আচাৰ্য্য সুনীতিকুমাৰ চট্টোপাধ্যায়দেৱে চৰ্যাগানৰ ভাষা পশ্চিমবংগৰ কোনো এটা উপভাষাৰ ওপৰত প্ৰতিষ্ঠিত বোলা কথাটো দেখাত সম্ভৱপৰ যেন নালাগে। ড° মহম্মদ ছহিদুল্লাই কয় যে চৰ্যাগানৰ বাংলোভাষাক পশ্চিমবংগৰ বুলি নিৰ্দেশ নকৰি কেৱল বাংলা, বৈজ্ঞানিকভাৱে প্ৰাচীন বংগ-কামৰূপী ভাষা বোলা উচিত[১]। ড° বাণীকান্ত কাকতিয়ে কয়— এই গীতবোৰৰ ভাষা মগধী অপভ্ৰংশৰ সৰ্বশেষ পৰিণতি। ইয়াত পূৰ্বাঞ্চলৰ নব্য আৰ্য (NIA) ভাষাবিলাকৰ প্ৰাচীনতম নিদৰ্শন ৰক্ষিত হৈ আছে। ইয়াৰ কিছুমান ধ্বনিগত আৰু গঠনগত (morphological) বৈশিষ্ট্য অবিচ্ছিন্নভাৱে অসমীয়া ভাষাত বৰ্তমান কাললৈকে চলি আহিছে[২]। ড° উপেন্দ্ৰনাথ গোস্বামীয়ে প্ৰাচীন আৰু বৈষ্ণৱ যুগৰ অসমীয়া সাহিত্যত থকা উদাহৰণ সংগ্ৰহ কৰি চৰ্যাৰ লগত অসমীয়াৰ সম্বন্ধ দেখুৱাইছে[৩]।

অসমীয়া গৱেষক পণ্ডিতৰ কোনেও মহামহোপাধ্যায় শাস্ত্ৰীয়ে পোৱা পুথিখন চাবলৈ চেষ্টা কৰা নাই যেন লাগে। তাৰ 'ৰ' বিলাক তলত ফুট দিয়া 'ব' নহয়, পেট কটা বা পেট-ঢকা (ৰ)। ইয়াৰ পাঠ-নিৰ্ধাৰণ কৰাটোও এটা সমস্যা। মুনিদত্তৰ টীকাই অৱশ্যে গানবোৰৰ অৰ্থ বুজাত আৰু পাঠ নিৰ্ধাৰণ কৰাত যথেষ্ট সহায় কৰিছে। মুনিদত্তৰ ভাষ্য নোহোৱা হ'লে গানবোৰৰ ভিতৰৰা অৰ্থহে নালাগে আৰু শব্দাৰ্থ বুজাটোৱেই টান হ'লহেঁতেন। মুনিদত্তৰ ভাষ্যৰ তিব্বতী অনুবাদো পোৱা গ'ল। তিব্বতী অনুবাদেও আধ্যাত্মিক অৰ্থ বুজাত আৰু পাঠ স্থিৰ কৰাত সাহায্য কৰিছে। তথাপি পাঠবোৰ যে সম্পূৰ্ণ সিদ্ধ সেই কথা ক'ব নোৱাৰি। নতুন পণ্ডিতে নতুন নতুন সংশোধনী দিয়েই থাকিব।

কেইটামান চৰ্যাগীত চালে বেয়া নহ'ব —

দুলি দুহি পিটা ধৰণ ন জাত্র।
ৰুখেৰ তেন্তলি কুম্ভীৰে খাএ।।
আঙ্গন ঘৰপণ সুন ভো বিআতী।
কানেট চৌৰি নিল অধৰাতী।।
সুসুৰা নিদ গেল বহুড়ী জাগঅ।
কানেট চোৰে নিল কা গই মাগঅ।।
দিবসই বহুড়ী কাড়ই ডৰে ৰাঅ।
ৰাতি ভইলে কামৰু জাঅ।।
আইসন চৰ্যা কুক্কুৰীপাএঁ গাইড।
কোড়ি মাঝেঁ একু হিআহি সমাইড়।।

কাছুৱ গাখীৰ খীৱায়, কড়িয়াত নধৰে। গছৰ তেঁতেলি ঘঁৰিয়ালে খায়। ঘৰৰ পিনে চোতাল, হে বিদ্যাৱতী শুনা, মাজনিশা চোৰে কাণৰ থুৰিয়া চোৰ কৰিলে। শহুৰেক টোপনিত, বোৱাৰী সাৰ পাই আছিল। কাণৰ থুৰিয়া চোৰে নিলে, ক'ত গৈ বিচাৰিবা? দিন-দুপৰত বোৱাৰীয়ে ভয়তে ৰাব কাঢ়ে, নিশা হ'লে তেওঁ কামৰূপলৈ যায়। কুক্কুৰীপাদে (কবিয়ে) এই চৰ্যা গালে। কোটিৰ মাজত এজনৰ হিয়াত (ইয়াৰ মৰ্ম) সোমাল।

কাহেৰে ঘেনি মেলি আচ্ছৌ হোঁ কীস।
*বেঢ়িল হাক পড়ই চৌদীস।।*

অপনা মাংসে হৰিণা বৈৰী।
খনহি ন ছাড়ই ভুসুকু অহেৰী।।
তিণ ন ছুৱই হৰিণা পিবই ন পানী।
হৰিণা হৰিণীৰ নিলয় ন জানী।।
হৰিণী বোলই — এ হৰিণা শুণ তো।
এ বন ছাডি হো হো ভান্তো। —
তুৰং গন্তে হৰিণাৰ খুৰ ন দীসই।
ভুসুকু ভণই — মুঢ়া হিঅহি ন পইসই।।

কাক লৈ কাক এৰি মই ক'ত আছোঁ? চাৰিওফালে চিকাৰীৰ চিঞৰ— চিকাৰীয়ে বেটি আছে। নিজৰ মঙহেই হৰিণাৰ বৈৰী। চিকাৰী ভুসুকো অলপ সময়ো এৰি নাযায়। হৰিণাই ঘাঁহ নাখায়, পানীও নাখায়। হৰিণা-হৰিণীৰ অৱস্থা কি জানিবা? হৰিণীয়ে কয়— অ' হৰিণ, শুনচোন। এই হাবি এৰি আঁতৰ হ (ভ্ৰান্ত)। তীব্ৰ বেগেৰে যোৱা হৰিণাৰ খুৰা নেদেখি। ভুসুকোৱে (কবি) ভণে, মুঢ়লোকৰ হিয়াত (গীতৰ অৰ্থ) নোসোমায়।

জোমণ গো অৰ আলা জালা।
আগাম পোথী ইষ্টামালা।।
ভণ কইসেঁ সহজ বোলবা জাঅ।
কায়বাক্‌ চিঅ জাসু ন সমাঅ।।
আলে গুৰু উএসই সীস।
বাক্‌পথাতীত কাহিব কীস।।
যে তৈঁই বোলি তে তাব টাল।
গুৰু বোবসে সীমা কাল।।
ভণই কাহ্নু জিন ৰঅন বি কইসা।
কালে বোব সংবোহিঅ জইসা।।

যি মনৰ গোচৰ, তাক বুজা টান, খেলিমেলি। আগম (শাস্ত্ৰ)— পুথি জপৰ মালাও তেনে। সহজক কেনেদৰে প্ৰকাশ কৰে কোৱা, যি সহজত কায়-বাক্‌-চিত্ত সোমাব নোৱাৰে। বাক্যৰ যি অতীত তাক কেনেকৈ বুজাবা? গুৰুৱে মিছাতে শিষ্যক (শিছক) উপদেশ দিয়ে। গুৰু বোবা, শিষ্য কলা, যি কোৱা হয়, সেইখিনি ব্যৰ্থ হয়। কাহ্নুই (কানু) কয়— জিনৰত্ন কেনে? বোবাই কলাক বুজালে যি বুজে, সেয়ে।

ওপৰৰ গীত কেইটাৰ কেৱল শব্দলৈ চালে বিশেষ একো অৰ্থ নাই। চৰ্যাগীতৰে আন এঠাইত আছে, 'দুহিল দুধু কি বেণ্টে ষামায়'— খীৰোৱা গাখীৰ জানো বাঁটলৈ আকৌ সোমাই যায়? 'বলদ বিআএল গৱিআ বাঁঝে'— বলদে পোৱালী দিলে, গাইজনী বাঁজী, 'নিতে নিতে শিআলা সিহে সম যুঝঅ, ঢেণ্ঢনপাএৰ গীত বিৰলে বুঝঅ'- দিনৌ শিয়ালে সিংহৰ লগত যুঁজে, ঢেণ্ঢনপাদৰ (কবিৰ) গীত ক'ৰবাত একেহে বুজিব পাৰে। কাছৰ গাখীৰ খীৰোৱা, গছত উঠি ঘঁৰিয়ালে তেঁতেলি খোৱাও একোটাইত সাঁথৰ। আমাৰ ভকতীয়া ফঁকৰা কিছুমানৰ লগত এই সহজীয়া বচনবোৰৰ মিল লক্ষ্য কৰিবলগীয়া। বৌমাছে পোনা দিলে গছৰ আগত; দাঁত নাই শিল চোবায় দুই হাতে ধৰি, গছৰ আগত হাল বাই ভৰাল বান্ধে কুৰি; মকৰাজালত পাছে হস্তী আছে পৰি, তাক দেখি পিপৰাই উঠাই হাতে ধৰি— ইত্যাদি। বৈষ্ণৱ ভকতসকলে এই ফঁকৰাৰ বিদৰে অৰ্থ ব্যাখ্যা কৰে, সহজীয়া প্ৰহেলিকাবো তেনে ব্যাখ্যা টীকাকাৰে দিছে। সাঁথৰ হিচাপে দুয়োবিধৰে সাহিত্যিক মূল্য আছে।

সহজীয়া মতবাদবোৰ ক'ৰপৰা আহিল? মহাযান বৌদ্ধ মতবাদৰপৰা কালক্ৰমত যোগাচাৰমত ওলাল আৰু অষ্টম শতিকামানত মন্ত্ৰযান বোলা এটা নতুন সাধন পদ্ধতিৰ উদ্ভৱ হ'ল। মন্ত্ৰযানৰ তিনিটা শাখা— কালচক্ৰযান, বজ্ৰযান আৰু সহজযান। এই বিলাকৰ প্ৰত্যেকৰে নিজ নিজ গ্ৰন্থ আছিল। সেই গ্ৰন্থৰপৰা সাধাৰণ মানুহে একো নুবুজে, সিদ্ধিলাভ কৰা সাধকৰ সহায় নহ'লে অকল পুথিৰ সহায়ত এই সাধনৰ কথা বুজা অসাধ্য। পুথিবিলাকত ঠায়ে ঠায়ে এনে ভাষাৰ ব্যৱহাৰ কৰিছে যাক ওপৰে ওপৰে চালে মানুহে অশ্লীল বুলিহে ভাবিব।

বজ্ৰযানত দেৱ-দেৱীও আছে, পূজাও আছে। সহজযানত পূজাতকৈ গুহ্য সাধনত গুৰুত্ব দিয়া হৈছে। এই নতুন যানবিলাকৰ মূলতে আছিল বৌদ্ধধৰ্মৰ কঠোৰতাৰ বিৰুদ্ধে প্ৰতিক্ৰিয়া। গুহ্য সমাজতন্ত্ৰ নামৰ এখন গ্ৰন্থ এই বিদ্ৰোহী চিন্তাধাৰাৰ আদি প্ৰৱৰ্তক বুলি কোৱা হয়। এই গ্ৰন্থত নানা প্ৰকাৰৰ সামাজিক শিথিলতা সমৰ্থন কৰা হৈছে। যাৰ মনৰপৰা দ্বৈত ভাব লোপ হৈছে, সেই শূন্যতা উপলব্ধি কৰা সাধকৰ মানত সামাজিক নীতি-নিয়মৰ মূল্যই বা কি আছে?

সহজযানৰ গুৰুসকলক সিদ্ধাচাৰ্য্য বোলা হৈছিল। প্ৰথমজনৰ নাম আছিল লুইপাদ। এওঁক বহুতে কামৰূপৰ মৎস্যেন্দ্ৰনাথ বুলিও ভাবে। কবীৰৰ দোহাত আৰু জ্যোতিৰীশ্বৰ ঠাকুৰৰ বৰ্ণৰত্নাকৰত চৌৰাশীজন সিদ্ধৰ উল্লেখ আছে, এওঁলোকৰ মাজৰ কেইগৰাকীমান সিদ্ধই ৰচনা কৰা গীতবিলাক গোটাই চৰ্যাপদৰপৰা সংগ্ৰহ কৰা হৈছিল আৰু তেনে এটা সংগ্ৰহকেই নেপালৰ ৰজাৰ পুথিভঁৰালত পোৱা গ'ল।

সিদ্ধাচাৰ্য্যসকলৰ মতে শৰীৰৰ (কায়াৰ) সাধনেই শ্ৰেষ্ঠ। ইয়াৰ এটা সাধনা হ'ল বোধিচিত্তৰ উৰ্ধগতি। ইয়াৰপৰা চিত্তৰ স্থিৰতা আৰু প্ৰসন্নতা লাভ হয়। শৰীৰৰ ভিতৰত কিছুমান কেন্দ্ৰ আছে, মানুহৰ শক্তি এইবোৰ কেন্দ্ৰ পাৰ হৈ ওপৰৰ ব্ৰহ্মৰন্ধ্ৰ কেন্দ্ৰলৈ যায়, আৰু এই কেন্দ্ৰক চৌষষ্ঠী বা হাজাৰ পাহী থকা পদুমফুল ৰূপে কল্পনা কৰে। তলৰ কেন্দ্ৰ কেইটামানৰ নাম হ'ল উড্ডীয়ান জালন্ধৰ, পূৰ্ণগিৰি, কামৰূপ আদি তীৰ্থস্থানৰ নাম। তীৰ্থ শৰীৰৰ ভিতৰতেই আছে, দূৰলৈ বিচাৰি যাব নালাগে। ইয়াৰদ্বাৰাই শৰীৰৰ পৱিত্ৰতা সূচনা কৰা যেন লাগে। এইবিলাক সাধনাৰ মূল উদ্দেশ্য হ'ল সহজ-অৱস্থা প্ৰাপ্তি। এনে অৱস্থা লাভ কৰিলে বস্তু জগত লোপ পায়, 'মই' আৰু 'বহিৰ্জগত' বুলি দুটা ধাৰণা নাথাকে। চৰ্যাগীতত যি সাধনাৰ ইংগিত দিছে সেয়েই হ'ল সহজ সাধনা। তাক কথাৰে বুজাব নোৱাৰি, সাধনাৰ বলত গুৰুৰ সহায়ত শিষ্যই বুজিব পাৰে।

কাহ্ন বিলাসঅ আসবমাতা। সহজ নলিনীবন পইসি নিবিতা (৯ নং)

— কাহ্নই সহজৰূপ বনত সোমাই মধুপানত মত্ত অৰ্থাৎ নিবৃত্ত হৈ বিলাস কৰিছে।

ভুসুকু ভণই মই বুঝিঅ মেলে।
সহজানন্দ মহাসুখ লীলে।। (২৭ নং)

— ভুসুকুযে কৈছে, মই সহজানন্দ মহাসুখৰ লীলাৰপৰা মিল কাক বোলে বুজিছোঁ।

সহজ মহাতৰু ফৰিঅ তেলোহ। (৪৩ নং)

— তিনিও লোকত সহজৰূপ মহাবৃক্ষ প্ৰকাশ পাইছে।

ন ঘুমই ন চেবই সপৰবিভাগা।
সহজ নিদানু কাহ্নিলা লাঙ্গা।।
চেঅণ বেঅণ ভৰ নিদ গেলা।
সঅন মুকল কৰি সুহে সুতেলা। (৪২ নং)

— কাহ্ন সহজ-নিদ্ৰাত মগ্ন, আপোন-পৰ কি চিন্তা নাই; চেতনা-বেদনাও একো নাই। সকলোৰে- পৰা মুক্ত হৈ ভৱ টোপনিত পৰি সুখেৰে শুইছে।

চৰ্যাগীতৰ এনে বচনবোৰৰপৰা ইয়াকে বুজিব পাৰি যে সাধকৰ এই বহিৰ্জগতৰ জ্ঞান একেবাৰে লোপ পায়; ভেদ-

ভাৱ নাথাকে আৰু শূন্যতা-জ্ঞান লাভ হয়। এয়ে সহজ সুখ। চৰ্যাৰ পৰিপূৰক গ্ৰন্থ দোহাকোষতো এই সহজ লাভৰ উপায়ৰ কথা আছে।

মোক্ষ কি লব্‌ভই ঝান পবিট্টো।।
কিং তো দীবে কিং তো নিবেজ্জে।
কিং তো কিজ্জই মন্তহ সেৱ্বে।।
কিং তো তিত্থ তপোবণ জাই।
মোক্‌খ কি লব্‌ভই পাণী হ্নাই।।

— ধ্যান, দীপ, নৈৱেদ্য, মন্ত্ৰ এইবোৰে মোক্ষ লাভ কৰাইনে? তীৰ্থৰ জলত স্নান কৰি, তপোবনলৈ গৈ জানো কিবা পায়?

ইয়াৰ লগতে পৰৱৰ্তী কালৰ বৰগীতৰ এফাকি মিলাই চাব পাৰি।

তীৰিথ, বৰত, তপজপ, যাগ-যোগ যুগুতি।
মন্ত্ৰ পৰম, ধৰম-কৰম, কৰত নাহি মুকুতি।।

দেহাতেই সকলো তীৰ্থ।

পণ্ডিঅ সঅল সত্থ বক্‌খাণই
দেহহি বুদ্ধ বসন্ত নজাণই।

— পণ্ডিতসকলে শাস্ত্ৰ ব্যাখ্যা কৰে, কিন্তু দেহতেই যে বুদ্ধ বাস কৰে, সেই কথা নাজানে।

বৰগীতৰ এফাকি ইয়াৰ লগত মিলাব পাৰি —

পণ্ডিতে পঢ়ে শাস্ত্ৰ মাত্ৰ, সাৰ ভকতে লিয়ে।

চৰ্যাগীত এটিৰ এঠাইত আছে — বুদ্ধ ওচৰতে আছে, লংকালৈ অৰ্থাৎ দূৰ দেশলৈ যাব নালাগে।

উজুৰে উজু ছাড়ি মা লেহু ৰে বঙ্ক।
নিঅডি বোহি মা জাহুৰে লাঙ্ক।।
উজু (পোন) বাটটো এৰি বেঁকা বাটেৰে নাযাবা।
ওচৰতে বোধি আছে যেতিয়া লংকালৈ (দূৰলৈ) কিয় যাবা?

'লংকা' শব্দ দূৰ অৰ্থত ডাকৰ বচনতো ব্যৱহাৰ হৈছে, যেনে — 'লংকাৰ বণিজ ঘৰতে পাবা।'

এই কথা অৱশ্যে মনত ৰাখিব লাগিব যে বৰগীতৰ দুই চাৰিটা বচনৰ লগত যি মিল দেখা যায় সি কেৱল ভাষাগত মিলহে। প্ৰকৃততে বৌদ্ধ আৰু বৈষ্ণৱ দুয়ো সম্পূৰ্ণ বেলেগ জগত— বাহ্যিক অনুষ্ঠানক অনাৱশ্যক বুলি ভবাতহে মাত্ৰ দুয়োটাৰে মিল অকণমান আছে। শ্ৰীমন্ত শংকৰে 'বেদপথ ছন্ন কৰা' বুদ্ধদেৱক সৌজন্যৰ প্ৰণাম এটা অৱশ্যে দিছে। সৰহপাদৰ এটা দোহাত আছে —

আই ন অন্ত ন মজ্‌ ঝ ণউ ণউ ভব ণউ নিব্বাণ
এহু সো পৰম মহাসুহ ণউ পৰ ণউ অপ্পাণ।
ইন্দিঅ জত্‌ থু বিলঅ গউ ণ ঠিউ অপ্প-সহাৰা।
সো হলে সহজ তণু ফুড় পুচ্ছহি গুৰু পাবা।

— আদি, অন্ত, মধ্য একো নাই; জন্ম নাই নিৰ্বাণো নাই। আপোনপৰ বোলা একো নাই—এয়ে মহাসুখ। ইন্দ্ৰিয় বিলয় হৈ যায়। সহজ-তনুৰ বিকাশ হয়। গুৰুৱে এই ৰহস্য সুধিলে ক'ব।

এই সহজভাৱৰ উদয় হ'লে 'আছে-নাই' একো নাথাকে। এই শূন্যতা জ্ঞানে মন পোহৰ কৰিলেই অদ্বয় অৱস্থা পায়।

মই আৰু জগত তেতিয়া একে হৈ পৰে। এজন আচাৰ্য্যই কোৱাৰ দৰে তেতিয়া —

হুউ জগু হুউ বুদ্ধ হুউ নিৰঞ্জন —

ময়ে জগত, ময়ে বুদ্ধ, ময়ে নিৰঞ্জন। এই প্ৰসংগত নামঘোষাৰ 'নিৰঞ্জন' নামৰ অন্বয়ৰ কথা মনত পৰে। সহজ জ্ঞান হিন্দুৰ সোহহং জ্ঞানৰ দৰেই, যেন দুয়োটা একে বস্তুৰেই।

বৌদ্ধ ধৰ্মৰ শক্তি কমি অহাত ধৰ্মৰ বিষয়ত হিন্দু আৰু বৌদ্ধ সাধনাৰ সংমিশ্ৰণত এটা জটিল যুগৰ সৃষ্টি হৈছিল — ফলস্বৰূপে নানা সম্প্ৰদায়ৰ উৎপত্তি হয় আৰু কোনো ক্ষেত্ৰত ধৰ্মৰ নানা অৱনতিও ঘটিছিল। তাৰ প্ৰতিক্ৰিয়াস্বৰূপে ভাৰতৰ নানা অঞ্চলত সবল ভক্তি ধৰ্মৰ উদ্ভৱ বিকাশ আৰু হ'বলৈ পালে যেন লাগে। অৱশ্যে মুছলমানৰ ভাৰত আক্ৰমণো ইয়াৰ এটা কাৰণ হ'ল। এই পৰিস্থিতিতেই উত্তৰ ভাৰতীয় আঞ্চলিক ভাষাবিলাক লাহে লাহে ঠন্ ধৰি উঠে। এই ভাষাবিলাকৰ প্ৰথম অৱস্থাৰ নিদৰ্শন চৰ্যাগীতবিলাকতেই পোৱা যায়।

'চৰ্যা' কথাটো আচৰণ আৰু অধ্যয়ন অৰ্থত ব্যৱহাৰ হোৱা দেখা যায়। তন্ত্ৰৰ কোনো বিশেষ শ্ৰেণীৰ নামো চৰ্যা। কোনো গ্ৰন্থৰ নামো চৰ্যা, যেনে বোধিসত্বচৰ্যাৱতাৰ। সংগীত শাস্ত্ৰৰ পুথিতো দেশী সংগীতৰ এক শ্ৰেণী ৰূপে চৰ্যাৰ বৰ্ণনা পোৱা যায়। সহজীয়া যোগীসকলৰ ভিতৰুৱা সাধন প্ৰণালী আৰু বাহিৰৰ আচাৰ-ব্যৱহাৰৰ নিৰ্দেশ থকা প্ৰহেলিকাপূৰ্ণ গীত সমূহেই চৰ্যা। বৰগীতৰদৰে চৰ্যাবোৰতো ভণিতা আছে, কোনো চৰ্যাত কবিৰ নাম দুবাৰকৈও আছে। কোনো চৰ্যাগীতৰ প্ৰথম ভাগতে কবিৰ নাম আছে। গীতৰ ওপৰতে ৰাগৰ নামো দিয়া আছে। পাছৰ যুগৰ বৈষ্ণৱ কবিৰ গীতবিলাকত ইয়াৰ প্ৰভাৱ লক্ষ্য কৰিবলগীয়া।

এই গানবোৰ সন্ধ্যা বা সন্ধা ভাষাত লিখা বোলে কিয়? মহামহোপাধ্যায় শাস্ত্ৰীয়ে সন্ধ্যা ভাষাক আধা পোহৰ. আধা আন্ধাৰৰ ভাষা বুলি কৈছিল, অৰ্থাৎ ইয়াক বুজিও, নুবুজিও। বিধুশেখৰ শাস্ত্ৰী, প্ৰবোধ বাগ্ছী প্ৰভৃতি পণ্ডিতসকলে এই সম্পৰ্কে আলোচনা কৰিছে। সন্ধ্যা বেলেগ ভাষা এটা নহয়, প্ৰচলিত কথাৰ সহায়েৰে কিবা অভিপ্ৰায় লৈ লিখা গুপুত ভাষা। অগেহানন্দ ভাৰতীয়ে তন্ত্ৰত ব্যৱহৃত ভাষা সম্পৰ্কে Intentional Language in the tantras বোলা এটি প্ৰবন্ধত এই বিষয়ে আলোচনা কৰি এই ভাষাক Intentional Language নাম দিছে।·ফৰাছীদেশৰ Eliade বোলা এগৰাকী পণ্ডিতেও তন্ত্ৰৰ বাচনিক সংকেত সম্বন্ধে এখন গ্ৰন্থ লিখিছে। তান্ত্ৰিক বৌদ্ধ যোগীসকলৰ সাধনা অতি গুপুত কথা। সেই সাধনাত দীক্ষিত নোহোৱা মানুহক সেইবোৰ কথা মুকলিকৈ ক'ব নাপায়, সেইগুণে তেওঁলোকে তেওঁলোকৰ সম্প্ৰদায়ৰ বাহিৰৰ মানুহৰ আগত কথা ক'ব লগা হ'লে সন্ধ্যা ভাষা ব্যৱহাৰ কৰে। হেবজ্ৰতন্ত্ৰত সন্ধ্যাভাষাৰ শব্দ কিছুমানৰ অৰ্থই সৈতে দিয়া আছে। তাত 'মদন' মানে মদ; 'বল' মানে মাংস, 'শুক্ৰ' মানে কৰ্পূৰক ইত্যাদি। 'বোধিচিত্ত' শব্দটোৰ অৰ্থ হ'ল 'বোধি লাভ কৰিবলৈ চেষ্টা কৰা চিত্ত'; কিন্তু সন্ধ্যা ভাষাত ইয়াৰ অৰ্থ হয় 'শুক্ৰ' আৰু অনেক তন্ত্ৰত এই অৰ্থত 'শুক্ৰ' শব্দ ব্যৱহাৰ হয়। তান্ত্ৰিক পুথিত এনে বহুত শব্দ আছে যাৰ সাধাৰণ আৰু গুপুত দুটা অৰ্থ আছে। যোগীৰ সাধনাৰ কোনো অৱস্থাৰ কথা যৌন অভিজ্ঞতাৰ ভাষাৰেও বৰ্ণনা কৰে। এনে অসংখ্য উদাহৰণ তন্ত্ৰত আছে।

চৰ্যাগীতবোৰৰ টীকাকাৰ মুনিদত্তই তেওঁৰ টীকাত সন্ধা শব্দৰ অৰ্থ কৈ গৈছে। যেনে— হৰিণাই চিত্ত বুজায়, হৰিণীয়ে জ্ঞানমুদ্ৰা, মূষকে চিত্তপবন, দুলিয়ে মহাসুখকমল; নৌকাই শুক্ৰনাড়িকা; পদ্মই ভগ; বজ্ৰই লিংগ; তৰুণী, গৃহিণীয়ে মহামুদ্ৰা ইত্যাদি। তদুপৰি মাজে মাজে বহুত পাৰিভাষিক শব্দও আছে; সেইবোৰ সৰ্বসাধাৰণে বুজিব নোৱাৰে।

প্ৰতীকেৰে কাঁইটীয়া দুৰ্বোধ্য বা অবোধ্য চৰ্যাগীতে আধুনিক কবিৰ কোনো কোনো কবিতাৰ কথা স্বাভাৱিকতে মনলৈ আনে। আমাৰ কবিতাই ঘূৰি ঘূৰি আহি আকৌ চৰ্যাৰ অৱস্থাকে পাইছেনে কি? মুনিদত্ত দুগৰাকীমান লগা হ'ল তেন্তে। নহ'লে আধুনিক কবিতাও 'কটেৰি'ৰ বস্তু হৈয়ে থাকিব।

এটা কথা লক্ষ্য কৰিবলগীয়া। এই চৰ্যাগীতসমূহত প্ৰাচীন সংস্কৃত কাব্যৰ, আনকি ৰামায়ণ-মহাভাৰতৰো প্ৰভাৱ নাই

বুলিলেই হয়। আগৰ কবিসকলে ব্যৱহাৰ কৰা উপমা আদিও ইয়াত নাই। কবিসকলে চকুৰ আগত দিনৌ দেখি থকা বস্তুৰ সহাযত নিজৰ অভিজ্ঞতাবোৰ বুজাবলৈ চেষ্টা কৰিছে— ঘঁৰিয়াল, তেঁতেলী গছ, সাঁকো, নিগনি ইত্যাদি বস্তুৰে। ৰামায়ণ, মহাভাৰতৰ মাজৰ কেৱল লংকাৰ উল্লেখহে এঠাইত আছে। কিন্তু হিন্দুদৰ্শনৰ উপমা কোনো কোনো চৰ্যাগীতত পায়।

আইএ অনুঅনাত্র জগৰে ভাংতি এঁলো পড়িহাই
ৰাজসাপ দেখি জো চমকিই যাৰে কিং তং বোডো খাই।।
অকট জোই আৰে মা কৰ হথা লোহ্ল
আইস সভাৱেঁ জই জগ বুঝষি তুট বাষনা তোৰা।।
মৰু মৰীচিগন্ধনইৰীদাপতিবিম্ব জইসা
বাতাবওঁ সো দিট ভইআ অপেঁ পাথৰ জইসা।।
বাঁদ্ধিসুআ জিম কেলি কৰই খেলই বহুবিহ খেডা
বালুআতেলেঁ সমৰসিংগে আকাশ ফুলিলা।।
ৰাউতু ভণই কট ভুসুকুভণই কট সঅলা অইস সহাব
জইতো মূঢা অচ্ছসি ভান্তী পুচ্ছতু সদ্‌গুৰু পাব।।

এই গীতটিৰ কেন্দ্ৰস্থ ভাব হ'ল এই — জগতখন ভুৱা, যিটো আছে বুলি ভবা হয় সেই বস্তুটোৱেই প্ৰকৃততে নাই। চকুৰে দেখা বস্তুটোৰো অস্তিত্ব নাথাকে। ৰছীডালক সাপ যেন বুলি দেখিলেই সি সাপ নহয়। মূঢলোকে সদ্‌গুৰুৰ ওচৰ চাপি ভ্ৰম দূৰ কৰিব লাগে।

জৰীত সাপ বুলি ভ্ৰম হোৱা, মৰীচিকাক পানী বুলি ভবা, দাপোণৰ ছাঁটোকে আচল বস্তু বুলি ভবা — বাঁজী তিৰোতাই ল'ৰা-ছোৱালী পোৱা, বালিৰ তেল পেৰা, শহাপহুৰ শিং গজা—এই উপমাবোৰ শংকৰাচাৰ্যই ব্যৱহাৰ কৰিছে।

বাস্তৱ জীৱনৰ আৰু বাহ্যিক প্ৰকৃতিৰ বৰ্ণনা কৰা চৰ্যাগীতৰ কবিসকলৰ উদ্দেশ্যৰ বাহিৰত, তেওঁলোক আধ্যাত্মিক জীৱন-লাভৰ সাধনা লৈ সদায ব্যস্ত। তথাপি মাজে মাজে ইয়াত দৈনন্দিন জীৱনৰ দুই-এটা কথাও প্ৰকাশ পাইছে। অৱশ্যে সেইবিলাক প্ৰায় প্ৰতীক হিচাপেহে। সৰ্বসাধাৰণে চকুৰ আগত দেখা আৰু সহজে বুজি পোৱা সাধাৰণ কথাৰ সহায় লৈ কবিসকলে অসাধাৰণ কথাৰ আভাস দিছে। হাতী ধৰা, হৰিণা চিকাৰ কৰা, তাঁত বোৱা, তুলা ধুনা, মদ বিক্ৰী কৰা, কাঠ ফলা, সাঁকো দিয়া, বোৱঁতী নৈ, নাও বোৱা, ন-ছোৱালী যৌতুকেৰে সৈতে ঘৰলৈ অনা, ন-দৰাই ন-ছোৱালীৰ ওচৰৰপৰা যাব নোখোজা, তামোল খাই দৰা-কন্যাই শোৱাপাটীত কাম-কেলি কৰা, টোপনিত লালকাল বোৱাৰীৰ কাণৰ থুৰিয়া চোৰে নিয়া, মাজনিশা গাভৰুৰ গোপন অভিসাৰ আদি বৈষয়িক জীৱনৰ এশ-এটা ছবি আধ্যাত্মিক গীতবোৰৰ ফাঁকে ফাঁকে ওলাই পৰিছে। কোবাল সোঁতৰ নৈ, ক'লা মেঘৰ গাজনি, মেঘৰ ছাঁয়া, গৃহস্থৰ বাৰীত কপাহ ফুল ফুলি উঠা আদি দুই-চাৰিটা চমু প্ৰাকৃতিক বৰ্ণনাও গীতবিলাকৰ মাজত পায়। মানৱীয় প্ৰেমৰ ভাষা কবিসকলে প্ৰতীকৰূপে ব্যৱহাৰ কৰিলেও তাত দেহজ প্ৰেমৰ তাপৰ উমান কিঞ্চিৎ পোৱা যায়। উদাহৰণ স্বৰূপে —

জোইনি তঁই বিনু খণহি ন জীবমি।
তো মুহ চুম্বি কমলৰস পীবমি।।

— যোগিনী, তোমাৰ অবিহনে ক্ষন্তেকো জীয়াই নাথাকো। তোমাৰ মুখত চুমা খাই পদুমৰ ৰস (মধু) পান কৰিম।

তো বিনু তৰুণি নিৰন্তৰ নেহেঁ।
বোহি কি লব্‌ভই এন বি দেহেঁ।।

*—তৰুণী, তোমাৰ নিৰন্তৰ প্ৰেম নহ'লে জানো এই দেহৰদ্বাৰাই বোধি লাভ কৰিব পাৰি?*

অসমীয়া কাব্য-সাহিত্যৰ প্ৰথম খোজ চৰ্যাগীত। এই গীতৰ ধাৰা পৰৱৰ্তী কালত বিভিন্ন কথা-বস্তু সামৰি লৈ নামি

আহিছে। পয়াৰ আৰু ত্ৰিপদী ছন্দৰো আভাস ইয়াত আছে —

সসুৰা নিদ গেল/ বহুড়ী জাগঅ
কানেট চোৰে নিল/ কা গই মাগঅ
ৰাউতু ভণই কট/ ভুসুহু ভণই কট/ স অলা অইস সহাব।
জইতো মূঢ়া/ আছসি ভান্তি/ পুচ্ছতু সদ্গুৰু পাব।।

অসমীয়াত বৰ্তমান কালত প্ৰচলিত বহুত শব্দ আৰু বাক্য বচনৰ মূল চৰ্যাগীতত পায়। মাধৱ কন্দলীৰ ৰচনাত যেতিয়া পোৱা যায় —

প্ৰিয়া গংগা কৌশল্যা গম্ভীৰ বেগে বহে —

আৰু যেতিয়া চৰ্যাগীতত পাওঁ —

ভৱনই গহন গম্ভীৰ বেগে বাহী —

আকৌ চৰ্যাৰ — কমল বিকসিল কহিহ ন জমৰা।
কমল মধু পিৰিবি ধোকে ন ভমৰা।।

এই পদৰ লগত যদি বৰগীতৰ 'শতপত্ৰ বিকশিত ভ্ৰমৰা উডায়', আৰু 'হৰিকহো চৰণ-কমল-মধু আশে' মিলাই চাওঁ, তেতিয়া স্বাভাৱিকতেই ধাৰণা হয় যে চৰ্যাগীতৰ কালতে ধৰ্মৰ প্ৰেৰণাত কাব্যৰ প্ৰকাশিকা শব্দ-শক্তিয়ে (poetic diction) পোখা মেলিছিল। চৰ্যাগীত আৰু মাধৱ কন্দলীৰ মাজৰ কবি কৰ্মৰ ভাণ্ডাৰ যে তেনেই লোপ পাইছে, সি নিশ্চয়। এই কালত শৈৱ আৰু বৈষ্ণৱ কবিসকলৰো এনে গীত ৰচনা হোৱা নাই বুলি ক'ব নোৱাৰি। পাৰিজাত হৰণৰ ৰুক্মিণী-সত্যভামাৰ কাজিয়া, ৰামসৰস্বতীৰ কাব্যত পোৱা বিচিত্ৰ কাহিনী, ভীমচৰিত্ৰৰ শিবায়ন কথাও এনে যুগত মুখে মুখে ৰচিত হৈ পৰৱৰ্তী যুগৰ কবিসকলৰ সমল গোটাইছিল। ৰাতিখোৱা, অৰ্ধীতিয়া আদি সহজীয়াৰ উত্তৰাধিকাৰী গুপ্ত সম্প্ৰদায়ৰ গীতবোৰো এই যুগতেই আৰম্ভ হৈছিল যেন লাগে।

উপনিষদৰ দিনৰেপৰা আৰম্ভ কৰি মধ্য যুগৰ সন্তকবিসকলৰ ৰচনাৰ মাজেদি প্ৰতীক-প্ৰধান প্ৰহেলিকা কাব্যৰ ধাৰা প্ৰবাহিত হৈ আহিছে। সহজীয়া সিদ্ধাচাৰ্যসকলৰ ইংগিতপূৰ্ণ ৰহস্যময় ভাষাত ৰচনা কৰা গীতবোৰৰ সাহিত্যিক সৌন্দৰ্যতকৈও ভাষাতাত্ত্বিক আৰু ঐতিহাসিক মূল্যহে সৰহ। পৰৱৰ্তী সাহিত্যৰ লগত চৰ্যাগীতবোৰৰ এক স্পষ্ট সম্পৰ্ক আছে। হিন্দু আৰু বৌদ্ধ সাধনাৰ সংমিশ্ৰণৰ নিদৰ্শন এই চৰ্যাগীতবিলাকতেই ৰৈ গৈছে, লোকসাহিত্য আৰু ধৰ্মৰ মিলনো ইয়াত দেখা পায়। এই গীতসমূহ ভাৰতীয় ধৰ্ম আৰু সাহিত্যৰ এটা যুগৰ গুৰুত্বপূৰ্ণ প্ৰমাণ-পত্ৰ।

---

(১) ড° ছহীদুল্লা– বাংলা সাহিত্যের কথা, ১ম খণ্ড।
(২) ড° বাণীকান্ত কাকতী — Assamese, its formayion and development
(৩) ড° উপেন্দ্ৰনাথ গোস্বামী — Birinchi Kumar Barua Commemoration Vol
মহামহোপাধ্যায় হরপ্রসাদ শাস্ত্রী — বৌদ্ধ গান ও দোহা।
ড° সুনীতি কুমার চট্টোপাধ্যায় — Origin & Development of the Bengali Language
ড° প্রবোধ চন্দ্র বাগ্চী — Studies in th Tantras I.
ড° সুকুমার সেন — চর্যাগীত পর্যাবলী।
ড° তারাপদ মুখোপাধ্যায় — The Old Bengali Language and Text.
Snellgrove (Edited) Hevajra-Tantra.

# আনন্দলহৰী

## অসমীয়া শাক্ত সাহিত্যৰ এখন পুথি

কামৰূপ অনুসন্ধান সমিতিৰ পুথিভঁৰালত আনন্দলহৰী নামে এখন সচিত্ৰ সাঁচিপতীয়া দপপুথি আছে। সাহিত্যাচাৰ্য পণ্ডিত হেমচন্দ্ৰ গোস্বামীদেৱে প্ৰণয়ন কৰা অসমীয়া হাতেলিখা পুথিৰ কেটলগ্ মতে ইয়াৰ তিনিকুৰি সাতোটা পাতৰ দুটা পাত কেনেবাকৈ হেৰাল। পদত বৰ্ণোৱা বিষয়বোৰ বুজাবৰ কাৰণে প্ৰত্যেক পিঠিতে একোটাকৈ চিত্ৰ। ডক্টৰ নৰ্মান ব্ৰাউনে সম্পাদনা কৰি উলিওৱা আনন্দলহৰী (মূল) পুথিতো এনে ধৰণৰ চিত্ৰ আছে। নকল কৰোঁতাৰ নাম আৰু কালৰ উল্লেখ নাথাকিলেও আলোচ্য পুথিখন যে যথেষ্ট পুৰণি, দেখিলেই ধৰিব পাৰি। স্বৰ্গীয় গোস্বামীদেৱে এই আপুৰুগীয়া পুথিখন গডমূৰসত্ৰৰ পৰা সংগ্ৰহ কৰে। বোধহয় এইখন ৰজাদিনীয়া পুথি আৰু মানৰ দিনত এই মূল্যবান পুথি আওহতীয়া মাজুলীৰ গডমূৰ সত্ৰৰ পুথিভঁৰালত নিৰাপত্তাৰ কাৰণে আনি থোৱা হৈছিল।

আহোম ৰজা শিৱসিংহৰ ৰাজত্বৰ আগছোৱাত ৰজা আৰু বৰৰজাৰ অনুৰোধমতে অনন্ত আচাৰ্য দ্বিজই সৌন্দৰ্যলহৰী গ্ৰন্থৰ প্ৰথম অংশ অসমীয়া পদছন্দলৈ অনুবাদ কৰে। এই পদ-ৰচোঁতাজনৰ বংশ-পৰিয়াল আৰু জীৱনী সম্বন্ধে এতিয়ালৈকে একো জানিব পৰা নাই। আন আন বহুত পুথিত কবিসকলে যিদৰে নিজৰ পূৰ্ব-পুৰুষ, গোত্ৰ, জন্মস্থান আদিৰ উল্লেখ কৰি যায়, এই পুথিত গ্ৰন্থকাৰৰ নিজৰ নামটোৰ আৰু পৃষ্ঠপোষক ৰজাৰাণীৰ বাহিৰে আন একোৰে উল্লেখ নাই।

আহোম ৰজাসকলে শৈৱ, বৈষ্ণৱ আৰু শাক্ত সকলো মতৰে প্ৰচাৰকসকলক সম্মান আৰু সহায় কৰিছিল। ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ দিনৰেপৰা শৈৱ-শাক্ত মতৰ প্ৰতি ৰজাঘৰৰ আসক্তি বাঢ়ে। তেওঁৰ দিনত আৰু তেওঁৰ পৰৱৰ্তী ৰজাসকলৰ দিনত ঠায়ে ঠায়ে বহুত দ'ল-দেৱালয় স্থাপিত হয় আৰু তাত নিয়মমতে পূজা চলি থকাৰো ব্যৱস্থা হয়। বহুত বৈষ্ণৱ সত্ৰৰ নামতো যথেষ্ট মাটি-বাৰী দেৱোত্তৰকৈ দিয়া হয়। অসমৰ পূজাৰীয়ে অনুসৰণ কৰিবৰ কাৰণে আনৰপৰা অলপ বেলেগকৈ পূজা-অৰ্চনাৰ বিধিও এই সময়তে উপযুক্ত সাধক পণ্ডিত লোকৰদ্বাৰাই প্ৰণয়ন কৰোৱা হয়। অসমত এতিয়াও সৰহভাগে শ্ৰীদুৰ্গাৰ্চ্চনচন্দ্ৰিকা নামৰ বিধিমতে দুৰ্গাপূজা কৰে। এইদৰেই অন্নপূৰ্ণা পূজা, সৰস্বতী পূজা, ব্ৰহ্মপুত্ৰ পূজা আদিৰো বিধি প্ৰণয়ন কৰোৱা হৈছিল। বিভিন্ন মন্দিৰত প্ৰতিষ্ঠিত দেৱ-দেৱীৰো পূজাৰ সুকীয়া বিধি এতিয়াও ঠায়ে ঠায়ে আছে। সপ্তশতী বা চণ্ডীৰ পদ অনুবাদ এই সময়তে ৰুচিনাথ দ্বিজৰ হতুৱাই কৰোৱা হয়। অৱশ্যে প্ৰাক শংকৰী যুগৰপৰা আৰম্ভ কৰি কেইবাজন কবিয়েও চণ্ডীৰ পদ ৰচনা কৰি গৈছে। ৰজাসকলৰ ভিতৰতো দুই-এজনে গোঁসাই-গোঁসানীৰ স্তুতি-গীত ৰচনা কৰা পোৱা গৈছে।

অদ্বৈত বেদান্তৰ প্ৰচাৰক শ্ৰীশংকৰাচাৰ্যই আনন্দলহৰী (সৌন্দৰ্যলহৰী) ৰচনা কৰা বুলি সকলোৱে গ্ৰহণ কৰি আহিছে। সৌন্দৰ্যলহৰীৰ পয়ত্ৰিছজনমান ভাষ্যকাৰৰ ভিতৰত দুই এজনৰ বাহিৰে লক্ষ্মীধৰ প্ৰমুখ্যে সকলোৱেই এই তন্ত্ৰ-স্তুতি-কাব্য শ্ৰীশংকৰাচাৰ্যৰ ৰচিত বুলি কয়। তন্ত্ৰ-সম্বন্ধে ক'বলৈ অধিকাৰ থকা ভাস্কৰ ৰায়ে ললিতাসহস্ৰনামৰ টীকাত এই গ্ৰন্থ আদি শংকৰাচাৰ্যৰ ৰচনা বুলি মত প্ৰকাশ কৰিছে। দক্ষিণ ভাৰতীয় শৈৱ ধৰ্ম সম্পৰ্কে লিখা এখন গ্ৰন্থত জ্ঞান শিৱাচাৰ্যই (১৬শ শতাব্দী) সৌন্দৰ্যলহৰীৰৰ চতুৰ্বিংশ শ্লোক উদ্ধাৰ কৰি ইয়াক শ্ৰীশংকৰাচাৰ্যৰ কৃতী বুলি কৈ গৈছে। প্ৰগলভাচাৰ্যৰ শ্ৰীবিদ্যাৰ্ণৱতন্ত্ৰতো আদি শংকৰাচাৰ্যক এটি তান্ত্ৰিক সম্প্ৰদায়ৰ প্ৰতিষ্ঠাতা বুলি কোৱা হৈছে। শংকৰাচাৰ্যৰ কাল অষ্টম-নৱম শতাব্দী, কিন্তু লক্ষ্মীধৰ ষোড়শ শতাব্দীৰ লোক। গতিকে বহুত সমালোচক পণ্ডিতে শংকৰাচাৰ্যৰ সম্পৰ্কে লক্ষ্মীধৰৰ মত গ্ৰহণ কৰিবলৈ টান পায়। সৌন্দৰ্যলহৰীত কাব্যৰ নটা ৰসৰ কথা আছে; আদি শংকৰাচাৰ্যক সৌন্দৰ্যলহৰীৰ কবি বুলি ধৰিলে কালবিৰোধী (anachronism) হৈ পৰে। গৱেষক পণ্ডিতে যিহকে কওক, ভাৰতৰ শাক্ত সমাজে আদি শংকৰাচাৰ্যক এই তন্ত্ৰ-কাব্যৰ কবি বুলি দৃঢ় বিশ্বাস কৰি আহিছে।

সৌন্দৰ্যলহৰীৰ উৎপত্তি সম্পৰ্কে নানা জনশ্ৰুতি চলি আহিছে। তাৰে ভিতৰত এটা হৈছে এনে— এদিন ভগৱান শংকৰাচাৰ্য সন্ন্যাসীৰ বেশ ধৰি কৈলাশলৈ যায়, আৰু ঘূৰি আহোঁতে শিৱৰ আসনত থৈ দিয়া মন্ত্ৰ-শাস্ত্ৰও লৈ আহে।

সেই সময়ত ৰক্ষকৰ দায়িত্ব লৈ থকা নন্দীকেশ্বৰে শংকৰাচাৰ্যৰ হাতৰপৰা শাস্ত্ৰখন টানি নিয়ে আৰু দুযোৰে ভিতৰত যোটাপুটি লাগে। শংকৰাচাৰ্যৰ হাতত এক অংশ ৰৈ যায়, তাক একচল্লিছটা শ্লোক আছিল। এয়ে আনন্দলহৰী বা সৌন্দৰ্যলহৰী। তাৰ পাছত উনষাঠিটা শ্লোক নিজে ৰচনা কৰি গ্ৰন্থ সম্পূৰ্ণ কৰে। বহুতে শিৱ স্বয়ং এই স্তোত্ৰৰ ৰচক বুলি ভাবে। কোনো কোনো ভক্তই আদ্যাশক্তি ললিতাৰ বক্ত বিনিৰ্গত বুলি ধাৰণা কৰে। উৎপত্তিৰ কথা যিয়েই নহওক, আনন্দলহৰীৰ এই একচল্লিশটা শ্লোকত শংকৰাচাৰ্যই তেওঁৰ গুৰু শ্ৰীগৌড়পাদাচাৰ্যৰ সুভগোদয়ত ব্যাখ্যা কৰা তত্ত্বকে অপূৰ্ব শ্লোকছন্দত যুগমীয়া কৰি থৈ গৈছে।

সময়মাৰ্গৰ অনুসৰণকাৰী শ্ৰীবিদ্যাৰ উপাসনাৰ ৰহস্য এই আনন্দলহৰীৰ সহাযত শংকৰাচাৰ্যই প্ৰচাৰ কৰে আৰু পৰৱৰ্তী কালৰ কেইবাগৰাকী সাধক-মিষ্টিকেও এই তত্ত্বৰ ব্যাখ্যা থৈ গৈছে*। ৰবীন্দ্ৰনাথে কেইবা ঠাইতো এই পুথিৰ উল্লেখ কৰিছে। শাক্ত উপাসনা অদ্বৈত-বিৰোধী নহয। শংকৰাচাৰ্যই প্ৰচাৰ কৰা সগুণ উপাসনাৰ ভিতৰত দেৱী উপাসনাও এক। সৌন্দৰ্যলহৰী আৰু আন প্ৰকৰণত তেওঁ দেৱীৰ মাহাত্ম্য আৰু দেৱী আৰু ব্ৰহ্মৰ ঐক্য প্ৰতিপাদন কৰিছে। শংকৰৰ স্থাপিত অদ্বৈতবাদী মঠবিলাকত শ্ৰীবিদ্যাৰ ৰহস্য আৰু শ্ৰীচক্ৰৰ পূজা এতিয়াও অব্যাহত আছে। শৃংগেৰীৰ মঠৰ অধিষ্ঠাত্ৰী সাৰদাদেৱী শ্ৰীচক্ৰত আসীনা, যি শ্ৰীচক্ৰ 'সৰ্ব বেদানাথ প্ৰকাশিনী ব্ৰহ্মবিদ্যাসাৰদা'। অধ্যাপক শ্ৰীমনোৰঞ্জন শাস্ত্ৰীৰ মতে অসমতো বৈয়াকৰণ মহামহোপাধ্যায় পুৰুষোত্তম বিদ্যাবাগীশ আৰু নিবন্ধকাৰ মহামহোপাধ্যায় পীতম্বৰ সিদ্ধান্তবাগীশ (১৬ শ শতাব্দী) দুযোজনেই সময়াচাৰ অনুমোদিত বিষ্ণুমতত দীক্ষিত হৈছিল। অষ্টাদশ শতাব্দীৰ আহোম ৰাজসভাত এই মতবাদৰ প্ৰসিদ্ধ গ্ৰন্থ অসমীয়া পদৰ গ্ৰন্থকাৰ অনন্তআচাৰ্য দ্বিজই লিখিছে —

শংকৰ আচাৰ্য যাতো যোগি অৱতাৰ।
তান বাক্য বুজিতে শকতি আছে কাৰ।।
তথাপিতো তাহান চৰণে কৰি নতি।
মতি অনুসৰি পদ ৰচিলো সম্প্ৰতি।।

কবিয়ে আৰম্ভ কৰিছে এইদৰে —

জয় জয় আদ্যা শক্তি জয় জয় সতি।
তোহ্মাৰ চৰণে কৰি সহস্ৰ প্ৰণতি।।
অনন্ত আচাৰ্য দ্বিজ অতি অল্পমতি।
আনন্দলহৰী পদবন্ধে নিগদতি।।
শিৱশক্তি দুয়োজনা একে কলেৱৰ।
এহিতো ৰহস্য আত কহিবো বিস্তৰ।।
অজ্ঞানিৰ সঙ্গে থাকি যত নৰচয়।
শীৱদুৰ্গা নিন্দা কৰি নৰক ভুঞ্জয়।।
এহি পদ শুনিয়া হৈবেক শুদ্ধমতি।
অৱশ্যে হৈবেক তাৰ কৈলাসে বসতি।।
যিটো সদাশিৱ পূৰ্ণ ব্ৰহ্ম নিৰঞ্জন।
ব্ৰহ্মা বিষ্ণু ইন্দ্ৰে-সেৱে যাহাৰ চৰণ।।
জনম মৰণ আদি শৰীৰ বিকাৰ।
নাহি বুলি চাৰি বেদে কহন্ত যাহাৰ।।
নিত্যানন্দ সকল মঙ্গল আত্মাৰাম।
দেৱীৰ প্ৰসাদে তেহো ভৈল পূৰ্ণ কাম।।

জাতো তান সঙ্গত থাকাহা ভগৱতি।
এতেকে ঈশ্বৰ বোলাৱন্ত পশুপতি।।
যদি একক্ষণো দেবি ছাড়া তান সঙ্গ।
তেতিক্ষণে যত গৰ্ব তান হৈব ভঙ্গ।।
হৰিহৰ ব্ৰহ্মা আদি দেৱ নিৰন্তৰে।
তোমাক আৰাধি সৃষ্টি-স্থিতি নাশ কৰে।।
এতেকে তোমাৰ স্তুতি-নতি কৰিবাৰ।
নাহিকয় শক্তি মন্দ-পুণ্যৰ আমাৰ।।
তোমাৰ চৰণ কমলৰ সূক্ষ্ম ধূলি।
প্ৰণাম কৰিযা তাক শিৰে লৈযা তুলি।।
চতুৰ্দ্দশ ভুৱন পৰ্য্যন্ত সৃষ্টিকৰ।
ধূলাসে কাৰণ তযু সকলো লোকৰ।।

এই অনুবাদৰ লগত মূল শ্লোক মিলাই চাব পাৰি —

শিবঃ শক্ত্যাযুক্তো যদি ভবতি শক্তঃ প্ৰভবিতুং
ন চেদেবং দেবো নখলু কুশলঃ স্পন্দিতুমপি।
অতস্ত্বামাৰাধ্যাং হৰিহৰবিৰিঞ্চ্যাদিভিৰপি
প্ৰণন্তুং স্তোতুং বা কথমকৃতপুণ্যঃ প্ৰভবতি।।
তনীযাংসং পাংসুং তব চৰণ-পঙ্কেৰুহভবম্
বিৰিঞ্চিঃ সংচিন্বন্‌বিৰচয়তি লোকানবিকলান্।

মূলৰ লগত মিলাই চালে দেখা যায়, অনন্ত আচাৰ্যৰ অনুবাদ সম্পূৰ্ণ আক্ষৰিক নহ'লেও মূলৰপৰা আঁতৰি যোৱা নাই, মূলৰ কথা ঠায়ে ঠায়ে অলপ বহলাইছে মাত্ৰ। দুই এজন ভাষ্যকাৰৰ কথাও অনুবাদত সামৰি লোৱা যেন লাগে।

এই অসমীয়া কবিজনে তেওঁৰ পুথিত ৰংপুৰ নগৰৰ বৰ্ণনা দিছে আৰু চিত্ৰকৰে লগতে ৰংপুৰৰ এটি চিত্ৰও আঁকিছে; আহোম ৰাজসভাৰ চিত্ৰও আছে। "সেহিসে নগৰ জানা দুতি অম্ৰাৱতী। তাতে শিবসিংহ ভৈলা দুতি সুৰপতি।।" কবিয়ে ৰজাৰ ৰূপ-গুণ বৰ্ণাই তেওঁৰ পটেশ্বৰী প্ৰমথেশ্বৰীৰো ৰূপ-গুণৰ দীঘলীয়া বৰ্ণনা কৰিছে। "সৰ্বাঙ্গে সুন্দৰী সৰ্বগুণে গুণৱতী। যাৰ গুণ-গণে তুষ্ট হৈযা নৰপতি।। ছত্ৰ সিংহাসন দিয়া পাতিলা নৃপতি। বৰজনা ৰজা যেন প্ৰখ্যাত জগতি।।" পৃষ্ঠপোষক ৰজা-ৰাণীৰ বৰ্ণনা সেই সময়ৰ কাব্যত এনে ৰীতিৰেই দিয়া দেখা যায়।

অসমত প্ৰচলিত শাক্ত মত, অসমৰ সেই সময়ৰ অৱস্থা, অসমীয়া চিত্ৰ বিদ্যাৰ পৰিচয় আদি বহুত কাৰণত সচিত্ৰ আনন্দলহৰী পুথি অসমীয়া সাহিত্যৰ এখন তাৎপৰ্যপূৰ্ণ গ্ৰন্থ।

— Theosophical Publishing House (Madras), Saundraya Lahari
— Norman Brown (Editor) -----
— Dr S K Bhuyan --- Assamese Nurjehan, 1926
— Dr Dasgupta --- Eastern Indian Manuscript Painting
— Ramkrishna Mission --- The Cultural Heritage of India
— ৰবীন্দ্ৰনাথ- ছিন্ন পত্ৰাবলী।
— Arthur Avalon --- Wave of Bliss

# গীতা-উপনিষদৰ উপমা

বৃহৎকাব্য মহাভাৰতৰ অন্তৰ্গত গীতা এখন সাতশ শ্লোকৰ তত্ত্বকাব্য। আলংকাৰিকসকলে গীতাক কাব্য নুবুলিবও পাৰে, তথাপি এটা জাতি আৰু সভ্যতাৰ অন্তৰৰপৰা উদ্ভৱ হোৱা সাৰ্বজনীন উদাৰ মতৰ আধাৰ এখন গ্ৰন্থক জাতীয় কাব্য বুলি সম্মান দিব লাগিব। বহুতে গীতাক মহাভাৰতৰ ভিতৰত প্ৰক্ষিপ্ত বুলিও কয়, সেই বিষয়ে অৱশ্যে মতভেদ আছে। কোনোৱে গীতাৰ কথাখিনি বৌদ্ধধৰ্মৰ অভ্যুত্থানৰ পৰৱৰ্তী সংযোজন বুলিও কয়। সেইবোৰ প্ৰশ্নলৈ নগৈ গীতাত ব্যৱহাৰ কৰা উপমা সম্পৰ্কেহে চমু আলোচনা এটি কৰা হ'ব।

বক্তব্য বিষয় স্পষ্ট কৰিবৰ কাৰণে সকলো কাব্যতে উপমাৰ প্ৰয়োগ কৰা হয়। ই বৈয়াকৰণ-আলংকাৰিকসকলৰ এটা আলোচ্য বিষয়। পৰিচিত বস্তুৰ সহায়ত কম পৰিচিতৰ কথা বুজোৱাই উপমাৰ উদ্দেশ্য। গীতাৰ গ্ৰন্থকাৰে দাঙি ধৰা মূল কথাবিলাকো উপমাৰ সহায়ত বোধগম্য কৰাবলৈ চেষ্টা কৰিছে। এই উপমাবিলাক সকলোৱে দেখা সাধাৰণ নৈসৰ্গিক ঘটনা, জীৱ-জন্তুৰ ব্যৱহাৰ আদিৰপৰা গ্ৰহণ কৰা হৈছে। তাৰে কেইটিমান উদাহৰণ তলত দিয়া হ'ল।

যুদ্ধত আত্মীয় বধৰপৰা উদ্ভৱ হ'ব পৰা মহা শোক-সাগৰত মগ্ন হৈ অনাৰ্য স্বভাৱ লোৱা অৰ্জুনক শ্ৰীকৃষ্ণই মৃত্যুৰ প্ৰকৃত ৰহস্য বুজাবলৈ প্ৰথমতে চেষ্টা কৰিছে, তাৰ পাছত ক্ৰমে জীৱনৰ উদ্দেশ্য আৰু কৰ্তব্য সম্পৰ্কে উপদেশ দিছে।

দেহিনোহস্মিন্ যথা দেহে কৌমাৰং যৌবনং জৰা।
তথা দেহান্তৰপ্ৰাপ্তিৰ্ধীৰস্তত্ৰ ন মুহ্যতে।।(২-১৩)

শৰীৰত বাল্য, যৌৱন, বাৰ্দ্ধক্যই দেখা দিলেও দেহস্থিত আত্মাৰ কোনো পৰিৱৰ্তন নহয়, সেইদৰে মৃত্যুৰ পাছত দেহান্তৰ পালেও আত্মাৰ কোনো বিকৃতি নঘটে। দেহৰ পৰিৱৰ্তনো (মৃত্যুও) মানুহৰ এটা জীৱনত ঘটা বয়সৰ পৰিৱৰ্তনৰ নিচিনাই।

বাসাংসি জীৰ্ণানি যথা বিহায় নৱানি গৃহ্ণান্তি নৰোহপৰাণি।
তথা শৰীৰাণি বিহায় জীৰ্ণান্যন্যানি সংযাতি নৱানি দেহী।। ২।২২

পুৰণি কাপোৰ ফাটিলে মানুহে যেনেকৈ ন কাপোৰ লয়, আত্মায়ো সেইদৰেই জীৰ্ণ দেহ ত্যাগ কৰি নতুন দেহ আশ্ৰয় কৰে।

যদা সংহৰতে চায়ং কূৰ্মোঙ্গানীব সৰ্বশঃ।
ইন্দ্ৰিয়াণীন্দ্ৰিযাস্তস্য প্ৰজ্ঞা প্ৰতিষ্ঠিতা।। ২।৫৮

কিবা এটা গাত লগা যেন পালেই কাছই যেনেকৈ মূৰ-হাত ভৰি কোঁচাই পেলায়, যোগীজনেও সেইদৰে ইন্দ্ৰিয়ৰ বিষয়-সমূহৰপৰা ইন্দ্ৰিয়ক আঁতৰাই আনে, তেনে লোকেই স্থিতপ্ৰজ্ঞ।

ইন্দ্ৰিযানাং হি চৰতাং যন্মনোহনুবিধীয়তে।
তদস্য হৰতি প্ৰজ্ঞাং বায়ুৰ্নাবমিবাম্ভসি।। ২।৬৭

যিদৰে পানীত থকা নাও বতাহে কোবাই ঘূৰাই লৈ ফুৰায় আৰু বুৰায়, তেনেকৈয়ে বিষয়াভিমুখী ইন্দ্ৰিয়ই অসংযত মানুহৰ প্ৰজ্ঞা হৰণ কৰে।

আপূৰ্য্যমানমচলপ্ৰতিষ্ঠং সমুদ্ৰমাপঃ প্ৰবিশন্তি যদ্বৎ।।
তদ্বৎ কামা যং প্ৰবিশন্তি সৰ্বে স শান্তিমাপ্নোতি ন কামকামী।। ২।৭০

নানা ঠাইৰপৰা পানী আহি সোমালেও পৰিপূৰ্ণ সাগৰৰ কোনো বিকাৰ নঘটে, পানীয়ে পাৰভাঙি নীহে, সেইদৰে শব্দ-

স্পৰ্শ আদি বিষয়বোৰেও স্থিতপ্ৰজ্ঞ মুনিক কোনো প্ৰকাৰে বিচলিত কৰিব নোৱাৰে। কামনাগ্ৰস্ত মানুহে কিন্তু তেনে শান্তি লাভ কৰিবলৈ নেপায়।

ধূমেনাব্ৰিয়তে বহ্নিৰ্যথাদৰ্শো মলেন চ।
যথোল্‌বেনাবৃতো গৰ্ভস্তথা তেনেদমাবৃতম্।। ২।৩৮

ধোঁৱাই যেনেকৈ জুই ঢাকে, মলিয়ে যিদৰে দাপোণৰ স্বচ্ছতা নাশ কৰে আৰু জৰায়ুয়ে (uterus) যিদৰে গৰ্ভস্থ সন্তানক (foetus) আৱৰি থাকে, সেইদৰেই কামনাই জ্ঞান আৰু বিবেকক ঢাকি ধৰে।

ব্ৰহ্মণ্যাধায় কৰ্মাণি সঙ্গং ত্যক্ত্বা কৰোতি যঃ।
লিপ্যতে ন স পাপেন পদ্মপত্ৰমিবাম্ভসা।। ৫।১০

যিজনে কৰ্মফললৈ আসক্তি নাৰাখি কৰ্ম ব্ৰহ্মত অৰ্পণ কৰে, পানীয়ে পদুম পাতক তিয়াঁব নোৱাৰাৰ দৰে সেই জনকো পাপ-পুণ্যই স্পৰ্শ নকৰে।

যথা দীপো নিবাতস্থো নেঙ্গতে সোপমা স্মৃতা।
যোগিনো যতচিত্তস্য যুঞ্জতো যোগমাত্মনঃ।। ৬।১৯

বতাহ বলি নথকা ঠাইত থ'লে চাকিৰ শিখা যেনেকৈ লৰচৰ নকৰে, চিত্তবৃত্তি নিৰোধ কৰা যোগীৰ চিত্তও তেনেদৰেই স্থিৰ হৈ থাকে।

কচ্চিন্নোভয়বিভ্ৰষ্টশ্ছিন্নাভ্ৰমিব নশ্যতি।
অপ্ৰতিষ্ঠো মহাবাহো বিমূঢ়ো ব্ৰহ্মণঃ পথি।। ৬।৩৮

হে কৃষ্ণ, কৰ্ম আৰু ধ্যানমাৰ্গৰ পৰা ভ্ৰষ্ট হৈ অহা যোগীৰ অৱস্থা সৰহীয়া মেঘৰপৰা এৰাই অহা ক্ষুদ্ৰ মেঘখণ্ডৰ দৰে হয়নে কি?

মত্তঃ পৰতৰং নান্যৎ কিঞ্চিদস্তি ধনঞ্জয়।
ময়ি সৰ্বমিদং প্ৰোতং সূত্ৰে মণিগণা ইব।। ৭।৭

হে ধনঞ্জয়, সূতা এডালত মণিবোৰ বৈ থকা দি সকলো বস্তুৱেই মোতে বৈ আছে, ময়েই সকলোবোৰ ধৰি আছোঁ। মালা এধাৰৰ বিভিন্ন ফুলক ৰচীয়ে গাঁথি থোৱাৰ দৰে ময়ো সকলো বস্তুকে একেলগ কৰিছোঁ।

যথাকাশস্থিতো নিত্যং বায়ুঃ সৰ্বত্ৰগো মহান্।
তথা সৰ্বাণি ভূতানি মৎস্থানীত্যুপধাৰয়ঃ।। ৯।৬

আকাশত (ether) থকা বায়ু যিদৰে সকলো ঠাইতে বিচৰণ কৰে, মোতো (ব্ৰহ্মতো) সেইদৰে সৰ্বভূত অৱস্থান কৰে।

যথা নদীনাং বহবম্বুবেগাঃ সমুদ্ৰমেবাভিমুখা দ্ৰৱন্তি।
তথা তবামী নৰলোকবীৰা বিশন্তি বক্তাণ্যভিবিজ্বলন্তি।। ১১।২৮

অসংখ্য নদ-নদী যিদৰে বৈ গৈ সমুদ্ৰত লয় হয়, সেইদৰেই এই কুৰুক্ষেত্ৰত সমবেত হোৱা বীৰসমূহো তোমাৰ জ্বলন্ত মুখত প্ৰৱেশ কৰিছে।

যথা প্ৰদীপ্তং জ্বলনং পতঙ্গা বিশন্তি নাশায় সমৃদ্ধবেগাঃ।
তথৈৱ নাশায় বিশন্তি লোকাস্তবাপি বক্তাণি সমৃদ্ধবেগা।। ১১।২৯

পোক আৰু ফৰিংবোৰ বেগেৰে উৰি গৈ জুইত পৰি যেনেকৈ জাহ যায়, এই শত্ৰু সৈন্যবিলাকো তোমাৰ মুখৰ ভিতৰত সোমাই ধ্বংস হৈছে।

যথা সৰ্বগতং সৌক্ষ্ম্যাদাকাশং নোপলিপ্যতে।

সৰ্বত্ৰাবস্থিতো দেহে তথাত্মা নোপলিপ্যতে।। ১৩।৩৩

সৰ্বব্যাপী আকাশ (space) সূক্ষ্মতাৰ গুণত বোকা-পানী ক'তো লিপ্ত নহয়, সেইদৰে আত্মাও শৰীৰৰ কোনো দোষ-গুণতে লিপ্ত নহয়।

উৰ্ধ্বমূলমধঃ শাখসমশ্বত্থং প্ৰাহুৰব্যয়ম্।

ছন্দাংসি যস্য পৰ্ণানি যস্তং বেদ স বেদবিৎ।। ১৫।১

তত্ত্বদৰ্শীসকলে খিলঞ্জীয়া সংসাৰক আঁহত গছ বুলি কৈছে। ইয়াৰ গুৰি ওপৰত, ডাল-পাত তলত। ইয়াক জানিলেই বেদজ্ঞ হয়।

শৰীৰং যদবাপ্নোতি যচ্চাপ্যুৎক্ৰামতীশ্বৰঃ

গৃহীত্বৈতানি সংযাতি বায়ুৰ্গন্ধানিবাশয়াৎ।। ১৫।৮

বায়ুয়ে ফুলৰপৰা গন্ধ লৈ যোৱাৰ দৰে জীৱয়ো আন দেহালৈ গতি কৰোঁতে পূৰ্বৰ দেহৰ পৰা ইন্দ্ৰিয় আৰু মন লগতে লৈ যায়।

ঈশ্বৰঃ সৰ্বভূতানাং হৃদ্দেশেহৰ্জুন তিষ্ঠতি।

ভ্ৰাময়ন্ সৰ্বভূতানি যন্ত্ৰাৰূঢানি মায়য়া।। ১৮।৬১

যন্ত্ৰৰ সহাযত পুতলা নচুৱা মানুহে পুতলা ঘূৰাই ফুৰোৱাৰ দৰে ঈশ্বৰেও সৰ্বভূতৰ হৃদয়ত থাকি মাযাৰ সহাযেৰে সকলো জীৱক চলাই লৈ ফুৰিছে।

ওপৰত দিয়া উদাহৰণবোৰৰপৰা গীতাত ব্যৱহাৰ কৰা উপমা সম্পৰ্কে এটা ধাৰণা কৰিব পাৰি। এই উপমাবোৰ সকলোৰে সুপৰিচিত ঘটনা আৰু বস্তুৰপৰা আনিছে। এই উপমাবোৰৰ পৰাই গীতাৰ বক্তব্য বিষযৰো এটা থূল-মূল ধাৰণা কৰিব পাৰি।

গীতাক উপনিষদৰ সাৰ বুলি কোৱা হয। "সকল উপনিষদ ধেনু, দোগ্ধা ভৈল তাৰ নন্দসুত।" উপনিষদসমূহ গাই, পোৱালীয়ে প্ৰথমে পী দিলেহে গায়ে গাখীৰ দিয়ে। অৰ্জুনে প্ৰশ্ন কৰাত শ্ৰীকৃষ্ণই উপনিষদৰ সাৰখিনি খীৰাই দিলে। গীতা হৈছে সেই অমৃতময গাখীৰ।

উপনিষদৰ ভালেখিনি শ্লোক হুবহু গীতাতো পোৱা যায়। উপনিষদতো ঋষিসকলৰ উপলব্ধ জ্ঞান বুজাবৰ কাৰণে ঠাযে ঠাযে উপমা ব্যৱহাৰ কৰিছে।

উপনিষদৰপৰা কেইটামান উপমাও দাঙি ধৰা হ'ল —

সস্যমিব মৰ্ত্যঃ পচ্যতে সস্যমিবাজায়তে পুনঃ (কঠ ১।৬)

— শস্যৰ দৰেই মানুহ পকি সৰে, আকৌ গজে অৰ্থাৎ পুনৰ্জন্ম লয়।

ক্ষুৰস্য ধাৰা নিশিতা দুৰত্যায়া দুৰ্গং পথস্তৎ কবয়ো বদন্তি (কঠ ১।১৪)

— জ্ঞানীয়ে কয, এই পথ খুৰৰ তীক্ষ্ণ ধাৰৰ দৰে দুৰ্গম (খুৰৰ সাঁকো)।

অৰণ্যোনিহিতো জাতবেদা গৰ্ভ ইব সুভৃতো গৰ্ভিণীভিঃ (কঠ ২।১।৮)

— গৰ্ভৱতী তিৰোতাই গৰ্ভ অতি যত্ন কৰি ৰক্ষা কৰাৰ দৰে যজ্ঞকৰ্তাসকলেও অগ্নি ৰক্ষা কৰে।

যথোদকং শুদ্ধে শুদ্ধমাসিক্তং তাদৃগেৱ ভৱতি।

এবং মুনেৰ্বিজানত আত্মা ভৱতি গৌতম।। (কঠ ২।১।১৫)

— হে গৌতম, পবিত্ৰ জল পবিত্ৰ জলত পেলালে যেনেকৈ একে হৈ পৰে সেইদৰে সত্যদৰ্শী জ্ঞানী লোকৰ আত্মায়ো

একত্ব প্ৰাপ্তি হয়।

যথা পাদোদৰস্ত্বচা বিনিৰ্মুচ্যতে এবং হ বৈ স পাপ্মনা বিনিমুক্তঃ (প্ৰশ্ন ৫।৫)

— সাপে যেনেকৈ মোট সলাই পুৰণি চালৰপৰা মুক্ত হয় সেইদৰে সেই লোকো পাপৰ পৰা মুক্ত হয়।

যথোৰ্ণনাভিঃ সৃজতে গৃহ্ণতে চ যথা পৃথিব্যামোযধয়ঃ সম্ভবন্তি

যথা সতঃ পুৰুষাৎ কেশলোমানি তথাহক্ষৰাৎ সম্ভবতীহ বিশ্বম্ (মুণ্ডক ১।১।৭)

— মকৰাই যেনেকৈ মুখৰপৰা সূতা উলিয়াই জাল তৰে, পৃথিৱীত যিদৰে ওষধি গজে, যিদৰে জীয়া মানুহৰ গাৰপৰা নোম-চুলি গজে, সেইদৰে অক্ষৰপৰাও (ব্ৰহ্ম) বিশ্বৰ সকলো সৃষ্টি হৈছে।

যথা সুদীপ্তাৎ পাবকাবিস্ফুলিঙ্গাঃ সহস্ৰশঃ প্ৰভবন্তে সৰূপাঃ।

তথাহক্ষৰাদ্বিবিধাঃ সোম্য ভাবাঃ প্ৰজায়ন্তে তত্ৰ চৈবাপিয়ন্তি।। (মুণ্ডক ২।১।১)

— জ্বলি থকা জুইকুৰাৰপৰা যেনেকৈ (সজাতীয়) সহস্ৰ ফিৰিঙতি ওলায়, অক্ষৰৰপৰাও সেইদৰে বিবিধ জীৱ উৎপত্তি হয় আৰু তাতে লয় পায।

যথা নদ্যঃ স্যন্দমানা সমুদ্ৰেহস্তংগচ্ছন্তি নামৰূপে বিহায।

তথা বিদ্বান্নামৰূপাদ্বিমুক্তঃ পৰাৎ পৰং পুৰুষমুপৈতি দিব্যম্।। (মুণ্ডক ৩।২।৮)

— নদীবিলাক বৈ গৈ শেষত নিজৰ নামৰূপ পৰিত্যাগ কৰি সাগৰত লীন হয়, আত্মজ্ঞ লোকেও সেইদৰে দিব্য পুৰুষক লাভ কৰে।

তদ্ যথা প্ৰিযযা স্ত্ৰিয়া সম্পৰিস্বক্তো ন বাহ্যং কিঞ্চৰ বেদ নান্তৰমেব মেবাযাং পুৰুষঃ।

৪।৩।২১

– প্ৰিয়তমা পত্নীৰ আলিংগনত আবদ্ধ হৈ পুৰুষে বাহিৰ-ভিতৰ একো গম নাপায, (পুৰুষ পৰমাত্মাৰ লগত একীভূত হ'লেও তেনে)।

তদ যথা তৃণজলাযুকা তৃণস্যান্তং গত্বান্যমাক্ৰমমাক্ৰম্যাত্মানমুপসংহৰত্যেব।

বৃহদাৰণ্যক ৪।৪।৩

— যেন জোকে তৃণ পাইলে এৰৈ আউৰ তৃণ। (দশম)।

গীতাৰ আৰু উপনিষদৰ উপমায়ো গীতা আৰু উপনিষদৰ মৰ্ম বুজাত সহায় কৰে। এই সম্পৰ্কত ধৰ্মপদৰ উপমাও অতুলনীয। বেদ, উপনিষদ, গীতা, ধৰ্মপদৰ উপমাৰ ঐতিহ্য পৰৱৰ্তী পুৰাণ আৰু কাব্যই ৰাখি থৈছে। উপমা বহুৰূপী অভিনেত্ৰী। ইয়াৰ বিচিত্ৰ সৌন্দৰ্য। বিভিন্ন অভিজ্ঞতা বুজাবলৈ বিভিন্ন উপমাৰ আশ্ৰয় কবিসকলে লয়।

# দুৱাৰ মেল খালে

I have already opened the door – মধুসূদন দত্ত

কাব্য উপভোগ কৰি সাধাৰণতে সহৃদয় লোক কাব্যৰ প্ৰতি আকৃষ্ট হয়, কাব্যৰ তত্ত্ব (Theory of poetry) বা অলংকাৰ শাস্ত্ৰই কাব্যৰ প্ৰতি অনুৰাগ সৃষ্টি কৰা বৰকৈ শুনা নাযায়। এক দেশৰ মানুহে আন দেশৰ সাহিত্য পঢ়ি সোৱাদ পালে, সেই বিদেশী সাহিত্য-ৰস নিজৰ দেশৰ সাহিত্যতো সৃষ্টি কৰিবলৈ কবি-সাহিত্যিকৰ অন্তৰত অভিলাষ জন্মে। সাহিত্যৰ পাৰম্পৰিক প্ৰভাৱ এইদৰেই হয়। কেতিয়াবা কেতিয়াবা এই প্ৰভাৱ অতি ব্যাপক আৰু শক্তিমন্ত হৈ পৰে।

ভাৰতত ইংৰাজৰ শাসন অধিষ্ঠিত হোৱাৰ মূৰত ইংৰাজী শিক্ষাৰ প্ৰৱৰ্তন হয়। ফলত ইংৰাজী ভাষা আৰু সাহিত্যৰ অধ্যয়ন-অধ্যাপনা ভাৰতত বৰ বহলকৈ হ'বলৈ ধৰে। ভাৰতত ইংৰাজী শিক্ষা প্ৰচলন নোহোৱা হ'লে ক'ৰবাত দুই-একে ছেক্‌ছপীয়েৰ, ৱাৰ্ডছৱাৰ্থ বা টেনিছনৰ নাম শুনিলেহেঁতেন, তাতোকৈ কম লোকে পঢ়িলেওহেঁতেন, কিন্তু ইংৰাজী সাহিত্যৰ বাধ্যতামূলক অধ্যয়নৰ গুণত ইংৰাজী সাহিত্যই পাশ্চাত্য শিক্ষা পোৱা মানুহৰ মনত দকৈ শিপাবলৈ পালে। প্ৰকৃত সাহিত্যৰ আবেদন সাৰ্বজনীন। সাহিত্যত মানৱিকবাদ, উদাৰ আদৰ্শ, নতুন ভাৱ-ছন্দ এইবোৰে ভাৰতীয় সাহিত্যতো এটা স্থায়ী প্ৰভাৱ পেলালে।

বিশ্ববিদ্যালয়ৰ উচ্চশিক্ষা পোৱা ভাৰতীয় ছাত্ৰই ছেক্‌ছপীয়েৰৰ নাট দুই চাৰিখন, গ'ল্ডেন ট্ৰেজাৰিৰ কবিতা, ৱাৰ্ডছৱাৰ্থ, স্কট, টেনিছনৰ কবিতা পাঠ্য হিচাপে পঢ়িছিলেই, তদুপৰি পাঠ্যপুথিৰ বাহিৰে আন আন গ্ৰন্থৰপৰাও তেওঁলোকে ৰস সংগ্ৰহ নকৰাকৈ নেৰিছিল। বংগদেশত ৰিচাৰ্ডছন ডিৰ'জিয আদি শিক্ষকৰ সৃষ্টি-ধৰ্মী অধ্যাপনাৰ ফলত ইংৰাজী কাব্য সাহিত্যলৈ ছাত্ৰৰ অশেষ ধাউতি হৈছিলেই, ইংৰাজী সাহিত্যৰ ৰূপ-ৰস বংগ সাহিত্যত সৃষ্টি কৰিবলৈকো বংগীয় যুৱকে প্ৰেৰণা লাভ কৰিছিল। মাইকেল মধুসূদন দত্তই ইংৰাজীৰ উপৰি ইউৰোপৰ ক্লাছিক সাহিত্য অধ্যযন কৰিছিল আৰু তাৰ আদৰ্শৰদ্বাৰাই উদ্বুদ্ধ হৈছিল। I have already opened the door – মাইকেলে কৈছিল, মই দুৱাৰ মুকলি কৰি দিছোঁ। মাইকেলে প্ৰথমতে দুৱাৰ মুকলি কৰি দিলে পাশ্চাত্য কাব্য-সাহিত্যৰ। সেই মুকলি দুৱাৰেদি বংগ সাহিত্যিকৰ যাতায়াত হ'লেই, আন প্ৰাদেশিক সাহিত্যৰো নোহোৱাকৈ নাথাকিল। মাইকেলৰ প্ৰভাৱতেই অসমীয়া সাহিত্যলৈ ছনেট্ আৰু অমিত্ৰাক্ষৰ ছন্দৰ প্ৰৱৰ্তন।

পশ্চিমীয়া সাহিত্যৰ এই প্ৰভাৱ আহি এমূৰীযা আৰু আওহতীযা অসমতো সোমাল। অৱশ্যে অসমত পশ্চিমীয়া শিক্ষাৰ প্ৰচাৰ অতি পলমকৈ হ'ল। যি সময়ত বাংলা সাহিত্যত ইংৰাজীৰ প্ৰভাৱৰ সুন্দৰ ফল লাগি পকিছিল, তেতিয়া অসমত ইংৰাজী শিক্ষা পোৱা মানুহৰ সংখ্যা একেবাৰে নগণ্য। দুই-এক অসমীয়াই কলিকতালৈ গৈ ইংৰাজী শিক্ষা লাভ কৰিছিল, অসমত ক'ৰবাত দুই-এখন ইংৰাজী স্কুলত সামান্য ইংৰাজী শিকি দুই-চাৰিয়ে কেৰাণী-মহৰী কৰি খাইছিল। তেনেস্থলত সাহিত্যত ইংৰাজীৰ প্ৰভাৱ পৰাৰ কথাই নুঠে। তদুপৰি অসমীয়া ভাষাটোকে স্কুল-কাছাৰীত স্বীকৃতি দিযা নাছিল। যোৱা শতিকাৰ অষ্টকৰ ভিতৰত কলিকতাত কলেজীযা শিক্ষা ল'বলৈ যোৱা কেইজনমান সচেতন প্ৰবাসী অসমীয়া ছাত্ৰই কৰা এটা আন্দোলনৰ ফলতহে আধুনিক অসমীয়া সাহিত্য আৰম্ভ হোৱা বুলি ক'ব পাৰি।

বেজবৰুৱাই 'মোৰ জীৱন সোঁৱৰণ'ত লিখা কথাখিনি চাবলগীযা। তেওঁ লিখিছে— "তেতিয়া মই জেনেৰেল এছেম্‌ব্লি কলেজৰ (পাছলৈ Scottish Church College) তৃতীয় বাৰ্ষিক শ্ৰেণীত। 'পলগ্ৰেভ্‌ছ গোল্ডেন ট্ৰেজাৰি অৱ লিৰিক্স' নামৰ ইংৰাজী কবিতাৰ সংগ্ৰহ মোৰ পাঠ্য। তাৰ উপৰি বাইৰণ, শ্যেলি, কীট্‌ছৰ কবিতাবোৰ আৰু কবি ৰবীন্দ্ৰনাথ ঠাকুৰৰ কবিতাবোৰ পঢ়িছোঁ। কবিতাৰ বৰষুণৰ জাকৰ ওপৰত জাক পৰি মোৰ মন একেবাৰেই 'প্ৰেমৰসত' আৰ্দ্ৰ। মোৰ মনৰ বহল পথাৰখন বাইৰণৰ কবিতাই কোমলালে, শ্যেলিৰ কবিতাই হাল বালে, কীট্‌ছৰ কবিতাই মৈয়ালে আৰু ৰবীন্দ্ৰনাথৰ কবিতাই এনে কৰিলে যে তাত লাহী ধানৰ কঠিয়াৰতো কথাই নাই, বিহমনা, কোট্‌কোৰা, পথৰুৱা বিহলঙনি আৰু চোৰাতকে আদি কৰি যিহৰে গুটি হওক, পৰিলেই সিয়েই ভৰভৰ কৰে গজি 'মোক চা' 'মোক চা'কৈ উঠিব। বঙালীয়ে ক'বৰ নিচিনা, তেতিয়া মোৰ মনৰ 'অৱস্থা সংগীন'; অৰ্থাৎ বন্দুকত সংগীন (bayonet) চৰোৱা বিধৰ। সপোনত কেনেবাকৈ মই বিতচকু এযোৰ পালোঁ। সেই অপৰূপ বিতচকুযোৰৰ গুণত মই গোটেই জগতখনকে সুন্দৰময় দেখিবলৈ ধৰিলোঁ।" বেজবৰুৱাৰ জীৱন সোঁৱৰণৰপৰা এইটো কথাও বুজিব পাৰি যে অসমীয়া সাহিত্যৰ তথাকথিত নৱন্যাস যুগৰ সৃষ্টিত ৰবীন্দ্ৰনাথৰো অলপ অৰিহণা আছিল। অৱশ্যে ৰবীন্দ্ৰনাথৰ কবিতাতো ইংৰাজী কাব্য-সাহিত্যৰ প্ৰভাৱ প্ৰকট। অসমীয়া কাব্যত অমিত্ৰাক্ষৰ ছন্দৰ প্ৰৱৰ্তনো ইংৰাজ কবি মিল্টনৰ প্ৰত্যক্ষ প্ৰভাৱ নুবুলি মাইকেলৰ প্ৰভাৱ

বুলিহে ক'ব লাগিব। হেমচন্দ্ৰ গোস্বামীৰ ছনেটো ইউৰোপ বা ইংলণ্ডৰ পোনপটীয়া প্ৰভাৱৰ ফল নহয় যেন লাগে।

ইংৰাজী সাহিত্যৰ অধ্যয়নে কবিতাৰ বিষয়-বস্তু আৰু উদ্দেশ্যৰ সম্পৰ্কে আমাৰ কবিসকলৰ ধাৰণা একেবাৰেই সলনি কৰি পেলালে। প্ৰায়েই ধৰ্ম-বিষয়ক দীঘলীয়া দীঘলীয়া আধ্যা থকা কাব্যৰ ঠাইত খণ্ড খণ্ড কবিতা আধুনিক অসমীয়াত নতুনকৈ সোমালহি। মানুহৰ প্ৰেম-প্ৰীতি, অনুৰাগ-বিৰাগ, ৰং-বেজাৰ, নিসৰ্গ প্ৰীতি, স্বদেশ প্ৰেম এনে বিষয়-বস্তুবোৰো নতুন। ইংৰাজী আৰ্হিৰে স্থাপন কৰা স্কুলত দেশীয় ভাষাৰ কবিতা আৱশ্যক হ'ল– সেই কবিতাবোৰ লিখা হ'ল ইংৰাজী কবিতাৰ আৰ্হিতে। হেম গোসাঁয়ে কৰা Pope-অৰ Universal Prayer-অৰ ভাঙনি, Death the Leveller-অৰ ছাঁ লৈ ৰত্নেশ্বৰ মহন্তই লিখা 'শ্মশান', ভাঙনি কোঁৱৰ আগৰৱালাৰ 'জীৱন সঙ্গীত' (Psalm of life) আদি শুৱলা কবিতাবোৰ ইংৰাজীৰ আৰ্হিত ৰচনা কৰা। 'পৰ্বতৰ কাষৰত থিয় হৈ বাৰু, একেথিৰে আকাশলৈ চাই, থাকিলে সাৰটি হাত বিনা পৰিশ্ৰমে, উঠিবকি পাৰে কোনোবাই?' এইবোৰ আমি সৰুতে পঢ়িছোঁ, ইংৰাজীৰ তৰ্জমা। গোহাঞিবৰুৱাৰ 'আশী বছৰীয়া আপ, মগজত নাই তাপ, নেদেখি এডালি চুলি পকা'– এইখিনি ক'ৰপৰা আহিল? দুৱৰাৰ 'গাঁৱৰ মৰিশালী', বিনন্দ বৰুৱাৰ 'নজনা বীৰৰ মূৰ', নেওগৰ 'বকুলী'– এই কবিতাবোৰ ইংৰাজীৰ পৰা অনুবাদ কৰা, অথবা ইংৰাজী কবিতাৰ ভাৱ লৈ লিখা।

উপন্যাসৰ একোটা আধ্যাৰ ওপৰত ইংৰাজী কবিতাৰ দুশাৰীমান উদ্ধৃত কৰি দিয়া আৰ্হিটো আমাৰ ইয়াত বংকিমচন্দ্ৰই দেখুৱালে। বেজবৰুৱাই 'পদুম কুঁৱৰী'ত, বৰদলৈয়ে 'মনোমতী'তো এই ফেচ্চনটো অনুসৰণ কৰিছে। 'আকুল পথিক' নামটো Passionate Pilgrim-অৰ ভাঙনি নহয়নে? 'শেষ গায়কো' Scott-অৰ Minstrel-অৰ অনুকৰণ। 'খন্তেকলৈ এৰি দিয়া তোমালোক যোৱা গই'– এইবুলি দুৱৰাই এটি কবিতা আৰম্ভ কৰিছে। টেনিছনেও এটা কবিতা Comrades, leave me here a little – এইদৰে আৰম্ভ কৰিছে। 'আগতে সন্ধিয়া দীঘলীয়া ৰাতি, বাটৰ পৰা নাই ওৰ'– চন্দ্ৰ আগৰৱালাৰ এইফাকিয়ে Scott-অৰ এনে এটা পংক্তিলৈ মনত পেলায়। 'দুধাৰি চকুলো বলে কিবা অৰ্থ তাৰ' – 'কুঁহি'ৰ কবিয়ে লিখা এই কথাষাৰে Tears, idle tears, I know not what they mean – ইংৰাজ কবিৰ এই বাক্য সোঁৱৰাই নিদিয়েনে? 'প্ৰকৃত প্ৰেমৰ পথ নিমজ নহয়'– নিৰ্মালিৰ এটা কবিতাত থকা এই উক্তি ছেক্‌চপীয়েৰৰ 'The course of true love never runs smooth' এই কথাৰ ভাঙনি নহয়নে বাৰু? এইদৰেই অ'ত-ত'ত ইংৰাজী কবিতাৰপৰা অহা বাক্য-বাক্যাংশৰ অসমীয়া অনুৰূপ আমাৰ কবিতাত পায়। হিতেশ্বৰ বৰবৰুৱাই লিখিছে –

নক'বা নক'বা কাকো (মৃত্যুৰ পিছত)
কি আছিল, কি নাছিল সদ্ বদ্ গুণ।
ক'বা মাথোঁ, "দুচকুত আছিল দুধাৰি
তপত চকুৰ পানী, শোকৰ কান্দোন।"
"আছিল এখনি হিয়া"– কোৱা যদি ক'বা,
"বলিয়া ভাবাৰে ভৰা, নিৰাশাৰ চিন
নীৰস মুখত, আৰু এটি হুমুনিয়া
অন্তৰত জ্ঞান-চকু, দূৰ-দৃষ্টি-হীন।
আৰু ক'বা, "চাৰিওফালে ঘোৰ বিষাদৰ
আছিল আবৰি ছঁয়া, হিয়াৰ মাজত
উথলি আছিল সদা শোক-সাগৰৰ
থউকি-বাথউ ঢউ চিৰ জীৱনত।"

ইয়াৰ লগত গ্ৰে'ৰ ইলিজীৰ তলৰ পংক্তিবোৰ ৰিজাই চাওঁহক –

Now drooping, woeful wan, like one forlorn,
Or crazed with care or crossed in hopeless love
*  *  *  *  *
Melancholy marked him for her own,
He gave to Misery all he had, a tear
*  *  *  *  *
No farther seek his merits to disclose,
Or draw his frailties from their dread abode

এই যে সাদৃশ্য, ইয়াক আকস্মিক বুলি ক'ব নোৱাৰি। বৰবৰুৱা চকলানী চাহবাগিছাৰ মাজত থাকিও ইংৰাজী কাব্যত একেবাৰে বুৰ গৈ আছিল। মাইকেল মধুসুধন দত্তৰ প্ৰভাৱো তেওঁ নিজেই স্বীকাৰ কৰি গৈছে। বৰবৰুৱাৰ পুথিবিলাকতো ইংৰাজী কবিতাৰ উদ্ধৃতি প্ৰচুৰ। গল্ডস্মিথৰ Edwin and Angelina বোলা আখ্যান-কবিতাৰ অনুবাদো 'অঙ্গিলা' নাম দি বৰবৰুৱাই কৰি গৈছে; সেই ইংৰাজী কবিতাৰে আন এটা তৰ্জমা আনন্দ আগৰৱালাই কৰিছিল। অতি ৰূপহ অনুবাদ বুলি ধৰিব নোৱাৰি।

Our song is the voice of desire, that haunts our dreams,
A throe of the heart,
Whose pining visions dim, forbidden hopes profound,
No dying cadence ner long sigh can sound,
For all our art
Alone, aloud in the raptured ear of man
We pour dark nocturnal secret-- (Robert Bridges)

ওপৰৰ স্তৱকটোৰ লগত এইখিনি মিলাই চাওঁ–

মাজনিশা সাৰপাই শুনিছানে কেতিযাবা কেতেকীৰ
হিয়া-ভগা মাত?
ভাবিছানে এটিবাৰো পখীৰ ডিঙিত কান্দে মানুহৰ বুকুৰ সংবাদ! (দেৱকান্ত)

দুযোটাৰে মাজত অলপ সম্পৰ্ক থকাটো সহজে ধৰিব পাৰি আৰু এই সম্পৰ্কটো অধ্যয়নৰ ফল।

ব্ৰাউনিঙৰ Escape me? Never, Beloved !-- ইয়াৰ লগত 'সাগৰ দেখিছা? দেখা নাই কেতিয়াও' এই শাৰীৰ মিলটোও একেবাৰে আকস্মিক বুলি ক'ব নোৱাৰি। দেৱকান্তৰ কোনো কোনো কবিতাত ব্ৰাউনিঙৰ Dramatic monologue নাটক-কবিতাৰ অলপ ছাঁ পৰিছে, যদিও ব্ৰাউনিঙৰ স্বগতোক্তিত সম্পূৰ্ণ কাহিনী একোটা প্ৰায়ে পোৱা যায়।

We are the music-makers,
And we are the dreamers of dreams,
Wandering by lone sea-breakers
And sitting by desolate streams - এয়া ইংৰাজী।

তাৰ কাষত চোৱা যাওক -

আমি সপোনৰ সুৰ ভাবৰ লহৰ জগতত তোলোঁ আনি,
চেনেহ কুসুম ফুলাওঁ যতনে প্ৰেমৰ সৌৰভ সানি।

জীৱন-সাগৰ নিৰ্জন তীৰ ফুৰোঁ তাত অকলই,
লাজুকী জোনায়ে আমাকেই চায মেঘৰ ওৰণি লৈ। (দুৰ্বৰা)

ডিম্বেশ্বৰ নেওগৰ 'বিহুৱতী' কবিতাটো টেনিছনৰ May Queen কবিতাৰ প্ৰভাৱত লিখা যদিও নেওগৰ কবিতা এটি সম্পূৰ্ণ মৌলিক কবিতা। লক্ষেশ্বৰ শৰ্মা বৰুৱাৰ 'আই' কবিতাও সেইদৰে Cowper-অৰ আৰ্হিত লিখা যদিও, ই একেবাৰেই অসমীয়া ঘৰুৱা জীৱনৰ কথা।

Hail, thou my nativ Soil! thou blessed plot
Whose equal all the world affordeth not!
Show me who can so many crystall rills,
Such sweet-clothed valleys or aspiring hills,
Such wood-ground, pastures, quarries, wealthy mines,
Such rock in whom the diamond fairly shines,
And if earth can show the like again,
Yet will she fail in her sea-rulling men

(Quoted by John Drinkwater in his 'Patriotism in Literature')

ইংৰাজ কবিৰ এই স্তৱকটি বঙালী কবি-নাট্যকাৰ দ্বিজেন্দ্ৰলাল ৰায়ৰ 'ধন-ধান্যে পুষ্পে ভৰা' গানৰ মূল বুলি ক'ব পাৰি। বেজবৰুৱাই দ্বিজেন্দ্ৰলালৰ গানৰ 'পেৰডি' কৰিলেও বেজবৰুৱাৰ কবিতাত আন্তৰিকতা নাই বুলি ক'ব নোৱাৰি। ইংৰাজ কবিৰ কবিতাটিৰ লগত পৰোক্ষভাৱে হ'লেও বেজবৰুৱাৰ সম্পৰ্ক নুই কৰিব পাৰি কেনেকৈ?

ক'ত এনে ধানৰ পথাৰ, তামোল পাণৰ বাৰী?
ভলুকা মকাল আদি আছে বাঁহৰ ধাৰী।
লুইতৰ দৰে বৰনৈ ক'ত আছে কোৱা?
ঘূৰি আহা বসুমতী, তথাপি নোপোৱা।
হেৰা আমাৰ জন্মভূমি।

বেজবৰুৱাৰ 'ডাকোৱালো' কুপাৰৰ Task-অত বৰ্ণনা কৰা ডাকোৱালৰ ফুটতে উঠিছে।

নহয় টোপোলা সেয়া সংসাৰৰ সৰু কায়া
পৃথিৱীৰ ক্ষুদ্ৰ তাণ্ডৱণ,
কোৱা ডাকোৱাল কাই! হয় নে নহয় যায়
টোপোলা ৰূপেৰে নিৰঞ্জন? (ডাকৰ টোপোলা)

এই প্ৰসংগত ক'ব পাৰি বাইৰণৰ Don Juan ব্যংগ কাব্যৰ ভিতৰুৱা The Isles of Greece, The Isles of Greece নামৰ কবিতা ভালেখিনি বঙালী-অসমীয়া স্বদেশ প্ৰেমাত্মক কবিতা-গানৰ গুৰিতে আছে।

The Isles of Greece! The Isles of Greece
Whose burning Sappho loved and Sung,
Whese grew the arts of war and peace (Byron)

ভাৰত আমাৰ, জননী আমাৰ, যেখানে মানব মেলিল নেত্ৰ,
মহিমাৰ তুমি জন্মভূমি মা, এছিয়াৰ তুমি তীৰ্থক্ষেত্ৰ। (দ্বিজেন্দ্ৰলাল)

মিল্টন আৰু বাইৰণৰ প্ৰভাৱেই অসমীয়া কবিসকলৰ ওপৰত অতি কম। বাইৰণৰ দুটা প্ৰেমৰ কবিতা দেশভক্ত

ফুকন ডাঙৰীয়াই অসমীয়া কৰিছিল আৰু কোনোবা এখন কাকতত ওলাইছিল। মিল্টনৰ L'Allegro কবিতাৰ অনুবাদ সৰ্বেশ্বৰ কটকীয়ে কৰি উলিয়াইছিল, মিল্টনৰ আঠ-ছিলেবলৰ নৃত্যশীলা ছন্দৰ গতি অনুবাদ কৰাও সম্ভৱ নহয়। কটকীৰ অনুবাদ বিৰক্তিকৰ। প্ৰকৃত কবিতাৰ অনুবাদ প্ৰায়ে ফটʼৰ নিগেটিভৰ দৰে— অস্পষ্ট, বিকৃত। হেম গোঁসাইৰ 'আনন্দৰাম বৰুৱাৰ স্বৰ্গযাত্ৰা' আৰু হেমচন্দ্ৰ বন্দোপাধ্যায়ৰ 'মধুসূদন দত্ত' দুয়োটাই শোকগাথা (elegy) – এই দুয়োটাৰ প্ৰেৰণা Lycidas-অৰপৰা আহিব পাৰে। ৱাৰ্ডথৱাৰ্থৰ Solitary Reaper ইংৰাজী সাহিত্যৰ এটি শ্ৰেষ্ঠ কবিতা, ইয়াৰ অসমীয়া ৰূপান্তৰ কেইবাটাও ওলাইছে, এটাও মনত লগা হোৱা নাই, অতুল হাজৰিকাৰটোও নাই হোৱা। ৱাৰ্ডছৱাৰ্থ, ছেলী আৰু কীটছৰ চৰাই কবিতাৰ দুই-এটা অসমীয়ালৈ ভাঙিছে, কিন্তু মূল ভাব-ছন্দ কʼতো নাই। বিহগী কবিয়ে প্ৰত্যক্ষভাৱে ইংৰাজী কবিৰপৰা কোনো প্ৰেৰণা লাভ কৰা নাই বুলি কয়, কিন্তু পৰোক্ষভাৱে কেনেবাকৈ ভাব-প্ৰবাহ আহিব পাৰে। অসমীয়া কবিৰ ওপৰত টেনিছনৰ প্ৰভাৱ আটাইতকৈ সৰহ যেন পাওঁ— দুৰৰাৰ কবিতাত সেইকথা ভালকৈ খাটে। দুৰৰাৰ কবিতাত ছেলীৰ ছাঁও পৰিছে। ছেলীৰ Indian Serenade বোলা কবিতা সংক্ষেপ আৰু মিতভাষী। দুৰৰাই সেই কবিতাৰ ভাবটো বহলাইছে, গতিকে মূলৰ তীব্ৰতা দুৰৰাৰ কবিতাত নাই। ছেলীৰ Music when soft voices die কবিতাটি বেজবৰুৱাৰ 'অৱশেষ' বোলা কবিতাত ৰূপান্তৰিত হৈ মূলৰ শক্তি হেৰুৱাইছে। দুৰৰাৰ 'তোমালৈ' কবিতা ছেলীৰ কবিতাৰ সম্প্ৰসাৰণ, ইংৰাজ কবিৰ শক্তি অসমীয়া ৰূপান্তৰত পোৱা নাযায়। ছেলীৰ Champak odour দুৰৰাই 'গোলাপৰ গন্ধʼত পৰিণত কৰিছে যিদৰে ৰঘু চৌধুৰীয়ে 'কাৰবালাʼত আৰবৰ ইছলামী বিষয়বস্তু বুজাবলৈ হিন্দু কাব্যৰ উপমা ব্যৱহাৰ কৰিছে। বেজবৰুৱাৰ 'অৱশেষ' কবিতাও ইংৰাজী মূলৰ সম্প্ৰসাৰণ। প্ৰথম স্তৱকতেই কবিতাটো শেষ হৈছে, পাছৰ অংশ অনাৱশ্যক সংযোজন, গদ্যময় বক্তৃতা। আমাৰ বহুত কবিতা এইদৰে দীঘল কৰে, কাব্যৰ প্ৰয়োজন নোহোৱা স্বত্বেও। দুৰ্গেশ্বৰ শৰ্মাৰ কবিতাত ছেকছ্পীয়েৰৰপৰা টেনিছনলৈকে ভালেকেইজন ইংৰাজ কবিৰ চিন বৈ গৈছে। তেওঁৰ 'বুঢ়া ডাঙৰীয়া' বোলা কবিতাত অসমীয়া বুঢ়া ডাঙৰীয়াৰ গাত নথকা দুটামান গুণ ইংৰাজ কবিৰপৰা আনি আঁৰি দিছে। 'কুঁহিʼত থকা 'প্ৰকৃতি' কবিতাত গাঁৱলীয়া জীৱনৰ বৰ্ণনাৰ আৰ্হি গ্ৰেʼৰ 'ইলিজিʼত পাইছে। 'পৰিল ডবাত কোব উঠিল শঙ্খৰ ৰোল, পানীতোলা ঢুলীয়াৰ কʼৰবাত বাজে ঢোল'। বৰুৱাৰ এই কবিতাত গʼল্ডস্মিথৰ The Deserted Village-অৰ শান্তিময় গাঁৱলীয়া জীৱনৰ বৰ্ণনাৰ আভাস সোমাই গৈছে। প্ৰকৃতিৰ ৰক্তদন্তা মূৰ্তিৰ (Nature red in tooth and claw) কথা আমাৰ আধুনিক সাহিত্যত নাই বুলি কʼব পাৰি, 'কুঁহিʼৰ কবিয়ে উল্লেখ কৰিছে মাত্ৰ এঠাইত। এওঁৰ কবিতা এটাত In Memoriam-অৰ ছাঁ পৰিছেগৈ, সেই কাৰণে প্ৰকৃতিৰ ভয়ংকৰী মূৰ্তিৰ কথা টেনিছনৰপৰা এওঁ পোৱা অসম্ভৱ যেন লাগে। গোহাঞিবৰুৱায়ো ইয়াৰ কথা এবাৰ কৈছে, কিন্তু সেয়া কাৰোপৰা পোৱা নহয়।

পশ্চিমীয়া প্ৰভাৱে আমাৰ আধুনিক কাব্যত বিষয়বস্তু সম্পৰ্কে পাৰ ভাঙি দিলে, ভয়ো ভাঙি দিলে। নৈ-পৰ্বত, গছ-লতা, চৰাই-চিৰিকতিৰ উল্লেখহে আছে পুৰণি কবিতাত, কিন্তু কুলি-কেতেকী, গোলাপ-মানিমুনি, নৈ-বিল, বাৰী-পথাৰ এইবোৰৰ বিষয় স্বাধীন কবিতা আমি এতিয়া পালোঁ। বিশেষ ধৰ্ম-সম্প্ৰদায় বা গোসাঁই-গোসাঁনীৰ কবিতাও এতিয়া নাই। সাধাৰণ মানুহৰ সুখ-দুখৰ কথা, প্ৰেম-প্ৰীতিৰ কথা, নিজৰ দেশখনক ভালপোৱা, দেশৰ বুৰঞ্জীৰ প্ৰতি আৰু বুৰঞ্জী নিৰ্মাতাসকলৰ প্ৰতি শ্ৰদ্ধা — এই সকলোবোৰেই কবিৰ ৰচনাৰ ভিতৰুৱা হʼল। পৃথিৱীখন ঘিণ কৰিবলগীয়া ঠাই নহয়। মানুহৰ বেলেগ এটা মৰ্যাদা আছে, নতুন কবিৰ এই দৃষ্টি বিশেষকৈ পশ্চিমীয়া শিক্ষাৰপৰা ওপজে। ভাৰতীয় দৰ্শনত থকা এনে চিন্তাবোৰ মৰহি আছিল, নতুন পানী পাই আকৌ বাঢ়ি আহিল। সাহিত্যত লোক-গীতিৰ মূল্যৰ প্ৰতিও পশ্চিমৰ আদৰ্শত আমাৰ চকু মুকলি হʼল— তেজীমলা, পানেসই, ধনবৰ-ৰতনী ইয়াৰ ফল। 'জীৱন সৌৱৰণ'ৰ এঠাইত বেজবৰুৱাই লিখিছে – "তেতেলাৰ চালত অকলৈ অকলৈ ভৰি চলাই জাত লগাই ইংৰাজী গান ধৰোঁ—

O Brignal banks are wild and fair
Greta woods are green!

এই ফাকি জনগীতৰ আৰ্হিত কৰা Walter Scott-অৰ ৰচনা। তেওঁৰ সংগৃহীত Minstrelsy of the Scottish Border সেই সময়ৰ ইংৰাজী সাহিত্যৰ ৰোমাণ্টিক অভ্যুদয়ৰ বিশেষ প্ৰকাশ। এই লোকগীতবোৰে ইংৰাজী কাব্যত বিভিন্ন ক্ৰিয়া বিস্তাৰ কৰিছিল আৰু তাৰ প্ৰতিক্ৰিয়াই সুদূৰ ভাৰত তথা অসমতো দেখা দিছিল। প্ৰাচীন লোকগীতিৰ (ballad) প্ৰভাৱ বিস্তাৰ কৰাত ৰাল্টাৰ স্কটৰ অৰিহণা বিশেষ উল্লেখযোগ্য, 'ইয়াত মাৰিলে টিপা, গড়গাঁও পালেগৈ শিপা।'

ইংৰাজী কবিতাই আমাৰ কবিক সাহ, উৎসাহ আৰু প্ৰেৰণা যোগালে। ইংৰাজী শিক্ষাই ৰুচি পৰিৱৰ্তন কৰা আধুনিক অসমীয়া লোকৰ কাৰণে আধুনিক কবিয়ে কবিতা ৰচনা কৰে, জগৰা মণ্ডলৰ গৃহিণীৰ কাৰণে নহয়। এতিয়াও অসমীয়া কবিতা পঢ়োঁ বুলি পঢ়া মানুহ কিমান আছে, ক'ব নোৱাৰি। তথাপি আধুনিক অসমীয়া কাব্যই পীৰা এখনত বহি ল'লে। বিদেশী প্ৰভাৱ, বিদেশী উপাদান ইয়াত থাকিলেও ই অসমীয়া বস্তু। অসমীয়া জাতিৰ কালিকাই বাহিৰৰ বস্তুকো জীৰ্ণ কৰি আহিছে আৰু বহিৰাগতকো ন-অসমীয়া কৰি লৈছে। লোকৰ বস্তু লৈ মানুহ চহকী নহয়, নিজৰ বাহু বলেৰে যি আৰ্জন কৰে, তেওঁহে চহকী। লোকৰ পিঠাৰে বিহু কৰাটো দুৰ্ভাগ্য আৰু অপমানৰ কথা।

# ৰবীন্দ্ৰনাথৰ এটা দিশ

ৰবীন্দ্ৰনাথৰ গীতাঞ্জলিত কেৱল যে অতীন্দ্ৰিয়বাদী ভক্তৰ প্ৰাৰ্থনাইহে আছে এনে নহয়, তাত বীৰৰ প্ৰত্যাহ্বানো আছে। ৰবীন্দ্ৰ কাব্য শান্তি নিকেতনেই নহয়, ৰণাংগনো। গীতাঞ্জলিৰ আৰম্ভতে ৰবীন্দ্ৰনাথৰ স্তুতি —

আমাব মাথা নত কবে দাও হে তোমাব চরণ ধূলার তলে,
সকল অহংকাব হে আমাব ডুবাও চোখের জলে।

দূবৰি বনতকৈও নীচ, সৰুতকৈ হ'ব পৰা সৰু বৈষ্ণৱৰ আত্মবিলোপ আৰু বিনয় প্ৰথম গীতত প্ৰকাশ পাইছে। কিন্তু চতুৰ্থ গীতত সুৰৰ সলনি হৈছে।

বিপদে মোবে বক্ষা কবো, এ নহে মোর প্ৰাৰ্থনা,
বিপদে আমি না যেন করি ভয়;
দুঃখ-তাপে ব্যথিত চিত্তে নাইবা দিলে সান্ত্বনা,
দুঃখে যেন করিতে পাবি জয়।

কবিৰ প্ৰাৰ্থনাৰ উদ্দেশ্য নিৰাপত্তা নহয়, নিৰ্ভীকতা। ভগৱন্তৰ ওপৰত নিৰ্ভৰতাতকৈও আত্মশক্তিৰ উন্মেষ কবিৰ কাম্য। ৰেণাছাঁৰ সময়ৰ Savonarola-ৰ এটা উক্তিলৈ মনত পৰে। উক্তিটো হ'ল এই —

Lord, we pray not for tranquillity
We pray that thou
Grant us strength and grace
To overcome adversity.

ইউৰোপৰ মধ্যযুগৰ পৰৱৰ্তী জাগৃতি যুগৰ চিন্তাধাৰাৰ প্ৰভাৱ ৰবীন্দ্ৰনাথৰ ওপৰত আছিলনে নাই আৰু যদি আছিল

কিমান পৰিমাণে — সেইবোৰ পণ্ডিতলোকেহে বিচাৰ কৰিব পাৰিব, কিন্তু ৰেণাছাঁৰ দৃষ্টিভংগীৰ লগত যে কবিৰ অন্তৰৰ যোগ আছে, সেই কথা ধৰিব পাৰি।

পৃথিৱী আৰু মানুহৰ প্ৰতি আকৰ্ষণ, মানুহৰ পৃথিৱীৰ মানুহৰূপে মৰ্যাদা ৰবীন্দ্ৰনাথৰ এটা বিশিষ্টতা। 'মানবেব মাঝে আমি বাঁচিবাবে চাই' — কবিৰ জীৱনৰ প্ৰথম ভাগতে প্ৰকাশ কৰা এই ভাব পৰৱৰ্তী কালত বিভিন্ন ৰূপে প্ৰকাশ পাইছে। 'চিত্ৰা'ৰ এঠাইত কবিৰ আহ্বান—

ওবে তুই ওঠ্ আজি।
আগুন্ লেগেছে কোঠা? কাব শঙ্খ উঠিযাছে বাজি
জাগাতে জগৎ-জনে? কোথা-হতে ধ্বনিছে ক্রন্দনে
শূন্য তল? কোন্ অন্ধ কাবা মাঝে জর্জব বন্ধনে
অনাথিনী মাগিছে সহায়? (এবাব ফিবাও মেবে)

এয়া যেন ইউৰোপৰ মধ্যযুগীয় Knight Errant-অৰ মাত।

স্বাৰ্থমগ্ন যে জন বিমুখ
বৃহৎ জগৎ হতে সে কখনো শেখেনি বাঁচিতে।
মহাবিশ্বজীৱনেব তবঙ্গেতে নাচিতে নাচিতে
নির্ভয়ে ছুটিতে হবে, সত্যেবে কবিয়া ধ্রুব তাবা,
মৃত্যুবে না কবি শংকা। (এবাব ফিবাও মোবে)

এই একে সুৰ 'বলাকা'ৰ কেইবাটাও কবিতাতে শুনি—

তোমার কাছে আবাম চেযে
পেলাম শুধু লজ্জা।
এবাব সকল অংগ ছেয়ে
পবাও বণ-সজ্জা।
ব্যাঘাত আসুক নব নব
আঘাত খেয়ে অটল বব,
বক্ষে আমাব দুঃখে তব
বাজবে জয় ডঙ্ক
দেব সকল শক্তি, লব অভয় তব শঙ্খ।

আকৌ —

মৃত্যু সাগব মথন কবে অমৃতবস আনব হরে
ওবা জীৱন আঁকরে ধরে মবণ-সাধন সাধবে।

আকৌ —

কণ্ঠে কি তোর জয়ধ্বনি ফুটবে না?
চরণে তোর ৰুদ্রতাপে নূপুর বেজে উঠ্‌বে না?

আকৌ —

আপদ আছে, জানি আঘাত আছে,